# চাৰিটা দশকৰ জলঙাইদি

[১৯৪৬-১৯৮৬]

কীৰ্ত্তিনাথ হাজৰিকা

লয়াৰ্ছ বুক ষ্টল
পাণবজাৰ ঃ গুৱাহাটী ঃ অসম

**CHARITA DASAKOR JALANGAIDI** : *A peep into the period between 1946 and 1986 and the relevant subsequent period pertaining to Assam and the neighbouring states written in Assamese by Shri Kirti Nath Hazarika & published by Shri K N Dutta Baruah, Lawyer's Book Stall, Panbazar, Guwahati 781001. 2nd edition : 1998*

প্ৰথম প্ৰকাশ : ডিচেম্বৰ, ১৯৯৫ (বিজয়িনী প্ৰকাশন)
দ্বিতীয় প্ৰকাশ : জানুৱাৰী, ১৯৯৮

প্ৰকাশক
শ্ৰীখগেন্দ্ৰনাৰায়ণ দত্তবৰুৱা
লয়াৰ্ছ বুক ষ্টল
পাণবজাৰ : গুৱাহাটী - ৭৮১০০১

মূল্য : ৭৫.০০ টকা মাত্ৰ

মুদ্ৰক
বিচিত্ৰনাৰায়ণ প্ৰিণ্টিং প্ৰেছ
আমবাৰী : গুৱাহাটী - ৭৮১০০১

## উছৰ্গা

বঞ্চিত, শোষিত আৰু উপেক্ষিত জনসাধাৰণলৈ –
লগতে
প্ৰত্যাশা ঃ মূক গণদেৱতাৰ মুখলৈ ভাষা আহক, বাহুলৈ শকতি আহক।



# বাট চ'ৰা

'চাৰিটা দশকৰ জলঙাইদি ..... ' মনৰ বুৰবুৰণি মাত্ৰ। এয়া আত্ম-জীৱনী নহয়; যাৰ জীৱনেই বাণী হৈ পৰে, তেনে লোকেহে আত্মজীৱনী লিখাটো শুৱায়। আনহাতে এয়া বুৰঞ্জীও নহয়; কিয়নো সময়ৰ কষটি শিলত ঘঁহিহে বুৰঞ্জীৰ পটা দিব পাৰি। চাৰিটা দশক জোৰা কৰ্ম-ক্ষেত্ৰৰ জলঙাইদি জুমি চাওঁতে চকুত পৰা কেতবোৰ কথা উল্লেখ কৰিছোঁ মাত্ৰ। তাৰ মাজত বাতৰি কাকতৰ কথাও আছে, সাংবাদিক জীৱনৰ অভিজ্ঞতাৰ কথাও আছে, অসমৰ কথা আছে, ত্ৰুটি-বিচ্যুতিৰ কথা আছে। সময়ত জলঙাইদি চাওঁতে কাৰৰ কথাও চকুত পৰিছে; সময়ত নিলগৰ কথালৈকো দৃষ্টি গৈছে। তেনে কিছুমান কথাৰ আঁত ধৰি অৱশ্যে আলোচনাৰ বাবে নিৰ্দ্ধাৰিত সময়ছোৱাৰ (১৯৪৬-১৯৮৬) সীমা পাৰ হৈ তাৰ পিছৰ কথাও সামৰিব লগীয়া হৈছে — জুমুঠিটো গঢ়িবৰ বাবে।

প্ৰশাসনীয় ভাবে নগালেণ্ড, অৰুণাচল প্ৰদেশ, মেঘালয় আৰু মিজোৰাম আমাৰ পৰা যিমানে আঁতৰি নেযাওক — মনৰ ভিতৰত আমি একেটা চুবুৰিৰে। সেইদেখি জলঙাইদি জুমি চাওঁতে সেইবোৰ অঞ্চললৈ চকু পৰাটো স্বাভাৱিক। তদুপৰি সেইপিনে মৰা টিপাটোৰে এইপিনেও সদায় কঁপনি তোলে। আনহাতে তাতোকৈ গুৰুত্বপূৰ্ণ কথা হ'ল — এইবোৰ অঞ্চলৰ সাম্প্ৰতিক ঘটনা-থাবাৰ পৰা অসমৰ বাইজেও অভিজ্ঞতা বোটলাৰ থল আছে কাৰণেই সেইবোৰ কথা উল্লেখ কৰাৰ লোভ সামৰিব নোৱাৰিলোঁ।

অৱশ্যে আলোচিত কালৰ ভিতৰত আৰু তাৰো পিছত বহুতো কাম হৈছে, বহুতো উন্নয়নমূলক কাম কৰা হৈছে, বহুতো নতুন দিশত পদক্ষেপ লোৱা হৈছে। সেইবোৰৰ বিষয়ে সকলোতে প্ৰকাশ হৈয়েই আছে। ইয়াত সেইবোৰ প্ৰসঙ্গ সামৰা নাই। মই মাত্ৰ পলসত সোমাই ক্ৰমে তললৈ পোত খাই যোৱা মানুহখিনিৰ প্ৰসঙ্গহে সামৰি লৈছো। এইবোৰ কথা লিখা বাবে কোনো কোনোৱে — গান্ধীজীয়ে মিছ মেয়োক 'ড্ৰেইন ইন্সপেক্টৰ' বুলি অভিহিত কৰাদি মোকো গেলা-নলাহে খোঁচৰা জমাদাৰ বুলি কৰ্কথনা কৰিব পাৰে। কোনোৱে হয়তো 'Cynic' বুলিও ইতিকিং কৰিব পাৰে। কোনে কি কয় কওক। মই মাত্ৰ সচৰাচৰ নিলিখা কথাবোৰহে জুকিয়াই লৈ প্ৰকাশ কৰি দিব খুজিছোঁ — যাতে জনমানসত এটা জোকাৰণি তুলিব পাৰি, যাতে মনৰ পিতনি ভাঙি পেলোৱাত সহায় কৰিব পাৰি। সেই উদ্দেশ্যে যদি আংশিকভাৱেও সফল হয়, তেন্তে তাতকৈ অধিক একোকে নিবিচাৰোঁ। চাৰিটা দশকত গালি খাওঁতে খাওঁতে ছাল দগধা হ'ল। এতিয়া আৰু তালৈ ভয় নাই।

অৱশ্যে আৰু কিছু কথা সামৰিব পৰা হ'লে ভাল আছিল। কিন্তু শাৰীৰিক আৰু মানসিক কিছুমান কথাই বিধি-পথালি লগোৱাত আলচা কথা সিদ্ধি নহ'ল। মনতে পাগুলি

থকা বহুতো কথাই পোহৰৰ মুখ দেখিবলৈ নেপালে। শাৰীৰিক আৰু মানসিকভাৱে জুৰুলা হৈ পৰা বাবে এটা সময়ত একোকে লিখিব নোৱৰা অৱস্থা এটাত উপনীত হোৱাৰ দোমোজাতে গৃহিণী দেৱলা হাজৰিকাই আগবাঢ়ি আহি পাণ্ডুলিপিৰ সৰহীয়া ভাগটো শ্রুতলিপি লৈ যুগুতাই দিয়াতহে সকলো গত লাগিল।

মই স্বীকাৰ কৰিবই লাগিব যে এইবোৰ কথা লিখিবলৈ বহুতে খটিয়াই আছিল। পোনতেই স্বৰ্গীয় নন্দ তালুকদাৰৰ নাম ল'ব লাগিব; মই যে সেই কথা ৰাখিলোঁ, তাৰ প্ৰমাণ চাবলৈ তালুকদাৰ আমাৰ মাজত এতিয়া নাই। মৰম আৰু শ্ৰদ্ধা মিহলাই মই এতিয়া মাত্ৰ তৰ্পণ জনাব পাৰোঁ। আৰু বহুতে মোক এইবোৰ কথা লিখিবলৈ খটিয়াই আছিল। সেইসকলৰ মাজত আছিল -- যোগেশ দাস, উপেন্দ্ৰ নাথ বৰকটকী, মতিউৰ ৰহমান, শেখৰ জ্যোতি ভূঞা আদি বহুতো লোক। ইপিনে গৃহিণীয়ে দিয়া তাগাদাৰ নাম নল'লেও দোষে চুব। এই সকলোৰে প্ৰতি মোৰ কৃতজ্ঞতা প্ৰকাশ কৰিলোঁ।

"**চাৰিটা দশকৰ জলঙাইদি ........**" চোৰা ছোৱাকৈ 'নতুন দিন' কাকতৰ সম্পাদক মতিউৰ ৰহমানে ১৯৯১ চনৰ দুই জুলাইৰ পৰা ১৯৯৩ চনৰ ৭ ছেপ্টেম্বৰৰ ভিতৰত মুঠতে ৮৮ টা ভাগত প্ৰকাশ কৰিছিল।

তাৰ বাবে সম্পাদক আৰু কাকতৰ স্বত্বাধিকাৰী সকলৰ ওচৰত মই কৃতজ্ঞ। কাকতৰ তৰফৰ পৰাই সেইখিনিকে কিতাপৰ আকাৰেৰে প্ৰকাশ কৰিব বুলি কোৱাত মই বাট চাইছিলোঁ। কিন্তু সেয়ে হৈ নুঠাতে বিকল্প ব্যৱস্থা কৰাত পলম হ'ল। মূৰকত তেজপুৰৰ 'বিজয়িনী' প্ৰকাশনে কিতাপখন প্ৰকাশ কৰাৰ দায়িত্ব লোৱাত এই প্ৰকাশনৰ মুৰব্বী মঞ্জুলা বৰবৰা আৰু উত্তম বৰাৰ প্ৰতি কৃতজ্ঞতা জনালোঁ। কিতাপখন যত্নেৰে ছপাই উলিওৱাত গুৱাহাটীৰ শিলপুখুৰীৰ এম. এম. গ্ৰাফিকচ্‌ৰ শ্ৰীমতী এচ. নাথৰ প্ৰতিও কৃতজ্ঞতা জনালোঁ।

কিতাপখনৰ প্ৰথম সংস্কৰণ কিছুদিনৰ ভিতৰতে শেষ হোৱাত দ্বিতীয়বাৰ প্ৰকাশ কৰিবলৈ গাত ললে লব্ধপ্ৰতিষ্ঠ প্ৰকাশন প্ৰতিষ্ঠান লয়াৰ্ছ বুক ষ্টলৰ শ্ৰীখগেন্দ্ৰনাৰায়ণ দত্তবৰুৱাদেৱে। তেখেতলৈ এই ছেগতে আন্তৰিক ধন্যবাদ জনালোঁ।

পঢ়ুৱৈ সমাজৰ ওচৰত মূৰ দোঁৱাই এইখিনি কথাকে নিবেদন কৰিলোঁ।

*কীৰ্ত্তিনাথ হাজৰিকা*
*চান্দমাৰী ক'লনী*
*গুৱাহাটী ৭৮১ ০০৩*

# চাৰিটা দশকৰ জলঙাইদি

(১৯৪৬ - ১৯৮৬)

*কীৰ্তিনাথ হাজৰিকা*

## জীৱনৰ লুংলুঙীয়া বাটেদি

ইবছেনৰ মতে অকলশৰীয়াকৈ যি যুঁজে, তেঁৱেই সাহসী। কথাষাৰ শুনিবলৈ ভাল। নাটকৰ সংলাপ হিচাপেও উপাদেয়। কিন্তু ব্যৱহাৰিক জীৱনত তাৰ কিমান সোৱাদ আছে, তাত সন্দেহৰ থল থাকি গ'ল। জীৱনৰ লুংলুঙীয়া বাটটোৱেদি আহি বহুতখিনি পালোঁ — উভতি চাই এতিয়াহে দেখিলোঁ যে মই তেনেই অকলশৰীয়া। এই উপলব্ধিৰ মাজত সাহসে চকুৰা বন্ধা দেখা নগ'ল। বৰ মোহা গামোচা খনৰ দৰে ক'লা ক'লা ফুটবোৰহে যেন চকুত পৰিল।

অৱশ্যে তাহানিৰ এটা কথা মনত পৰিলে ভৱিষ্যতৰ আগজাননী তেতিয়াই পোৱা যেন লাগে। ১৯৪০ চনৰ কোনোবা এটা দিনৰ কথা। গুৱাহাটীলৈ সেয়ে প্ৰথম আগমন। নিজৰ দায়িত্ব নিজে লৈ তেনেই অকলে গোলাঘাটৰ পৰা গুৱাহাটীলৈ ৰেলত অহাও সেয়ে প্ৰথম। ৰেলৰ ভিৰ আজিৰ কথা নহয়- তেতিয়াও আছিল। তাতে আকৌ অনভ্যস্ত মনৰ আমনি। এই সকলো কথাৰ মিলিত প্ৰতিক্ৰিয়াৰ ফলত ডবাৰ সমুখৰ দুৱাৰেদি গুৱাহাটী ষ্টেচনৰ প্লেটফৰ্মত নামিব নোৱাৰিলোঁ - নামিলো ওলোটা পিনেহে। এহাতে চুটকেছটো লৈ কোনোবা এটা আধা উদং ডবাৰ খোলা দুৱাৰেদি পাৰ হৈ যেতিয়া প্লেটফৰ্মত ভৰি দিলোঁহি, তেতিয়া প্ৰায় ভাগ-যাত্ৰী দিহাদিহি গ'লগৈ। প্লেটফৰ্ম প্ৰায় উদং — মাত্ৰ সুদৰ্শন লোক এজন থিয় হৈ আছিল। তেওঁ আগবাঢ়ি আহি সুধিলে - "তুমি গোলাঘাটৰ পৰা আহিছা, নহয়নে ?" মই 'হয়' বুলি কোৱাত তেওঁ আচৰিত হৈ সুধিলে -"তুমি নামি আহোঁতে ইমান পলম কৰিলা কিয় ?" সেমেনা-সেমেনি কৰি সমুখৰ দুৱাৰেদি নামিব নোৱৰা কথাটো মানুহজনক (মোৰ স্বৰ্গীয় ভিনদেউ ভুৱন চন্দ্ৰ চৌধুৰীৰ ভায়েক স্বৰ্গীয় ৰমেশ চন্দ্ৰ চৌধুৰীক) জনালো।

এই গোটেই কথাটো এতিয়া প্ৰতীক-ধৰ্মী যেন লাগে । গুৱাহাটীত প্ৰথম পদাৰ্পণ কৰোঁতে ওলোটা বাটেৰে নমাৰ দৰে পিছত জীৱনৰ কৰ্মক্ষেত্ৰ হৈ পৰা গুৱাহাটীৰ যিটো জীৱনক নিজৰ বুলি ধৰিলো আৰু সাধনাৰ সংকল্পেৰে জীৱনৰ সুদীৰ্ঘ কালছোৱা কটাই দিলো, এতিয়া মুনিচুনি বেলিকা উলটি চাই দেখিলো - মই যেন সেইটো বাটত তেনেই অকলশৰীয়া। ঘৰে-পৰে সকলোতে ৰিঙা ৰিঙা লাগে । মোৰ মনটো যেন সদায় সমান্তৰাল গতিতহে যায়- ঘৰতে হওক, পৰতে হওক ।

ৰাজনীতিত প্ৰৱেশ কৰি সংসদী সদস্য হবলৈ জোৰ কৰা সত্বেও নিজৰ স্থিতি নসলোৱা বাবে একাংশ নিচেই আপোন মানুহে মোৰ লগত মাত-বোলকে বন্ধ কৰিলে । পৰিয়ালৰ লোকৰ বদলি, পদোন্নতি, নিলম্বিতকৰণ আদি বিভিন্ন ক্ষেত্ৰত মই পক্ষাৱলম্বন নকৰা বাবেও কিছুমানৰ পৰা এঘৰীয়া হলো । বাহিৰতো একে অৱস্থা । সুদীৰ্ঘ কাল সহকৰ্মী ৰূপে থকা একাংশ লোকে মোক যে ইমান বেয়া পায় আৰু মোৰ পৰা আঁতৰি থাকিব খোজে - সেই কথাও মই অৱসৰৰ পিছতহে বুজিলো । ('পৰকিতি লৰা' আৰু 'অলপ পোতনৰ মানুহ' বুলি সহকৰ্মীয়ে মৰা বাক্যবাণো সহিব লগীয়া হল) । অথচ অন্তৰ উজাৰি সেই সকলৰ লগতে সহযোগ কৰিছিলো । সেই সকলৰ মৰ্য্যাদাত আঘাত কৰিব পৰা কোনো কামকে কৰা নাছিলো । হয়তো মোৰ স্থিৰ মতে কাঁইটে বিন্ধাদি বিন্ধিছিল বাবেই তেনে এভাগে মোক এঘৰীয়া কৰাটোকে উচিত বুলি ভাবিলে । আনহাতে যিখন অসমৰ হকে জীৱন পাত কৰিলো, সেইখন অসম দৃশ্যপটৰ পৰা আঁতৰি যোৱাত, সংহতিৰ চিন-মোকাম নোহোৱা অৱস্থা হোৱাত নিজেই এঘৰীয়া যেন অনুভৱ কৰিছো । অৱশ্যে বাট ভুল কৰা বুলি অনুশোচনা ইয়াৰ মাজত নাই । মনৰ প্ৰত্যয়ত কোনো আচোঁৰ পৰা নাই । ধূলি-মাকতি লাগি কিছুমান কথা মলিয়ন হব পাৰে - কিন্তু ধূলি জোকাৰিলেই আকৌ সত্য প্ৰতিভাত হব । সত্যত আপেক্ষিকতাবাদৰ সূত্ৰ নেখাটে । এদিন নহয় এদিন সত্যৰ জয় হবই । সেই বিশ্বাস লৈয়েই এইখন মৰমী পৃথিৱীৰ পৰা বিদায় লবলৈ ঠেং দাঙি আছো । মাত্ৰ ৰিঙা ৰিঙা লগা মনটোৱে যেন কিবা খেপিয়াই ফুৰিব খোজে ।

কৰ্মক্ষেত্ৰ ৰূপে গুৱাহাটীৰ লগত সংযোগ ঘটিল ১৯৪৬ চনত । পৰিচয়ৰ মূলধন হিচাপে হাতত একোৱেই নাছিল - মাত্ৰ আছিল প্ৰখ্যাত ছোভিয়েট লিখিকা, 'ষ্টেলিন-বঁটা' বিজয়িনী ৱান্দা ভেচিলিৱেস্কাৰ 'ৰেইনব' নামৰ উপন্যাসখনৰ অসমীয়া অনুবাদ 'ৰামধনু'খন । সেই পৰিচয়েই মুৰুকত স্বৰ্গীয়

তৰুণ কুমাৰ আগৰৱালাৰ উদ্যোগত নিউপ্ৰেছৰ পৰা ওলোৱা 'দৈনিক অসমীয়া'ৰ সম্পাদনা বিভাগলৈ মোক আনিলে। গোলাঘাটত থাকোতেই অনুবাদ সম্পূৰ্ণ কৰিছিলো। দেউতাৰ (স্বৰ্গীয় হৰনাথ হাজৰিকা) মৃত্যুৰ পিছত গুৱাহাটীলৈ আহোঁতে 'ৰামধনু'ৰ পাণ্ডুলিপিটো লৈ আহিছিলো। ছপা কৰাৰ হেঁপাহ আছিল, কিন্তু সাহ নাছিল। তথাপি গুৱাহাটীৰ বিশিষ্ট সাহিত্যিক এজন মানক দেখুৱাই ল'ব পাৰিলে ভাল হ'ব বুলি ভাবি অসমৰ সৰ্বজনবিদিত সাহিত্যিক এজনৰ কাষ চাপিছিলোঁ আৰু এবাৰ পঢ়ি চাবলৈ অনুৰোধ জনাইছিলো। পিচে সাহিত্যিক গৰাকীয়ে একে আষাৰেই 'সময় নাই' বুলি মোক বিদায় দিলে। তাৰ পিছত আৰু এনে চেষ্টা চলাবলৈ নহল। তেতিয়া কলিকতাত পঢ়ি থকা মোৰ ভাগিন সুকুমাৰ বৰুৱা আৰু তেওঁৰ বন্ধু ডিব্ৰুগড়ৰ ৰত্ন দত্তৰ চেষ্টাত কলিকতাত ছপোৱাৰ ব্যৱস্থা হল। ছপোৱাৰ খৰচ বহন কৰাৰ দায়িত্ব ললে মোৰ ককাইদেউ স্বৰ্গীয় লক্ষ্মীনাথ হাজৰিকাই।

ছপাৰ কাম চলাৰ সময়তে কলিকতাত অভাৱনীয় সাম্প্ৰদায়িক সংঘৰ্ষ ঘটাত সকলো কাম বন্ধ হৈ থাকে। কলিকতাত যি লংকা-কাণ্ড ঘটা বুলি বাতৰি পাইছিলো -তাৰ মাজত মোৰ কিতাপৰ পাণ্ডুলিপি অক্ষত অৱস্থাত থকা বুলি ভবা নাছিলো। কিন্তু থাকিল। বহুত দিনৰ মূৰত প্ৰকাশো হল।

## সাত সাগৰৰ মাণিক

কিতাপখন প্ৰকাশ হোৱাৰ সময়ত মই তেতিয়া 'দৈনিক অসমীয়া'ৰ উপ-সম্পাদক। সময় নাহোৱা বুলি এদিন মোক ওলোটাই পঠোৱা সেই সাহিত্যিক জনেই বাটতে পাই মোৰ কিতাপখন বৰ ভাল পাইছে বুলি মোক গৰা মাৰি ধৰিলে। পিচে সেই 'তাৰিফে' মোক স্বৰ্গ-ৰাজ্যলৈ নিয়া নাছিল। তাতকৈ বহুত ডাঙৰ সম্পদ এটা ইতিমধ্যে মই পাইছিলো। তেতিয়ালৈকে আমাৰ অধ্যাপক হিচাপে পূৰ্বতে থকা চিনাকিৰ বাহিৰে মোৰ লগত কোনো ব্যক্তিগত চিনা-পৰিচয় নথকা সত্বেও অগাধ পণ্ডিত, অসমৰ নমস্য ব্যক্তি ডঃ বাণীকান্ত কাকতিয়ে এখন পষ্টকাৰ্ড যোগে 'ৰামধনু' পঢ়ি ভাল পোৱা বুলি মন্তব্য কৰাৰ লগতে কিতাপখনৰ বিষয়ে কেইষাৰিমান বাক্য লিখি পঠাইছিল। সেই চিঠিখন এইখিনিতে ভৰাই দিলো —

বিহাবাৰী

৭।১।৪৭

..... তোমাৰ 'ৰামধনু'খন অতি মনোযোগ আৰু আনুসঙ্গিক আনন্দেৰে পঢ়িছোঁ। অনুবাদ-গ্ৰন্থৰ বিষয়-বস্তুৰ কথা নকলেও হয়, তথাপি তোমাৰ বাছনি যে মানুহৰ জীৱনতকৈ মূল্যবান স্বাধীনতা ৰক্ষাৰ কাহিনীত পৰিছে তাতেই তোমাৰ ৰুচি আৰু আদৰ্শাত্মক মনৰ পৰিচয় পোৱা যায়।

"কিন্তু অতি উপাদেয় হৈছে তোমাৰ ভাষা। নিচেই নিৰ্ভাজ অসমীয়া শব্দ আৰু যোজনাৰে যে এনে মনস্তত্ত্বমূলক উপন্যাস এখনি অনুবাদ কৰি উলিয়াব পাৰিছা -তাতেই তোমাৰ অসমীয়া ভাষাৰ ওপৰত আয়ত্তৰ পৰিচয় পোৱা যায়। সেইটো বেছিকৈ ফুটি ওলাইছে প্ৰাকৃতিক দৃশ্যৰ বৰ্ণনা আৰু মনস্তত্ত্বৰ বিশ্লেষণত। সাধাৰণতে এনে বাক্যাৱলীবোৰ অনুবাদকে সংস্কৃতীয়া যোজনাৰে অনুবাদ কৰে। তাৰ ঠাইত যে তুমি অসমীয়া যোজনা দিব পাৰিছা, সেইটো বৰ মনোৰম হৈছে। অসমীয়া ভাষাৰ প্ৰকাশিকা শক্তি বৰ বেছি; কিন্তু বহুতে বাৰ বঙ্গলুৱা ঠাচঁ আৰু ভঙ্গীৰে ভাষাঁটোক বিকৃত কৰি পেলাইছে।.........."

শুভকাংক্ষী

শ্ৰী বাণীকান্ত কাকতি

সাহিত্য ক্ষেত্ৰত প্ৰথম পদক্ষেপ পেলোৱাৰ মূৰত এই বৰেণ্য সাহিত্যিক গৰাকীৰ পৰা পোৱা কাৰ্ডখন শিৰত লৈ মই তেতিয়া ডঃ কাকতিৰ উদ্দেশ্য প্ৰণতি জনাইছিলো। সেই কাৰ্ডখনকে জীৱনৰ অমূল্য সম্পদ ৰূপে আজিও সাঁচি থৈছো।

'দৈনিক অসমীয়া'ত মই যোগ দিয়াৰ সময়ত কাকতখন সম্পাদক আছিল দেৱকান্ত বৰুৱা। চাৰি দশকৰ আগৰ সম্পাদক দেৱকান্ত বৰুৱা আৰু পৰৱৰ্তী কালৰ ৰাজনীতিবিদ দেৱকান্ত বৰুৱাৰ মাজত সুমেৰু-কুমেৰুৰ প্ৰভেদ। -তেতিয়াৰ কবি, সাহিত্যিক, সাংবাদিক দেৱকান্ত বৰুৱা আছিল আধুনিক অসমীয়া সাংবাদিকতাৰ অন্যতম গঢ় দিওতা, সাধক সাংবাদিক। বুদ্ধিদীপ্ত মন, আনক উৎসাহ দিব পৰা তৎপৰতাৰে তেওঁ দিয়া নেতৃত্বৰ যোগেদি নিউপ্ৰেছৰ চাংঘৰলাত 'দৈনিক অসমীয়া'ই অসমীয়া সাংবাদিকতাৰ এটা নতুন জীৱনৰ পাতনি মেলিছিল। ঐতিহ্যমণ্ডিত নিউপ্ৰেছে নতুন অধ্যায় এটা তেতিয়া মুকলি কৰিছিল।

## মূলধন কি আছিল ?

গোলাঘাটৰ এটা জীৱনৰ পৰা আহি গুৱাহাটীৰ বাতৰি কাকতৰ সুকীয়া

জীৱন এটাৰ মাজত এনেদৰেই সোমাসোহি । বাতৰি কাকতৰ জীৱন তেনেই সুকীয়া জীৱন । মূলধন কি আছিল, নেজানো । ভেটি খুচৰিবলৈ গলে বহুতলৈ মনত পৰিব । যি সকল শিক্ষকে মোৰ মনক গঢ় দিয়াত বৰঙণি যোগাইছিল, সেই সকললৈ মনত পৰে । প্ৰাথমিক বিদ্যালয়ত পঢ়াৰ সময়ত শিক্ষাদান কৰা চদকদ্দিন আহমদক আজিও শ্ৰদ্ধাৰে সোঁৱৰো । গোলাঘাট বেজবৰুৱা চৰকাৰী হাইস্কুলৰ শিক্ষক ঘনশ্যাম গগৈ, জীৱন তামুলী, শ্ৰীনাথ শৰ্মা, চন্দ্ৰবল্লভ গোস্বামী, ইমদাদ হুছেইন, জামাল হুছেইন, গোলাপ চন্দ্ৰ গোস্বামী, ৰামেশ্বৰ বৰুৱা, ভিনদেউ বৈকুণ্ঠনাথ বৰবৰাকে ধৰি বিগত দিনৰ শিক্ষক সকলে যোগোৱা অৱদানৰ কথা মই নেপাহৰো । যোৰহাটত শিক্ষালাভ কৰা অলপীয়া কালছোৱাত সান্নিধ্যলৈ অহা খ্যাতনামা শিক্ষক বিমান বৰুৱাকো আজি শ্ৰদ্ধাৰে স্মৰণ কৰিছো ।

গোলাঘাট হাইস্কুলত শিক্ষালাভ কৰা কালত শিক্ষক গোলাপ চন্দ্ৰ গোস্বামীয়ে লগতে নাট-অভিনয় শিকোৱাৰ উপৰিও সাহিত্য চৰ্চ্চাৰ বাবেও আমাক বিশেষ উদ্‌গনি দিছিল । কেতিয়াও খং-বিৰ নোহোৱা এই গৰাকী শিক্ষকৰ ব্যক্তিত্বৰ চুম্বক শক্তিয়ে আমাক কিমান আকৰ্ষণ কৰিছিল, তাৰ সম্যক উপলব্ধি পৰৱৰ্তী কালতহে হৈছিল । গোস্বামী ছাৰে নিজে নাটিকা লিখি আমাৰ হতুৱাই অভিনয় কৰাইছিল । এই জন শিক্ষকৰ উদ্যোগতে আমি এখন আলোচনী উলিয়াইছিলো । সহপাঠী তুলসী বৰগোহাঁই আৰু মই যুটীয়া সম্পাদক ৰূপে এইখন আলোচনীৰ কেইবাটাও সংখ্যা উলিযাইছিলো । এই ছপা আলোচনীৰ দ্বিতীয় সংখ্যাটো আটোম-টোকাৰিকৈ ৰাখি থোৱাৰ কথা বৰগোহাঁয়ে মৃত্যুৰ কিছুদিনৰ আগতে মোলৈ লিখা চিঠিত উল্লেখ কৰিছিল । তিনিমহীয়া 'জেউতি' নামৰ এই আলোচনীখনৰ প্ৰথম সংখ্যা ১৯৩৯ চনত প্ৰকাশ হৈছিল ।

## আদিপাঠ

মেয়ে আছিল মোৰ আদিপাঠ । অৱশ্যে মোৰ মনক খোৰাক যোগোৱা আন কেতবোৰ সমলো আছিল । স্কুলত থকা সময়তে ছাত্ৰ সংগঠনৰ লগত জড়িত থাকি গোলাঘাটৰ নাট্য মন্দিৰৰ মুখে মুখে থকা 'ইউনিয়ন লাইব্ৰেৰী'ৰ লগতো জড়িত আছিলো । চিদানন্দ শইকীয়া প্ৰমুখ্যে বিভিন্ন জনৰ লগ লাগি আমি এই পুথিভঁৰালৰ সমৃদ্ধিৰ বাবে চেষ্টা কৰাৰ লগতে কিতাপ পঢ়াৰ অভ্যাসো গঢ়ি তুলিছিলোঁ । পুথি ভঁৰালৰ পুঁজি টনকিয়াল কৰাৰ হকে আমি পূজাত চাহৰ দোকান দিয়াৰ কথাও মনত আছে । সেই সময়তে আমি জনশিক্ষাৰ অভিযান

চলাই গাৱঁত ভ্ৰমণ কৰাৰ কথাও মনত আছে।

গোলাঘাটত থাকোতে বিভিন্ন ব্যক্তিৰ সান্নিধ্যই মোক সুকীয়া পৃথিৱী এখনলৈ আকৰ্ষণ কৰিছিল। তাৰে এজন আছিল -খৰ্গেশ্বৰ তামুলী। এইজন আদৰ্শবান লোকে তেতিয়াৰ বহুতো ল'ৰাক গঢ় দিয়াত সহায় কৰিছিল। এইজন গুৰুক মই অৱশ্যে পিছত বৰ পলমকৈ লগ পাওঁ। যিজনে বহুতৰে চকু মুকলি কৰি দিছিল, সেইজনক শ্ৰদ্ধা জনাবলৈ কেইবাটাও দশকৰ মূৰত মই গোলাঘাটলৈ যাওঁতে তেওঁ মোক দেখা নাপালে – মইহে দেখা পালো। দৃষ্টিশক্তি হেৰুওৱা এইজন নীৰৱ সাধকৰ এনে বেদনাদায়ক পৰিণতিৰ অভিজ্ঞতা লৈ, ভক্তিভৰা সেৱা জনাই বিদায় লোৱাৰ কিছুদিনৰ পিছতে তেওঁ এই সংসাৰৰ পৰাই বিদায় ল'লে। আজি মই এইজন গুৰুৰ স্মৃতিতো চকুলোৰ অৰ্ঘ্য আগবঢ়াইছো। লগতে শ্ৰদ্ধা জনাইছো - দৌলেশ্বৰ দত্ত, শ্ৰমিক নেতা, বিপ্লৱী কবি ধীৰেণ দত্ত, যদু শইকীয়া আদিক। গোলাঘাটৰ এসময়ৰ মোৰ সহপাঠী মেঘ শৰ্মাৰ দোকানত বহা মেলত লগ পোৱা সকলকো মনত পেলাইছো — তাতে চলা আলোচনাৰ মাজতে ৰামধনু অনুবাদ কৰাৰ প্ৰেৰণা বুটলি লৈছিলো।

বিপ্লৱী বীৰ শংকৰ বৰুৱাক লগ পোৱাটোও মোৰ কাৰণে ডাঙৰ ভাগ্য আছিল। এইজন একনিষ্ঠ মুক্তি-যুঁজাৰুৰ বৈশিষ্ট্য সমূহে মোৰ মনৰ দুৱাৰত বৰকৈ খুন্দিযাইছিল। আমাৰ হৰিপ্ৰিয়া মাহীৰ জীয়েকক (হৰিপ্ৰিযা দত্ত নিজেও মুক্তি-যুৰ্জাৰু আৰু জীযেক অন্নপ্ৰভা বৰুৱাই স্বামী আৰু দেশৰ কাৰণে কৰা চৰম ত্যাগৰ তুলনা নাই। 'অসমৰ প্ৰসিদ্ধ মুক্তি-যুঁজাৰু' নামৰ কিতাপত কনক চন্দ্ৰ ডেকাই এই দুগৰাকী নাৰীক বুৰঞ্জীৰ পাতত সাঁচি থৈ মহৎ কাম কৰিছে) শংকৰ বৰুৱাই বিয়া কৰোৱাৰ সূত্ৰে এইজন অক্লান্ত মুক্তি-যুঁজাৰুৰ সান্নিধ্যলৈ আহিবলৈ অধিক সুযোগ পাইছিলো। সততা, নিষ্ঠা আৰু সাহসে মানুহক কিমান ডাঙৰ সম্পদ দান কৰে- তাৰ পৰিচয় তেতিয়াই পাইছিলো।

মোৰ সহপাঠী আৰু বিভিন্ন কৰ্ম-ক্ষেত্ৰৰ সহযোগী তুলসী বৰগোহাঁইকো আজি শ্ৰদ্ধাৰে সুঁৱৰিছো। তেওঁৰ পৰা আনি মই পঢ়িছিলো - ডঃ সূৰ্য্যকুমাৰ ভূঞাঁই লিখা আনন্দৰাম বৰুৱাৰ জীৱনীখনি। এইখন কিতাপেই মোৰ নিজৰ জীৱনৰ দিশ বিচাৰিবলৈ সাহস যোগাইছিল।

সাহিত্য জগতলৈ মই আগবঢ়োৱা প্ৰথম অৰ্ঘ্য 'ৰামধনু' ছপোৱাৰ দায়িত্ব বহন কৰি মোক উৎসাহ যোগোৱা স্বৰ্গীয় ককাইদেউ লক্ষ্মীনাথ হাজৰিকা আৰু মোৰ শিক্ষা জীৱনত গুৰি ধৰা স্বৰ্গীয় ককাইদেউ ডাঃ পদ্মনাথ হাজৰিকাৰ

স্মৃতিৰ প্ৰতিও আজি এই প্ৰসঙ্গতে শ্ৰদ্ধা নিবেদন কৰিলো ।

তেতিয়া অৱশ্যে গোলাঘাটত সৰহ বাতৰি কাকতৰ প্ৰচলন নাছিল । অসমীয়া কাকতৰ চাহিদা নিচেই সীমিত আছিল । অৱশ্যে ১৯৩০ চনৰ অক্টোবৰ মাহত যোৰহাটৰ পৰা সাদিনীয়া বাতৰি প্ৰকাশ হৈছিল । কাকতৰ স্বত্বাধিকাৰী আৰু কাৰ্য্যনিৰ্বাহক সম্পাদক, বিখ্যাত চাহ খেতিয়ক শিৱপ্ৰসাদ বৰুৱা আছিল যদিও কাকতখন দেৱেশ্বৰ চলিহাইহে পোনতে সম্পাদনা কৰিছিল । অলপ দিনৰ পিছতে বাগ্মীবৰ নীলমণি ফুকন এই কাকতৰ সম্পাদক হয় ।

## দৈনিক বাতৰি

১৯৩৫ চনত শিৱপ্ৰসাদ বৰুৱাই এটা দুঃসাহসিক সিদ্ধান্ত লয় । প্ৰধান নগৰৰ পৰা নিলগত, ঠেঙালৰ গাৱঁৰ পৰিবেশৰ মাজত, সংযোগৰ সামান্য সুবিধাকণো নথকা অৱস্থাত দৈনিক কাকত উলিয়াবলৈ লোৱা এই যুগান্তকাৰী সিদ্ধান্তৰ কথা মনত পৰিলে শ্ৰদ্ধাত মূৰ দোঁ খাই যায় । অৱশ্যে অসমীয়া কাকতৰ এই সংগ্ৰামী অধ্যায়ৰ গুৰুত্ব উপলব্ধি কৰাৰ বয়স মোৰ তেতিয়া নাছিল। মই তেতিয়া ষষ্ঠ মানৰ ছাত্ৰ । ১৯৩৫ চনৰ ১২ আগষ্টৰ পৰা শিৱপ্ৰসাদ বৰুৱাৰ উদ্যোগত আৰু নীলমণি ফুকনৰ সম্পাদনাত 'দৈনিক বাতৰি'এ আত্ম প্ৰকাশ কৰে । শিৱপ্ৰসাদ বৰুৱা অসুস্থ হৈ কলিকতালৈ যোৱাত ফুকনে অকলে কিছুদিন যুঁজাৰ মূৰত ১৯৩৭ চনত 'দৈনিক বাতৰি' বন্ধ হল । ('দৈনিক বাতৰি'ৰ প্ৰথম সংখ্যাত উল্লেখ কৰা মতে বছৰেকীয়া বৰঙণি ১০ টকা, মাহে ১টকা আৰু খনে ৬ পাই আছিল । )

সেই সময়ত গোলাঘাটত কলিকতাৰ 'অমৃত বাজাৰ পত্ৰিকা'ৰ প্ৰচলন আছিল । কাকত পঢ়াৰ হেঁপাহ থাকিলেও কিনি পঢ়াৰ আৰ্থিক সামৰ্থ্য মোৰ নাছিল। কিন্তুপ, বাতৰি কাকত পঢ়াৰ উপায় নেথাকিলেও যি কোনো সূত্ৰৰ পৰা যোগাৰ কৰিছিলো । আমাৰ ঘৰৰ কাষতে থকা গুণ ককাৰ ঘৰত লোৱা 'অমৃত বাজাৰ পত্ৰিকা' পঢ়িবলৈ মই নিতৌ গৈছিলো । সেইখন কাকতৰে 'খুড়ো'ৱে যে মোৰ মনত বাহ পাতি লৈছিল, সেই কথাৰ গম ধৰিব পৰা নাছিলো । কিন্তু পৰৱৰ্তী জীৱনত 'দৈনিক অসম'ত কাহুঁদী প্ৰৱৰ্তন কৰি কাহুঁদী-বুঢ়াৰ পৰিকল্পনা

কৰিবৰ সময়তহে মোৰ অৱচেতন মনত ঠাই পোৱা 'খুড়ো'ৰ অস্তিত্বলৈ মনত পৰিল।

## দৈনিক অসমীয়া

'দৈনিক অসমীয়া'ত কাম কৰাৰ সময়ত শিলপুখুৰীত অৱস্থিত নিউপ্ৰেছৰ চৌপাশে এতিয়াৰ কৰ্ম-ব্যস্ততা নাছিল। পথাৰ, কেতবোৰ জুপুৰী আৰু নিৰ্জনতাৰ দ্বাৰা পৰিবেষ্টিত এই প্ৰেছতে দৈনিক অসমীয়াই জীৱন সংগ্ৰাম চলাইছিল। তেতিয়াৰ গুৱাহাটী এতিয়াৰ গুৱাহাটীতকৈ ইমান বেলেগ আছিল যে নিজা কাম শেষ হোৱাৰ পিছত বহুতো কৰ্মীয়ে নিশা ঘৰা-ঘৰি যাবলৈ সাহস চপাই লব নোৱাৰি প্ৰেছতে পেলনীয়া কাগজ পাৰি বাগৰ দি বাকী কেইপৰ পাৰ কৰি দিছিল।

শিলপুখুৰীৰ বৰ্তমান জনবহুল আৰু ব্যস্ত অঞ্চলত থকা মানুহে এইখিনি কথা পঢ়ি আজি সাধুকথা যেন পাব। এই অঞ্চলত তেতিয়া বাটৰ কাষত কেতবোৰ দোকান আছিল। তাৰ মাজত অসমীয়া মানুহৰো দোকান আছিল। কিন্তু এতিয়া এই বাটেদি অহা-যোৱা কৰিবৰ বেলিকা অসমীয়া মানুহৰ দূৰদৃষ্টি আৰু অধ্যৱসায়ৰ অভাৱৰ কথা বাৰেপতি মনলৈ আহে। ভৱিষ্যতৰ দৃষ্টি আগত ৰাখি সংগ্ৰাম কৰিও কিছুমান মানুহে দোকানৰ খোপনি এৰি দিয়া নাছিল যদিও প্ৰায় ভাগ অসমীয়া দোকানীৰ মন ক্ৰমে চেঁচা পৰি গল। যিসকল থাকিল, সেই সকলৰ মাজত স্বৰ্গীয় বাপু বৰদলৈৰ কাপোৰ চিলোৱা দোকানখন বহুত দিনলৈ থকা মনত পৰে।

বাতৰি কাকত উলিওৱাৰ সমস্যাই সেই সময়ত কাকতৰ পৰিচালক মণ্ডলীক জুমুৰি দি ধৰিছিল। নিউজ প্ৰিন্টৰ অনিয়মীয়া আগমনে শ'ল ঠেকত পেলাইছিল। এবাৰ নিউজ প্ৰিন্ট নহা দেখি কাম বন্ধ কৰি ৰাখিব লগীয়া হোৱাত আমি কেইবাজনো উপ-সম্পাদকে কাৰ্য্যালয়ত বোন্দাপৰ দি থকাতকৈ নৱগ্ৰহৰ টিলাত ফুৰিবলৈ গৈছিলো; তেনে অৱস্থাতে চকিদাৰে উধাতু খাই গৈ নিউজ প্ৰিন্ট অহাৰ খবৰ দি আমাক কাৰ্য্যালয়লৈ মাতি অনাৰ কথা আজিও মনত পৰে।

## ৬০ টকাৰে আৰম্ভণি

৬০ টকাৰ আৰম্ভণিৰে আমি সাংবাদিকতাৰ বৃত্তি আৰম্ভ কৰিছিলো।

কামৰ সময়ৰ সীমাবদ্ধতা আমি ৰখা নাছিলো । সুদীৰ্ঘ সময় ধৰি আমি কাম কৰিছিলো । দিনৰ খেপত কাম কৰাৰ উপৰিও নিশাৰ খেপতো মই একেৰাহে প্ৰায় ডেৰ বছৰ কাম কৰাৰ কথা মনত আছে । ৬০ টকাৰে চলিবলৈ টান হোৱাত আমাৰ উপ সম্পাদক কেইজনৰ মাজত হোৱা আলোচনা অনুসৰি সম্পাদক দেৱকান্ত বৰুৱাক নিৰণ ভূঞা আৰু মই লগ ধৰিছিলো । পিছে সম্পাদকে মাত্ৰ এই বুলি বাণী দিলে যে যিবোৰে হাকিম-মুন্সিফৰ নিৰিখৰ দৰমহা পাবলৈ বাঞ্ছা কৰে, তেওঁলোক যাব পাৰে । সাংবাদিকতা ত্যাগ আৰু কষ্টৰ জীৱন বুলিও ক'লে। পিছে পৰৱৰ্তী কালত উভতি চাই দেখিলো যে ইতিমধ্যে মাজ বাটতে সাংবাদিকতাক চাহ এৰা দি সম্পাদক দেৱকান্ত বৰুৱা আন বৃত্তিলৈ গল । কিন্তু নিৰণ ভূঞা মৃত্যুৰ আগলৈকে সাংবাদিকতাতে থাকিল আৰু ময়ো এই বৃত্তিতে লাগি থাকিলো ।

সেই সময়ত কাকতত কাম কৰোতে আমি ভাবাৰ কচৰতো কম কৰিব লগীয়া হোৱা নাছিল । অসমীয়া শব্দ-কোষ তেতিয়া নাছিল । বাংলা ভাষাৰ 'চলন্তিকা'ৰ দৰে পুথি এখনৰ অভাৱ আমি বৰকৈ অনুভৱ কৰিছিলো । অসমীয়া প্ৰতিশব্দ বিচাৰি হাবাথুৰি খাবলগীয়া হৈছিল । প্ৰতিশব্দ বিচাৰি ভাবি-গুণি থাকোতেই ছপাবৰ কাৰণে বাতৰি লিখি পঠোৱাত পলম হয় । ফলত ছপাশালৰ আখৰ সজোৱা কৰ্মচাৰী সকল বহি থাকিব লাগে । সেইদেখি আমালৈ ঘনে ঘনে তাগাদা আহিছিল । শেষত মুদ্ৰক সোনাৰাম বেজে নিজে আহি তাগাদা দিয়াৰ কথাও মনত পৰে ।

প্ৰতিশব্দৰ অভাৱ পূৰাবলৈ আমিয়েই তেতিয়া সম্পাদকীয় মেজত শব্দৰ কমাৰ-শাল বহুৱাই লৈছিলো । নিৰণ ভূঞা, যোগেন শইকীয়া, ৰূপৰাম সূত, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য, পুলিন চাংকাকতি, কমল গগৈ, শক্তি বৰুৱা, প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য, নিত্য মহন্ত আৰু মই কেতবোৰ প্ৰতিশব্দ গঢ়ি 'দৈনিক অসমীয়া'ত ব্যৱহাৰ কৰিছিলো । পিছলৈ সেইবোৰ শব্দকে বাইজেও সামৰি লোৱাত আমি অসীম পৰিতৃপ্তি লাভ কৰিছিলো ।

## তেতিয়া আৰু এতিয়া

সেই সময়ত আমি সন্মুখীন হোৱা কেতবোৰ সমস্যাৰ কথা আজিও মনত পৰে । আজি বাতৰি কাকতলৈ প্ৰকাশৰ বাবে পঠোৱা বাতৰি, চিঠি, প্ৰবন্ধ

আদিৰ প্ৰায় ভাগেই ইমান নিখুঁত অৱস্থাত পোৱা যায় যে তপতে তপতে ছপাবৰ বাবে পঠিয়াই দিব পাৰি ।

তেতিয়াৰ কথা কিন্তু তেনেহৈ সুকীয়া আছিল । আখৰ জোটনিৰ ভুল আৰু ব্যাকৰণৰ ভুল থকাৰ উপৰিও ইংৰাজী আদি শব্দৰ প্ৰয়োগ (হয়তো প্ৰতিশব্দ বিচাৰি নোপোৱাৰ কাৰণে) বৰ বেছি আছিল । সেই দেখি প্ৰবন্ধই হওক, খবৰেই হওক বা চিঠিয়েই হওক- প্ৰায়বোৰ নতুনকৈ লিখি দিব লগা হৈছিল । কিন্তু প্ৰায ৪১ টা বছৰৰ ভিতৰত এই ক্ষেত্ৰত চৌপাশে যি বিৰাট পৰিবৰ্ত্তন ঘটিছে, তাক বাতৰি কাকতৰ জলঙাইদি জুমি চাই বৰ ভাল লাগে ।

মানুহে বা-বাতৰি পঢ়াৰ লগতে সেই বাতৰিৰ আঁত ধৰি তাৰ আঁৰৰ কথাবোৰ অথবা তাৰ তাৎপৰ্য কাকতৰ পিঠিত পঢ়িবলৈ পালে ভাল পায ; অন্যান্য কাকতত তেনে সাময়িক প্ৰবন্ধ নিয়মিত ভাৱে ওলায় । কিন্তু যিছোৱা সময়ৰ কথা ইয়াত আলোচনা কৰিছো, সেইছোৱা সময়ত তেনে প্ৰবন্ধ পাবলৈ বৰ টান আছিল । দুই-এজনে অৱশ্যে তেতিয়াও লিখিছিল । কিন্তু বহুতো বিষয়ৰ সাময়িক প্ৰবন্ধ ছদ্মনাম দি অথবা নাম নিদিয়াকৈ লিখি কাকতৰ কৰ্মী সকলৰ তৰফৰ পৰাই সেই অভাৱ পূৰাবলগীয়া হৈছিল । মহিলাৰ ছদ্মনাম দি মহিলাৰ শিতানতো প্ৰবন্ধ উলিয়াব লগীযা হৈছিল । (শূৰ্পনখা দেৱী আদি বিভিন্ন নাম দি মই নিজেও লিখিব লগীয়া হৈছিল) । আজি কিন্তু আমি পৰম তৃপ্তিৰে স্বীকাৰ কৰিব পাৰিম যে পুৰুষেই হওক বা মহিলাই হওক যি কোনো বিষয়ৰ প্ৰবন্ধ লিখা লোকৰ আজি অভাৱ নাই- প্ৰকাশৰ বাবেহে কাকতৰ ঠাইৰ নাটনি ।

প্ৰতিশব্দ চাহিদাৰ কথা আগতেই উল্লেখ কৰিছো । দৰাচলতে কবলৈ গলে আমাক তেতিয়া প্ৰতিশব্দ বিচৰা ৰাগীয়ে ধৰিছিল । কিতাপ-পত্ৰ খুচৰি শব্দ বিচাৰি তাৰ আলমতে প্ৰতিশব্দ যুগুতাই উলিওৱাটো সাধনা ৰূপে লোৱা হৈছিল। সম্পাদক দেৱকান্ত বৰুৱাই অসমৰ বিভিন্ন বুৰঞ্জীমূলক পুথিৰ পৰাও শব্দ খুচৰি উলিয়াইছিল ; বৰুৱাই অধ্যয়ন-পুষ্ট মনৰ কেঁকুৰিৰ পৰা উলিয়াই অনা শব্দৰ অৱলম্বনতে একোটা নতুন শব্দ যুগুতাই দিছিল । আমাৰ উপ সম্পাদক সকলে কোনোৱে হয়তো সংস্কৃত মূলৰ পৰা কঠিন প্ৰতিশব্দ এটা ব্যৱহাৰ কৰাৰ পৰামৰ্শ দিয়ে; আন এজনে তাৰ বিপৰীতে সহজ অসমীয়া শব্দ এটা আগবঢ়াই দিয়ে। আলোচনাৰ মূৰত বাতিল হৈ হৈ যিবোৰ শব্দ গ্ৰহণযোগ্য হয়গৈ, সেইবোৰকে পিছত পঢ়ুৱৈ সমাজেও গ্ৰহণ কৰাটো পৰিলক্ষিত হৈছিল ।

অৱশ্যে প্ৰতিশব্দৰ চিকাৰ যে অকল কিতাপৰ পাততে হৈছিল এনে

নহয় । মনৰ কেঁকুৰিৰ মাজৰ পৰাও সময়ত শব্দ বিচাৰি উলিয়াইছিলোঁহঁক । তাহানি স্বৰ্গীয় দেউতাই (স্বৰ্গীয় হৰনাথ হাজৰিকা) ব্যৱহাৰ কৰা শব্দ, বেতিয়ৰীৰ পেহীদেৱে ব্যৱহাৰ কৰা শব্দ, গোলাঘাট-দেৰগাওঁত মানুহৰ মুখত শুনা শব্দ, গোলাঘাটৰ বজাৰত পিৰ্যা-পি দি ফুৰা শব্দবোৰৰ মাজত – আনকি তাহানি আমাৰ ঘৰত হাজিৰা কৰিবলৈ অহা বেঙেনাখোৱাৰ চাহ বনুৱা আটোৱাৰীয়ে ব্যৱহাৰ কৰা শব্দৰ মাজতো -- পিছত প্ৰয়োজনৰ বেলিকা ৰহঘৰা বিচাৰি পাইছিলো ।

## গ্ৰুপিং

'দৈনিক অসমীয়া'ত সোমাওঁতে আমি সাংবাদিকতাৰ ন-শিকাৰুহে আছিলো । কিন্তু সেই অৱস্থাতে গুৰু ভাৰ লব লগীয়া হৈছিল । বৃটিছ চৰকাৰৰ সৰ্বনশীয়া গ্ৰুপিং পৰিকল্পনাৰ বিৰুদ্ধে ৰণ-শিঙা বজাবলগীয়া হৈছিল 'দৈনিক অসমীয়াই' । গ্ৰুপিঙৰ আচনিযে অসমক যে সকলো ফালৰ পৰা নিঃশেষ কৰি দিব সেই বিষযে সচেতন কৰিবলৈ আৰু ৰাইজৰ প্ৰতিবাদ মুখৰিত কৰি তুলিবলৈ 'দৈনিক অসমীয়া'ই এটা সৰ্বাত্মক অভিযান চলাইছিল । তেতিয়া অসম জুৰি এটা জাগৰণৰ সৃষ্টি হৈছিল । মূৰকত গান্ধীজীৰ আশীৰ্বাদ-পুষ্ট হৈ গোপীনাথ বৰদলৈৰ নেতৃত্বত চলা অসমৰ প্ৰতিবাদে স্বীকৃতি পালে আৰু বৃটিছৰ প্ৰস্তাব মতে তেতিয়াৰ পূব বঙ্গৰ সৈতে একেটা গোটত সন্নিৱিষ্ট হোৱাৰ সৰ্বনশীয়া ব্যৱস্থা এটাৰ পৰা অসম ৰক্ষা পৰিল ।

## অনাহাৰত মৃত্যু হোৱাৰ বাতৰি

এইখন ভাৰতৰে পৰাধীনতাৰ আমোলত বৃটিছ শাসকে স্পৰ্দ্ধা দেখুৱাই কৈছিল যে গছত পাত থকালৈকে আৰু নাৰীৰ লজ্জা থকালৈকে ভাৰতত দুৰ্ভিক্ষ নহয় । আলোচিত সময়ছোৱাত থকা অসমৰ কংগ্ৰেছ আমোলত শাসকৰ লেতেৰা ৰাজনীতিয়ে বৃটিছ শাসকৰ উল্লিখিত উক্তিৰ প্ৰতিধ্বনি তোলা নাছিল যদিও কিমান তললৈ নামি কেনে কাৰ্য-ব্যৱস্থা লৈছিল, তাৰে এটা অভিজ্ঞতা 'দৈনিক অসমীয়া' কাৰ্যকতত কাম কৰা সময়তে লাভ কৰিছিলো । কামৰূপ জিলাৰ

লাওপাৰা অঞ্চলত আকাল হোৱা আৰু আকালত মানুহৰ মৃত্যু হোৱাৰ খবৰ দিলেহি লাওপাৰাৰ পৰা অহা প্ৰতিনিধি দল এটাই । নাম-ঠিকনা দি লিখিত ভাৱে সকলো কথা জনাবলৈ কোৱাত তেওঁলোকে সেইমতে লিখি দিলে । প্ৰয়োজন হলে নাম দি প্ৰকাশ কৰিলেও আপত্তি নাই বুলি বাতৰিত চহী কৰোতা সকলে ক'লে.। তাৰ ভিত্তিতে পিছদিনা 'দৈনিক অসম'ত লাওপাৰাত অনাহাৰত মানুহৰ মৃত্যু হোৱাৰ বাতৰি ওলাল । কোঁদো বাহুত যেন জুইহে জ্বলিল !

লাওপাৰাত মানুহ অনাহাৰত মৰাটো ডাঙৰ কথা নহয়- অনাহাৰত মৃত্যু হোৱা বুলি প্ৰকাশ পোৱাটোহে ডাঙৰ কথা । কিয়নো এইটো মৰ্যাদাৰ প্ৰশ্ন হৈ উঠিল । পুৰণি 'ডিছেন্ট্ৰী'ত মৃত্যু হোৱা বুলিহে প্ৰমাণ কৰিবলৈ সকলো উঠি-পৰি লাগিল । আঁৰত কি হল নেজানো; দুদিনৰ পিছতে লাওপাৰাৰ প্ৰতিনিধি দলত অহা লোকেই জনাই দিলে যে তেওঁলোকে তেনে বিবৃতি দিয়া নাছিল । কাকতৰ মানুহেহে তেওঁলোকৰ হতুৱাই বলেৰে তেনেকৈ লিখাই লৈছিল । আকাল হোৱাৰ খবৰ তেওঁলোকে পোৱা নাই।

ফলত কাকতখনৰ সমুখত এটা সমস্যাই দেখা দিলে । এই ঘটনাৰ কেইবা বছৰৰো পিছত অৱশ্যে উৰহি গছৰ ওৰ ওলাল । লাওপাৰাৰ বাতৰিটো কাকতত ওলোৱাৰ সময়ত লাওপাৰাত উপপ্ৰতি সমাহৰ্তাৰ (সেই সময়ত অৱশ্যে এইটো শব্দ নাছিল - এছ.ডি.চিহে বোলা হৈছিল) পদত থকা বিষয়া এজনক গুৱাহাটীত লগ পাওঁতে তেওঁৰ পৰা জানিব পাৰিলো যে খবৰটো ওলোৱাৰ পিছত বহুতলৈ বহুত ধৰণৰ সিধা গল আৰু আচল কথাটোৱেই তল পৰিল ।

# খেলৰ বাতৰি

'দৈনিক অসমীয়া'ৰ জীৱন কালত খেল-ধেমালিৰ পয়োভৰ তথা খেল-ধেমালিৰ বিষয়ে সচেতনতা এতিয়াৰ পৰ্যায়ত নাছিল । জজ পথাৰখনেই তেতিয়া খেলৰ থাই ভূমি আছিল । তেতিয়ালৈকে খেলৰ বাতৰিয়ে বাতৰি কাকতৰ পিঠিত থাই ভূমিকা লবলৈ পোৱা নাছিল । খেলৰ বাতৰি গোটাই আনি দিয়া বিশিষ্ট ক্ৰীড়াবিদ পুলিন দাসৰ সৈতে লগ লাগি (আৰু তেতিয়াৰ বিশিষ্ট ক্ৰীড়া সংগঠক কৃষ্ণ দত্ত হাজৰিকাৰ পৰা পোৱা উৎসাহৰ জোৰত) আমি খেলৰ বাতৰি বহলাই প্ৰকাশ কৰাৰ ক্ষেত্ৰত যিবোৰ বাধাৰ সন্মুখীন হৈছিলো, সেইবোৰ কথা আজি

আমোদেৰে মনত পেলাওঁ । প্ৰথম পৃষ্ঠাত প্ৰকাশ কৰাটো দূৰৰ কথা, শেষৰ পৃষ্ঠাত কটকিনাকৈ খেলৰ বাতৰি প্ৰকাশ কৰা স্থানখিনিও অপচয় ঘটোৱাৰ নিদৰ্শন বুলিহে তেতিয়া গুঞ্জন শুনিবলৈ পোৱা গৈছিল ।

অৱশ্যে সাংবাদিকতাৰ পৰৱৰ্তী কালত নিজৰ সম্পাদনাত কাকত উলিয়াওঁতে খেলৰ বাতৰিৰ ওপৰত বিশেষ গুৰুত্ব দিবলৈ সক্ষম হৈছিলো । আনকি প্ৰথম পৃষ্ঠাৰ প্ৰথম শিতানতো খেলৰ বাতৰিয়ে স্থান পাইছিল । বাতৰি কাকতক ৰাজনীতি-সৰ্বস্ব কৰি নোতোলাৰ বাবে চলোৱা সংগ্ৰামে কিমান গুণ দিলে নেজানো, কিন্তু সৰ্বসাধাৰণৰ মানসিকতাৰ ওপৰত সেয়ে এটা প্ৰভাৱ বিস্তাৰ কৰিব পৰাৰ কথা উপলব্ধি কৰিছিলো ।

## দলীয় আনুগত্য

দলীয় আনুগত্য প্ৰদৰ্শন নকৰা আৰু মনে মিলা মানুহৰ গোট গঢ়ি নিজস্ব চুবুৰী গঠন নকৰা সাংবাদিকৰ সাংবাদিক জীৱনত বহুত লাটিঘাটি হয় । মোৰো সেয়ে হৈছিল । অৱশ্যে তাৰ বাবে কোনো খেদ নাই; বৰং নিজস্ব ধাৰা অটুট ৰখাৰ জিদে প্ৰেৰণাহে যোগাইছিল । 'দৈনিক অসমীয়া'ক পূৰ্ণাঙ্গ ৰূপ দিয়াৰ সাধনাত নিজৰ বৰীয়াকৈ সাধ্যমতে বৰঙণি দিয়াটোকে ব্ৰত বুলি লৈছিলো । পিচে মাজতে সেই সময়তে নতুনকৈ গঠিত কে.এম.পি দলৰ (কৃষক-মজদুৰ পাৰ্টি) খলি 'দৈনিক অসমীয়া'তে হোৱা যেন লাগিল । সেই প্ৰসঙ্গ লৈয়েই সৃষ্টি হোৱা এটা বিশেষ বিৰোধক কেন্দ্ৰ কৰি এদিন একাংশ কৰ্মী আৰু সাংবাদিকে ধৰ্মঘট কৰিলে। ধৰ্মঘটৰ হেঁচা সহিব পৰা বয়স 'দৈনিক অসমীয়া'ৰ তেতিয়া হোৱা নাছিল বুলিয়েই ভাবিছিলো আৰু বিবাদৰ নিষ্পত্তিৰ বাবে আন থলো নথকাকৈ নাছিল বুলি বিশ্বাস কৰিছিলো । বিশেষ এটা ৰাজনৈতিক উদ্দেশ্যইহে এই ক্ষেত্ৰত প্ৰাধান্য লাভ কৰা বুলি ভাবি মই অসন্তুষ্ট হৈছিলো । কিন্তু কাকতৰ উপ সম্পাদক হৈ পৰিস্থিতি বোধ কৰা শক্তিৰ অধিকাৰীও নাছিলো । তথাপি অকলে হলেও কাম কৰি পিছদিনা কাকতখন উলিয়াবলৈ সংকল্প লৈছিলো । সেই দিনা এজ্যাল কম্প'জিটাৰেও কাম কৰিছিল; মাত্ৰ সম্পাদনা বিভাগত মই অকলশৰীয়া । স্থানীয় খবৰ সম্পাদনা কৰা, বাতৰি অনুবাদ কৰি শিতান দিয়া, সম্পাদকীয় লিখা, আৰু কাকতৰ চূড়ান্ত শুধৰণি কৰা ইত্যাদি সকলো কাম অকলে দিনে-ৰাতিয়ে কৰি পিছদিনা সময়মতে

কাকতখন উলিয়াবলৈ সক্ষম হৈছিলো ।

# আয়ুস শেষ

অৱশ্যে ইমান হেঁপাহেৰে অত মানুহৰ সমূহীয়া চেষ্টা আৰু কষ্টৰ বিনিময়ত ওলাই থকা 'দৈনিক অসমীয়া'ৰ আয়ুস চমুতে শেষ হৈ গল । স্বাধীনতাৰ আগ মুহূৰ্তত মুছলিম লীগৰ কৰ্ণধাৰ মহম্মদ আলি জিন্নাৰ অসম গ্ৰাস কৰাৰ পৰিকল্পনা ব্যৰ্থ কৰা, বৃটিছ চৰকাৰৰ সৰ্বনশীয়া গ্ৰুপিং আচনিৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰা 'দৈনিক অসমীয়া'ই স্বাধীন ভাৰতৰ স্বাধীনতাৰ সোৱাদ বেছি দিনলৈ লবলৈ নেপালে । হঠাৎ কাকতখন বন্ধ কৰি দিয়া হল । এবুকু নিৰাশা লৈ, সাংবাদিকতাৰ সংগ্ৰামৰ পৰাজিত সৈন্যৰ দৰে আমিও নিউপ্ৰেছৰ তীৰ্থ-ক্ষেত্ৰ স্বৰূপ সেই চাং বঙলাৰ পৰা ওলাই আহিলো ।

তিনিখন অসমীয়া দৈনিক কাকতৰ লগত জন্ম লগ্নৰ পৰাই জড়িত আছিলো । তাৰে প্ৰথমখন হল- 'দৈনিক অসমীয়া' । কাকতখন তিষ্ঠি থাকি যাতে প্ৰতিষ্ঠিত হয়, তাৰ বাবে আমি সকলো প্ৰকাৰে চেষ্টা কৰিছিলো । সময়ৰ হিচাপ নেৰাখি দিনটোৰ বেছি ভাগ সময় অফিচতে কটাইছিলো । এবছৰৰো অধিক কাল একেৰাহে ৰাতিও খাটিছিলো । তথাপি কাকতখন বন্ধ হোৱাত বেদনাত মন বোবা হৈ পৰিছিল । অৱশ্যে কাকতখন নচলা বুলি বা আৰ্থিক পৰিস্থিতিৰ বাবে বন্ধ কৰি দিব লগীয়া হোৱা বুলি বিশ্বাস জন্মা হলে তেতিয়াও মনক কিছু পৰিমাণে সান্ত্বনা দিব পৰা গলহেঁতেন । বন্ধ হোৱাৰ কাৰণ সেয়া নাছিল । সম্পূৰ্ণ বেলেগ কাৰণতহে কাকতখন বন্ধ কৰা হল বুলি তেতিয়া সন্দেহ জন্মিছিল আৰু সেই সন্দেহ আজিও থাকি গল । কিন্তু প্ৰমাণ কৰিব পৰাকৈ কোনো সমল হাতত নাই যেতিয়া অত বছৰৰ মূৰত হাঁকুটিয়াই কাৰণ বিচাৰি উলিয়াবলৈ চেষ্টা কৰাৰ পৰা লাভো একো নহয় । কিন্তু এইটো কথা ডাঠি কব পাৰো যে কাকতখন বন্ধ কৰি দিয়াৰ একো প্ৰয়োজন নাছিল; সেইটো এটা অদূৰদৰ্শী সিদ্ধান্ত আছিল।

'দৈনিক অসমীয়া' বন্ধ হলেও নিউপ্ৰেছৰ চৌহদৰ পৰা সাদিনীয়া অসমীয়া ওলাই থাকিল । সেই সময়তে ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ সৈতে মোৰ প্ৰথম দেখাদেখি হয় । তেতিয়া অসুস্থ অৱস্থাত থকা ৰূপকোঁৱৰে এদিন মোক মতাই নি সাদিনীয়া অসমীয়াৰ সম্পাদকৰ বাব লবলৈ কৈছিল । কিন্তু মই জনাইছিলো যে মই তেতিয়াও সাংবাদিকতাৰ শিকাৰু হৈহে আছো- এনে

অৱস্থাত সম্পাদকৰ দায়িত্ব লৈ কাকতখনৰ স্বাৰ্থ হানি কৰিব নোৱাৰিম ।

'দৈনিক অসমীয়া'ত থকা কালৰ আন কেইটা মান কথা এই প্ৰসঙ্গতে উল্লেখ কৰিলো ।

'দৈনিক অসমীয়া'ত কাম কৰোতে ৰাজনীতিৰ খেল চলা দেখিবলৈ পাইছিলো । এনে খেলৰ খেলুৱৈ দুজন মানে কাকতৰ যোগেদি তেওঁলোকৰ উদ্দেশ্য পূৰণ কৰাৰ বাবে চেষ্টা কৰাও দেখিছিলো । আনহাতে বিভিন্ন ধৰণেৰে চৰকাৰী হেঁচা পৰাটোও পৰিলক্ষিত হৈছিল । সেই পটভূমিতে কাকতৰ কাৰ্যালয়ত কিছু তিক্ত পৰিৱেশৰ সৃষ্টি হৈছিল । সেই পৰিৱেশৰ মাজত নিজৰ গা বচাবলৈ চেষ্টা নকৰি সদায় স্পষ্টবাদী হৈ থকা সহকাৰী সম্পাদক ৰূপৰাম সৃত বৰখাস্ত হব লগীয়া হৈছিল । নৱ বিবাহিত সৃতে ঘৰ ঠিক কৰি পৰিবাৰক গুৱাহাটীলৈ অনাৰ আগ মুহূৰ্তত আচম্বিতে কাম এৰি যাব লগীয়া হোৱা কথাটো মোৰ কাৰণে বৰ বেদনাদায়ক আছিল আৰু এই কথাটো আজিও মনৰ পৰা মুচিব পৰা নাই । 'দৈনিক অসমীয়া'ৰ জীৱন কালৰ আৰু এটা কথা মনত পৰে ; প্ৰশাসনৰ উচ্চ বিষয়াক ৰাজ্যখনৰ ৰাজ্যপাল (অৱশ্যে ৰাজ্যপাল শব্দটো তেতিয়া প্ৰৱৰ্তিত হোৱা নাছিল- লাট বা গৱৰ্নৰ বুলিহে কৈছিল) পতাৰ বাবে তেতিয়াৰ বৃটিছ চৰকাৰে লোৱা ব্যৱস্থাৰ সন্দৰ্ভত নিখিল ভাৰত কংগ্ৰেছে প্ৰতিবাদ জনাইছিল । পিছে সেই সময়তে অসমত জনৈক উচ্চ বৃটিছ বিষয়াক ৰাজ্যপাল পতা সম্পৰ্কে 'দৈনিক অসমীয়া'ত তেতিয়াৰ সহকাৰী সম্পাদক মুনীন বৰকটকীয়ে লিখা সম্পাদকীয়ৰ সুৰ বেলেগ হোৱাৰ কাৰণে সম্পাদক দেৱকান্ত বৰুৱা আৰু বৰকটকীৰ মাজত মতান্তৰ ঘটিল আৰু সেই প্ৰসঙ্গতে বৰকটকীয়ে পদত্যাগ কৰিলে ।

বৃটিছৰ দিনত যি নীতিৰ বিষয়ে কংগ্ৰেছে প্ৰতিবাদ জনাইছিল, পৰৱৰ্তী কালত স্বাধীন ভাৰতত সেই নীতিৰে একনিষ্ঠ সেৱক হৈ পৰিল — অবিভক্ত কংগ্ৰেছ তথা বিভিন্ন নামধাৰী বিভক্ত কংগ্ৰেছৰ হৰ্তা-কৰ্তা বিধাতা সকল । বিষয়া, অৱসৰপ্ৰাপ্ত বিষয়া, গৃহমন্ত্ৰী দপ্তৰৰ বিষয়া তথা এই দপ্তৰৰ লগত প্ৰত্যক্ষ বা পৰোক্ষ ভাৱে জড়িত থকা লোকক ৰাজ্যপাল পতাৰ ফলত ভাৰতৰ 'বুৰক্ৰেচি'ৰ প্ৰতিপত্তি (লগতে দলীয় স্বাৰ্থ পূৰণ কৰাৰ বাবে বিষয়াৰ সমুখত টোপ দাঙি ধৰি বিষয়াক লালায়িত কৰাৰ পয়োভৰ) ইমান বাঢ়িছে যে সেইটো চিন্তাৰ বিষয় হৈ পৰিছে ।

তাৰ চিন স্পষ্ট ভাৱে আমি অসমত দেখা পাইছো । কেইজন মানৰ

বাহিৰে অসমৰ আন সকলো ৰাজ্যপালৰ পদ কেন্দ্ৰীয় গৃহমন্ত্ৰী দপ্তৰৰ বিষয়া বা প্ৰাক্তন বিষয়া অথবা গৃহমন্ত্ৰী দপ্তৰৰ লগত ঘনিষ্ঠ সম্পৰ্ক থকা লোকেই পাই আহিছে ।

'দৈনিক অসমীয়া'ই শ্বিলঙত কাৰ্য্যালয় মুকলি কৰি সেই কাৰ্য্যালয়ৰ দায়িত্ব দি মোক শ্বিলঙলৈ পঠাইছিল । তেতিয়াৰ শ্বিলং এতিয়াতকৈ বহুত বেলেগ আছিল । তেতিয়াৰ পৰিচ্ছন্ন ৰবৰজাৰখন প্ৰায় ২৪ বছৰৰ মূৰত পুনৰ শ্বিলঙলৈ যাওঁতে কিন্তু দেখা নেপালো । সেইখন বৰ বজাৰেৰে আন এটা স্মৃতিয়ে মনত ভুমুকি মাৰেহি । 'দৈনিক অসমীয়া'ৰ শ্বিলঙৰ কাৰ্য্যালয়ত কাম কৰাৰ পিচত পোন প্ৰথম দিনা তলৰ বাটটোৰেদি উঠি গৈ বজাৰত ওলাওঁতে মই তেনেই অবাক হৈ গৈছিলো । বজাৰ বুলিলেই চিঞৰ-বাখৰ শুনিবলৈ অভ্যস্ত হৈ থকা কাণ দুখন সাজু হৈ আছিল । কিন্তু হঠাৎ বজাৰৰ সোঁ-মাজত অতবোৰ মানুহৰ মাজত উপস্থিত হৈ অতিশয় শৃংখলাবদ্ধ এখন বজাৰ ! কথা-বতৰা ইমান নিম্ন সুৰৰ যে নিজান যেনেহে লাগে । মোৰ মনত খেলাইছিল যে বৃটিছে সুদীৰ্ঘ কাল খলি পুতি থাকি এই শৃংখলাৰ ছাপ থৈ গল । পিচে মেঘালয় প্ৰতিষ্ঠা হোৱাৰ পিচত সেইখন বজাৰত সেইটো পৰিবেশ বিচাৰি নেপালো । আমাৰ ভৈয়ামৰ আন বাট-পথৰ দৰে শ্বিলঙৰ বাট-পথবোৰ আগৰ শৃংখলা হেৰাই গল । নিজাকৈ এখন ৰাজ্য হোৱাৰ পিছত শৃংখলাৰ এই অৱনমিত ৰূপ দেখি মন সেমেকি গল ।

## হেমন্ত কুমাৰ গুপ্ত

'দৈনিক অসমীয়া'ৰ শ্বিলঙৰ কাৰ্য্যালয়ত থকা সময়তে কলিকতাৰ 'হিন্দুস্থান ষ্টেণ্ডাৰ্ড' কাকতৰ শ্বিলঙৰ কাৰ্য্যালয়ৰ মুৰব্বী হেমন্ত কুমাৰ গুপ্তৰ সান্নিধ্যলৈ অহাৰ সৌভাগ্য ঘটিছিল । এই প্ৰবীণ সাংবাদিক জন মোৰ গুৰু স্বৰূপ। সাংবাদিকতাৰ শিক্ষা তেওঁৰ পৰা পোৱাৰ বিষয়ে মই আজিও শ্ৰদ্ধাৰে সোঁৱৰো। দুৰ্ঘটনাই অকালতে পৃথিবীৰ পৰা এইজন সাংবাদিকক আঁতৰাই নিয়াত উত্তৰ-পূব অঞ্চলৰ সাংবাদিকতা ক্ষতিগ্ৰস্ত হল । এইজন উদ্যোগী সাংবাদিকে 'হিন্দুস্থান ষ্টেণ্ডাৰ্ড'ত অসমৰ সমস্যা তথা বা-বাতৰিৰ ওপৰত প্ৰাধান্য দিয়াত সফলতা লাভ কৰিছিল । অৱশ্যে কলিকতীয়া কাকতে নিজৰ প্ৰয়োজন মতে অসমৰ বিষয়ে বিকৃত প্ৰচাৰ তেতিয়াও কৰিছিল । কিন্তু তাৰ মাজতো হেমন্ত কুমাৰ গুপ্তৰ

সাংবাদিকতাৰ উজ্বল দিশটো জিলিকি আছিল।

একালত 'হিন্দুস্থান ষ্টেণ্ডাৰ্ড' কাকতে অসমত যথেষ্ট প্ৰসাৰ লাভ কৰিছিল। কিন্তু ব্যৱহাৰিক দিশৰ অন্য তাগাদাত সেইখন কাকতৰ প্ৰকাশ বন্ধ হল; তাৰ ঠাইত 'বিজনেছ ষ্টেণ্ডাৰ্ড', 'ছানডে' আদি ওলাল। কিন্তু 'হিন্দুস্থান ষ্টেণ্ডাৰ্ড'ৰ নিয়মিত পঢ়ুৱৈ সকলে সেইখন কাকতৰ অভাৱত আজিও ৰিঙা ৰিঙা অনুভৱ কৰে।

'দৈনিক অসমীয়া'ৰ শিলঙৰ কাৰ্য্যালয়ৰ দায়িত্বত থাকি কাৰ্য্য নিৰ্বাহ কৰা কালছোৱাৰ ভিতৰতে মই পঠোৱা আৰু 'দৈনিক অসমীয়া' কাকতত প্ৰকাশ পোৱা এটা বাতৰিয়ে তোলপাৰ লগাইছিল। স্বাধীনতা সংগ্ৰামৰ শেষ পৰ্য্যায়ত যোৰহাটৰ জেলত আটক হৈ থকা ৰাজনৈতিক বন্দী সকলৰ ওপৰত পুলিচে অমানুষিক অত্যাচাৰ চলাইছিল। বিশিষ্ট নেতাকে ধৰি বহুতো লোক আহত হল। সেই সম্পৰ্কত প্ৰৱল ক্ষোভ জন্মাত জেল বিভাগৰ মূৰব্বী বিষয়া জনৰ হতুৱাই তদন্ত কৰোৱা হৈছিল। তদন্তৰ প্ৰতিবেদন দাখিল কৰাৰ মূৰতো সেই প্ৰতিবেদন প্ৰকাশ কৰা নাছিল। মই সেই প্ৰতিবেদনৰে নকল এটা যোগাৰ কৰি 'দৈনিক অসমীয়া'ত প্ৰকাশ কৰিবলৈ দিলো। তোলপাৰ লাগিল। প্ৰতিবেদন মোৰ হাতলৈ কেনেকৈ আহিল — সেইটোৱেই প্ৰধান চিন্তা হল। কোন সূত্ৰৰ পৰা পালো, তাৰ খবৰ উলিয়াবলৈ হেঁচা দিয়া সত্বেও মই ভেদ ভাঙি নিদিলো- আজিও নিদিওঁ। গোপনীয়তা ৰক্ষা কৰাৰ অঙ্গীকাৰ কোনো দিনে ভঙ্গ কৰা নাই, আজিও নকৰো। আজি অৱশ্যে সেইবোৰ সূত্ৰ ইহ সংসাৰত নাই। তথাপি অঙ্গীকাৰৰ মিয়াদ সংশ্লিষ্ট লোকৰ মৃত্যুৰ লগে লগে শেষ হল বুলি নেভাবো।

## ৰাজনীতিৰ ডকাত হেৰাই গল

'লাইন প্ৰথা' কাৰ্য্যকৰী কৰা প্ৰসঙ্গ লৈ সেই সময়ত নানান অপ প্ৰচাৰ চলিছিল। বাতৰি কাকততো, ৰাজনৈতিক নেতাৰ মুখতো। এই ক্ষেত্ৰত 'হিন্দুস্থান ষ্টেণ্ডাৰ্ড' কাকতে অসমৰ হকে মাতিছিল। সেই সময়ত অসম বিধান সভাৰ সদস্য সকলো এই প্ৰসঙ্গ লৈ মুখৰ হৈ উঠিছিল। তেতিয়াৰ গোৱালপাৰা জিলাৰ পৰা নিৰ্বাচিত হৈ অহা কংগ্ৰেছৰ ডেকা বিধায়ক শৰৎ চন্দ্ৰ সিংহ তেতিয়া পূব বঙ্গৰ পৰা জাকে জাকে আহি অসমত ছাটি ধৰা পমুৱাৰ সমস্যা লৈ অতিশয়

নিচাৰে ব্যস্ত হৈ আছিল । ৰাজনীতিৰ জখলাই অৱশ্যে শৰৎ চন্দ্ৰ সিংহক নি মূৰকত অসমৰ মুখ্যমন্ত্ৰীৰ আসনতো বহুৱালেগে । কিন্তু মই তাহানি দেখা পোৱা সেইজন ডেকা উদ্যোগী বিধায়ক ৰাজনীতিৰ ডকাত কেতিয়াবাই হেৰাই গল।

পৰবৰ্তী কালত বিদেশী নাগৰিক সংক্ৰান্ত আন্দোলনৰ সময়ত শৰৎ চন্দ্ৰ সিংহই সুকীয়া ৰূপ ধাৰণ কৰিলে । ভোট বেংকৰ স্বাৰ্থৰ বেদীত অসমৰ জ্বলন্ত সমস্যা এটাক পাতলাই দেখুৱাই সিংহই কাৰ্যতঃ বিদেশী অনুপ্ৰবেশকাৰী সকলৰ সপক্ষেহে ওকালতি আৰম্ভ কৰিলে । কিন্তু ১৯৪৬-৪৭ চনত এই একেজন নেতাই অসম বিধান সভাত দিয়া ভাষণ, কংগ্ৰেছৰ সভাত দিয়া ভাষণ, নেতৃবৰ্গৰ আগত পেচ কৰা আৰ্জি সমূহ যদি আজি কোনোবাই পৰীক্ষা কৰি চায়, তেন্তে সিংহৰ এতিয়াৰ বক্তব্যৰ সৈতে কি বিসঙ্গতি দেখা পাব ! তেতিয়াৰ পূৰ্ব বঙ্গৰ পৰা অবিৰাম গতিত আহি থকা মানুহখিনিৰ সম্পৰ্কত সেই সময়ত সিংহই কিয় জেহাদ ঘোষণা কৰিছিল ? তেতিয়াতো ভাৰতৰ বিভাজন ঘটা নাছিল ! মৈমনসিং আদিৰ পৰা অসমলৈ অহা এই সকল লোক তেতিয়াও ভাৰতীয় নাগৰিক হৈয়েই আছিল । ভাষাটো মাত্ৰ আমাৰ পৰা বেলেগ আৰু তেওঁলোক আছিল মুছলমান ধৰ্মাৱলম্বী মানুহ । এনে স্থলত ভাৰতৰে এঠাইৰ পৰা অসমলৈ অহা এইখিনি লোকৰ ক্ষেত্ৰত আপত্তি জনোৱা সিংহই পূব বঙ্গ বিদেশী ৰাষ্ট্ৰ হৈ উঠাৰ পিছত সেই দেশৰ পৰা অহা বিদেশী নাগৰিকৰ ক্ষেত্ৰত তেওঁলোকৰ সপক্ষে ওকালতি কৰিব লগীয়া হল কিয়?

সেই সময়ত ৰাজনীতি মানেই কাৰ্যতঃ সাম্প্ৰদায়িকতাৰ আঁহ ফলা কথা । স্বাধীনতাৰ তথা দেশৰ বিভাজনৰ আগমুহূৰ্তত সাম্প্ৰদায়িকতাৰ বিষ-ভাপে শিলঙকো আবৰি ধৰিছিল । আঁহ ফলা কথাৰে অসমৰ কোনো কোনো জনজাতীয় লোক সমষ্টিক বিভ্ৰান্ত কৰিবলৈ নানান প্ৰচেষ্টা চলোৱা হৈছিল । দিল্লী কলিকতা আদিৰ কাকতত মুছলিম লীগকে ধৰি কেতবোৰ দলৰ ৰথী-মহাৰথীয়ে দিয়া বিভ্ৰান্তিকৰ উক্তিয়ে শিলঙতো তোলপাৰ লগাইছিল । তেনে অসৎ উক্তিৰ বিৰুদ্ধে অসম বিধান সভাত থকা তেতিয়াৰ কেইবাজনো জনজাতীয় বিধায়কে চোকা বিবৃতি লিখি আনি মোৰ হাতত দিয়াৰ কথা আজিও মনত পৰে । সাম্প্ৰদায়িক ৰাজনীতিয়ে অৱশ্যে মূৰকত দেশখনকে টুকুৰা-টুকুৰ কৰিলে । পিছত খণ্ডিত ভাৰতৰ ৰ'দ-কাঁচিয়লিত থিয় দি মনত আশাৰ টুকুৰা এটা পোহনীয়া ছিচাপে ৰাখি থৈছিলো — জানোচা খণ্ডিত ভাৰতৰ দুৰ্গতিয়ে দেশখনৰ পৰা সাম্প্ৰদায়িক ৰাজনীতিক বিসৰ্জন দিয়েই । কিন্তু দেশ টুকুৰা-টুকুৰ হোৱাৰ মূৰতো আৰু পিচত

গান্ধীজীৰ বুকু গুলীয়ে থকা-সৰকা কৰাৰ মূৰতো সাম্প্রদায়িক ৰাজনীতিক ভাৰতৰ বুকুৰ পৰা চিৰকাললৈ নির্বাসিত কৰাৰ সাহস কাৰো মাজত দেখা নগল। সাম্প্রদায়িক ৰাজনীতিয়ে পোহ-পাল পাই থাকিল। সেযে মাথোন মাছ বুলি নেখাই জিজি বুলি খোৱাৰ কায়দা। আদর্শৰ ৰামনামী চেলেং গাত মেৰিয়াই সকলোৱে বেনামীকৈ সাম্প্রদায়িক বিচাৰকে প্রশ্রয় দিলে। নির্বাচন, ভোট বিচৰা কৌশল, নির্বাচনৰ প্রার্থী বাছনি, চাকৰিত নিযুক্তি, পদোন্নতি, মন্ত্রীৰ বাছনি - ইত্যাদি প্রতি পদক্ষেপতে সাম্প্রদায়িকতাই আগভাগ পালে। ফলত যি সমস্যাৰ হাত সাৰিবৰ বাবে দেশখনকে অস্ত্রোপচাৰ কৰিব লগীয়া হল, সেই সমস্যা থাকি গ'ল। বৰং তাৰ তেজ বাঢ়িলহে। নতুন নতুন এঙাচোলা পিন্ধা ভাৱৰীয়াই মঞ্চত বিৰামহীন গতিৰে থিয় দিবলৈ ধৰিলে। ভৱিষ্যতৰ কাৰণে এইবোৰেই হয়তো বিহ গছৰ বীজ হবগৈ। ভাৰতৰ কপালত আৰু কি লিখা আছে কোনে জানে? সময়ৰ কপালৰ কথা নকলোৱেই বা। পংকিল ৰাজনীতিৰ বীজ একালত যি সকলে ৰোপন কৰিছিল সেই সকলেই আজিও সফলতাৰ গৌৰবৰ হাঁহি মাৰিব পাৰিছে। অসমক টুকুৰা-টুকুৰ কৰি কিমানখন ৰাজ্য কৰা হ'ল। আৰু বা কেইখন হয়, তাৰো নিশ্চয়তা নাই। কিন্তু সমস্যাৰ জানো কিবা সমাধান হল? আগতেও হোৱা নাই, এতিয়াও নহয়।

# নতুন অসমীয়া

১৯৪৮ চন । স্বৰ্গীয় ইন্দ্ৰকমল বেজবৰুৱাই আৰু এখন অসমীয়া দৈনিক কাকত- নতুন অসমীয়া- উলিয়ালৈ লয় । সম্পাদক দেৱকান্ত বৰুৱা । উজান বজাৰৰ পৰা কাকতখন ওলাইছিল । আকৌ সাংবাদিকতাৰ লগত জড়িত হৈ পৰিলো । সহকাৰী সম্পাদক ৰূপে মই নিযুক্তি পালো ।

'দৈনিক অসমীযা'ত কাম কৰোতে যি অৱস্থাৰ সন্মুখীন হবলগীয়া হৈছিল, নতুন অসমীয়াত সেই অৱস্থাৰ সন্মুখীন হবলগীয়া নহল । অৰ্থাৎ ইতিমধ্যে এটা পৰিবৰ্তন পৰিলক্ষিত হল । পোনে পোনে ছপালৈ পঠাব পৰা চিঠি-পত্ৰ, বাতৰি আদি পোৱা গল । আগতে বাতৰি পঠাওঁতে এহালিচা মান লিখি পঠায়, তাৰ পৰা নতুনকৈ চমুৱাই মূল কথাখিনি লিখি দিব লাগে । কিন্তু ইতিমধ্যে বাইজৰ মাজত বহুতে বুজি পালে কাকতৰ সীমাবদ্ধতাৰ মাজত কিমান দীঘল কৈ লিখিলে বাতৰি সোনকালে প্ৰকাশ হোৱাটো সম্ভৱপৰ । বাতৰি লিখা ঠাচো বহুতে আয়ত্ত কৰিলে । ভাষাৰ খুতোঁ আগতকৈ কম দেখা গল । প্ৰবন্ধ পাতিৰ যোগানো আগৰ তুলনাত বহুত বেছি হল । প্ৰায় সকলো ধৰণৰ বিষয়ৰ প্ৰবন্ধ পোৱা গল ।

এইখন কাকতত কাম কৰোতে বিভিন্ন সময়ত সহকৰ্মী ৰূপে পাইছিলো সদানন্দ চলিহা, প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য, যোগেশ দাস, বীৰেণ বৰকটকী, শক্তিধৰ বৰুৱা, তিলক হাজৰিকা, যাদৱ ভূঞা, হৰি বৰকাকতি, কমল গগৈ, নিৰেন বৰুৱা, গোলোক গোস্বামী, বিষ্ণু কিংকৰ গোস্বামী, মায়াৰাম তামূলী আদি কৃতী লোক সকলক । তদুপৰি সাময়িক ভাৱে 'ৰামধেনু'ৰ সম্পাদকৰ বাবো লবলগীয়া হওঁতে মহিম বৰা, বীৰেণ বৰকটকী আদিৰ পৰা বিশেষ সহায় সহযোগিতা পাইছিলো ।

# কৃষ্ণ কান্ত ভট্টাচাৰ্য্য

এইখন কাকতত কাম কৰোতে বিশেষ এটা দিন মোৰ কাৰণে সদায় স্মৰণীয় হৈ থাকিব । হাতত জমা হোৱা এদ'ম কাম সোনকালে শেষ কৰো বুলি চপাই লোৱা অৱস্থাতে মানুহজন সোমাই অহাত পেটে-পেটে আমনি পাইছিলো। কিবা খবৰ দিবলগীয়া আছে নেকি বুলি সোধো-নোসোধোকৈ সুধিলো । মানুহজনে

থোৰতে কলে-"খবৰ দিবলৈ অহা নাই; কাকতৰ ছপাশাল চোৱাৰ হেঁপাহতহে আহিলো ।"

লগে লগে মোৰ মনৰ গোমোৱা বতৰটো তেনেহে ফৰকাল হৈ পৰিল। কাষতে আথে- বেথে বহিবলৈ দি 'নতুন অসমীয়া'ৰ সকলো পৰিচয় দিয়াৰ লগতে মেচিন আদি সকলো দেখুৱাই পুনৰ কোঠালৈ আনি বহিবলৈ দিলো আৰু সকলো কথা সুধি-পুচি টুকি ললো ।

সেই জনেই আছিল তাহানিৰ বৃটিছ আমোলত বৃটিছ কৰ্তৃপক্ষক কঁপাই থকা 'আসাম বিলাসিনী' কাকতৰ সম্পাদক স্বৰ্গীয় কৃষ্ণকান্ত ভট্টাচাৰ্য্য । গুৱাহাটীলৈ আহি হেপি ভিল্লাৰ গোবিন্দ চন্দ্ৰ ভট্টাচাৰ্য্যৰ ঘৰত আছিল । পিছত সেইখন ঘৰলৈকে গৈ মই এই প্ৰবীণ সম্পাদক জনক লগ ধৰি নানান তথ্য গোটাইছিলো । স্মৃতিকেই একমাত্ৰ সম্বল ৰূপে বুটলি ৰখা স্বৰ্গীয় ভট্টাচাৰ্য্যৰ টোপোলাত 'আসাম বিলাসিনী' কাকতৰ পুৰণি সংখ্যা কিছুমান আৰু অন্যান্য কেতবোৰ তথ্য তেতিয়াও সযতনে সংৰক্ষিত হৈ আছিল । সেই সকলোখিনিক ভিত্তি কৰি মই তাহানি 'নতুন অসমীয়া'ত স্বৰ্গীয় কৃষ্ণকান্ত ভট্টাচাৰ্য্যৰ বিষয়ে এটা প্ৰবন্ধ লিখিছিলো । মোৰ শ্ৰদ্ধা তৰ্পণে অৱহেলিত হৈ থকা মানুহজনৰ (চাৰে সাত টকা পেঞ্চন পোৱা) প্ৰতি ঋণী হৈ থকা অসমখনৰ ঋণ পৰিশোধ কৰিব নোৱাৰিলেও ব্যক্তিগত ভাবে এইকণকে কৰিবলৈ পাই মই কৃতাৰ্থ মানিছিলো।

সেই প্ৰবন্ধটোকে (নতুন অসমীয়াত ১৯৪৯ চনৰ ১৭ জুলাই তাৰিখে ওলাইছিল) আজি ইয়াতো আগবঢ়ালোঁ ——

"নিশা উজাগৰে থাকি কাম কৰিছিলো- চকুৰ পোৰণি তেতিয়াও অলপ আছে । বিশেষ কাম এটাত পুৱা দহ বজাত অফিচলৈ আহিছিলো -দেখিলো মেজৰ কাষত মানুহ এজন বহি আছে । আমাৰ আকৌ এটা কথা আছে – মুখেৰে যিমানেই বৰ কথা নকওঁ, গাৰ সাজ-পাৰৰ প্ৰতি লক্ষ্য ৰাখিয়েই মানুহৰ ওপৰত গুৰুত্ব আৰোপ কৰাটো আমি এৰিব পৰা নাই । টিকনিলৈকে চুলিবোৰ পকি বগা হৈ পৰিছে; আঠুৰ অলপ তললৈ পৰাকৈ ধুতিখন পিন্ধিছে; গাত এখন খনীয়া; ভৰিত কাপোৰৰ বঙা জোতা এজোৰ । বুঢ়া মানুহজনৰ গাল মুখ সোতোৰা সোতোৰ হৈছে । দুই চকুৰ কাষে কাষে ফেচকুৰি লাগি আছে । সমুখত বহি থকা সেই বুঢ়া মানুহ জনৰ উপস্থিতিত মই একো গুৰুত্ব দিয়া নাছিলো, ভাবিছিলো – কিবা খবৰ দিবলৈ আহিছে । একেটা কথাকে চেপেটা কৰি এবকলা মান কৰ । নিজক ব্যস্ত থকা বুলি দেখুৱাবলৈ ফাইলটো মেলি ললো ।

"বুঢ়া মানুহজনে সুধিলে "সম্পাদক আছে নে নাই ?" প্ৰেছ চাৰলৈ আহিছে বুলি কলে । মানুহজনৰ প্ৰতিবাৰ কথাতে মনৰ দৃঢ়তা প্ৰকাশ পাইছিল। সেইদেখি পৰিচয়টো জানি লোৱাৰ আৱশ্যকতা তেতিয়া উপলব্ধি কৰিলো । ক'লে — নতুনকৈ কাকতখন ওলোৱাত বৰ সন্তোষ পাইছে । বুকুখন এতিয়া পাতল পাতল লাগিছে । সাংবাদিকতা তেওঁবো হেঁপাহৰ বস্তু- নানা আলৈ-আহুকালৰ মাজত তেওঁ নিজেও এসময়ত কাকত এখন উলিয়াইছিল । 'আসাম বিলাসিনী' কাকতখনৰ তেৱেঁই সম্পাদক আছিল । তেওঁৰ নাম কৃষ্ণকান্ত ভট্টাচাৰ্য্য ।

"কথাষাৰে মোৰ মনত যিদৰে ওলট পালট ঘটাই দিলে,তাক আৰু ঢাকি ৰাখিব নোৱাৰিলো । মনৰ উখৰা ভাবটো থিতাতে পমি গল । অকল মোৰেই যে মনৰ সলনি ঘটালে এনে নহয়, সহকৰ্মী যি সকলে মূৰ গুজি খবৰৰ টেলিগ্ৰামৰ ভাঙনি কৰি আছিল, তেওঁলোকৰো হাতৰ কলম হাততে ৰ'ল । আমি তেওঁক বেৰি ধৰিলো । জানিবৰ উগুল থুগুল ভাবটো চোকা হৈ পৰিল ।

"একুৰি পাচঁ বছৰৰ আগতে কালৰ গৰাহত পৰা অসমীয়া বাতৰি কাকতখনৰ কথাবোৰ শুনিবলৈ আমাৰ হেঁপাহ উপচি পৰিল । তেওঁ পুৰণি জগতখন নকৈ চকু ফুৰাই গল । ৮২ৰ ডেওনা চেৰাই যোৱা ভূতপূৰ্ব সম্পাদকৰ লগত আমিও ২৫ বছৰৰ আগলৈ উলটি গলো । এটা এটাকৈ কথাবোৰ সুধি গলো । তেওঁ উত্তৰ দিলে । মাজে মাজে খনীযাৰ আগটোৰে চকুৰ কোণ মুচি লয়; কাৰণ বুঢ়া মানুহ — চকুৰেদি পানী বৈ থাকে ।

# আসাম বিলাসিনীৰ গুৰি কথা

"আউনি আটীৰ স্বৰ্গীয় দত্তদেৱ অধিকাৰ গোস্বামীয়ে স্বৰ্গীয় মাধৱ চন্দ্ৰ বৰদলৈ, স্বৰ্গীয় মাণিক চন্দ্ৰ বৰুৱা আদিৰ যোগেদি কলিকতাৰ পৰা ছপাশাল অনাই 'ধৰ্ম প্ৰকাশ' নাম দি ছপাখানা এটা পাতে । তাৰ পৰাই 'আসাম বিলাসিনী' কাকত ওলায় । সেই সময়ত শিৱসাগৰৰ জিলাধিপতি আছিল- এ.চি. কেম্পবেল । ৰাজনীতি চৰ্চ্চা কৰিছে কিয় বুলি তেওঁ কাকতখন বন্ধ কৰায় । ১৯১১ চনত কৃষ্ণকান্ত ভট্টাচাৰ্য্যাই সেই ছপাশাল কিনি লয় । ১৯১৬ চনত চাকৰিৰ পৰা অৱসৰ পাই পেঞ্চন পোৱাৰ পিছতে তেওঁ নিজৰ সম্পাদনাত আসাম বিলাসিনী পুনৰ উলিয়ায় । আলৈ আহুকালৰ এশ ছকুৰি হেঙাৰ সৰকি ১৯২৪

চনলৈকে কাকতখন চলি আছিল ।

"সুধিলো- গ্ৰাহক কিমান আছিল ? কলে বোলে ২২০০লৈকে গ্ৰাহক হৈছিল । সকলো মহলে কাকতখনৰ প্ৰতি সমানে মৰম দেখুৱাইছিল । "বৃটিছৰ আমোলত বাতৰি কাকত উলিয়াই কেনে পাইছিল বুলি সোধাত হাঁহিবলৈ ধৰিলে। কাপোৰৰ মোনাটো মেজত থৈ কাকতৰ দ'ম এটা উলিয়াই দি কলে - "চোৱা এইবোৰ ।" পুৰণি আসাম বিলাসিনীৰ কেইটামান সংখ্যা আৰু কিছুমান আন কাগজ-পত্ৰ ।

## ২ হেজাৰ টকাৰ জামিন

"প্ৰথমতে চকুত পৰিল জামিনৰ ২হেজাৰ টকা দাবী কৰা জাননী এখন । 'আবকাৰী দোকান নিলাম বিক্ৰী' 'ৰাইজৰ ৰোহ', 'সহযোগিতা বৰ্জন', 'স্কুল-কলেজ কিয় এৰিব লাগে', 'ৰিফৰ্ম গৱৰ্ণমেন্ট'- এই কেইটা সম্পাদকীয় লিখি আইন মতে স্থাপিত চৰকাৰৰ বিৰুদ্ধে ঘৃণাৰ ভাব প্ৰচাৰ কৰিবলৈ চেষ্টা চলাইছে বুলি ভাৰতীয় প্ৰেছ আইনৰ ধাৰা মতে জামিনৰ টকা দাবী কৰিছে ।

"জাননীৰ উত্তৰত ভট্টাচাৰ্য্যই পঠোৱা টোকা ডোখৰৰ নকল এটাও তাৰ লগতে গাঠি থোৱা চকুত পৰিল । তেওঁ নিৰ্ভীক ভাৱে এই বুলি উত্তৰ দিছিল: "জনমতৰ মুখত সোপা দিয়াই প্ৰেছ আইনৰ মূল । যিবোৰ সম্পাদকীয় লিখা বাবে অভিযোগ অনা হৈছে সেইবোৰ হৈছে দেশৰ জাতীয়তাবাদী দলৰ অভিমত। ইযাৰ দ্বাৰা চৰকাৰৰ বিৰুদ্ধে ঘৃণাৰ ভাব প্ৰকাশ কৰা হোৱা নাই । ই মাথোন আমোলাতান্ত্ৰিক আমোলৰ সমালোচনা।

"ভাৰতীয় বাতৰি কাকতে কেৱল ইউৰোপীয় বিষয়া সকলৰ গুণ-গানহে কৰিব লাগে বুলি আৰু ৰাজনৈতিক উন্নয়নৰ প্ৰচেষ্টা মৰিমূৰ কৰিব লাগে বুলি ক'তো বিধান দিয়া নাই ।"

ইয়াৰ পিচত সুধিলো -"সেই সম্পাদকীয় কেইটাত নো কি বুলি লিখিছিল?"

"এখন এখনকৈ 'আসাম বিলাসিনী' আগবঢ়াই দিলে । 'ৰাইজৰ ৰোহ' এই শিতানৰ সম্পাদকীয়টোত ভট্টাচাৰ্য্যই লিখিছিল -"বৃটিছ গৱৰ্ণমেন্টে ভাৰতক শিক্ষা, বাণিজ্য, ব্যৱসায় আদি বিষয় বিলাকত যি ৰূপে শিক্ষা দিলে দেশৰ উন্নতি হয়, সেই দৰে দিয়া হোৱা নাই- বৰং কোনো এটা বিষয়ত উন্নতি হোৱা দেখিলেই

বাধকতাৰ নিয়ম কানুনৰ সৃষ্টি কৰি সেই বাট বন্ধ কৰিবলৈ যত্নৰ ক্ৰটী নকৰে। ......... ভাৰতৰ ৩১ কোটি প্ৰজাক কুকুৰ-মেকুৰীতকৈয়ো অধম ৰূপে যে ব্যৱহাৰ কৰিছে তাক কোনো প্ৰজাই নুবুজা নহয় ।"

"ৰিফৰ্ম গৱৰ্ণমেন্ট"ত তেওঁ নতুন ব্যৱস্থাৰ স্বৰূপ উদঙাই দেখুৱাইছিল। "সহযোগিতা বৰ্জন" - এই সম্পাদকীয় প্ৰবন্ধটো সেই সময়ত সমগ্ৰ ভাৰত বিয়পি পৰা আন্দোলনৰ দাপোন এখন মাত্ৰ । আবকাৰী দোকানৰ বিষয়ে লিখা প্ৰবন্ধত এই বৰ বিহ সোপাই দেশক খুলি খুলি খোৱাৰ কথা ফঁহিয়াই দেখুৱাইছিল।

" সেই সময়ত দেশ জুৰি স্কুল কলেজ এৰি জাতীয় প্ৰতিষ্ঠানবোৰত ছাত্ৰ-ছাত্ৰী সকলে নাম লিখাইছিলগৈ । অসমৰ ছাত্ৰ-ছাত্ৰী সকলৰ সমুখত তাৰে ৰণ-শিঙা বজাই ভট্টাচাৰ্য্যই মত প্ৰকাশ কৰিছিল ঃ "বৰ্তমানৰ শিক্ষাই নিজৰ কি দেশৰ উন্নতি কৰিব নোৱাৰে ।" সকলোবোৰ পঢ়ি চালো । ভট্টাচাৰ্য্যই হুমুনিয়া পেলাই কলে -"কি হ'ব, হাতীয়ে মাখিয়ে কিমান যুঁজিম ? সেইবোৰ জুলুমত পৰিয়েই মূৰকত কাকতখন বন্ধ কৰিব লগীয়া হল ।'

## চোকা সমালোচনা

"সেই সময়ৰ সাংবাদিকতাৰ ঠেক গণ্ডীৰ মাজত থাকিও তেওঁ কাকো শুদাই এৰা নাছিল । তেওঁৰ টোপোলাৰ পৰা ওলোৱা 'আসাম বিলাসিনী'ৰ আন এখিলা পুৰণি পাতত পালো -"এতিয়াও বুৰক্ৰেচিত বিশ্বাস আছেনে ?" এই শিতানৰ সম্পাদকীয় এটা । তাত লিখিছিল "অসমৰ গৱৰ্নৰ ছাৰ নিকলাছ বিটছন বেলে তেওঁৰ শহুৰেকক কাউন্সিলৰ সভাপতি পাতি কিম্বা ভাৰত গৱৰ্ণমেন্টক পাতিবলৈ অনুৰোধ কৰাত সেই অনুৰোধ ৰক্ষা হোৱা বাবে তেওঁৰ মনোৰঞ্জন হবৰ নিশ্চয় কাৰণ হৈছে । দুখীয়া কেৰাণী মহৰীয়ে যেতিয়া তেওঁৰ খাবলৈ নোপোৱা ভাই ভতিজাকক কাম দিয়ে, বগা আমোলাই ক'লা আমোলাৰ ঠেক পৰিচয় পায় । এই কাৰ্যত আমি কি পাম ?"

" প্ৰথম একটিং গৱৰ্নৰ ছাৰ নিকলাছ বিটছন বেলৰ (Beatson Bell) দিনতে গ্ৰেজিং টেক্স আইন গৃহীত হয় । ইয়াৰ তীব্ৰ সমালোচনা কৰি ভট্টাচাৰ্য্যই (বিটছন বেল নামটো সলাই) 'Beast-on-bell' -- এই শিতানত এটা চোকা সমালোচনা লিখিছিল । আসাম বিলাসিনীৰ সম্পাদকৰ কলমৰ খোঁচে কেৱল বগা আমোলাৰে ছাল ফুটোৱা নাছিল । হক কথাৰ বেলিকা ইয়াৰ পৰিসৰ

আৰু বাঢ়িছিল। ভোগদৈ নদীৰ বান্ধ দিবৰ বেলিকা হাত-ভৰিৰে মানুহে খাটনি জুৰি নিজৰ স্বাৰ্থ পূৰণ কৰি অলেখ গাঁৱৰ ৰাইজক নিকাৰ ভোগাবলৈ যো-জা চলোৱা যেন দেখি 'আসাম বিলাসিনী'ৰ পাতত ঘটনাৰ সঠিক ছবি দাঙি ধৰা হল। সেই বাতৰিত পতিয়ন গৈয়েই গৱৰ্নৰ কাৰ চাহাবে ভোগদৈ নদীৰ বান্ধ সম্পৰ্কে তদন্ত কৰিলে। ফলত সদায় পানীত বুৰ গৈ নিকাৰ ভোগ কৰাৰ পৰা ভোগদৈৰ কাষৰীয়া ৰাইজ ৰক্ষা পৰে।

" পুলিচ ইন্সপেক্টৰ টি-এম-হাউৰি চাহাবে ভেটি খোৱা বুলি নিৰ্ভীক ভাৱে তেৱেঁই 'আসাম বিলাসিনীত অভিযোগ তুলিছিল। ইউৰোপীয় বিষয়াৰ বিৰুদ্ধে অনা এনে অভিযোগে তল-ওপৰ লগাইছিল।

" জোৰ যাৰ মুলুক তাৰ — এই নীতিৰে চলা ইউৰোপীয় বিষয়া সকলক দণ্ডিত বান্দৰ নুচুৱাদি নুচুৱাইছিল বিলাসিনীৰ সম্পাদকে। মধু তাঁতী নামে বাগানৰ বনুৱা এজনক বলাৎকাৰৰ জগৰত ইউৰোপীয় জজে এমাহ ফাটকে আৰু ৩০ কোব বেত দিয়াৰ নিৰ্দেশ দিলে। কিন্তু ভট্টাচাৰ্যই কৰ্তৃপক্ষক বিমোৰত পেলালে। তেঁওঁ ভেদ ভাঙি দিলে যে ফাটেক তিনি মাহৰ কম হলে বেত দিব নোৱাৰে। তেনে স্থলত এই বিচাৰ কেনেকৈ হ'বলৈ পালে ?

" ইউৰোপীয় লোকৰ বিষয়ে ওলোৱা বাতৰিবোৰ তেওঁ ইংৰাজীত ছপাইছিল — যদিও কাকতখন অসমীয়াতহে প্ৰকাশ হৈছিল ; কাৰণ তেতিয়াহে ইংৰাজ সকলৰ চকু সেই বাতৰিবোৰৰ ওপৰত পৰিব। এবাৰ এজন চাহাবে ছাঁটোকে বাঘটো যেন দেখিলে। চাহাব জন ট্ৰলীত যাওঁতে সিফালৰ পৰা ৰেলৰ গাৰ্ড এজন আহিছিল। তেওঁকে ডকাইত বুলি ভাবি ট্ৰলী চলোৱা দুজনে থৰ-কাছুটি হেৰুৱাই লৰ ধৰিলে। চাহাবেও ভয়ত পুখুৰীৰ পানীত জপিয়াই কক্‌বকাই থাকিল। কাকতত বাতৰি ওলাল যে চাহাব কিমান ভয়াতুৰ এই ঘটনাই প্ৰমাণ কৰিলে। শেষত সম্পাদক ডেপুটি কমিছনাৰ এলেন চাহাবৰ আগত হাজিৰ হব লগীয়া হৈছিল।

'আসাম বিলাসিনী' বন্ধ হোৱাৰ পিছত ভট্টাচাৰ্যাই মাহেকীয়া ধৰ্মমূলক আলোচনী 'সু-প্ৰভাত' আৰু সাপ্তিনীয়া কাকত 'জননী' প্ৰকাশ কৰে। কিন্তু সাপ্তিনীয়া কাকত খনৰ ৪২ টা সংখ্যা ওলোৱাৰ পিছতে তেওঁৰ মটৰ দুৰ্ঘটনা হয় - ভৰি ভাগি পাটীত পৰি থাকিব লগীয়া হোৱাত এই দুয়োখন কাকত বন্ধ হৈ যায়।

## ব্যক্তিত্বত এভুমুকি

"সাংবাদিকতাৰ ফালটোৰ লগত চিনাকি হৈ ভট্টাচাৰ্যাৰ ব্যক্তিত্বত

এভুমুকি মাৰিলোঁ । তেওঁ একো আমনি পোৱা নাছিল । উঠি অহা বেলিটোৰ ৰেঙণি কোঠালৈ বিয়পি পৰাত আমাৰ ছাটি-ফুটি লাগিছিল । তেওঁ মাজে মাজে খনীয়াৰ আগটোৰে মুখখন বিচি জুৰ পেলাই লয় । একোটা কথাত মাজে মাজে হাঁহিবলৈ ধৰে ।

"ডি-পি-আই কানিংহাম চাহাব যোৰহাটলৈ যাওঁতে সাক্ষাৎ হোৱাৰ কথা ওলাল । কানিংহাম চাহাবে অসমীয়া নেজানে বুলি কোৱাত তেওঁ জোকৰ মুখত চুণ দিয়াদি দিলে । –" শিক্ষা বিভাগৰ বৰমূৰীয়া হৈ অসমীয়া নেজানো বুলি কোৱাটো লাজৰ কথা । অসমীয়া শিকিবলৈ জানো সুযোগ নাই ? প্ৰকৃততে আপোনালোকে অসমীয়াক আওহেলা কৰিছে । "

"বৰমূৰীয়া বিষয়া সকলক লগ ধৰিবলৈ ভট্টাচাৰ্য্যই কেতিয়াও হেলা কৰা নাছিল – তাৰ বাবে ঠেঁটুৰে ধৰা জাৰতো শ্বিলং ওলাইছিলগৈ ।

" সেইবাৰ গৱৰ্নৰ কাৰ চাহাবক লগ ধৰিবলৈ গৈছিল । তেওঁৰ মূৰত পাগুৰি; গাত এৰী চাদৰ; খমখমীয়া মুগা ধুতি । কাৰ চাহাবে এৰী -মুগা কাপোৰ পিটিকি পিটিকি চাই প্ৰশংসা কৰি তৎ নেপালে । ভট্টাচাৰ্য্যই সমিধান দিলে— মুখেৰে গুণ বখানিলে কি হব ? এইবোৰ শিল্প অসমত জহি যাব লাগিছে৷ তাৰ উন্নতি সাধনৰ বাবে কিবা ব্যৱস্থা কৰিছে জানো ? কাৰ চাহাবে 'ছেৰিকালচাৰ' বিভাগৰ কথা কোৱাত তেওঁ উত্তৰ দিলে বোলে সৰহীযা দৰমহা খোৱা বিষয়া এজাক পুহিয়েই শিল্প এটা গঢ় দিব নোৱাৰি ।

"অফিচৰ ভিতৰত থকা মেৰপাকৰ কথাও তেওঁ কাৰ চাহাবৰ কাণ চোৱাই থৈছিল । ছিলেটীয়া কৰ্মচাৰী সকলৰ লগত অসম উপত্যকাৰ ৰাহি-জোৰা কোনো দিনে অহা নাছিল । কিবা ৰাজহুৱা কামত এই উপত্যকাৰ পৰা চৰকাৰক ধন বিচাৰিলে ছিলেটীয়া কৰ্মচাৰী সকলে পাং পাতি পুঁজি উদং হোৱা বুলি দেখুৱাই দিয়ে আৰু তাৰ পিছ মুহূৰ্ত্ততে আন পুঁজিৰ পৰা ধন সংগ্ৰহ কৰি সিটো উপত্যকাৰ কামত খৰচ কৰাৰ বাট মোকলাই দিয়ে । এইবোৰ কথা তেৱেঁই গৱৰ্ণৰৰ কাণ চোৱাই থয় আৰু লগতে চাকৰি-বাকৰিত অসমীয়াই উপযুক্ত স্থান নোপোৱাৰ অভিযোগো তোলে ।

"ভট্টাচাৰ্য্যই যোৰহাট টোলৰ পৰা সংস্কৃত পৰীক্ষাত উত্তীৰ্ণ হৈ এন্ট্ৰেন্স পঢ়ে । এন্ট্ৰেন্সৰ প্ৰথম শ্ৰেণীলৈকে পঢ়াৰ পিছত কাছাৰীত চাকৰি কৰে । ১৯ বছৰ ফৌজদাৰী পেস্কাৰৰ কাম কৰাৰ পিছত চিৰস্তাদাৰ হয় । শিৱসাগৰলৈ বদলি

হোৱাৰ পিছত অসুখত ভুগি ছুটি বিচাৰে । কিন্তু ভাৰতীয় চাকৰিয়ালৰ অসুখ যে হব পাৰে, সেই কথাত পতিয়ন যাবলৈ বৃটিছৰ মুখাফুটা বিষয়া সকল সাজু নহল । তেওঁ শেষত মেডিকেল ব'ৰ্ডত উপস্থিত হব লগা হল । অত' বছৰ সুখ্যাতিৰে চাকৰি কৰি দিয়াৰ বেচ হিচাপে ছুটীৰ সলনি তেওঁ অকামিলা হোৱা বুলি পৰিগণিত হৈ 'ইনভেলিড' পেঞ্চন পালে - ১২ টকা ১১ অনা ।

"অসমৰ সাংবাদিক জীৱনৰ তেতিয়া থাউনি নোপোৱা অৱস্থা । তথাপি 'আসাম বিলাসিনী'য়ে নিৰ্ভীক ভাবে জাতীয় আন্দোলনৰ মন্ত্ৰ বিয়পাই দিছিল । আশা পুহিছিল যে 'আসাম বিলাসিনী'ৰ এই প্ৰবন্ধবোৰক কোনোবাই পুথিৰ আকাৰেৰে ছপাই উলিয়াব । সেয়া এতিয়াও বাস্তৱত পৰিণত হোৱা নাই।

"দুখৰ ভাৰখন এতিয়া গধুৰ হৈ পৰিল । এইবাৰ আলোচনা আৰু অলপ ব্যক্তিগত খাপলৈ নামিল । কলে বোলে এতিয়া দেখুওৱা কাগজ পত্ৰবোৰ টোপোলা বান্ধি আনিছে প্ৰধান মন্ত্ৰী (তেতিয়া মুখ্যমন্ত্ৰীক প্ৰধান মন্ত্ৰী বুলিছিল) বৰদলৈক দেখুৱাবলৈ । এতিয়া যি দুৰ্গতিৰ মাজেদি দিন নিয়াবলগীয়া হৈছে, তাকে বিৱৰি কবগৈ । ১২ টকা ১১ অনা পেঞ্চন লৈ দিন কটোৱা সহজ নহয়। তদুপৰি মাটি-বাৰী বৃটিছৰ দমন নীতিৰ গৰাহত জাহ গল । তাৰো জানো একো সুবিচাৰ নহব ?

"ভট্টাচাৰ্য্যই এতিয়া ৮৩ বছৰত ভৰি দিছে । কিন্তু বুকুৰ জুইকুৰা এতিয়াও দপদপাই আছে । কৰ্তব্যৰ আহ্বানত সঁহাৰি নিদিয়াকৈ থকা নাই । যোৰহাট সংস্কৃত বিদ্যালয়ৰ অধ্যক্ষৰ বাব পৰিছে তেওঁৰ ওপৰতে ।

"আমি অতীতৰ বুকুৰ পৰা উভতি আহিলো । তেওঁ কাগজৰ টোপোলাটো সামৰি ললে । মুখত এমোকোৰা হাঁহি লৈ কলে - বুজিছা ? অথৰ্ব্ব নোহোৱাকৈ কেৱল হেণ্ডপ্ৰেছ ডুখৰিৰেই গৱৰ্ণমেন্টক কঁপাই আছিলো ।

"বুঢ়া গৰাকী উঠি গল । নিশাৰ ঘোপ মৰা এন্ধাৰতো বিজুলি ছাটিয়ে গোটেইখন পোহৰাই দিয়াৰ দৰে মোৰ চকুৰ আগত উদ্ভাসিত হৈ উঠিল – অসমীয়া জীৱনৰ এটা ফাল; নিমিষতে যেন মই বুজিব পাৰিলো – বাৰে বাৰে জীৱন-যুদ্ধত বিপৰ্যস্ত হৈয়ো এমুঠি অসমীয়া জীয়াই থকাৰ গুৰিতে আছিল পুৰণি অসমীয়া চৰিত্ৰৰ মৰিলেও মৰ কামোৰ নেৰা অনমনীয় দৃঢ়তা - যাৰ সাক্ষী এতিয়াও ৮৩ বছৰীয়া বুঢ়া ভট্টাচাৰ্য্যৰ দৰে দুই-চাৰিজনৰ জীৱনত পোৱা যায় ।"

# সংঘাতৰ সন্মুখীন

'নতুন অসমীয়া'ত সংঘাতৰো সন্মুখীন হবলগীয়া হল । সম্পাদক দেৱকান্ত বৰুৱা তেতিয়া কংগ্ৰেছৰ ৰাজনীতিত মূৰ গুজি লাগিল । এম.পি. ৰূপে অৱতীৰ্ণ হোৱা পৰ্বৰ সূচনা হোৱাৰ পৰাই বৰুৱা দিল্লী পাবঁগে লগীয়া হল । সেই দেখি সহকাৰী সম্পাদক (এছিষ্টেন্ট এডিটৰ) ৰূপে থকা সত্ত্বেও মোৰ ওপৰতে বহুত দায়িত্ব পৰিল । সেই সময়তে কংগ্ৰেছৰ সম্পৰ্কত কেতবোৰ চিঠি-পত্ৰ কাকতত প্ৰকাশ পাইছিল । নিৰপেক্ষ কাকত বুলি ঘোষণা কৰা 'নতুন অসমীয়া'ই ৰাজ্যখনৰ বৃহত্তৰ স্বাৰ্থত এইবোৰ চিঠি প্ৰকাশ কৰাটো উচিত বুলি ভাবিছিলো। পিছে পৰিচালক পৰিষদৰ সদস্য ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাই হঠাৎ মৌলে নিৰ্দেশ পঠালে যে কাকতত প্ৰকাশ কৰিবৰ বাবে পঠোৱা সকলো চিঠি ডঃ বৰুৱাৰ ওচৰলৈহে প্ৰথমে পঠাব লাগিব । তাৰ আগতে কোনো চিঠি প্ৰকাশৰ বাবে বিবেচিত হব নোৱৰা এই নিৰ্দ্দেশ মানি লবলৈ মোৰ পক্ষে সম্ভৱপৰ নহল । সেই দেখি তৎকালে পদত্যাগ পত্ৰ দাখিল কৰিলো আৰু এমাহৰ জাননী নিদিয়াকৈ পদত্যাগ পত্ৰ দিয়াৰ কাৰণে তাৰ বিনিময়ত এমাহৰ পাবলগীয়া দৰমহা পৰিহাৰ কৰিলো বুলি জনাই দি কাৰ্যালয়ৰ চৌহদৰ পৰা ওলাই আহিলো । পিছত স্বৰ্গীয় ইন্দ্ৰকমল বেজবৰুৱা মোৰ ওচৰলৈ আহিছিল- কাম এৰি দিয়াৰ কাৰণ কি সুধিবলৈ। মই তেতিয়া কৈছিলো যে মই এৰি আহিলো যেতিয়া পানী ঘোলা কৰি এতিয়া কি লাভ ? 'নতুন অসমীয়া' এৰি থৈ আহিলো যদিও 'নতুন অসমীয়া' গঢ়াত যে মোৰো অংশ আছে সেই কথা মই পাহৰিব নোৱাৰো । এতিয়া 'নতুন অসমীয়া' ভঁৰাৰ অংশীদাৰ মই হব নোৱাৰিম । সেই দেখি এই বিষয়ে মই একো আলোচনা কৰিব নোখোজোঁ । বিশেষকৈ পৰিচালক বৰ্গৰ মাজত মনোমালিন্য গঢ়াৰ অভিপ্ৰায় মোৰ নাই ।

অৱশ্যে কিছু মাহৰ মূৰত (১৯৪৯) 'নতুন অসমীয়া'লৈ মই আকৌ উলটি যাব লগীয়া হল- সেই কাকতৰ সম্পাদক হিচাপে । স্বৰ্গীয় বেজবৰুৱাই সেই প্ৰস্তাৱ আগ বঢ়াওঁতে ভৱিষ্যতে বিবাদৰ থল নেৰাখিবৰ বাবে মই কাকতৰ নীতি আৰু সম্পাদকৰ এক্তিয়াৰ সম্পৰ্কে স্পষ্টভাবে সুধিছিলো আৰু এই ক্ষেত্ৰত সন্তোষজনক সমিধান পোৱাৰ পিছত সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰিছিলো । মনৰ সপোন ৰূপায়িত কৰিবৰ বাবে মই তেতিয়া কাকতখনৰ কাৰণে নিজক উছৰ্গা কৰিলো । এদল সুযোগ্য সহকৰ্মীয়ে মোৰ এই সপোন চৰিতাৰ্থ কৰাত সকলো

প্ৰকাৰে সহায় কৰিছিল আৰু তাৰ বাবে মই সদায় কৃতজ্ঞ । 'নতুন অসমীয়া'ক কেন্দ্ৰ কৰি বিভিন্ন বিষয়ৰ প্ৰবন্ধ লিখাত এচাম লোকে গঢ় লৈছিল আৰু তেওঁলোকে কাকতখনৰ প্ৰতিষ্ঠাৰ বাটত যথেষ্ট সহায় কৰিছিল । এইখন কাকততে কৃতী শিল্পী ত্ৰৈলোক্য দত্তৰ অংকনৰ সহায়ত কাৰ্টুন প্ৰকাশ কৰাৰ ব্যৱস্থাও প্ৰৱৰ্তিত হৈছিল । অকণিহঁতৰ কাৰণে প্ৰকাশ কৰা চ'ৰাটোও বিশেষ ভাৱে উল্লেখযোগ্য আছিল । অকণিহঁতৰ নিষ্ঠাৰ সাধনা তেওঁলোকৰ ৰচনা, ছবি আদিত প্ৰতিফলিত হৈছিল । সেই চ'ৰাত ভাগ লোৱা বহুতো ল'ৰা-ছোৱালী এতিয়া আগশাৰীৰ লিখক,লিখিকা, কবি, চিত্ৰকৰ আদি হোৱা দেখি মন আনন্দত নধৰা হৈছে।

পিচে আলচা কথা সিদ্ধি নহয । মই আগতেই কৈছিলো যে কোনো বিশেষ দলত নথকা বা গোষ্ঠী গঠন নকৰা সম্পাদকৰ পদে পদে বিপদ । নানান স্বাৰ্থৰ হেঁচা মূৰ পাতি লৈ তাৰ বিৰুদ্ধে অকলশৰে যুঁজিব লগীয়া হয় ।

মই কাকতখনৰ সম্পাদক হৈ অহাৰ পিচতে এজন বিশিষ্ট লোকে মোক এটা 'পৰামৰ্শ' দিলেহি । তেওঁৰ বক্তব্য হল ঃ "বিৰিঞ্চি বৰুৱা আপোনাৰ বিৰুদ্ধে লাগিছিল যেতিয়া আপুনি এতিয়া তেওঁক এশিকনি দিয়ক । তেওঁৰ বিৰুদ্ধে ধাৰাবাহিক ভাৱে প্ৰচাৰ আৰম্ভ কৰি দিযক ।"

মই অবাক হৈ তেওঁৰ প্ৰস্তাৱ অগ্ৰাহ্য কৰি মাত্ৰ ইয়াকে কৈছিলো যে বিৰিঞ্চি বৰুৱাৰ লগত মোৰ ব্যক্তিগত বিৰোধ হোৱা নাছিল- সেয়া আছিল, সাংবাদিকতাক লৈ হোৱা বিৰোধহে । সেই দেখি তাক মই ব্যক্তিগত পৰ্যায়লৈ কেতিয়াও অৱনমিত নকৰো । অৱশ্যে তাকে কৰাও নাছিলো । কাকতৰ দায়িত্ব লোৱাৰ পিছতেই মই ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাৰ পৰা প্ৰবন্ধ বিচাৰিবলৈ সহকৰ্মী যাদৱ চন্দ্ৰ ভূঞাক পঠাইছিলো আৰু লগতে কৈ পঠিয়াইছিলো যে, মই প্ৰবন্ধ বিচৰাৰ বাবে ডঃ বৰুৱাই আশ্চৰ্য প্ৰকাশ কৰি কিবা কলে জনাব লাগে যে আমাৰ মাজত সাংবাদিকতাৰ বিৰোধহে হৈছিল- ব্যক্তিগত বিৰোধ নহয় । সেইদেখি প্ৰবন্ধ নিবিচৰাৰ কোনো প্ৰশ্নই উঠিব নোৱাৰে । পিছত ভূঞাই আহি কৈছিল যে ডঃ বৰুৱাই সেই প্ৰশ্ন তুলিছিল আৰু তেৰোঁ সেই মতে উত্তৰ দিছিল ।

পিচে ওপৰত উল্লেখ কৰা ধৰণৰ 'পৰামৰ্শ' দিয়া বিশিষ্ট লোকজনে সেইকথা নিশ্চয় পাহৰা নাছিল । কিয়নো ১৯৫৬ চনত 'নতুন অসমীয়া'ৰ পৰা মোক আঁতৰোৱাৰ ক্ষেত্ৰত এইজন বিশিষ্ট ব্যক্তিয়ে বিশিষ্ট অৱদান যোগোৱাৰ কথা পাছত মই জানিব পাৰিছিলো ।

আৰু এবাৰৰ কথা। উল্লিখিত সেই একেজন ব্যক্তিৰ লগতে আকৌ এবাৰ মুখামুখি হৈছিলো – মই 'নতুন অসমীয়া'ৰ সম্পাদক হৈ থাকোতে। মানুহজনে মোক এটা প্ৰস্তাব দিছিল। এটা বিশেষ সম্প্ৰদায়ক লৈ গঠিত এটা সংগঠনৰ প্ৰচাৰৰ কাৰণে মই কাকতখনত বিশেষ ব্যৱস্থা কৰিব লাগে। তাকে কৰিলে তেওঁ কাকতৰ গ্ৰাহক কিমান হেজাৰ বঢাই দিব, তাকো কলে। মই অৱশ্যে পোনপটীয়া ভাৱে সেই প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিলো।

## অশ্লীল মন্তব্য ?

আন এদিনৰ কথা। সেই একেজন লোকেই এদিন উজান বজাৰত মোক লগ পাই কলে যে দেৱকান্ত বৰুৱা সম্পৰ্কে 'নতুন অসমীয়া'ত অশ্লীল মন্তব্য কৰাৰ বাবে মানুহে বেয়া পাইছে। মই কোনটো মন্তব্য বুলি সোধাত 'আচু কাঠৰ তল পাই শিয়াল ৰঙা হ'ল' বুলি কৰা মন্তব্যৰ বিষয়ে উল্লেখ কৰিলে। কথাটো হল- পশ্চিম বঙ্গৰ বৰ্দ্ধমানত বহা কংগ্ৰেছৰ সভা এখনত ভাষণ দিওঁতে দেৱকান্ত বৰুৱাই উত্তৰ-পূব ভাৰতত বাংলা ভাষা 'লিংগোৱা ফ্ৰাঙ্কা' ৰূপে পৰিগণিত হব লাগে বুলি কৈছিল। সেই মন্তব্যৰ প্ৰতিবাদ কৰা প্ৰসঙ্গতে 'আচু কাঠৰ তল পাই শিয়াল ৰঙা হল' বুলি কাকতত মন্তব্য কৰা হৈছিল। এই মন্তব্যক অশ্লীল বুলি মানি লবলৈ মই সন্মত নহলো।

পিছে সেই শক্তিশালী মানুহজন নিঃচেষ্ট হৈ নেথাকিল। মই কাকতখনৰ অনিষ্ট কৰা বুলি কাকতৰ কৰ্তৃপক্ষলৈ চিঠি আহিল। শেষত মোলৈকো এখন চিঠি আহিল, এজন বৰেণ্য সাহিত্যিকৰ চহীৰে। নামটো উল্লেখ নকৰাকৈ থাকিব পৰা হলে ভাল পালোহেঁতেন। কিন্তু এই বৰ্ণনাৰ স্বাৰ্থতে প্ৰকাশ কৰিবলগীয়া হল। ১৯৪০ চনত গুৱাহাটীত ভৰি দিয়েই যিজনক লগ পাই শ্ৰদ্ধাত শিৰ দোঁৱাইছিলো, যাৰ লগত সুদীৰ্ঘ কাল অতি মধুৰ ব্যক্তিগত সম্পৰ্ক আছিল- সেইজন বিহগী কবি স্বৰ্গীয় ৰঘুনাথ চৌধাৰীৰ চহীত এই চিঠিখন আহিছিল। কিন্তু বিহগী কবিৰ কবিতা, প্ৰবন্ধ আদি কাকতত প্ৰকাশ কৰি এইজন সাহিত্যিকৰ হাতৰ আখৰ মোৰ কাৰণে অতি সুপৰিচিত হৈ পৰিছিল। চিঠিখনৰ চহীটোৰ বাহিৰে বাকীখিনি আখৰ বিহগী কবিৰ নহয়। সেই আখৰখিনিও মোৰ তেনেই চিনাকি এজন সাংবাদিকৰ। মই কাকতখন কিমান বেয়াকৈ চলাইছো তাৰে তালিকা চিঠিখনত দিয়া হল। (এইখন চিঠি আজিও মোৰ হাততে আছে)। মই

অৱশ্যে সেই বৰেণ্য সাহিত্যিক জনলৈ চিঠি এখনত এইবুলি উত্তৰ দিছিলো যে কোনোবাই বিহগী কবিৰ চহীৰ আঁৰ হৈ মোলৈ গুলটি মাৰিব লগীয়া হল কিয়?

ইপিনে কাকতৰ পৰিচালক পক্ষৰ কথা-বতৰাৰ ধৰণো সলনি হোৱা দেখা গল। এবাৰ সম্পাদকীয় স্তম্ভত প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহৰুৰ নীতিৰ সমালোচনা কৰোতে নেহৰুৱে মৰুভূমিৰ উট চৰাইৰ দৰে বালিত মুখ সুমুৱাই বাস্তৱৰ পৰা নিজক আঁতৰাই ৰখা বুলি মন্তব্য কৰা হৈছিল। পৰিচালক সঞ্চালকে মোক মাতি নি কলে যে নেহৰুৰ দৰে সন্মানিত ব্যক্তিৰ ক্ষেত্ৰত এনে মন্তব্য কৰাত বেয়া পাইছে। গোমোৱা বতৰৰ উমান তেতিয়াই পাইছিলো।

অৱশ্যে অন্যান্য উপসৰ্গবো অন্ত পৰা নাছিল। ক্ষমতাত অধিষ্ঠিত দলৰ হেঁচাই 'নতুন অসমীয়া'কো জুমুৰি দি ধৰিছিল। বিভিন্ন ক্ষেত্ৰত ভিতৰি টনা-আজোৰা চলিছিল। কংগ্ৰেছ প্ৰাৰ্থীৰ সপক্ষে পোনপটীয়া ভাবে সম্পাদকীয় স্তম্ভত উল্লেখ কৰাৰ বাবে হেঁচা দিয়া হৈছিল।

আন এটা কথা মোৰ আজিও মনত পৰে। বিধান সভাৰ নিৰ্বাচনী সমষ্টি নিৰ্দ্ধাৰণ কৰা ব্যৱস্থা ৰাজনৈতিক মেৰপাকত সোমোৱাটো পৰিলক্ষিত হৈছিল। সমষ্টিৰ বৃহত্তৰ স্বাৰ্থ ৰক্ষা কৰাতকৈ বিশেষ কেতবোৰ ৰাজনৈতিক স্বাৰ্থ ৰক্ষা কৰাৰ প্ৰৱণতাইহে প্ৰাধান্য লাভ কৰে। এইবোৰ কথা লিখাৰ লগতে মই লিখিছিলো যে সংৰক্ষিত জনজাতীয় সমষ্টি নিৰ্দ্ধাৰণ কৰাৰ বেলিকা বিশেষ কেতবোৰ জনজাতীয় অঞ্চলত জনজাতীয় লোকক বঞ্চিত কৰা হৈছে। এই কথা লিখাৰ পিছতে তপতে তপতে কংগ্ৰেছৰ ৰথমূৰীয়াৰ দল এটাই মোৰ ঘৰলৈ (মই তেতিয়া উজান বজাৰৰ নাট্য মন্দিৰৰ কাষৰ ভাৰা-ঘৰত আছিলো) আহি তৰ্জ্জন গৰ্জ্জন কৰি গল। পিছত হেনো কাকতৰ কৰ্তৃপক্ষকো তেওঁলোকে মোৰ বিৰুদ্ধে নালিচ কৰিছিল।

মোৰ ওপৰত নাৰাজ হোৱাৰ আৰু এটা কাৰণ ওলাইছিল। এবাৰ গুৱাহাটীৰ লাখটকীয়া অঞ্চলত সাম্প্ৰদায়িক অশান্তি এটা হৈছিল। অসমত নোহোৱা -নোপজা এনে এটা ঘটনা গুৱাহাটীত — য'ত অসম মন্ত্ৰীসভাৰ কেইবাজনো মন্ত্ৰীৰ ঘৰ আছিল — কেনেকৈ হবলৈ পালে বুলি প্ৰশ্ন কৰাত একাংশ নেতাই অসন্তুষ্টি প্ৰকাশ কৰি যথাস্থানত তেওঁলোকৰ অসন্তোষৰ কথা জনাইছিল বুলিও গম পাইছিলো।

## সাত দফীয়া চৰ্ত

ইয়াৰ পিছত এদিন কাকতৰ মালিকৰ পৰা সাতদফীয়া চৰ্তযুক্ত চিঠি

এখন পালো । সেই চৰ্ত মতে কংগ্ৰেছৰ বাহিৰে আন দলৰ বাতৰিয়ে কাকতত প্ৰাধান্য পাব নোৱাৰে । খাদ্য সমস্যা আদিৰ বাতৰি বেছি দেখনিয়াৰ কৰি প্ৰকাশ কৰিব নেলাগে । শ্ৰমিকৰ কথা – বিশেষকৈ চাহ-শ্ৰমিকৰ কথা – বেছিকৈ প্ৰকাশ পাব নেলাগে, ইত্যাদি । মই তেতিয়া লিখিত ভাবে জনাইছিলো যে আদিতেই হোৱা আলোচনা ক্ৰমে মোৰ নিযুক্তি -পত্ৰত উল্লেখ কৰা কথাৰ লগত এইবোৰ চৰ্তৰ একো মিল নাই । সেই দেখি এইবোৰ মানি চলাটো সম্ভৱপৰ নহব । যদি মই ওলাই যাব লাগে, তেন্তে কিমান দিনৰ জাননী দিলে সুবিধা হব, সেই বিষয়ে জনাবলৈ কলো ।

যি হওঁক, আঁৰে আঁৰে চলোৱা যুদ্ধখনত প্ৰতিপক্ষৰে জয় হল । তাতে আকৌ নতুন সুবিধা এটাও ওলাল, মালিক পক্ষৰ কাৰণে । বিষয়টো হল- ডিব্ৰুগড়ৰ-অসম মেডিকেল কলেজ সংক্ৰান্ত বিষয় । উল্লেখযোগ্য যে ইয়াৰ আগলৈকে কাকতৰ মুখ্য পৰিচালক সঞ্চালক হিচাপে যিজন আছিল তেওঁ কিছুমান তথ্য আনি মোৰ হাতত দি কলে যে এইবোৰৰ সত্যাসত্য নিৰ্ণয় কৰিবলৈ ডিব্ৰুগড়ত সন্ধান লব লাগে আৰু সত্য হলে কাকতত প্ৰকাশ কৰিব লাগে । ময়ো সেইদৰে সন্ধান লোৱাৰ মূৰত উপযুক্ত ধৰণেৰে কাকতত প্ৰকাশ কৰিলো। তাৰ পিচতে কাকতৰ মুখ্য পৰিচালক সঞ্চালক সলনি হল । নতুন মুখ্য পৰিচালক সঞ্চালকে ডিব্ৰুগড় মেডিকেল কলেজ সম্পৰ্কে মই প্ৰকাশ কৰা কথাখিনিৰ বাবে আপত্তি কৰিলে আৰু জনালে যে মই হেনো ডিব্ৰুগড় মেডিকেল কলেজত থকা তেওঁলোকৰ 'আপোন' মানুহক অপদস্থ কৰিলো ।

ইতিমধ্যে মই 'আচামী' হৈ আছিলোৱেই । এনে অৱস্থাত আঁৰৰ পৰা যি সকলে শৰ জুৰিলে, তেওঁলোকৰ প্ৰচেষ্টাই অচিৰে ফল দিলে । পিছে চৰম আক্ৰমণ ইমান অতৰ্কিতে ইজৰাইলী কমাণ্ডোৰ দৰে চলাব বুলি ভবা নাছিলো।

তেতিয়া 'নতুন অসমীয়া'ৰ কাৰ্যালয় আৰু ছপাশাল চেনিকুঠীতহে আছিল । ১৯৫৬ চনৰ এটা দিন । পুৱা দহমান বাজিছে । সম্পাদকীয় লিখিবলৈ লৈ প্ৰথম পাতটো শেষ কৰিছো মাত্ৰ । এনেতে পিয়নে আহি পিয়ন বহীত চহী কৰি চিঠি এখন বাৰিবলৈ দিলে । চিঠিখন খুলি চাই দেখিলো মোক বৰখাস্ত কৰা হৈছে, সেইদিনাই দুপৰীয়াৰ পৰাই । চিঠিখন জেপত ভৰালো । ড্ৰয়াৰটো খুলি মোৰ সম্পূৰ্ণ ব্যক্তিগত কাকত-পত্ৰ খিনি জেপত ভৰাই ললো । আধা লিখা সম্পাদকীয়টো আৰু কলম জাবৰ পেলোৱা টুকুৰিটোত দলিয়াই দি অফিচৰ পিনে গলো।

সকলোৰে পৰা হাতযোৰ কৰি বিদায় লৈ চেনিকুঠীতে মই থকা ঘৰলৈ উভতি গ'লো। অলপ পিছতে খবৰটো পাই মোৰ ওচৰলৈ প্ৰথমে আহিছিল বয়োবৃদ্ধ কবি, শ্ৰদ্ধেয় দুৰ্গেশ্বৰ শৰ্মা। তেওঁ জীৱনৰ বাটৰ এইবোৰ বাধা বৰ ডাঙৰ বুলি গণ্য নকৰিবলৈ বুজনি দিছিল। লগতে নিজৰ পথৰ পৰা বিচলিত নহবলৈ দিহা দি আৰু মোক আশীবাদ দি এই শ্ৰদ্ধেয় লোকজন গুচি যাওঁতেহে মোৰ মনটো অলপ সেমেকি গৈছিল; কিন্তু সেই আশীৰ্বাদে মোলৈ প্ৰেৰণাও কঢ়িয়াই আনিছিল। তাৰ পিছত আৰু কেইজনমান মোৰ কাষলৈ আহিছিল।

## কোনেও নেমাতিলে

অৱশ্যে এটা কথা আজি মই স্বীকাৰ নকৰি নোৱাৰো। আগতেই উনুকিয়াই থৈছো যে দলভুক্ত আৰু গোষ্ঠীভুক্ত নোহোৱা বাবে মই সদায় বাধাগ্ৰস্ত। কিন্তু এটা বিশ্বাস ৰাখিছিলো যে মই যিহেতু ৰাইজৰ স্বাৰ্থৰ বাহিৰে আন কোনো স্বাৰ্থকে আগ কৰি লোৱা নাই, সেইদেখি আপদে-বিপদে মোক ৰাইজেই তাৰিব। পিছে বিনা জাননীৰে মোৰ এই বৰ্খাস্তকৰণৰ সম্পৰ্কত কোনো প্ৰতিক্ৰিয়া নহল। কোনো সাংবাদিক সংগঠনকে ধৰি কোনো এটা সংগঠনৰ তৰফৰ পৰা প্ৰতিবাদ নজনালে। গুৱাহাটীৰ পৰা ওলোৱা 'সাদিনীয়া অসমীয়া'ই অৱশ্যে নতুন সম্পাদকক ওলগ জনাই সম্পাদকীয লিখিলে ; কিন্তু মোৰ অবৈধ বৰ্খাস্তকৰণৰ বিষয়ে উল্লেখ কৰাৰ প্ৰয়োজনকে অনুভৱ নকৰিলে। আচৰিত কথা যে অসমৰ কোনো কাকতে-পত্ৰই নোলালেও এলাহাবাদৰ এখন কাকতেহে মোৰ অবৈধ বৰ্খাস্তকৰণৰ খবৰটো প্ৰকাশ কৰিব লগীয়া খবৰ বুলি গণ্য কৰি প্ৰকাশ কৰিছিল।

কিন্তু মোৰ অবৈধ বৰ্খাস্তকৰণৰ সম্পৰ্কত বিশিষ্ট আইনজ্ঞ স্বৰ্গীয় ভৱেশ চন্দ্ৰ বৰুৱাই খবৰ নোলোৱাকৈ থকা নাছিল; লগতে আইনৰ কাষ চাপিবলৈ কৈ এই কামত সহযোগ কৰাৰ আশ্বাসো দিছিল। আইনৰ কাষ চাপিবলৈ হলেই টকাৰ প্ৰয়োজন; অথচ মোৰ হাত খালী। পিচে স্বৰ্গীয় ভৱেশ চন্দ্ৰ বৰুৱা আৰু আন কেইজন মানৰ হেঁচাত পৰি কাকতৰ কৰ্তৃপক্ষই তিনি মাহৰ জাননীৰ সলনি মোক তিনি মাহৰ দৰমহা দিলে।

## সংস্থানৰ সংগ্ৰাম

ভাড়া-ঘৰত থকাৰ সমস্যা, নিচেই কম বয়সৰ ল'ৰা দুটাৰ লালন

পালনৰ সমস্যা- ইত্যাদি এশ ছকুৰি সমস্যাৰ দোমোজাত পৰি ১৯৫৬ চনৰ পৰা ১৯৬৫ চনলৈকে মই সংস্থানৰ বাবে সংগ্ৰাম চলাই থাকোতেই গল। সেইছোৱা সময়ত বিবিধ অভিজ্ঞতা লাভ কৰো। খোপনি ৰখাৰ সংগ্ৰামত উৎসাহ যোগোৱা লোক অৱশ্যে পাইছিলো। আনহাতে মোৰ সেই স্থিতিৰ বাবে আমোদ পোৱা লোককো লগ পাইছিলো। এজন বিশিষ্ট লোকে আলিবাটতে লগ পাই মই তেতিয়া কেনেকৈ চলিছো বুলি কেইবাজনো লোকৰ উপস্থিতিতে ৰাজহুৱা ভাবে উপলুঙা কৰি সোধোতে '৪২০'ৰ আশ্ৰয় লৈ চলি আছো বুলি কোৱাত উপস্থিত থকা লোক কেইজনে অট্টহাস্য কৰিলে আৰু সেই মানুহজনে সংকোচৰ ভাব দেখুৱাই সেই স্থান ত্যাগ কৰিলে।

## নিৰ্বাসন

সাংবাদিকতাৰ পৰা মই তেতিযা কাৰ্যতঃ নিৰ্বাসিত। সেই সময়ত পুৰাতত্ত্ব বিভাগৰ কাৰ্যালয়ত হেমৰথ বৰ্মণৰ পৰা উৎসাহ পাই ৪০ টকাৰ বাবে পুৰণি পুথিৰ প্ৰতিলিপি যুগুত কৰাকে ধৰি কিমান যে কাম চপাই লোৱা নাছিলো। সমাজ কল্যাণ ব'ৰ্ডৰ আলোচনীৰ বাবে প্ৰবন্ধ অনুবাদ কৰি দিছিলো। মোৰ সমস্যা দেখি স্বৰ্গীয় উপেন্দ্ৰ চন্দ্ৰ লেখাৰুৱে শ্বিলঙৰ এটা প্ৰতিষ্ঠানৰ জৰিয়তে শিশু গুৰুৰ কিতাপ এখন অনুবাদ কৰাৰ বাবে বন্দবস্ত কৰি দিছিল। পৰিস্থিতিয়ে বাধ্য কৰা বাবে মই বেনামী কামো কৰিব লগীয়া হৈছিল- আনৰ হৈ কেইবাখনো কিতাপ অনুবাদ কৰি দি সংস্থানৰ উপায় উলিয়াইছিলো। একাশৰ 'দৈনিক অসমীয়া' কাকতৰ স্বত্বাধিকাৰী স্বৰ্গীয় তৰুণ কুমাৰ আগৰৱালাই মোৰ 'ফুটুকাৰ ফেন' (মই গীত লিখিব নেজানো; সেই দেখি এইখন কিতাপৰ গীতটো মোক লিখি দিছিল তিলক হাজৰিকাই) আৰু 'হঁচৰি-এ-হাওঁ' নামৰ কিতাপ দুখন ছপাই দিছিল — কিতাপ বিক্ৰী হোৱাৰ পিছত ছপাৰ দাম দিয়াৰ সুবিধা দি (ত্ৰৈলোক্য দত্তই মোৰ কিতাপৰ ছবি বিনা পইচাত আঁকি দি মোৰ উপকাৰ সাধিছিল)। কিতাপ দুখনে সমাদৰ লাভ কৰাৰ কাৰণে মই অৱশ্যে সোনকালে আগৰৱালাৰ সহৃদয়তাৰ মান ৰক্ষা কৰি ছপাৰ খৰচখিনি পৰিশোধ কৰিব পাৰিছিলো।

ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাৰ ভূমিকাৰ কথাও উল্লেখ নকৰিলে দোষে চুৰ। আগতেই কৈছো যে ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাৰ লগত মোৰ যি বিৰোধ

হৈছিল, সেয়া সাংবাদিকতা সম্পৰ্কীয় বিৰোধহে আছিল, ব্যক্তিগত বিৰোধ নহয়। মই 'নতুন অসমীয়া'ৰ সম্পাদক হোৱাৰ পিছত মোৰ কাৰ্যত সেয়ে প্ৰতিফলিত হোৱা দেখিয়েই বোধকৰো ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা আগবাঢ়ি আহিছিল- মোৰ সংস্থানৰ উপায় বিচাৰিবলৈ। ডঃ বৰুৱাৰ চেষ্টাতে সাহিত্য একাডেমিৰ পৰা 'এহেজাৰ এনিশাৰ সাধু' অনুবাদ কৰাৰ সুবিধা পাইছিলো। তদুপৰি ডঃ বৰুৱাৰ চেষ্টাতে আকাশবাণীৰ গুৱাহাটী কেন্দ্ৰত মূৰ গুজিব পাৰিছিলো। অৱশ্যে পেটৰ তাড়নাত মই তেতিয়া সাত খলপীয়া সৰু ল'ৰাৰ লগত একেলগে পৰীক্ষা দি ষ্টাফ আৰ্টিষ্টৰ চাকৰিত সোমাব লগীয়া হৈছিল।

মই আকাশবাণীৰ সম্বাদ বিভাগত ষ্টাফ আৰ্টিষ্ট হিচাপে সোমোৱা কালতে আঞ্চলিক বাতৰিৰ প্ৰথম প্ৰৱৰ্ত্তন হয়। ৰেডিঅ' ৰিপৰ্টৰো প্ৰথম প্ৰৱৰ্তন তেতিয়াই হৈছিল। সাৰিপুত্ৰ আৰু মহামোগ্গলানৰ পুতাস্থি গুৱাহাটীলৈ অনাৰ প্ৰথম ৰেডিঅ' ৰিপৰ্ট ময়েই মৃগেন ৰায়চৌধুৰীৰ সহযোগত পৰিবেশন কৰিছিলো। দিল্লীৰ পৰা এছিষ্টেন্ট নিউজ এডিটৰ এজনক আনি আঞ্চলিক বাতৰিৰ দায়িত্ব দিয়াৰ পিচত মোক আকাশবাণী দিল্লী কেন্দ্ৰত প্ৰশিক্ষণ লবলৈ পঠোৱা হল। পিচত মোক গুৱাহাটীলৈ আনি এছিষ্টেন্ট নিউজ এডিটৰক ঘূৰাই নিলে আৰু ময়েই আঞ্চলিক বাতৰিৰ দায়িত্ব লব লগীয়া হল।

আঞ্চলিক বাতৰিৰ দায়িত্ব বহন কৰি বিবেকৰ দংশনত কেনেকৈ ক্ষত-বিক্ষত হৈছিলো, তাৰ মাত্ৰ এটা উদাহৰণ দিলেই যথেষ্ট হব। ৰঞ্জিত বৰপূজাৰীক অসমৰ ভাষা-আন্দোলনৰ সময়ত পুলিচে কটন কলেজৰ ছাত্ৰাবাসত গুলিয়াই যিদিনা হত্যা কৰিছিল, সেইদিনা গুৱাহাটী তথা সমগ্ৰ অসম তোলপাৰ। গুৱাহাটীত সান্ধ্য আইনো জাৰি কৰিব লগীয়া হৈছিল। কিন্তু আমোলাতান্ত্ৰিক দাসত্বৰ খাৰু পিন্ধি সেইদিনা মই মাত্ৰ এবাৰ বাক্য গুৱাহাটীৰ ঘটনাৰ সম্পৰ্কত সন্ধিয়াৰ আঞ্চলিক বাতৰিত প্ৰকাশ কৰাৰ স্বাধীনতা পাইছিলো- "আজি গুৱাহাটীত সান্ধ্য আইন জাৰি কৰা হয়।"

তাৰ পিছত কেন্দ্ৰীয় লোক সেৱা আয়োগৰ পৰীক্ষা দি প্ৰথম শ্ৰেণীৰ ৰাজপত্ৰিত বিষয়া হিচাপে কেন্দ্ৰীয় সম্বাদ-সেৱাত চাকৰি পাওঁ। আগতে ষ্টাফ আৰ্টিষ্ট হিচাপে বহন কৰা অনিয়মিত দায়িত্ব এইবাৰ নিয়মিত ভাৱে বহন কৰি গুৱাহাটী কেন্দ্ৰৰ আঞ্চলিক বাতৰি বিভাগৰ সকলো ভাৰ লব লগীয়া হল। তেতিয়া বাতৰিৰ ক্ষেত্ৰত গুৱাহাটী কেন্দ্ৰৰ বহুত দায়িত্ব আছিল। খাচী, মিজো, অৰুণাচলী অনুষ্ঠানৰ বাবে বাতৰি যুগুতাব লগীয়া হৈছিল; খাচী অনুষ্ঠানৰ বাবে

ইংৰাজীত বাতৰি যুগুতাই টেলিফোন যোগে শ্বিলং কেন্দ্ৰত যোগান ধৰিব লগীয়া হৈছিল। মিজো আৰু অৰুণাচলৰ অনুষ্ঠান অৱশ্যে গুৱাহাটী কেন্দ্ৰৰ পৰাই প্ৰচাৰ কৰা হৈছিল। চাহ বাগিচাৰ বাবে পৰিবেশন কৰা অনুষ্ঠানৰ কাৰণেও বাতৰি যুগুতাব লগীয়া হৈছিল। ইয়াৰ বাহিৰেও সম্বাদ চলন্তিকা পৰিবেশন কৰাৰ লগতে ইংৰাজী 'টপিক ফৰ টুডে'ৰ অসমীয়া ভাঙনি নিতৌ প্ৰচাৰ কৰাৰ দায়িত্বও লবলগীয়া হৈছিল। ইপিনে প্ৰতিদিনৰ আঞ্চলিক বাতৰিৰ ইংৰাজী অনুবাদ নিতৌ দিল্লীলৈ পঠাব লগীয়া হৈছিল।

ইমানখিনি বোজা লোৱা সত্বেও মই বৰ অসুবিধাৰ মাজত সময় কটাব লগীয়া হৈছিল। এছিষ্টেন্ট নিউজ এডিটৰ হিচাপে সাময়িক ভাবে দিল্লী কেন্দ্ৰত কাম কৰাৰ মূৰত ১৯৬২ চনত চীনে ভাৰতৰ ওপৰত আক্ৰমণ চলোৱাৰ সময়তে মোক গুৱাহাটীলৈ বদলি কৰা হৈছিল। কিন্তু মই ভাৰতীয সম্বাদ সেৱাৰ যি পদ-মৰ্যাদাৰ চাকৰিত আছিলো সেই পদ-মৰ্যাদাৰ পদ তেতিয়া গুৱাহাটীৰ বাবে মঞ্জুৰ হৈ থকা নাছিল। সেই দেখি মই নিম্নতৰ পদ-মৰ্যাদাৰ দৰমহা লৈ থাকিবলগীয়া হোৱাত প্ৰতি মাহে বহুত কম পৰিমাণে দৰমহা পাইছিলো। এই বিষয়ে লিখা-লিখি কৰি থকাৰ মূৰতো দিল্লীৰ পৰা সঁহাৰি পোৱা নাছিলো।

এনে অৱস্থাতে স্বৰ্গীয ৰাধাগোবিন্দ বৰুৱাই উলিয়াব খোজা 'দৈনিক অসম'ৰ সম্পাদকৰ পদ লবলৈ মোক আহ্বান জনালে। সন্মতি জনাই এছিষ্টেন্ট নিউজ এডিটৰৰ পদৰ পৰা অব্যাহতি বিচাৰি আকাশবাণীৰ দিল্লীৰ কৰ্তৃপক্ষৰ ওচৰত পদত্যাগ পত্ৰ দাখিল কৰিলো। তেতিয়াহে দিল্লীৰ গা লৰিল। মোৰ দৰমহাৰ পাবলগীয়া ধনখিনি তুৰন্তে পঠোৱাৰ লগতে সম্বাদ সেৱা বিভাগৰ সঞ্চালক প্ৰধানে টেলিফোন কৰি পদত্যাগ নকৰিবৰ বাবে আহ্বান জনালে। কিন্তু মই সিদ্ধান্ত নসলালো।

# দৈনিক অসম

১৯৬৫ চনত মই মনে বিচৰা কৰ্ম-ক্ষেত্ৰলৈ ঘূৰি আহিবলৈ সুযোগ পালো । নতুন অসমৰ খনিকৰ স্বৰ্গীয় ৰাধা গোবিন্দ বৰুৱাই অসমৰ বিভিন্ন ক্ষেত্ৰত নানান গৌৰৱোজ্জল অৰিহণা যোগাই গল । অসমৰ সম্বাদ-পত্ৰৰ ক্ষেত্ৰতো স্বৰ্গীয় ৰাধা গোবিন্দ বৰুৱা প্ৰাতঃস্মৰণীয় ব্যক্তি । বৰুৱাৰ মানস পুত্ৰ 'দৈনিক অসম'ৰ সকলো পৰিকল্পনা সম্পূৰ্ণ কৰি মোক সম্পাদকৰ দায়িত্ব লবলৈ মাতিলে। ৰেডিঅ'ৰ চাকৰি এৰি ১৯৬৫ চনৰ এক এপ্ৰিলৰ পৰা মই 'দৈনিক অসম'ত যোগ দিলো । কাকতখন যদিও তাৰ কেইবা মাহৰো পিছতহে ওলাইছিল, তথাপি পৰিকল্পিত ভাৱে কাম কৰিবলৈ ভাল পোৱা বৰুৱাই মোক তেতিয়াই নিযুক্তি দিছিল – কাকতৰ সম্পাদকৰ সকলো পৰিকল্পনা আগতীয়াকৈ যুগুত কৰাৰ বাবে।

১৯৫৬-১৯৬৫ চনৰ কালছোৱাত সম্পূৰ্ণ দৰ্শকৰ ভূমিকা লৈ থাকিবলৈ বাধ্য হোৱাৰ সময়ত এটা কথা অৱশ্যে উপলব্ধি কৰিছিলো । কোনো এটা বিষয়ত কিবা এটা লিখিবলৈ কোনেও সেই সময়ত মোক কোৱা নাছিল । কিয় এনে দৰে এঘৰীয়া হৈ পৰিছিলো, সেই কথা আজিও নুবুজিলো । অৱশ্যে ৰেডিঅ'ত চাকৰি কৰা মানে কাৰ্যতঃ কলম নচলোৱাৰ খতো লিখি দিয়াৰ তুল্য । অনুমতি লৈহে লিখিব পাৰি । তাতে ৰেডিঅ'ৰ আমোলাতান্ত্ৰিক যাদুঘৰত সংৰক্ষিত হৈ থকা স্বেচ্ছাতন্ত্ৰৰ চিনাকি আগতেই পাই থৈছো । এটা কথা মনত পৰিছে - এবাৰ সাময়িক পৰ্যালোচনা এটাত ডঃ ছীংমেনৰী সম্পৰ্কে কৰা মন্তব্য এটা কাটি দি ষ্টেচন ডিৰেক্টৰে মন্তব্য কৰিছিল যে আন্তঃৰাষ্ট্ৰীয সম্পৰ্কত বাধাৰ সৃষ্টি কৰিব পৰা তেনে কথা প্ৰচাৰ কৰিবলৈ দিব নোৱাৰি । সেই দেখি এই বাটেদি আগবঢ়াৰ প্ৰশ্নই নুঠে। অৱশ্যে ছদ্মনাম দি কিবাকিবি লিখি চোৰাং চিকাৰত নমাৰ প্ৰবৃত্তিও নহল । কিন্তু মনৰ ভিতৰত খোচা-বিন্ধা কৰি থকা কিছুমান কথা পোহৰৰ মুখলৈ অনাৰ মানসেৰে কেতবোৰ নাটক লিখিছিলো আৰু সেইবোৰ আকাশবাণী যোগে প্ৰচাৰিত হৈছিল । তেনে নাটকে মনক জীপ দিছিল যদিও ১৯৬৫ চনত দৈনিক অসমৰ সম্পাদক হোৱাৰ পৰা আকাশবাণীৰ বাবে নাটক লিখাটোও বন্দ পৰিল।

যুগৰ পৰিবৰ্তনৰ লগে লগে বহুত কথাই সলনি হল । দেশৰ স্বাধীনতাই বহুতো বন্ধ খিৰিকি খুলি দিলে । কিন্তু অল ইণ্ডিয়া ৰেডিঅ' তথা আকাশবাণী 'এনাক্ৰনিজিম' হৈয়েই থাকি গল । স্থিতাৱস্থা, দানৱীয় আমোলাতন্ত্ৰ আৰু ঘূণে ধৰা ৰক্ষণশীলতাৰ মেৰঘৰ হৈ আকাশবাণীয়ে স্বাধীন ভাৰতৰ

'সমাজবাদী' ধ্যান-ধাৰণাৰ বাহক ৰূপে কেনেকৈ কাৰ্য-নিৰ্বাহ কৰিব -সেইটো সঁচাকৈয়ে সাঁথৰ । প্ৰচাৰৰ এনে এটা শক্তিশালী গণ মাধ্যম আমাৰ সম্পদৰ ঠাইত অন্তৰায় হৈ পৰিল । ভাৰতৰ বোবা বেদনাই প্ৰকাশৰ দেৱালত মূৰ খুন্দিয়াই তপস্যা কৰিয়েই কটাব লগীয়া হ'ল ।

## জনজাতীয় নীতি

জনজাতীয় লোকৰ ক্ষেত্ৰত অনুসৰণ কৰা নীতিয়েই এহাতে যেনেকৈ জনজাতীয় ৰাইজৰ কল্যাণ সাধন কৰাৰ বাটত হেঙাৰ হ'ল, তেনেকৈয়ে ভাৰতৰ মূল প্ৰবাহৰ পৰা জনজাতীয় ৰাইজক আঁতৰাই ৰখাৰ ক্ষেত্ৰতো সেই নীতিয়েই ক্ষতিকৰ বৰঙণি যোগালে । তাহানি 'নতুন অসমীয়া'ত সম্পাদক ৰূপে থকাৰ সময়তে গুৱাহাটীত ৰাজ্য চৰকাৰে ট্ৰাইবেল-হোষ্টেল পতাৰ প্ৰস্তাৱ লওঁতে সম্পাদকীয় স্তম্ভত লিখিছিলো যে ট্ৰাইবেল ছাত্ৰক আছুতীয়াকৈ ট্ৰাইবেল হোষ্টেলত ৰাখি ঘাই সুঁতিৰ পৰা নিলগীয়া কৰাটো ক্ষতিকৰ নীতি হ'ব । ট্ৰাইবেল ছাত্ৰ-ছাত্ৰীক মাচুল ৰেহাই, থকা-মেলাৰ খৰচ ৰেহাই দিয়া, বৃত্তি দিয়া, কিতাপ-পত্ৰৰ খৰচ যোগোৱাকে ধৰি সকলো সা-সুবিধা দিয়ক । কিন্তু ট্ৰাইবেল হোষ্টেল পাতি নিলগীয়াকৈ ৰখাটো অনুচিত । পৃথক হোষ্টেলে মূৰকত পৃথক ৰাজ্যৰ বীজ সিঁচিব বুলি যি কথা লিখিছিলো – সেয়ে শেষত সত্য হ'লগৈ ।

বৃটিছৰ দিনৰ জনজাতীয় নীতিকে ভাৰত চৰকাৰে শিলৰ খুটি যেন জ্ঞান কৰি যি ভুল কৰিলে, সেই ভুলৰ মাচুল আমি এতিয়া ভৰিব লগীয়া হৈছে । আচৰিত কথা যে প্ৰাক্তন প্ৰধানমন্ত্ৰী স্বৰ্গীয় জৱাহৰলাল নেহৰুৱেও জনজাতীয় নীতি ৰচনা কৰাৰ ক্ষেত্ৰত বিশ্বস্ত ভাৰতীয় এজনক বিচাৰি নেপালে । তাহাবৰ দেশৰ এজনকহে বাছি ল'লে । সেইজন লোকৰ —— ডঃ ভেৰিয়াৰ এলউইনৰ —— পাণ্ডিত্যৰ সম্পৰ্কত অৱশ্যে কোনো প্ৰশ্নই উঠিব নোৱাৰে। কিন্তু তেওঁ দিহা দিয়া জনজাতীয় নীতিয়ে দেশৰ স্বাৰ্থত কিমান খিনি সহায় কৰিলে, সেই বিষয়ে প্ৰশ্নৰ অৱকাশ সদায় থাকি যাব ।

## লৰাব নোৱাৰে

অসমৰ ডুখৰীয়া কাকতে অৱশ্যে সৰ্বভাৰতীয় নীতিৰ ক্ষেত্ৰত প্ৰভাৱ

পেলাব নোৱাৰে। কিন্তু ৰাজ্যখনৰ বাইজে নিৰ্বাচিত কৰা প্ৰতিনিধিৰে গঠিত ৰাজ্য চৰকাৰৰ গা বাতৰি কাকতে লৰাব নোৱৰাৰ দেখাৰ উদাহৰণ পোৱা যাব। প্ৰায় ডেৰ কুৰি বছৰৰ আগৰ কথা। গুৱাহাটী নগৰ তেতিয়া বাঢ়িবলৈ ধৰিছে। তেতিয়াই এইখন নগৰৰ পৰিকল্পিত উন্নয়নৰ পোষকতা কৰি 'নতুন অসমীয়া'ৰ সম্পাদকীয়া স্তম্ভত নলা-নৰ্দমাৰ পৰিকল্পিত উন্নয়নৰ কাম ততালিকে হাতত নল'লে আগলৈ সেয়ে সমাধান কৰিব নোৱৰা সমস্যা হ'বগৈ বুলি কোৱা হৈছিল। উদ্যান, খেল-পথাৰ, বাট-পথৰ পৰিকল্পনা আদিৰ বিষয়ে সঁকীয়াই দিয়া হৈছিল। লগতে এই কথাও সঁকীয়াই দিয়া হৈছিল যে গুৱাহাটীৰ চৌপাশে থকা গছ-গছনি, পাহাৰ আদি কাটি খাস্তাং কৰিলে ভৱিষ্যতে ভূমি-স্খলনে গুৰুতৰ সমস্যাৰ সৃষ্টি কৰিব। কিন্তু সেইবোৰ কথালৈ কাণ কৰোতা কোনো নোলাল। আজি এজাক বৰষুণ দিলেই গুৱাহাটী মহানগৰী পানীৰে উপচি পৰে। অকল পানীয়ে নহয়, পাহাৰ আদিৰ পৰা কঢ়িয়াই অনা খোকা আৰু বালিয়ে নলা-নৰ্দমা, বাট-পথ সকলো পুতি পেলায়। আজি অবাক দৃষ্টিৰে কৰ্তৃপক্ষই সেইবোৰ চাই থাকিব লগীয়া হৈছে। অথচ কোনোবা কাহানিয়েই আহোম ৰজা সকলৰ দূৰদৰ্শী পৰিকল্পনাকাৰীয়ে পাহাৰ আৰু গছ-গছনিৰ আৱেষ্টনীৰ মাজত এনেবোৰ বিপদৰ পৰা আঁতৰি ৰাখিব পৰাকৈ গুৱাহাটীক গঢ়ি তুলিছিল। কিন্তু আজিৰ বিধাতা সকলে সেইবোৰ পাহাৰত বেদখল চলিবলৈ দিলে। কিছুমান পাহাৰ কাটি শেষ কৰিলে, কিছুমান গছ-গছনি কাটি টকলা কৰি পেলালে। পাহাৰবোৰতকৈ সেইবোৰৰ বালি, মাটি আৰু শিলবোৰৰ প্ৰয়োজনেহে বাঢ়িল। চৰকাৰ আৰু একাঠি চৰাহে হ'ল। বস্তি-উন্নয়ন আঁচনিৰ নামত নৱগ্ৰহ পাহাৰৰ টিঙত ঘৰ সাজি বস্তিৰ মানুহক (গৰু-গাড়ী, ঘোঁৰা গাড়ী, ৰিক্সা, ঠেলা আদি সহ) পাহাৰৰ টিঙলৈ স্থানান্তৰ কৰাৰ নিচিনা উদ্ভট পৰিকল্পনাও এইখন গুৱাহাটীতে লোৱা হ'ল। ফলত আজিৰ এই দুৰ্দশা।

'নতুন অসমীয়া'ত থকাৰ কালতে ১৯৫০ চনৰ বৰ ভুঁইকপে অসমক থকা-সৰকা কৰি গ'ল ভুঁইকপে সকলো সংযোগ এনেদৰে বিচ্ছিন্ন কৰি দিলে যে বাতৰি কাকতে ভুঁইকঁপৰ ক্ষয়-ক্ষতিৰ আচল ছবি দাঙি ধৰোতেই বহুত দিন লাগিল। অসমৰ সংযোগ ব্যৱস্থাৰ দৈন্যৰ স্বৰূপটো সেই সময়তে অতি নিকৰুণ ভাৱে প্ৰকাশ পালে। অসমৰ প্ৰতি থকা চিৰন্তন অৱহেলাৰ আৰু এটা নিদৰ্শন এই প্ৰসঙ্গতে পোৱা গ'ল। ইমান ডাঙৰ ভুঁইকপ এটাই পাহাৰ, নদীৰ তলি, সমতল অঞ্চল আদিৰ যিমানবোৰ পৰিবৰ্তন সাধি সমস্যাৰ পোৱালি মেলাৰ বাট ভুলিয়াই গ'ল, সেইবোৰৰ বিষয়ে পৰৱৰ্তী কালত নিষ্ঠাপূৰ্ণ অন্বেষণ আৰু গৱেষণাৰ তৎপৰতা দেখা পোৱা হলে আমাৰ আজিৰ সংকট হয়তো লাঘৱ কৰিব পৰা গ'লহেঁতেন।

অসমৰ কাকতত লিখিলেও 'দিল্লী হনুজ দূৰ অস্ত' সূত্ৰৰ লৰচৰ নহয়।

# পেন্দোৰাৰ বাকচ

ৰাজ্য পুনৰ গঠন আযোগ গঠিত হওঁতে অসমত 'পেন্দোৰাৰ বাকচ' খোল খাই গল। অসমৰ ৰাজ্যক্ষেত্ৰ বিভিন্ন অজুহাত দেখুৱাই গ্ৰাস কৰাৰ নিগাজী চেষ্টা এটা তাহানিৰে পৰা চলি আহিছে। আনহাতে অসমৰ ভিতৰতো নতুন পৰিচযৰ অৱতাৰণা কৰি সুকীয়া ৰাজ্যৰ দাবী তুলি ৰাজনৈতিক দবা খেলো চলি আছিল। ৰাজ্য পুনৰ গঠন আযোগৰ পট্ৰলে তেনেবোৰ মহলক অতিশয় তৎপৰ কৰি তুলিলে। ৰাজ্যৰ বাহিৰৰ আৰু ভিতৰৰ তেনেবোৰ প্ৰযাসৰ বিৰুদ্ধে 'নতুন অসমীয়াই' ৰণ-শিঙা বজাব লগীযা হৈছিল। কাকতখনৰ তথ্যবহুল প্ৰচাৰে সেই সময়ত জনমতৰ গাত বল যোগোৱাৰ উপৰিও প্ৰতিপক্ষক প্ৰতিহত কৰাতো যথেষ্ট সহায কৰিছিল। সেই সমযত সেইখন যুঁজৰ বাবে সাজু হবলৈ সহকৰ্মী সকলৰ পৰা, সচেতন ৰাইজৰ তৰফৰ পৰা অপূৰ্ব সহযোগিতা লাভ কৰাৰ কথা আজিও মনত পৰে।

ৰাজ্য পুনৰ গঠন আযোগক কেন্দ্ৰ কৰি যিজাক ধুমুহা বলে সেই ধুমুহাই মাৰলি উৰুৱাই নিনিলে যদিও পিচত দেখা গল যে তাৰ ফলতে ৰৰঘৰ উৰুখি গল। অসমৰ বিভাজনৰ ৰক্তবীজ ৰোপিত হল। মনৰ সুকীয়া সুকীয়া চুবুৰীয়ে ৰাজনীতিৰ ঠিকাদাৰ সকলক নতুন নতুন ঠিকা উলিয়াই দিলে। অসমৰ ৰাজনৈতিক বা-বতাহ অতিশয় বিষাক্ত হৈ পৰিল। ৰাজ্যখনৰ ৰাজনীতিত বদনৰ অভাৱ কোনো সময়তে নাছিল। সেই সময়ত অসমীয়া বদনে উপ-ঠিকাদাৰী কৰি সেইসকল ঠিকাদাৰক সহায় কৰিলে। ৰাজ্যৰ বাহিৰৰ কেতবোৰ মহলেও বিভিন্ন স্বাৰ্থৰ তাগাদাত পৰি এনে এটা 'লবী' গঠন কৰিলে —যি কেন্দ্ৰকো সৈমান কৰিব পৰা হল। ৰাজ্য পুনৰ গঠন আয়োগো পূৰ্ব-ধাৰণা লৈয়েই অসমলৈ আহিছিল বুলি সন্দেহ হয় এই কাৰণেই যে চৰ্দাৰ কে-এম-পান্নিকৰৰ নেতৃত্বত অহা আয়োগে অসমৰ সাংবাদিকৰ তৰফৰ পৰা বিশিষ্ট সাংবাদিক হৰেন্দ্ৰ নাথ বৰুৱাৰ নেতৃত্বত যোৱা সাংবাদিকৰ দলটোক দুই মিনিট মান বক্তব্য শুনিয়েই বিদায় দিছিল।

ইতিমধ্যে নগা পাহাৰক ফালি নিওঁতে অসম চৰকাৰ আৰু অসমীয়া বিষয়াৰ গাত দোষ জাপি দি তেওঁলোকক আচামী কৰা হৈছিল । কিন্তু নগালেণ্ড নাম দি সুকীয়া ৰাজ্য গঠন কৰাৰ মূৰতো দেখা গ'ল যে সমস্যা য'তে আছিল তাতে থাকিল । ৰক্ত-ক্ষয়, ধন-ক্ষয় আদি একোৱেই নগালেণ্ডৰ কৰ্কট ৰোগ নিৰাময় কৰিব নোৱাৰিলে । মেঘালয়, মিজোৰামক ফালি নি সুকীয়া গোট কৰাৰ বেলিকাও সেই একে পন্থাকে লোৱা দেখা গ'ল । অসমৰ দুৰ্বল নেতৃত্বৰ অসাৰতা দিনৰ পোহৰৰ দৰে ওলাই পৰিল । কেন্দ্ৰৰ 'অসম বিশেষজ্ঞ' বৰমূৰীয়া সকলে সেই সময়ত প্ৰকাশ কৰা 'সকলো জনাৰ' মনোভাৱে আমাক অবাক কৰি দিছিল। ধাৰণা হৈছিল যে দবা খেলৰ চাল পাতিয়েই থোৱা হৈছে — মাত্ৰ খেলুৱৈ মকৰল কৰিলেই হ'ল । খেলুৱৈও যোগাৰ হ'ল । মাৰ্কিন যুক্তৰাজ্যৰ ৰাষ্ট্ৰদূতৰ পদৰ পৰা আনি 'অসম-বিশেষজ্ঞ' ৰূপে অসমৰ ৰাজ্যপালৰ পদত বহুৱাই বি-কে নেহৰুৰ হতুৱাই অসমৰ বিভাজন সম্পাদন কৰোৱাৰ পিছত 'বিশেষজ্ঞ'ৰ কাম নেথাকিল। সেই দেখি ৰাজ্যপালৰ পদৰ পৰা লণ্ডনৰ হাই কমিছনাৰৰ পদলৈ তেওঁক লৈ যোৱা হ'ল।

আজি আমি উভতি চালে কি দেখিম ? মেঘালয় ৰাজ্য গঠিত হোৱাৰ আগতে যি অসম-বিৰোধী আৰু অসমীয়া-বিৰোধী পৰিবেশ ৰচনা কৰি তাকে মূলধন কৰি লোৱা হৈছিল , সেই মূলধনে আজিৰ মেঘালয়ক কিবা মুনাফা দিছেনে? পাতৰ তলৰ লাওৰ দৰে আঁৰত থাকি শোষণৰ বাঘ-জৰি ধৰা সকলৰ বিৰুদ্ধে সেইখন মেঘালয় আজি জাঁকি উঠিব লগীয়া হৈছে কিয়?

## শক্তিশালী 'লবী'

এটা কথা এতিয়া স্পষ্ট হৈ উঠিছে যে অসমৰ বিভাজনৰ জৰিয়তে প্ৰতিটো গোটকে শক্তিহীন কৰি তুলি কোনো এটা মহলক একচ্ছত্ৰী কৰি তোলাৰ গোপন পৰিকল্পনা ইয়াৰ মাজত আছিল । এটা শক্তিশালী 'লবীয়ে' সেই লক্ষ্যত উপনীত হোৱাৰ বাটত পদে পদে কেন্দ্ৰীয় চৰকাৰক সেও মনাব পাৰিলে আৰু অসমৰ দুৰ্বল নেতৃত্বকো নাকত ধৰি চাকত ঘূৰাব পাৰিলে ।

## অলিখিত অনুশাসন

সচেতনতা আৰু সুস্থ মানসিকতাৰ দ্বাৰা পৰিচালিত হোৱা লোকৰ

দ্বাৰা উলিওৱা কাকতত কাম কৰাৰ যি তৃপ্তি লাভ কৰিব পাৰি, সেইখিনি লাভ কৰিছিলো 'দৈনিক অসমত' কাম কৰি । বাতৰি কাকতৰ স্বত্বাধিকাৰী আৰু সম্পাদকৰ কৰ্তৃত্বৰ মাজৰ সীমা ব্যাকৰণৰ সূত্ৰ নিৰ্দ্ধাৰণ কৰি দিয়াৰ দৰে দি থোৱা নাই । সেইদেখি বিভিন্ন ক্ষেত্ৰত বিভিন্ন পথৰ অনুগামী হোৱা দেখা যায়। কিন্তু সচেতন আৰু সাম্প্ৰতিক ধ্যান-ধাৰণাৰ সৈতে পৰিচিত স্বত্বাধিকাৰীয়ে নিজৰ দৈনন্দিন আচৰণৰ দ্বাৰা এখন অলিখিত অনুশাসনৰ চনদ লিখি থয় আৰু সেয়ে সম্পাদকক নিজৰ গণ্ডীৰ ভিতৰত সম্পূৰ্ণ নিশ্চিন্ত কৰি ৰাখে । জীৱনৰ সকলোখিনি 'দৈনিক অসমৰ' বাবে উছৰ্গা কৰিবলৈ সেয়ে মোক প্ৰেৰণা দিছিল। এটা মুহূৰ্তও যোৱা নাছিল – যেতিয়া মই 'দৈনিক অসম'ক মোৰ তৃতীয় সন্তান ৰূপে গণ্য কৰা নাছিলোঁ । দলীয় ৰাজনীতি আৰু গোষ্ঠী গঠনৰ পৰা আঁতৰত থাকি, ব্যক্তিগত স্বাৰ্থসিদ্ধিৰ আহিলা ৰূপে কাকতখনক ব্যৱহাৰ নকৰি সাধ্যমতে সাংবাদিকতাৰ শুদ্ধতা ৰক্ষা কৰিবলৈ আত্মনিয়োগ কৰিছিলোঁ । সেইদৰে সভা-সমিতি আদিৰ লগত ব্যক্তিগত ভাৱে জড়িত হোৱাৰ পৰাও নিজক বিৰত ৰাখিছিলোঁ – যাতে নিৰবিছিন্ন ভাৱে অকল কাকতখনৰ মাজতে নিমগ্ন থাকিব পৰা যায় । বাতৰি কাকতৰ সম্পাদক এবাৰ বাহিৰ ওলালেই সেই গতি সাধাৰণতে বাহিৰমুখী হয় । তাৰ ফলত কাকতৰ স্বাৰ্থহে হানি হয় ।

তিনিখন দৈনিক অসমীয়া কাকতৰ লগত জন্মলগ্নৰ পৰা জড়িত আছিলোঁ — জীৱনৰ বিয়লি বেলাত এতিয়া নতুন এখন কাকতত নিজৰ সৰ্বস্ব ঢালি দিব পৰা বয়স আৰু শাৰীৰিক সামৰ্থ্য নাই । তথাপি এসময়ত প্ৰায় ৮০ হেজাৰলৈকে গ্ৰাহকৰ সংখ্যা থকা অসমীয়া কাকতৰ স্থিতিলৈ চাই ভৱিষ্যতৰ এচেৰেঙা পোহৰৰ উম লোৱাৰ আশা কৰিব পাৰিছোঁ ।

## কাকতৰ সমস্যা

সেইবুলি অসমীয়া কাকতৰ সমস্যাৰ অন্ত পৰা নাই । নিউজপ্ৰিণ্ট, ছপাশালৰ সা-সজুলি —— এইবোৰৰ সমস্যা আছেই । তাতে আকৌ সংযোগৰ সমস্যা। দিনটোৰ কাকতখন দিনটোৰ ভিতৰতে এটা যুক্তিসংগত সময়ত সৰহ ভাগ ঠাইতে পাব পৰা ব্যৱস্থা আজিও নহলগৈ । সংযোগৰ সুবিধাৰ পৰা

সম্পূৰ্ণৰূপে বিচ্ছিন্ন হোৱা হৈইত কাকতৰ প্ৰৱেশ প্ৰায় নিষিদ্ধ। আনহাতে কেনা লগা সংযোগ ব্যৱস্থাই বিদ্যমান হৈইত দৈনিক কাকতক সাদিনীয়া কাকতৰ শাৰীলৈকে নিছে। বিমান সেৱাৰ সা-সুবিধাৰ শ্ৰুতিমধুৰ চৰকাৰী ভাষণহে শুনিবলৈ পোৱা যায় --- কাৰ্যক্ষেত্ৰত শোকোটা তিতা। ন্যস্ত স্বাৰ্থৰ প্ৰভাৱ ইমান বেছি যে বিমান সেৱায়ো নিতৌ বৰঝাৰ বিমান কোঠৰ পৰা অসমীয়া বাতৰি কাকতৰ টোপোলা কটিযাই নি বিভিন্ন হৈইত দিয়াৰ ব্যৱস্থা কৰিব নোৱাৰে। ৰাজ্যৰ বাহিৰৰ সকলো কাকত নিতৌ কঢ়িযাই অনা বিমানে নিতৌ বৰঝাৰ স্পৰ্শ নকৰে। যি কেইদিন স্পৰ্শ কৰে, সেই কেইদিনতো কেতিয়াবা বিমানৰ বোজা বেছি বুলি কৈ কাকতৰ টোপোলা নিনিয়ে। এই অবিচাৰৰ বিষয়ে কাকতে পত্ৰই লিখাৰ মূৰতো আৰু সংসদৰ মজিযাতো এই প্ৰসঙ্গ উত্থাপিত হোৱাৰ মূৰতো-- তদুপৰি সংশ্লিষ্ট মন্ত্ৰীয়ে সংসদত ইযাৰ প্ৰতিকাৰৰ স্পষ্ট আশ্বাস দিয়া সত্ত্বেও — ইণ্ডিয়ান এযাৰ লাইনছে ন্যস্ত স্বাৰ্থৰ হকেহে কাম কৰি আছে আৰু মন্ত্ৰীৰ আশ্বাসক তেনেই মূল্যহীন কৰিছে।

দৰাচলতে উত্তৰ-পূব অঞ্চলৰ বিমান সেৱা উন্নত কৰা আৰু সুচল কৰি তোলাৰ বাবে বৰঝাৰত সুকীয়া কেন্দ্ৰ কৰি সমগ্ৰ অঞ্চলটোত বিমানৰ চলাচল কৰোৱাৰ ব্যৱস্থা বৰঝাৰৰ পৰাই কৰোৱা হলে সমগ্ৰ অঞ্চলটোৰ বহুত উপকাৰ হʼলহেঁতেন। কিন্তু শক্তিশালী চক্ৰ এটাৰ বিৰুদ্ধে যুঁজি এনে ব্যৱস্থা কৰাৰ সাহস বোধকৰো কেন্দ্ৰীয় চৰকাৰৰ কোনো দিনে নহব।

## বিজ্ঞাপন-প্ৰসঙ্গ

অসমীয়া কাকতৰ বিজ্ঞাপনৰ সমস্যাই এতিয়া অৱশ্যে চেহেৰা সলাইছে। কিছু বছৰৰ আগলৈকে স্থানীয় উদ্যোগ আৰু ব্যৱসায় প্ৰতিষ্ঠান নিচেই কম আছিল। অন্ততঃ বিজ্ঞাপন দি ব্যৱসায়িক স্বাৰ্থ পূৰণ কৰাৰ প্ৰয়োজনীয়তা বোধ কৰা প্ৰতিষ্ঠান কম আছিল। এতিয়া অৱস্থাৰ বহুতখিনি পৰিবৰ্তন ঘটিছে। ৰাজ্যৰ বাহিৰৰ প্ৰতিষ্ঠানৰ পৰাও অধিক বিজ্ঞাপন আহিবলৈ ধৰিছে। কিন্তু চৰকাৰী বিজ্ঞাপন বেনামীকৈ অনুগ্ৰহ বিতৰণৰ আহিলা ৰূপে ব্যৱহৃত হোৱাৰ উদাহৰণো আছে। আঙুলিৰ মূৰত লেখিব পৰা গ্ৰাহক থকা কাকতৰ ভাগত পৰা

চৰকাৰী বিজ্ঞাপনৰ সংখ্যা আগশাৰীৰ দৈনিক কাকতক দিয়া বিজ্ঞাপনতকৈ বহুত বেছি হোৱাৰ উদাহৰণ আছে। বিজ্ঞাপন দিয়া-নিদিয়া, বিজ্ঞাপন কৰ্তন কৰা, বিজ্ঞাপনৰ পাওনা ধন আটক কৰি হেঁচা দিয়া — এইবোৰ আওপকীয়া ৰাজনীতি খেলি অসমৰ বাতৰি কাকতক বইত পেলোৱাৰ চেষ্টা কৰাৰ কথা ব্যক্তিগত অভিজ্ঞতাৰ পৰাই জানো। 'দৈনিক অসম' এনে ধৰণৰ বহুত লেঠাত পৰিছিল। তদুপৰি এবাৰ কংগ্ৰেছৰ বৰমূৰীয়া, সৰ্বভাৰতীয় জনৈক নেতাই মোক সম্পাদকৰ পদৰ পৰা আঁতৰোৱাৰ চৰ্ত বিজ্ঞাপন দিয়া কথাৰ লগত সাঙুৰি দিব খোজাত স্বৰ্গীয় ৰাধাগোবিন্দ বৰুৱাই সেই প্ৰস্তাৱ প্ৰত্যাখ্যান কৰাৰ কথাও জানো।

বিজ্ঞাপন নীতিৰ স্পষ্টতা নথকাৰ বাবে (অসমত হ'ব লগীয়া) চাকৰি, ঠিকা আদিৰ বিজ্ঞাপন অসমৰ কাকতত নুলিয়াই অসমৰ বাহিৰৰ কাকতত প্ৰকাশ কৰাৰ উদাহৰণো পোৱা যাব।

## শক্তিশালী চক্ৰৰ কাৰ্য্য

'দৈনিক অসম'ৰ দিনতে 'ফেডাৰেল' আচনিৰ প্ৰস্তাৱ উত্থাপিত হৈছিল যদিও ৰাইজ আৰু বাতৰি কাকতৰ সমবেত প্ৰতিবাদে সেই প্ৰচেষ্টা ব্যৰ্থ কৰিলে। অসমৰ ক্ষেত্ৰত সুস্পষ্ট ভাৱে এটা কথা ওলাই পৰিছে যে ক'ৰবাত এনে এটা শক্তিশালী চক্ৰই স্থিতি লৈছে– যিটো চক্ৰই ৰাজ্যখনৰ প্ৰকৃত স্বাৰ্থৰ বিপৰীতে গৈ কেতবোৰ অদ্ভুত পৰিকল্পনা আগবঢ়ায়। 'ফেডাৰেল' আচনি, অসমৰ বিভাজন আদি বিভিন্ন ক্ষেত্ৰত তেনে উপলব্ধিয়েই হয়। দিল্লী আৰু অসমৰ একোটা বিশেষ বিষয়া-চক্ৰ – বিশেষকৈ দিল্লীৰ গৃহমন্ত্ৰী দপ্তৰৰ এটা চক্ৰ —- এনেবোৰ বিষয়ত বেছ সক্ৰিয় বুলি ধাৰণা হয়। আন ৰাজ্যৰ ইচ্ছা-আকাংক্ষাৰ কথা দিল্লীৰ দৰবাৰ পোনপটীয়াকৈ পায়গৈ। কিন্তু অসমৰ প্ৰায় সকলোবোৰ কথাই কেন্দ্ৰীয় গৃহমন্ত্ৰী দপ্তৰৰ চালনিৰে চালি-জাৰি চোৱাৰ পিছতহে পৰৱৰ্তী পৰ্যায় পায়গৈ। গৃহমন্ত্ৰী দপ্তৰৰ লগত জড়িত থকা পদাধিকাৰীক অসমলৈ ৰাজ্যপাল আদিৰ পদলৈ পঠোৱাটো যেন এটা অলিখিত অনুশাসনহে। ১৯৮১ চনলৈকে ধৰা এটা হিচাপৰ মতে অসমলৈ ৰাজ্যপাল ৰূপে পঠোৱা সকলৰ ভিতৰত মাত্ৰ ৩ জনহে প্ৰত্যক্ষ বা পৰোক্ষ ভাৱে কেন্দ্ৰীয় গৃহ দপ্তৰৰ লগত জড়িত থকা লোক নাছিল। তাৰে

এজনৰ কাৰ্যভাৰ লোৱাৰ আগতে মৃত্যু হয় ।

# উত্তৰ-পূব পৰিষদ

অসম এইদৰে ত্ৰিশংকুৰ দৰে থাকিব লগীয়া হোৱা কাৰণেই ৰাইজৰ প্ৰতিবাদ, বাতৰি কাকতৰ প্ৰতিবাদ – এই সকলোবোৰ নেওচি উত্তৰ-পূব অঞ্চলৰ বাবে উত্তৰ-পূব পৰিষদৰ নিচিনা ব্যৱস্থা এটা জাপি দিয়াটো সম্ভৱপৰ হ'ল । ভৌগোলিক, সামৰিক আৰু ৰাজনৈতিক দিশৰ পৰা অতিশয় গুৰুত্বপূৰ্ণ স্থিতিত থকা হিমাচল প্ৰদেশ, পঞ্জাব আৰু হাৰিয়ানা ৰাজ্যৰ বাবে এনে এখন উত্তৰ-পশ্চিম পৰিষদ গঠন কৰি দিয়াটো সম্ভৱপৰ হলহেঁতেন নে বা তেনে উদ্যোগ হাতত লবলৈ দিল্লীৰ বিধাতা সকলে সাহস চপাই ল'ব পাৰিলেহেঁতেন নে ? ইমান দূৰলৈ যোৱাৰ কথাই নাই, বিভিন্ন ৰাজ্যৰ মাজত সমন্বয় ৰক্ষা কৰাৰ বাবে আঞ্চলিক ভিত্তিত গঠন কৰা পৰিষদ বোৰেই দেখোন মৰি ভূত হ'ল!

উত্তৰ-পূব পৰিষদ গঠন কৰাৰ সময়ত অসমত ক্ষমতাত অধিষ্ঠিত থকা কংগ্ৰেছ দলে পোনতে উত্তৰ-পূব পৰিষদ গঠন কৰাৰ বিৰোধিতা কৰিছিল যদিও পিছত ওপৰৰ পৰা কল টিপি দিয়াত অসমৰ দুৰ্বল নেতৃত্বই কেন্দ্ৰৰ হেঁচাৰ ওচৰত সেও মানিলে । উত্তৰ-পূব পৰিষদৰ যোগেদি শ্বিলঙত আমোলাতান্ত্ৰিক কাৰেং ৰচনা কৰি এটা সমান্তৰাল চৰকাৰ কাৰ্যতঃ চলোৱা হৈছে — যি উদাহৰণ ভাৰতৰ আন কোনো ৰাজ্যত নাই । এই ব্যৱস্থা আইন তথা সংবিধানৰ লগত সঙ্গতিপূৰ্ণ হৈছে নে নাই, তাৰ বিচাৰো লোৱা হোৱা নাই ।

উত্তৰ-পূব পৰিষদ উপদেষ্টামূলক হ'ব বুলিহে আশ্বাস দিয়া হৈছিল । কিন্তু এতিয়া দেখা গ'ল যে উত্তৰ-পূব অঞ্চলত ৰাজ্যবোৰৰ স্বায়ত্ত শাসনৰ সীমা পৰিষদে অতিক্ৰম কৰিছে । এই পৰিষদৰ বৈঠকতে আৰু পৰিষদৰ অন্তৰ্ভুক্ত কেইখনমান ৰাজ্যৰ বিধান সভাতো এই সম্পৰ্কত প্ৰকাশ্যে প্ৰতিবাদ জনোৱা হৈছিল ।

উত্তৰ-পূব পৰিষদ গঠন কৰি ৰাজ্যপাল জনক যি স্থিতিত ৰখা হ'ল, তেনে স্থিতি ভাৰতৰ আন কোনো ৰাজ্যপালৰে নাই । এটা সময়ততো উত্তৰ-পূব পৰিষদৰ অন্তৰ্ভুক্ত আটাইবোৰ ৰাজ্য আৰু কেন্দ্ৰীয় শাসিত অঞ্চলৰ ৰাজ্যপাল

মাত্র এজনহে আছিল । বিকেন্দ্রীকৰণৰ ধ্বনিৰে ভণ্ডামি কৰা দেশৰ ভাগ্য-বিধাতা সকলে এনেদৰে কেন্দ্রীভূত কতৃর্ত্বৰ ব্যৱস্থা কৰি প্রশাসনৰ কি উন্নতি সাধিলে, সেই সাঁথৰ কোনেও ভাঙিব নোৱাৰে ।

অৱশ্যে সুদীর্ঘ কালৰ হেঁচাৰ মূৰত এজন ৰাজ্যপালৰ সেই এদনীয়া কতৃর্ত্বৰ অৱসান ঘটাই একাধিক ৰাজ্যপালৰ ব্যৱস্থা কৰা হ'ল । পূর্বৰ ব্যৱস্থাৰ অধীনত চলা এটা প্রসঙ্গৰ কথা এই সন্দর্ভত উল্লেখ নকৰি থাকিব নোৱাৰিলোঁ। অসম-মেঘালয় বা নগালেণ্ড-অসমৰ সীমান্তৰ বিবাদৰ সম্পর্কত একেজন ৰাজ্যপালেই অসম বিধানসভা, মেঘালয় বিধানসভা আৰু নগালেণ্ড বিধানসভাৰ মজিয়াত পৰস্পৰ-বিৰোধী সুকীয়া সুকীয়া মন্তব্য দিয়াৰ দেখাৰ উদাহৰণ ওলাব।

(এইখিনিতে উত্তৰ-পূব পৰিষদত চলা আমোলাতান্ত্রিক প্রভুত্বৰ শেহতীয়া (১৯৯১) উদাহৰণ এটা দিব পাৰি । অৰুণাচল প্রদেশত হাতত লোৱা নির্মাণ প্রকল্প এটাৰ নির্মাণ সম্পূর্ণ নোহোৱাকৈ ঠিকাদাৰক (হাৰিয়ানাৰ বিশিষ্ট নেতা এজনৰ তেওঁ বন্ধু) বহুত লাখ টকা আদায় কৰি দিবলৈ চেষ্টা চলিল । পৰিষদৰ সভাপতি, অসমৰ ৰাজ্যপালে সেই কথাত সম্মতি নজনোৱাত পৰিষদৰ সভাপতিৰ পদৰ পৰাই এইজন ৰাজ্যপালক আঁতৰাই অৰুণাচল প্রদেশৰ ৰাজ্যপালক পৰিষদৰ সভাপতি পতা হ'ল । আন ক্ষেত্রত এনে কাণ্ড ঘটা হলে তল-ওপৰ লাগিলহেঁতেন । কিন্তু উত্তৰ-পূব পৰিষদৰ আমোলাতান্ত্রিক বেহু অভেদ্য হৈ থাকিল ।)

## আমোলাতন্ত্রৰ ৰাজত্ব

**শিলঙৰ পৰা ৰাজধানী নামি দিছপুৰ পালেহি যদিও ৰাইজ আৰু চৰকাৰৰ মাজত সাকোঁখন সমান দীঘল হৈয়েই থাকিল । গণতন্ত্রকে ধৰি যিমানবোৰ শব্দৰ বুটা বাছি দিয়া নহওক, এটা সত্য নিভাঁজ সত্য হৈ থাকিল। সেইটো হৈছে— শাসন কার্য্যতঃ চলায় আমোলাতন্ত্রই, আন সকলো গৌণ । আমোলাতন্ত্রৰ মূলত যিসকল থাকে, তেওঁলোকৰ বহুতে ৰাইজৰ ভাষা নুবুজে, মনৰ কথা নুশুনে, বাতৰি কাকতৰ বক্তব্যও তেঁওলোকৰ কাৰণে অপৰিচিত হৈ থাকে । আমোলাতন্ত্রৰ ৰাজত্ব মানে মূলতঃ আই-এ-এছ বিষয়াৰ ৰাজত্ব। অবিৰাম**

গতিৰে আই-এ-এছ বিষয়া আমদানি হৈ আছে । আগেয়ে আই.এ এছ বিষয়াৰ সংখ্যাৰ ক্ষেত্ৰত এটা বাধ্যবাধকতা ৰখা হৈছিল । এতিয়া সেইখিনিও বাদ । দিছপুৰ, জিলাৰ সদৰ, মহকুমাৰ সদৰ- সকলোতে গুৰুত্বপূৰ্ণ পদ সমূহ আই.এ.এছ বিষয়া সকলৰ কাৰণে আচুতীয় হৈ পৰিল । আনকি এতিয়া নিগম আদিতো আই.এ.এছ বিষয়াই সীমা খুঁচৰিছে । এ.চি.এছ বিষয়া সকলৰ অভিজ্ঞতা, স্থানীয় পৰিস্থিতিৰ লগত থকা চা-চিনাকি — এইবোৰৰ কোনো মূল্যই নোহোৱা হল । ইপিনে এ.চি.এছ বিষয়াৰ পদোন্নতিৰ থল সংকুচিত হোৱাত এই পৰ্যায়ৰ বহুতো বিষয়া একেটা পদতে গেঠেলা মাৰি থাকিব লগীয়া হল ।

ফলত প্ৰশাসনৰ মাজতে অঘোষিত শীতল যুদ্ধ এখনো আঁৰে আঁৰে চলি থাকিল । প্ৰশাসনৰ মান অৱনত হোৱাৰ উপৰিও ৰাইজৰ ইচ্ছা- আকাংক্ষাৰ কথাই পদুলিমুখৰ পৰাই বিদায় লবলগীয়া অৱস্থা হল ।

এইখিনিতে এটা কথা মনত পৰিছে । এসময়ত চাৰ্চ-ফিল্ডৰ একাষৰ মুকলি ঠাই ডোখৰত ৰিজাৰ্ভ বেংকৰ ভৱন সজাৰ প্ৰস্তাব তুলি বহুতখিনি আগুৱাই গৈছিল । কিন্তু সেই সময়ত মুখ্য সচিবৰ গাদীত থকা শৰৎ চন্দ্ৰ কাকতিয়ে এই প্ৰস্তাব নামঞ্জুৰ কৰাত বিশেষ ভূমিকা ললে । মুখ্য সচিব গৰাকীয়ে হেনো চৰকাৰী টোকাত জনালে যে চাৰ্চ ফিল্ডৰ মুকলি ঠাই ডোখৰ গুৱাহাটীৰ কাৰণে কিমান গুৰুত্বপূৰ্ণ, সেই কথা তেওঁ জানে । সেইদেখি এই প্ৰস্তাবৰ সমৰ্থক হোৱাটো তেওঁৰ কাৰণে সম্ভৱপৰ নহয় । আন এজনৰ কাৰণে এনে অনুভূতি প্ৰকাশ কৰাটো সম্ভৱপৰ হলহেঁতেন নে?

## অসমত সকলো ঘটনা ঘটে

অৱশ্যে অসমত সকলো ধৰণৰ ঘটনা ঘটাটো সম্ভৱপৰ । অসমৰ এজন সুযোগ্য বিষয়া (আই.এ.এছ) স্বৰ্গীয় ধৰ্মানন্দ দাসক মুখ্য সচিব পতা বাবে তেতিয়াৰ মুখ্য মন্ত্ৰীৰ পদত থকা স্বৰ্গীয় মহেন্দ্ৰ মোহন চৌধুৰী মুখ্য মন্ত্ৰীৰ পদৰ পৰা কঠাল সৰাদি সৰি পৰিব লগীয়া হৈছিল । সেই সময়ত শাসক দলৰ নেতৃত্ব সলোৱা বাবে এটা মহল তৎপৰ হৈ উঠিছিল । মুখ্য মন্ত্ৰী সলোৱাৰ দাবী তুলি দিল্লীত নালিচ কৰা সকলে অভিযোগৰ কৰ্দত দাসক মুখ্য সচিব পতা কথাটোও

অন্তৰ্ভূক্ত কৰিছিল বুলি জনা গৈছিল ।

আমোলাতন্ত্ৰৰ সৰহই ভাগেই বাতৰি কাকতক গণতন্ত্ৰৰ সহযোগী বুলি গণ্য নকৰে । প্ৰতিপক্ষ বুলিহে ভাবে । সেইদেখি অপ্ৰিয় সত্য প্ৰকাশ পালে কাকতৰ ওপৰত হেঁচা দিয়াৰ প্ৰৱণতাহে বেছি । সেই বেমাৰ ৰাজনৈতিক নেতা এভাগৰো নোহোৱা নহয় । তেওঁলোকেও আঁৰৰ পৰা সেইখন খেলকে খেলে । এই ক্ষেত্ৰত সাধাৰণ লোক কিন্তু সম্পূৰ্ণ ব্যতিক্ৰম । প্ৰকাশিত বাতৰিৰ সম্পৰ্কত কিবা জনাব লগীয়া থাকিলে পোনপটীয়াকৈ সম্পাদক বা সম্পাদনা বিভাগৰ লগত যোগাযোগ স্থাপন কৰে - চিঠিৰে, টেলিফোন যোগে বা নিজে উপস্থিত হৈ ।

## চাৰিপিঠীয়া হোৱাত

আঠ পিঠীয়াকৈ ওলোৱা 'দৈনিক অসম' গৈ ছয়পিঠীয়া আৰু মূৰকত চাৰিপিঠীয়া হোৱাত সুপৰিকল্পিত ভাৱে কাকতখন উলিওৱা বাধাগ্ৰস্ত হবলগীয়া হল। আগেয়ে থকা শিতানবোৰ বন্ধ কৰিব লগীয়া হল । মহিলাৰ আছুতীয়া শিতানটোলৈ নিয়মিত ভাৱে মহিলাৰ পৰা প্ৰবন্ধ-পাতি আহোতে মনত পৰিছিল- তাহানিৰ 'দৈনিক অসমীয়া'ৰ দিনলৈ আৰু 'নতুন অসমীয়া'ৰ প্ৰাৰম্ভিক কালৰ অভাৱৰ কথালৈ । সেই দৰে শিক্ষা, কৃষি, খেল-ধেমালি, অৰ্থনীতি আদি শিতানৰ প্ৰবন্ধৰো অভাৱ নোহোৱা হল । মাত্ৰ ৰাজনৈতিক সমীক্ষাৰ নিৰপেক্ষ আৰু নিৰ্ভীক প্ৰবন্ধ চাহিদা মতে পোৱা টান ।

সকলোবোৰ শিতান কাগজৰ নাটনিৰ ফলত হোৱা ঠাইৰ অভাৱৰ বাবে বন্ধ কৰিবলগীয়া হোৱাত দুখেৰে মন ভৰি পৰিছিল । অকণিহঁতৰ শিতানটোও বন্ধ কৰিব লগীয়া হোৱাত দুখৰ ভাৰখন আৰু গধুৰ হৈছিল । এই শিতানটোৱে ল'ৰা-ছোৱালীৰ মন ইমান আকৰ্ষণ কৰিছিল যে দিনটোৰ ডাকৰ প্ৰায় আধাখিনিয়েই সেই শিতানৰ বাবে আহিছিল । লৰা-ছোৱালীৰ ৰচনা, চিত্ৰাংকন আদি প্ৰকাশ কৰাৰ উপৰিও খেল-ধেমালি আদিৰ প্ৰতিযোগিতাত পাৰদৰ্শিতা লাভ কৰোতা সকলৰো ছবি এই শিতানত প্ৰকাশ কৰা হৈছিল । এই ব্যৱস্থাই নিশ্চয় অভিভাৱক সকলকো সন্তোষ দিছিল । সেইদেখি প্ৰাইমেৰি বৃত্তি পাওঁতাৰ ছবি প্ৰকাশ নোহোৱাত দুখ হৈ কোনোবা এজন অভিভাৱকে সুকীয়া সুকীয়া নাম দি মোলৈ গালি পাৰি বহুতো

চিঠি দিছিল । মানুহজনে হয়তো চিঠিবোৰ একেলগে ৰাখি থ'ম বুলি ভবা নাছিল। সেইদেখি নাম সলোৱাৰ কথাহে ভাবিলে - আখৰ সলোৱাৰ কথা নেভাবিলে । গালি পৰা চিঠিৰ বিষয়-বস্তু আৰু আছিল । দাম বেছি কৰি চাৰি পিঠীয়া কাগজ দি ঠগা বুলি, বিজ্ঞাপন ভৰাই দিয়া বুলি - ইত্যাদি সম্পাদকৰ গভীৰ ভিতৰত নপৰা বিষয়ৰ গালিবোৰো সম্পাদকৰ ভাগলৈকে আহিছিল ।

## মানুহৰ আমঠালি

সেইবোৰ যাওক বাৰু । কেতিয়াবা অবাক হওঁ- জনাবুজা মানুহৰ আমঠালি দেখিহে । পাণ্ডিত্যৰ বাবে সকলোৰে পৰা স্বীকৃতি লাভ কৰা এজনে পৰীক্ষাত কৃতিত্ব দেখুওৱা এজনৰ ছবিখন বিশেষ এটা দিনত নোলাল- অথচ অসমৰ এজন স্বনামধন্য শিল্পীৰ মৃত্যুৰ বাতৰিৰ লগত সেই (এই শিল্পীজনৰ আগদিনা মৃত্যু হৈছিল) শিল্পী জনৰ ছবি ওলোৱা বুলি আপত্তিৰ সুৰত কথা কোৱা দেখি সঁচাকৈ অবাক হৈছিলো । বিশেষ কিছুমান লোকৰ চোকা চিঠিও অৱশ্যে আহিছিল — বিশেষকৈ বিদেশী নাগৰিক সংক্ৰান্ত আন্দোলনৰ সময়ত । পিচে তাৰ শতকৰা ৯৯ খন চিঠিৰে নাম-ঠিকনা একো নাছিল ।

বাতৰি কাকতৰ সীমাবদ্ধতা বহুত । কিছুমান খবৰ, চিঠি, প্ৰবন্ধ প্ৰকাশ কৰাটো কোনো মতে সম্ভৱপৰ নহয়- কিয়নো আইনৰ হেঙাৰ আছে । তাৰ মাজতো সম্পাদকৰ দায়িত্বত থকা সুদীৰ্ঘ সময়ছোৱাত প্ৰকাশিত খবৰ আদিৰ বাবে বহুতবাৰ কাছাৰী ঘৰত উঠিব লগীয়া হৈছিল । নতুন দিল্লী (উচ্চতম ন্যায়ালয়), ধুবুৰী, ডিব্ৰুগড়, বৰপেটা, গুৱাহাটী (গুৱাহাটী উচ্চ ন্যায়ালয়কে ধৰি) আদিত । প্ৰতিপক্ষই একো কৰিব নোৱাৰিলেও গোচৰ তৰি কাকতক খৰচান্ত কৰে। সেই বোজা বঢ়াটো বিচৰা নাছিলো ।

## জনজাতীয়-বিৰোধী ?

খবৰ ওলোৱা-নোলোৱাৰ সম্পৰ্কত ভাবুকি দিবলৈ অহা মানুহো দুই

এজন নথকা নহয় । এবাৰ দুজনমানে আহি তৰ্জন-গৰ্জন কৰি আঙুলি জোকৰা দেখি খোলোচা ভাৱে জনাই দিছিলো যে অকল আঙুলি কিয় বন্দুক জোকাৰিও নীতি সলাব নোৱাৰে । তাৰ পিচত অৱশ্যে তেওঁলোক 'এন্টিক্লাইমেক্স'লৈ নামি ওলাই গৈছিল ।

এবাৰ এটা জুম আহিছিল বিশেষ এটা জনজাতীয় সংগঠনৰ খবৰ দিবলৈ । তেওঁলোকে কাকতখনক জনজাতীয়-বিৰোধী বুলি বহুতো অভিযোগ তুলিলে । অৰ্থাৎ তেওঁলোকৰ কথাৰ সুৰৰ পৰা স্পষ্ট হৈ পৰিল যে বিশেষ এটা ৰাজনৈতিক দলে 'প্ৰম্প্‌ট' কৰি পঠোৱা কথাখিনিকে তেওঁলোকে ঢালি দিলেহি। মই মাত্ৰ কলো যে কংগ্ৰেছ চৰকাৰৰ গৃহমন্ত্ৰী ৰূপে হিতেশ্বৰ শইকীয়া থকাৰ দিনত জনজাতীয় লোকৰ ধেনু-কাঁড় কিছুমান জব্দ কৰি তাৰে ছবি কাকতত প্ৰকাশ কৰিবলৈ ৰাজ্য চৰকাৰৰ সংশ্লিষ্ট বিভাগে পঠাওঁতে (সেই সময়ত চলি থকা জনজাতীয় আন্দোলনক হিংসাত্মক হোৱা বুলি প্ৰতিপন্ন কৰিবলৈ) এইখন কাকতেই ফেৰ পাতি ধৰা নাছিল নে যে এইবোৰ ছবিৰ যোগেদি বিকৃত প্ৰচাৰৰ দ্বাৰা বাইজৰ আগত জনজাতীয় সকলক অপদস্থ কৰাৰ সাহস চৰকাৰে পালে কেনেকৈ ? আৰু কাকতৰ সেই মন্তব্যৰ পিছ মুহূৰ্ততে চৰকাৰৰ সেই সংশ্লিষ্ট বিভাগে ছবিবোৰ প্ৰকাশ কৰাটো বাতিল কৰি কাকতৰ কাৰ্যালয়ৰ পৰা ঘূৰাই নিয়া নাছিল নে বুলি প্ৰশ্ন কৰাত তেওঁলোক থতমত খালে । সংশ্লিষ্ট ৰাজনৈতিক দলে, তেওঁলোকৰ 'প্ৰম্পটিং' হয়তো সিমানখিনিলৈকে কৰা নাছিল । ইজনে সিজনলৈ চোৱা-চুই কৰি সুৰ নৰম কৰি তেওঁলোক খবৰটো দি গুচি গল ।

## হাতী-চোৰ আগে আগে যায়.......

এইবোৰ অৱশ্যে সৰুসুৰা কথা । উচ্চ মহলে ঘটোৱা তাণ্ডৱ ঘটনা এটাৰ কথাও এইখিনিতে উল্লেখ কৰিব খুজিছো । কংগ্ৰেছ চৰকাৰৰ মুখ্য মন্ত্ৰীৰ পদত শৰৎ চন্দ্ৰ সিংহ আৰু গৃহ মন্ত্ৰীৰ পদত হিতেশ্বৰ শইকীয়া থকাৰ দিনতে "হাতী-চোৰ আগে আগে যায়, বেঙেনা-চোৰক ধৰি কিলায়" - এই শিতানত এটা বাতৰি ওলাইছিল । পক্ষপাত-দুষ্ট প্ৰশাসনৰ নমুনা এটা ইয়াত দাঙি ধৰা হৈছিল। ইয়াৰ লগত মন্ত্ৰীৰ পৰা আৰম্ভ কৰি প্ৰতাপী ব্যৱসায়ীলৈকে কেইবাজনো জড়িত

আছিল । প্ৰতাপী ব্যৱসায়ীজন গুৱাহাটীৰে ফাঁচী বজাৰৰ । বিশেষ সূত্ৰৰ পৰা পৰিপাটিকৈ লিখা বাতৰিটোৰ সন্দৰ্ভত অনুসন্ধান চলাই প্ৰকাশৰ উপযোগী বুলি বিবেচনা কৰি বাতৰিটো প্ৰকাশ কৰা হল । বাতৰিটোৱে তোলপাৰ লগালে । কিন্তু তাক অস্বীকাৰ কৰাৰ সাহস কাৰো নহল ।

কেইদিন মানৰ মূৰত সহকৰ্মী মায়াৰাম তামুলীয়ে টেলিফোন যোগে জনালে যে 'হাতী-চোৰ আগে আগে যায়....' শিতানত ওলোৱা বাতৰিটোৰ 'অৰিজিনেল কপি' প্ৰেছত আছে নে নাই, সেই খবৰটো লব লাগে । কিয়নো সেইটো খবৰকে সৰকাই নিলে বুলি ফাঁচী বজাৰৰ গাদীত উল্লাসৰ জোৱাৰ উঠা তেওঁ ফাঁচী বজাৰলৈ যাওঁতে দেখি আহিছে । মযো তেতিয়া সেই বাতৰি প্ৰকাশ পোৱা বাতৰিৰ নুৰাটো বিচৰাই আনি (প্ৰকাশিত বাতৰিবোৰ আইন মতে এটা নিৰ্দিষ্ট সময়লৈকে সংৰক্ষিত কৰি ৰাখিব লাগে) দেখিলো যে সেই বাতৰিটো তাত নাই । বুজিবলৈ বাকী নাথাকিল যে কোনোবা প্ৰতাপী লোকে ধন ভাঙি কাৰ্যালয়ৰ পৰা —— কাৰ্য্যালয়ৰে কাৰোবাক কিনি–সেইখিনি সৰকালে । পিচে ধন পোৱা মানুহৰ লাভ হলেও ধন ভঙা মানুহৰ কাৰণে সকলো ফুটুকাৰ ফেন হল । এই চৌৰ্য বৃত্তি লোৱাৰ মূল উদ্দেশ্যটো আছিল- কোনে এই খবৰটো দি জোলোঙাৰ মেকুৰী উলিয়াই দিলে, তেওঁক চিনাক্ত কৰি এসেকা দিয়াটো । পিছে খবৰটো যিটো মহলৰ পৰা পোৱা গৈছিল, সেইটো মহলৰ পৰিচযৰ ইঙ্গিত দিব পৰা কোনো চিন নৰখাকৈ সকলো কথা নিজ হাতেৰে মই লিখি দিছিলো । সেইদেখি হাতৰ আখৰ বা নাম উলিয়াই ধৰা প্যোলোৱাৰ বাবে চলোৱা এই চৌৰ্য বৃত্তি অথলে গল । ক্ষমতাশালী মহল কিমান তললৈ নামিব পাৰে আৰু আমাৰ মাজৰে মুখা পিন্ধা লোকে ধনৰ লোভত নিজক কেনেকৈ বেচিব পাৰে, সেই পৰিচয় পোৱাৰ পিছত সতৰ্কতা বঢ়োৱা হল । বাতৰিৰ সূত্ৰ প্ৰকাশ নকৰাটো সম্পাদকৰ পবিত্ৰ দাযিত্ব । এই ঘটনাই সেই দায়িত্ব আৰু বঢ়ালে ।

কোন সূত্ৰৰ পৰা বাতৰিটো কাকতলৈ গল, সেই কথাৰ ওপৰত চৰকাৰেও অধিক গুৰুত্ব দি মূল কথাটোলৈ আওকাণ কৰাৰ উদাহৰণো আছে। খোৱা পানীৰ বিশুদ্ধতা সম্পৰ্কে প্ৰশ্ন তোলা বাতৰি এটা এবাৰ প্ৰকাশ কৰা হৈছিল। গুৱাহাটীৰ দাঁতি কাষৰীয়া ব্ৰহ্মপুত্ৰৰ পানীত হোৱা প্ৰদূষণ (আবৰ্জনা, মল আদিৰ পৰা হোৱা) সম্পৰ্কে চলোৱা চৰকাৰী পৰীক্ষা এটা চলাই দেখা গৈছিল যে এনে প্ৰদূষণৰ মাত্ৰা বেছি হৈছে । ডাক্তৰী পৰিসংখ্যা মতে যিমানলৈকে

থাকিলে মানুহৰ কাৰণে ক্ষতিকাৰক নহয়, তাতকৈ বেছি । খবৰ সংগ্ৰহ কৰি সেই পৰিসংখ্যাকে বাতৰিটোত সঠিক ভাবে প্ৰকাশ কৰা হৈছিল । এই বাতৰিযে চৰকাৰক সচেতন কৰিব লাগিছিল আৰু প্ৰতিকাৰমূলক ব্যৱস্থাৰ বাবে চৰকাৰ তৎপৰ হব লাগিছিল । কিন্তু সেই পৰিসংখ্যা বাতৰি কাকতে কেনেকৈ পালে, সেই খবৰ উলিযাবলৈহে চৰকাৰী তৎপৰতা শীৰ্ষ বিন্দুলৈ উঠিল । মূল কথাটোৱেই তল পৰি গল ।

## চি-আই-এ-এজেন্ট ?

'চি.আই.এ' এজেন্ট- এই কথা কেইটা মকৰধ্বজৰ দৰে চৰকাৰে প্ৰযোজন মতে — উচিত অনুপান সহ — প্ৰযোগ কৰাৰ উদাহৰণো পাইছিলো। কলেজৰ শিক্ষক সকলে চলোৱা আন্দোলনৰ (দৰমহাৰ নিৰিখ সম্পৰ্কীয) মাজতে এদিন নিশা জন সম্পৰ্ক ৰক্ষী বিভাগৰ বিষযা এজনে শিক্ষক সন্থাৰ নেতা অজিত কুমাৰ শৰ্মাক চি.আই.এৰ লগত জড়িত কৰি বাতৰি এটা আনি দিলে। বিষযাজন চৰকাৰী যেতিযা সেই বাতৰিটোও চৰকাৰী বুলিযেই ধৰিব লাগিব । কিন্তু বাতৰিটোত তেনে স্বীকৃতিৰ চিন নাই, কাৰো নাম-চহীও নাই । বিভাগীয চিল-মোহৰো নাই। বাতৰিটোত চি.আই.এ এজেন্ট বুলি বিভিন্ন ঠাইত অভিযোগ উঠা মাৰ্কিন দূতাবাসৰ এজন বিষযাৰ লগত সেই শিক্ষক নেতাজনৰ হলিগলি থকা আৰু তেওঁৰ লগত আলোচনা কৰা বুলি অভিযোগ কৰা হৈছিল । বাতৰিত চহী দিবলৈ অপাৰগ হোৱাত আৰু প্ৰকাশ কৰিলেও জন সম্পৰ্ক ৰক্ষী বিভাগৰ কোনো উল্লেখ নথকাটো বিচৰাত বাতৰিৰ আচল স্বৰূপ সম্পৰ্কে খাটাং ধাৰণা লবলৈ টান নহল। অৱশ্যে সেই সময়ত মই কাৰ্যালয়ত উপস্থিত থকা নাছিলো ! অনিল বৰুৱা প্ৰমুখ্যে সহকৰ্মী সকলেই বাতৰিটো বাতিল কৰিলে ।

# কাকত বনাম চৰকাৰ

সঁচা কথা লিখিলে চৰকাৰে বেয়া পোৱাটো প্ৰায় স্বাভাৱিক কথা হৈ পৰে । অৱশ্যে বেয়া পোৱাৰ মনোভাৱ প্ৰকাশ কৰাৰ মাত্ৰা কম-বেছি হয় । গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধি, বিমলা প্ৰসাদ চলিহা, মহেন্দ্ৰ মোহন চৌধুৰীৰ আমোলত মাত্ৰা কম আছিল । শৰৎ চন্দ্ৰ সিংহৰ চৰকাৰৰ আমোলত জনদিয়েক মন্ত্ৰীৰ প্ৰৰোচনাত চৰকাৰৰ অসন্তুষ্টি প্ৰকাশ কৰাৰ ধৰণ উগ্ৰ আছিল । জনদিয়েক মন্ত্ৰীয়ে নানান অবাঞ্ছনীয় পন্থা অৱলম্বন কৰিছিল । অৱশ্যে গোলাপ বৰবৰাৰ নেতৃত্বাধীন জনতা চৰকাৰৰ দিনত অৱস্থাৰ বহুতখিনি পৰিৱৰ্তন ঘটিছিল । জনতা চৰকাৰৰ দিনত সৰ্বভাৰতীয় ক্ষেত্ৰত বাতৰি কাকতৰ প্ৰতি যুদ্ধং দেহি মনোভাৱ যথেষ্ট শিথিল হৈছিল আৰু তাৰে প্ৰতিফলন অসমতো হৈছিল । আনোৱাৰা টাইমূৰ আৰু হিতেশ্বৰ শইকীয়াৰ আমোলত আৰু ৰাষ্ট্ৰপতিৰ শাসন চলা কালত বেলি মাৰ হোৱা বুলি ক'লেও বঢ়াই কোৱা নহয় । অসম গণ পৰিষদ চৰকাৰৰ আমোলত বতৰ ফৰকাল হল । কিন্তু পিছলৈ অসম গণ পৰিষদ চৰকাৰৰ লগত একাংশ বাতৰি কাকত তথা একাংশ সাংবাদিকৰ সম্পৰ্ক অতিশয় তিক্ততাপূৰ্ণ হোৱাত কেতবোৰ নতুন অপ্ৰীতিকৰ সমস্যা সৃষ্টি হল ।

তলৰ কথাখিনিৰে এটা অংশ আলোচিত কালছোৱাৰ ভিতৰৰ নহয় যদিও সমুদায় পটভূমিখন দাঙি ধৰাৰ প্ৰয়োজনীয়তাৰ বিচাৰ কৰি সেইখিনিও ইয়াতে সামৰি দিয়া হল ।

আমাৰ দেশত সংসদী গণতন্ত্ৰক অসহিষ্ণুতাই বিপদৰ মুখত পেলাইছে। ন্যায়পালিকাৰ পাখিকটাৰ বাবে ব্যৱস্থা লৈ চৰকাৰে অসহিষ্ণুতাৰ চিনাকি দিয়াটো দেশবাসীয়ে দেখিবলৈ পালে । বিৰোধী দলৰ প্ৰতি জন্মা প্ৰখৰ অসহিষ্ণুতায়ো নতুন নতুন সমস্যাৰ পট্টন ঘটাই আছে । বাতৰি কাকতৰ প্ৰতিও অসহিষ্ণুতাৰ ভাব বাঢ়ি গৈছে । নেহৰুৰ দিনত এই অসহিষ্ণুতা প্ৰচ্ছন্ন আৰু সংযত আছিল। ইন্দিৰা গান্ধীৰ দিনত সেয়ে আঁৰ-বেৰ ভাঙি পোনপটীয়া হৈ পৰিল। ৰাজীৱ গান্ধীৰ আমোলতো একেটা পথেৰে পথিক হল ।

অসমতো তেনে উদাহৰণৰ অভাৱ নাই । ভেকা চামৰ দ্বাৰা গঠিত অ-গ-প চৰকাৰৰ দিনতো বাতৰি কাকতৰ প্ৰতি অসহিষ্ণুতাৰ ভাব এটাই গঢ়

লগে। বাতৰি কাকত ভেদে মত বেলেগ হব পাৰে। কিছুমান কাকতৰ ভূমিকা সম্পৰ্কেও বিতৰ্কৰ অৱকাশ থাকিব পাৰে। কিন্তু অসহিষ্ণুতা তাৰ মহৌষধ হব নোৱাৰে। সম্ভৱতঃ 'অসম বাণী'ৰ প্ৰাক্তন সম্পাদক তিলক হাজৰিকাক মন্ত্ৰী এজনে ভাবুকি দিয়া ঘটনাই এনে অসহিষ্ণুতাৰ পাতনি মেলিছিল। মূৰকত বিস্ফোৰণ ঘটিল অসম বিধান সভাৰ মজিয়াত। তেতিয়াৰ মুখ্য মন্ত্ৰী প্ৰফুল্ল কুমাৰ মহন্তই সকলো সাংবাদিককে ইংগিত দিয়া ধৰণে সকলো বাতৰি আৰু মন্তব্যক সামৰি মিছা কথা বুলি আৰু ব্যক্তিগত স্বাৰ্থ পূৰণ নোহোৱাৰ ক্ষোভতহে লিখা বুলি সদনত কোৱাটো আত্ম-হননৰ নিচিনা কথা। তদুপৰি কোনো সাংবাদিকৰ নাম উল্লেখ কৰি সদনত অভিযোগ তোলাটোও সংসদী গণতন্ত্ৰৰ পৰম্পৰা-বিৰোধী কথা। অকল সাংবাদিকেই নহয়, সদনৰ সদস্য নোহোৱা আন কোনো লোকৰ নাম উল্লেখ কৰি এনে মন্তব্য কৰা নহয়। সদনত কোৱা কোনো কথাৰ প্ৰত্যুত্তৰত নিজৰ বক্তব্য সদনৰ মজিয়াত তেনে লোকে দাঙি ধৰাৰ থল নাই। সেই দেখি সদনত অধ্যক্ষ সকলেই এনেদৰে নাম উল্লেখ কৰাত বাধা দি আহিছে। এনে অৱস্থাত ইয়াৰ ব্যতিক্ৰম ঘটিল কেনেকৈ? যিহেতু মুখ্য মন্ত্ৰীয়ে নথি-পত্ৰসহ সদনত অভিযোগ দাঙি ধৰিছিল, তাৰ পৰা বুজা গল যে সংশ্লিষ্ট বিষয়া সকলে জানি বুজিয়েই ভুল পৰামৰ্শ দি চৰকাৰক শ'লঠেকত পেলালে। ফলত গুৰুতৰ পৰিস্থিতি এটা উদ্ভৱ হল।

অৱশ্যে মূৰকত মুখ্য মন্ত্ৰীয়ে মন্তব্যৰ বাবে দুখ প্ৰকাশ কৰাত আৰু সদনৰ কাৰ্য-বিৱৰণীৰ পৰা সেইখিনি কথা বাতিল কৰাৰ ব্যৱস্থা হোৱাত সমস্যাৰ অন্ত পৰিল।

কিন্তু তাৰ মাজতো এটা প্ৰশ্ন প্ৰশ্ন হৈয়েই থাকিল। সাংবাদিকৰ বিৰুদ্ধে অভিযোগ উঠিবলৈ পালে কেনেকৈ? এই প্ৰসংগ লৈ ৰাজ্য বিধান সভাত আলোচনা হওঁতে সাংবাদিকৰ বিৰুদ্ধে কিছুমান সদস্যই বিশেষ কেতবোৰ অভিযোগ উত্থাপন কৰিছিল। বিভিন্ন অবাঞ্ছনীয় অভিযোগ উঠা কাৰণে এইটো স্বীকাৰ কৰিব লাগিব যে সাংবাদিকৰ তথা সম্বাদ পত্ৰৰ স্থিতিৰ অৱক্ষয় ঘটোৱা কেতবোৰ কাৰ্য্য চলি থকা কাৰণেই এনে সমস্যাৰ সৃষ্টি হৈছে। একালত ভাৰতীয় কাকতৰ 'মিছন' সুকীয়া আছিল। এতিয়া বাতৰি কাকতে উদ্যোগৰ ৰূপ ধাৰণ কৰাৰ পৰা কিছুমানে ব্যৱসায়িক বুদ্ধি আৰু ঠেক স্বাৰ্থকে মূলধন ৰূপে লগে আৰু একাংশ সাংবাদিকো এই ক্ষেত্ৰত সহযোগী হ'ল। কিছুমান ব্যক্তিমুখী হল।

কিছুমান দলীয় ৰাজনীতিত নিমজ্জিত হল । কিছুমানে মাত্র চৰিত্র হননৰ খড়্গ দাঙি ললে । কিছুমানে ব্যক্তি-স্বাৰ্থমুখী ক্রিয়া-কলাপত হাত উজান দিলে । ফলত একাংশ সাংবাদিকে সাংবাদিকৰ চৰিত্র হেৰুৱালে । তেওঁলোক বিশেষ বিশেষ উদ্দেশ্য পূৰণৰ হাতিয়াৰ হৈ পৰিল । অবাঞ্ছনীয় সুবিধা লবলৈকো কিছুমানে কুণ্ঠা বোধ নকৰা হল । বেচা-কিনাৰ তপত বজাৰ এখন মুকলি হল — য'ত বাইজৰ স্বাৰ্থত প্ৰকাশ কৰিব লগীয়া খবৰেও প্ৰকাশৰ মুখ নেদেখা হল ; য'ত প্ৰকৃত খবৰে বিকৃত ৰূপতহে আত্ম প্ৰকাশ কৰিব লগীয়া হল ; য'ত সম্বাদৰ উৎস বেচা বা কাকতৰ কাৰ্য্যালয়ৰ পৰা মূল খবৰৰ পাণ্ডুলিপি চুৰ কৰাটোও সহজ সাধ্য হৈ পৰিল ।

এনে পৰিণতিয়েই সাংবাদিকৰ প্ৰতি প্ৰত্যাহ্বান জনাবলৈ সুযোগ উলিয়াই দিলে । এই অবক্ষয় ৰোধ কৰাৰ বাবে সাংবাদিকৰ যৌথ সচেতনতাৰ শক্তিয়ে মূৰ দাঙি উঠিব লাগিব ।

শেষত বাতৰি কাকতৰ লগত জড়িত এজন বিশিষ্ট লোকৰ উক্তিৰে এই প্ৰসঙ্গ সামৰিব খুজিছো ।

খবৰটো ১৯৮৯ চনৰ ৬ জানুৱাৰী তাৰিখে 'দি ষ্টেটছমেন' কাকতত ওলাইছিল । কলিকতাত বহা এখন আলোচনা চক্ৰত 'দি ষ্টেটছমেন' কাকতৰ পৰিচালক সঞ্চালক চি-আৰ-ইৰাণীয়ে জৰুৰী অৱস্থাতকৈয়ো শোচনীয় অৱস্থা এটা হোৱাৰ কথা উল্লেখ কৰি কয় -" দি ষ্টেটছমেন' আৰু 'ইণ্ডিয়ান এক্সপ্ৰেছ' এই দুখন কাকত ধ্বংস কৰিবলৈ চৰকাৰ উঠি পৰি লাগিছে । কিন্তু ভাগ্য ভাল যে তাকে ঠিক ভাৱে কৰিব পৰা দক্ষতা চৰকাৰৰ নাই ।"

লগতে চি-আৰ-ইৰাণীয়ে কয় যে আন কিছুমান বাতৰি কাকতৰ প্ৰতিষ্ঠানে খা-খবৰ যোগাই চৰকাৰৰ লগত হাত মিলাইছে । "আমি নিজৰ পিনেই অন্বেষণ-দৃষ্টি নিক্ষেপ কৰিবলৈ শিকিব লাগিব আৰু লগতে স্বীকাৰ কৰিব লাগিব যে বাতৰি কাকতো দুনীতি সোমাইছে ।"

## চেন্সৰ-ব্যৱস্থা

সাংবাদিকতাৰ জীৱনত আটাইতকৈ অন্ধকাৰ সময়ছোৱা আছিল —

জৰুৰী অৱস্থাৰ সময়খিনি। সেই সময়ত চেন্সৰ ব্যৱস্থা প্ৰৱৰ্তন কৰি সুদীৰ্ঘ কাল বাতৰি কাকতৰ মুখ বন্ধ কৰি থোৱা হৈছিল। চেন্সৰৰ প্ৰতিবাদ কৰাৰ আন উপায় নথকাত বাতৰিৰ স্তম্ভ আৰু সম্পাদকীয় স্তম্ভ উকা ৰাখি প্ৰতিবাদ জনোৱা হৈছিল। পিছত চেন্সৰৰ অস্তিত্বৰ প্ৰমাণ দিব পৰাকৈ কাকতৰ স্থান উকা ৰখাটো নিষেধ কৰাত সেই পন্থাৰো বাট বন্ধ হল। পিচে তেতিয়া 'দৈনিক অসম'ত এটা নিয়ম আমাৰ তৰফৰ পৰা প্ৰৱৰ্তন কৰা হল। চেন্সৰ কৰোতা সকলে বাদ দিবলৈ কোৱা বাতৰি বাদ নিদি উপায় নাছিল। কিন্তু চেন্সৰৰ কলম যিটো খবৰতে পৰে, - অৰ্থাৎ কোনো খবৰৰ শিতান সলাবলৈ, শিতান সৰু কৰি দিবলৈ, কোনো শব্দ, কোনো বাক্য বা কোনো ছেদ বাদ দিবলৈ যদি নিৰ্দেশ দিয়ে, তেন্তে সমুদায় খবৰটোকে আমি বাদ দিছিলো। চেন্সৰে প্ৰকাশ নকৰিবলৈহে নিৰ্দেশ দিব পাৰে, প্ৰকাশ কৰিবলৈ নিৰ্দেশ দিব নোৱাৰে।

পিছলৈ অৱশ্যে 'ছেল্ফ চেন্সৰ'ৰ ব্যৱস্থাৰ ভণ্ডামি প্ৰৱৰ্তিত হৈছিল। অৰ্থাৎ 'চেন্সৰকাৰী কৰ্তৃপক্ষ'ই চেন্সৰ নকৰে, চৰকাৰে বান্ধি দিয়া চেন্সৰ-নীতি মানি সম্পাদকে নিজেই চেন্সৰ কৰিব। পিচে দৈনিক অসমে নীতিগত ভাবেই এই ব্যৱস্থা মানি লব নোৱাৰিলে। চেন্সৰ-ব্যৱস্থাকে আমি সমৰ্থন নকৰো যেতিয়া চেন্সৰ-বিধি মানি আমি নিজে চেন্সৰ কৰাৰ প্ৰশ্নই উঠিব নোৱাৰে। সেইদেখি চেন্সৰ ব্যৱস্থা উঠি নোযোৱালৈকে আমি 'চেন্সৰকাৰী কৰ্তৃপক্ষ'লৈ কাকতত প্ৰকাশ কৰিব খোজা সকলো বা-বাতৰি, সম্পাদকীয় আদি পঠাই আছিলো। অকল আমাৰ কাৰণে 'চেন্সৰ অফিচ' চলাই থাকিব লগীয়া হোৱাত বিষয়া মহল অৱশ্যে বিৰক্ত হৈছিল। কিন্তু আমাৰ কাৰণে উপায় নাছিল।

চেন্সৰৰ মাদকতাই চৰকাৰক উন্মাদ কৰাৰ লগতে কেতবোৰ বিষয়াকো তাৰ ৰাগীয়ে মতলীয়া কৰাৰ উদাহৰণো পাইছিলো। এদিন দুজন বিষয়া দৈনিক অসমৰ কাৰ্য্যালয়ত উপস্থিত হলহি — এটা অভিযোগ লৈ। আমি হেনো চেন্সৰৰ দ্বাৰা এটা খবৰ অনুমোদন কৰাই সেই বিষয়ৰে আন এটা খবৰহে চেন্সৰ নকৰোৱাকৈ কাকতত প্ৰকাশ কৰিলো। আমাৰ তৰফৰ পৰা অভিযোগ অস্বীকাৰ কৰাৰ লগতে তাৰ প্ৰমাণ দিবলৈ প্ৰত্যাহ্বান জনোৱাত বিষয়া দুজনে উৎফুল্ল হৈ জেপৰ পৰা কাগজ এখন উলিয়াই দিলে — চেন্সৰ কৰি থোৱা চহী সম্বলিত 'কাৰ্বন কপি' এটা। লগে লগে আমি প্ৰকাশ কৰা বাতৰিটোৰ লগতে মিলাই চাবলৈ বিজয় দৰ্পে তেওঁলোকেহে এইবাৰ প্ৰত্যাহ্বান জনালে। পিচে 'কাৰ্বন

কপিটো' দেখিয়েই উৰহি গছৰ ওৰ পালো । মই কলো যে সেইটো 'কাৰ্বন কপি' দৈনিক অসমৰ খবৰৰ 'কপি' হবই নোৱাৰে । কিয়নো দৈনিক অসমে কোনো 'কাৰ্বন কপি' চেন্সৰৰ বাবে কাৰ্য্যালয়লৈ নপঠায় । সেইটো আন বাতৰি কাকতৰ 'কপিহে' । ভুলটো ক'ত হল, সেই কথা বিষয়া দুজনে বুজিলে । শেন অহাদি আহি ফেঁচা যোৱাদি উলটি গল । অৱশ্যে চেন্সৰৰ কাৰ্য্যালয়ত তাৰ পিচত কি প্ৰতিক্ৰিয়া হল, সেই কথা গম নেপাওঁ । কিন্তু শুনিছিলো বোলে বিষয়া দুজনক অনুসন্ধানৰ বাবে দৈনিক অসমলৈ পঠোৱা জনৈক উচ্চ পদস্থ বিষয়াই ইয়াৰ আগতে উলাহত ভাংৰা নাচ দি চিঞৰিছিল - 'কাইলৈৰ পৰা দৈনিক অসম বন্ধ হৈ যাব ।'

জৰুৰী অৱস্থা আৰু চেন্সৰ থকা কালছোৱাত বাতৰি কাকতৰ ওপৰত চলা চৰকাৰী অত্যাচাৰে বহুমুখী ৰূপ ধাৰণ কৰিছিল । জৰুৰী অৱস্থা আৰু চেন্সৰৰ প্ৰতি সমৰ্থন জনোৱা সকলৰ শাৰীত কেতবোৰ সাংবাদিকক কিবা প্ৰকাৰে অন্তভুৰ্ক্ত কৰি লৈছিল । ফলত সেই ফালৰ পৰাও কাকতৰ সমুখত কেতবোৰ সমস্যাই দেখা দিছিল । আনহাতে, বিজ্ঞাপন দিয়া আৰু বিজ্ঞাপনৰ ধন আদায় কৰি দিয়া বিষয়াকো চৰকাৰী হেঁচাৰ আহিলা স্বৰূপে ব্যৱহাৰ কৰা হৈছিল । এসময়ত সাংবাদিক ৰূপে থকা আৰু সেই সময়ত অবিসম্বাদী নেতৃত্বত থকা এজনে চৰ্ত আৰোপ কৰিছিল যে মোক সম্পাদকৰ পদৰ পৰা আঁতৰালেহে চৰকাৰী বিজ্ঞাপন কাকতখনক দিয়া হব । পিচে কাকতৰ কৰ্তৃপক্ষই সেই চৰ্ত মানি নোলোৱাত নেতা গৰাকীৰ সেই অভিলাসো পূৰণ নহল ।

জৰুৰী অৱস্থাৰ চেন্সৰৰ পিচত ১৯৮১ চনত অসমৰ কংগ্ৰেছ চৰকাৰৰ দিনত দ্বিতীয় বাৰৰ বাবে চেন্সৰৰ সম্মুখীন হব লগীয়া হল । এই চেন্সৰৰ বিৰুদ্ধেও সম্পাদকীয় উকাকৈ ৰাখি প্ৰতিবাদ জনোৱা হৈছিল । পোনতে দৈনিক অসম আৰু আছাম ট্ৰিবিউন কাকতৰ বিৰুদ্ধে চেন্সৰ প্ৰয়োগ কৰা হয় । তাৰ পিচত দৈনিক জনমভূমি, অগ্ৰদূত আৰু মহাজাতিকো সামৰি লোৱা হল । ভণ্ড গণতান্ত্ৰিক চৰকাৰৰ আমোলতহে এনেদৰে বাছনিমূলক চেন্সৰ ব্যৱস্থা প্ৰৱৰ্তিত হব পাৰে । বাহিৰৰ সকলো কাকত আৰু অসমৰ বাকীবোৰ কাকতত সকলো খবৰেই প্ৰকাশ হল । আনকি প্ৰৰোচনামূলক বাতৰিও বাহিৰৰ কাকতত প্ৰকাশ হৈ থাকিল — যিবোৰে স্পষ্ট ভাৱে অসমৰ পৰিস্থিতিৰ ওপৰত বিৰূপ প্ৰতিক্ৰিয়া সৃষ্টি কৰিছিল । কিন্তু চৰকাৰে তেনে বাতৰিকো প্ৰশ্ৰয় দিয়াটোহে

প্ৰতিপন্ন হল । বিদেশী নাগৰিকৰ জ্বলন্ত সমস্যা এটা সমাধান নকৰি এনেবোৰ আওপকীয়া পন্থা লৈ থকা পাবত গজা, সংখ্যালঘিষ্ঠ চৰকাৰ এটাৰ মূলতঃ আনুগত্য কাৰ ফালে, তাৰ স্পষ্ট প্ৰমাণ এইবোৰ কথাই দাঙি ধৰিলে । চৰকাৰে হোনো চেন্সৰ প্ৰৱৰ্তন কৰিব লগীয়া হল - 'সাম্প্ৰদায়িক প্ৰচাৰ আৰু বিদ্বেষমূলক প্ৰচাৰ'ৰ বিৰুদ্ধে ব্যৱস্থা লবৰ বাবে ।

কিন্তু চেন্সৰকাৰী কৰ্তৃপক্ষই যিবোৰ বাতৰি চেন্সৰ কৰি বন্ধ কৰিলে, সেইবোৰ 'সাম্প্ৰদায়িক প্ৰচাৰ আৰু বিদ্বেষমূলক প্ৰচাৰ' আছিল নে ? সদৌ অসম ছাত্ৰ সন্থা আৰু সদৌ অসম গণ সংগ্ৰাম পৰিষদে বিষ্ণুৰাম মেধিৰ মৃত্যুত শোক প্ৰকাশ কৰা বাতৰিও বন্ধ কৰা হল । সদৌ ভাৰত পুলিচ ফেডাৰেচনে কেন্দ্ৰীয় চৰকাৰৰ কাৰ্য্য ব্যৱস্থাৰ সমালোচনা কৰি দিয়া বিবৃতি বন্ধ কৰা হল । এনে দেখাৰ উদাহৰণ ওল্মব - য'ত সাম্প্ৰদায়িক বিদ্বেষৰ নাম গোন্ধেই নাই ।

তাতোকৈ হাঁহি উঠা কথা হল — উচ্চ ন্যায়ালয়ৰ নিৰ্দেশ পালন কৰাৰ নামত চৰকাৰে দেখুওৱা শঠতাৰ নিদৰ্শন । উচ্চ ন্যায়ালয়ে চেন্সৰ সন্দৰ্ভত উঠা গোচৰৰ সম্পৰ্কত ৰায় দিছিল যে কোনো বাতৰিৰ প্ৰকাশ বন্ধ কৰিলে কিয় তাকে কৰা হল, তাৰো কাৰণ দৰ্শাব লাগিব । তেতিয়া চেন্সৰকাৰী কৰ্তৃপক্ষই এই ক্ষেত্ৰত এপালি মকৰধ্বজকে প্ৰয়োগ কৰিলে- সেয়া হল, 'public order' (জন শৃংখলা)। প্ৰকাশ কৰিব নোৱাৰিব বুলি লিখি তাৰ ওপৰত 'public order' কথাষাৰ লিখি চেন্সৰকাৰী কৰ্তৃপক্ষই প্ৰহসনৰ সৃষ্টি কৰিলে । জন শৃংখলাৰ লগত কোনো ধৰণৰ সম্পৰ্ক নথকা বাতৰিবোৰ বন্ধ কৰাৰ বেলিকাও তেওঁলোকে দ্বিধাহীন ভাৱে এইপালি ঔষধকে নিদান স্বৰূপে দিবলৈ ললে ।

চেন্সৰ প্ৰয়োগ কৰা চৰকাৰী নিদেৰ্শৰ বৈধতাৰ প্ৰশ্ন তুলি গুৱাহাটী উচ্চ ন্যায়ালয়ৰ ওচৰত গোচৰ তৰি বাতৰি কাকতৰ তৰফৰ পৰা এইবুলিও আবেদন জনোৱা হৈছিল যে মূল গোচৰটো নিষ্পত্তি নোহোৱালৈকে চৰকাৰৰ চেন্সৰ ব্যৱস্থা স্থগিত ৰাখিব লাগে । কিন্তু উচ্চ ন্যায়ালয়ে স্থগিত নেৰাখি চেন্সৰ কৰাৰ কাৰণ প্ৰতিটো বাতৰিৰ ক্ষেত্ৰতে জনাবলৈ নিৰ্দেশ দিছিল । সেই নিদেৰ্শক ভেকোভাওনাত পৰিণত কৰি চেন্সৰকাৰী কৰ্তৃপক্ষই বন্ধ কৰা প্ৰতিটো বাতৰিৰ ক্ষেত্ৰতে 'public order' বুলি লিখি দিবলৈ ধৰিলে । ইমান এটা অবিচাৰ চলিল — কিন্তু তাৰ কোনো প্ৰতিকাৰ নহল । ৰাজ্য সভাৰ কাৰ্য বিৱৰণী তথা কেন্দ্ৰীয় গৃহমন্ত্ৰীৰ বক্তব্যও চেন্সৰে বন্ধ কৰাৰ স্পৰ্দ্ধা দেখুওৱা সত্বেও তাৰ একো সুবিচাৰ নহল।

সংসদৰ মজিয়াত সেই তথ্য উত্থাপিত হৈছিল যদিও প্ৰকৃত বিচাৰ পোৱা নহ'ল।

আচৰিত কথা যে অসমৰ কথা বুলিয়েই চেন্সৰৰ সম্পৰ্কত দেশজুৰি কোনো সবল প্ৰতিক্ৰিয়া নহ'ল। প্ৰেছ কাউন্সিল, নিখিল ভাৰত বাতৰি কাকত সম্পাদক সন্মিলন, বিভিন্ন বাৰ্তাজীৱী সংগঠন, দেশৰ বৃহৎ বাতৰি কাকত গোষ্ঠী, সৰ্বভাৰতীয় দল, বিশিষ্ট ব্যক্তি কোনো এটা মহলেই গা লাগি একো প্ৰচেষ্টা হাতত লোৱা দেখা নগ'ল। তাতকৈ বহুত সৰুসুৰা কথাতো বহুত বেছি হৈ চৈ কৰাৰ দেখাৰ উদাহৰণ আছে।

চেন্সৰ প্ৰৱৰ্তনৰ বিৰুদ্ধে বৈধতাৰ প্ৰশ্ন তুলি গুৱাহাটী উচ্চ ন্যায়ালয়ত তোলা গোচৰটো চাৰি মাহ ধৰি কিয় টুঁচৰিব লগীয়া হ'ল, সেইটোও এটা সাঁথৰ হৈ থাকিল। ই এটা অসুস্থ পৰম্পৰা সৃষ্টি কৰিলে আৰু দেশবাসীয়ে পোষণ কৰা আশাৰ গুৰিতো জোকাৰ মাৰি থৈ গ'ল। Justice delayed is justice denied- এইষাৰ কথা সকলো কালতে সত্য।

বাতৰি কাকতৰ ওপৰত চেন্সৰ প্ৰৱৰ্তন কৰা আইনৰ ম্যাদ চাৰি মাহৰ মূৰত উকলি যোৱাত সেই পৰ্বৰ সামৰণি পৰিল। আইনখনৰ ব্যৱস্থা মতেই চৰকাৰে আকৌ ইয়াৰ ম্যাদ বঢ়াই দিয়াৰ ব্যৱস্থা নাছিল। ২ মাহ উকলি যোৱাৰ মূৰত ইতিমধ্যে ম্যাদ আৰু ২ মাহলৈ বঢ়াই দিয়া হৈছিল। চৰকাৰৰ তৰফৰ পৰা অৱশ্যে ম্যাদ উকলি যোৱাৰ মূৰতো কোৱা হৈছিল যে আইনখন পুনৰ প্ৰৱৰ্তন কৰা হ'ব নে নহয় সেই কথা অৱস্থা চাই নিৰ্ণয় কৰা হ'ব। কিছুদিনৰ বিৰতিৰ মূৰত পুনৰ ইয়াক প্ৰৱৰ্তন কৰাৰ ক্ষেত্ৰত অৱশ্যে বিধিগত বাধা নাই। এইদেখি চৰকাৰৰ এই ভাবুকি নিৰৰ্থক নাছিল।

পিচে আইনৰ ম্যাদ উকলি যোৱাৰ পিছত গুৱাহাটী উচ্চ ন্যায়লয়ৰ ন্যায়াধীশ — ন্যায়াধীশ ইবটম্বা সিং আৰু ন্যায়ধীশ বি.এল.হানছাৰিয়াক লৈ গঠিত খণ্ড আদালতে চেন্সৰ প্ৰৱৰ্তন কৰাৰ কৰ্তৃত্ব দিয়া আইনৰ সংশ্লিষ্ট ধাৰাৰ অবৈধ আৰু অসাংবিধানিক স্বৰূপ প্ৰকাশ কৰি যি ৰায় দিলে, সেয়ে চৰকাৰৰ বাটো মাৰি থ'লে। ন্যায়াধীশ দুগৰাকীৰ ৰায়ত সন্নিৱিষ্ট হোৱা বিশ্লেষণ আৰু উচ্চ ন্যায়ালয়ত কাকতৰ পক্ষৰ পৰা প্ৰধান আইনজ্ঞ ডঃ জগদীশ চন্দ্ৰ মেধিৰ নেতৃত্বত দাঙি ধৰা তথ্যবহুল ওকালতি সম্বাদপত্ৰৰ স্বাধীনতাৰ কৱচ পিন্ধোৱাৰ ক্ষেত্ৰত বহুতখিনি সহায়ক হ'ল। আইনৰ ম্যাদ অন্ত পৰাৰ আগতে এই কথা প্ৰকাশ পোৱা হ'লে

ৰাজ্য চৰকাৰৰ স্বেচ্ছাচাৰিতাৰ মুখা আৰু ভালকৈ খুলি দিব পৰা গলহেঁতেন।

যিহওক ন্যায়পালিকাৰ গৌৰৱপূৰ্ণ ভূমিকাই গণতন্ত্ৰক সজীৱ কৰাত বহুতখিনি সহায় কৰিলে। বিশেষকৈ ন্যায়পালিকাক দায়বদ্ধ কৰি তুলিবলৈ স্বৰ্গীয় ইন্দিৰা গান্ধীৰ নেত্ৰীত্বত অহৰহ প্ৰচেষ্টা চলাৰ উদাহৰণ আছে। ন্যায়পালিকাক খৰ্ব কৰাৰ প্ৰচেষ্টাৰ পাতনিৰ মূৰত জৰুৰী অৱস্থা ঘোষণা কৰা হৈছিল। ইন্দিৰা গান্ধীৰ ৰাজত্বৰ কালতে দায়বদ্ধ ন্যায়পালিকা গঢ়ি তোলাৰ বাবে চতুৰ কাৰ্য-ব্যৱস্থা অনুসৰণ কৰা হৈছিল। ন্যায়াধীশ নিযুক্তিৰ বেলিকা আগতীয়াকৈ বদলিৰ সম্পৰ্কত চৰকাৰক লিখিত ভাৱে প্ৰতিশ্ৰুতি দিয়াৰ ব্যৱস্থাই ভাৰতৰ উচ্চতম ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশকো ক্ষুব্ধ কৰি তোলা দেখা গল। মুখ্য ন্যায়াধীশ গৰাকীৰ কৰ্তৃত্বত হাত দি বদলিৰ প্ৰসঙ্গটোত চৰকাৰে চৰ্ত আৰোপ কৰিবলৈ আগবঢ়োৱা মাত্ৰ এটা চতুৰ কৌশল। এই সংক্ৰান্তত উচ্চতম ন্যায়ালয়ত গোচৰ চলি থকা অৱস্থাতো ন্যায়াধীশৰ 'কনফাৰমেচন' সম্পৰ্কে কেন্দ্ৰীয় চৰকাৰে খৰখেদা লগাই নিষ্পত্তি কৰিবলৈ চেষ্টা কৰাটো মন কৰিবলগীয়া কথা। উচ্চতম ন্যায়ালয়ৰ পৰামৰ্শৰ বিপৰীতে গৈ দুজন ন্যায়াধীশক 'কনফাৰ্ম' কৰা নহল। ফলত তেওঁলোক চাকৰিৰ পৰা বাদ পৰিল। উল্লেখযোগ্য যে 'কিচ্ছা কুৰ্চি কা' গোচৰটো লোৱা ন্যায়াধীশ জনো এই দুজনৰে এজন। সেইদেখি বুজিব লগীয়া সকলো কথা ৰাইজে বুজিব।

কিমান যে আওপকীয়া পন্থা অৱলম্বন কৰি ন্যায়পালিকাক খৰ্ব কৰি ৰখাৰ প্ৰচেষ্টা চলিছিল, তাৰ অন্ত নাই। কেইবাখনো ৰাজ্যৰ উচ্চ ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ অস্থায়ী ভাৱে থাকে। তেওঁলোকক স্থায়ী কৰাত অবাঞ্ছনীয় ভাৱে পলম কৰা হল। ইয়াৰ মাজতো স্পষ্ট ভাৱে এটা উদ্দেশ্য নিহিত আছিল। গুৱাহাটী উচ্চ ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ পদত স্থায়ী ভাৱে নিযুক্তি দিয়াটো দীঘলীয়া কালৰ বাবে স্থগিত ৰখা হৈছিল।

এনে পৰিবেশৰ মাজতো গুৱাহাটী উচ্চ ন্যায়ালয়ৰ দুজন সুযোগ্য ন্যায়াধীশে চেন্সৰ-ব্যৱস্থা সম্পৰ্কে দিয়া ৰায় সঁচাকৈ গৌৰবোজ্জল। এই ৰায় সম্পৰ্কে যি দৰে সৰ্ব ভাৰতীয় প্ৰতিক্ৰিয়া হব লাগিছিল, সেইদৰে হোৱা দেখা নগ'ল। আনকি নিখিল ভাৰত বাতৰি কাকত সম্পাদক সন্মিলনেও অসমত চেন্সৰ-ব্যৱস্থা চৰকাৰে উঠাই দিয়া বুলিহে 'সন্তোষ' প্ৰকাশ কৰি সামৰি থলে— তাতকৈ দূৰলৈ আগ নেবাঢ়িল। অসমৰ কাকতৰ ভিতৰত বাছি বাছি কেইখন

মানৱ ওপৰত চেন্সৰ প্ৰয়োগ কৰাৰ সম্পৰ্কত অৱশ্যে নিখিল ভাৰত বাতৰি কাকত সম্পাদক সন্মিলনৰ ভূমিকা সন্দেহৰ উৰ্দ্ধত নেথাকিল ।

চেন্সৰ প্ৰৱৰ্তন হোৱাৰ আগতে এই সন্মিলনৰ তৰফৰ পৰা কেইজনমান সদস্য অসমলৈ আহিছিল । তেওঁলোক আহি ব্যস্ত থাকিল- ঘাইকৈ দিছপুৰত । অৱশ্যে দৈনিক অসম প্ৰতিষ্ঠানৰ কাৰ্যালয়লৈ আহি কেইবাজনো সাংবাদিকৰ লগত (ময়ো উপস্থিত আছিলো) কথা পাতিছিল । যি সামান্য কথা হৈছিল, তাৰ পৰা ধাৰণা হ'ল যে তেওঁলোকে পূৰ্ব-নিৰূপিত ধাৰণা কিছুমান লৈহে কথা পাতিলে । তেওঁলোকৰ কথাৰ সুৰৰ পৰা সন্দেহ জাগিল- তেওঁলোক বাতৰি কাকত সম্পাদক সন্মিলনৰ প্ৰতিনিধি হৈ আহিছিল নে ইন্দিৰা কংগ্ৰেছৰ প্ৰতিনিধি অথবা চৰকাৰৰ প্ৰতিনিধি স্বৰূপে আহিছিল ?

তেওঁলোকে উলটি গৈ যি প্ৰতিবেদন দিলে, তাৰ ভিত্তিতে নিখিল ভাৰত বাতৰি কাকত সম্পাদক সন্মিলনে যুগুত কৰা বিৱৰণীয়ে কাৰ্যতঃ অসমৰ কাকতৰ বিৰুদ্ধে ব্যৱস্থা লোৱাৰ বাবে আওপকীয়া আৰু প্ৰচ্ছন্ন ভাৱে ইঙ্গিত দিয়া যেনেহে লাগিল । সৰ্বস্তৰৰ সকলোকে দায়বদ্ধ কৰি ৰখাটো প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীৰ চৰকাৰৰ অঘোষিত নীতি । সেই দেখি নিখিল ভাৰত বাতৰি কাকত সম্পাদক সন্মিলনৰ সভাপতি নিৰ্বাচনৰ বেলিকা এটা অদ্ভুৎ ঘটনা ঘটা দেখা গ'ল। ভাৰতৰ বিভিন্ন কাকতৰ সম্পাদক সকলৰ সংখ্যাগৰিষ্ঠ ভোটৰ দ্বাৰা যিজন সভাপতি ৰূপে নিৰ্বাচিত হব লাগিছিল বা হৈছিল, তেওঁক কৌশলেৰে আঁতৰ কৰি আন এজনকহে সভাপতি পতা হল । ইয়াৰ পিছত এই সন্মিলনৰ নেতৃত্ব কাৰ্যতঃ এটা বিশেষ দায়বদ্ধতাৰ পথেদি অগ্ৰসৰ হোৱা দেখা গল । ১৯৮৪ চনত ৰাজ্য সভাৰ নিৰ্বাচনত নিখিল ভাৰত বাতৰি কাকত সম্পাদক সন্মিলনৰ সেইজন সভাপতিকে ৰাজ্য সভালৈ কংগ্ৰেছ(ই) প্ৰাৰ্থী ৰূপে মনোনীত কৰাত বিষয়টো অধিক স্পষ্ট হৈ পৰিল ।

১৯৮০ চনৰ ২৬ মে'ৰ দিনা গুৱাহাটীলৈ অহা নিখিল ভাৰত বাতৰি কাকত সম্পাদক সন্মিলনৰ প্ৰতিনিধি দল যামনা দাস আখটাৰৰ নেতৃত্বত আহিছিল । অসমৰ পৰিস্থিতি অধ্যয়ন কৰিবৰ বাবে অহা এই প্ৰতিনিধি দলৰ প্ৰতিবেদনৰ সম্পৰ্কত অসমৰ প্ৰবীণ সাংবাদিক, অসম সাংবাদিক সন্থাৰ প্ৰাক্তন সভাপতি আৰু নিখিল ভাৰত বাতৰি কাকত সম্পাদক সন্মিলনৰ প্ৰাক্তন সদস্য

হৰেন্দ্ৰ নাথ বৰুৱাই সেই বছৰৰে জুলাই মাহৰ কুৰি তাৰিখে দিয়া বিবৃতিত প্ৰতিনিধি দলৰ দায়বদ্ধতা, পক্ষপাতিত্ব আৰু তথ্য বিকৃতিকৰণ সম্পৰ্কে চোকা সমালোচনা কৰিছিল। ৪৮ ঘন্টাৰো কম সময় অসমত থাকি আৰু অকল গুৱাহাটীতে নিজক সীমাবদ্ধ কৰি ৰাখি তেওঁলোকে পূৰ্ব-নিদ্ধাৰিত আৰু উদ্দেশ্য প্ৰণোদিত ভাৱে প্ৰতিবেদন দিয়া বুলি বিবৃতিত অভিযোগ কৰে। 'অসমকে ধৰি উত্তৰ-পূব অঞ্চলৰ পাৰ্বত্য ৰাজ্যবোৰৰ ৰাজ্যপাল' বুলি প্ৰতিবেদনত উল্লেখ কৰি প্ৰতিনিধি দলে যে গাত কথা নলগা ধৰণেৰে সকলো কথাৰ বিচাৰ লৈছিল, তাৰে প্ৰমাণ দিয়া বুলি বিবৃতিটোত উল্লেখ কৰে।

১৯৮০ চনৰ ২ জুন তাৰিখে নিখিল ভাৰত বাতৰি কাকত সম্পাদক সন্মিলনৰ সভাপতি বিশ্ববন্ধু গুপ্তাই সন্মিলনৰ সদস্য সকললৈ পঠোৱা চিঠিত জনায় যে নতুন দিল্লীৰ 'অমৰ ভাৰত'ৰ সম্পাদক যামনা দাস আখতাৰ, নতুন দিল্লীৰে 'কাদম্বিনী'ৰ সম্পাদক ৰাজেন্দ্ৰ আৱস্থি, ত্ৰিবান্দ্ৰমৰ 'কলা-কৌমুদী'ৰ এম.আৰ.এছ. মানি আৰু ৰায়পুৰৰ 'দেশবন্ধু'ৰ প্ৰাক্তন সম্পাদক ললিত সুৰজনে অসমৰ পৰিস্থিতি সম্পৰ্কে প্ৰতিবেদন দিয়ে। চিঠিত কোৱা মতে প্ৰতিনিধি দলে ১৯৮০ চনৰ ২৯ মে তাৰিখলৈকে ৰাজ্যৰ বিভিন্ন ঠাইত ভ্ৰমণ কৰে। কিন্তু ক'লৈ ক'লৈ গ'ল তাৰ একো উল্লেখ নাই। আমি জনাত তেওঁলোক ৰাজ্যৰ বিভিন্ন ঠাইলৈ যোৱা নাছিল। ৰাজ্য চৰকাৰৰ সংশ্লিষ্ট বিভাগৰ পৰা জানিবলৈ বিচৰাত তেওঁলোকেও ভ্ৰমণৰ বিষয়ে একো তথ্য দিব নোৱাৰিলে। সেই সময়ত ৰাজ্যত যি পৰিস্থিতি আছিল, তাৰ মাজত প্ৰতিনিধি দলে ৰাজ্যৰ বিভিন্ন ঠাইত ভ্ৰমণ কৰাটো সম্ভৱপৰ নহয়।

প্ৰতিনিধি দলে ৰাজ্যৰ কাক কাক লগ ধৰিলে, তাৰ যিখন তালিকা দিয়া হৈছে তাৰ মাজত অৱশ্যে জ্যোতি বসুৰ নামটো আছে। অসমৰ মানুহৰ তালিকাত পশ্চিম বঙ্গৰ মুখ্য মন্ত্ৰীৰ নামটো কেনেকৈ সোমাল ? আন হাতে অসমৰ বাতৰি কাকতৰ মানুহক লগ ধৰাৰ সম্পৰ্কত যি নামৰ তালিকা দিয়া হল, তাত মোৰ নামটো নাই। দৈনিক অসমৰ সম্পাদক হিচাপে উপস্থিত থাকি তেওঁলোকৰ উপস্থিতিত বহা সভাখনত মোৰ পোনপটীয়া প্ৰশ্ন কেইটাৰ সন্মুখীন হৈ অসন্তুষ্ট হৈয়েই হবলা মোৰ নামটোকে বাতিল কৰি দিলে।

আন এটা কথাও উল্লেখযোগ্য। এই তালিকাখনৰ এঠাইত উল্লেখ কৰিছে যে প্ৰতিনিধি দলে "The alleged mediator" কো লগ ধৰে। এনে

অসৌজন্যসূচক ভাৱে উল্লেখ কৰা লোক বেগৰাকী আছিল গুৱাহাটী উচ্চ ন্যায়ালয়ৰ প্ৰাক্তন মুখ্য ন্যায়াধীশ বাহাৰউল ইছলাম, গুৱাহাটী উচ্চ ন্যায়ালয়ৰে আন এজন প্ৰাক্তন মুখ্য ন্যায়াধীশ এম.চি. পাঠক আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাক্তন উপাচাৰ্য ডঃ মথুৰা নাথ গোস্বামী। অসমৰ সমস্যাৰ সমাধানৰ বাবে নিজৰ ৰবীয়াকে এই বিশিষ্ট লোক সকলে চলোৱা প্ৰচেষ্টাৰ সম্পৰ্কত চোৰাং কাৰবাৰৰ প্ৰচেষ্টা চলোৱা লোকৰ বিষয়ে উল্লেখ কৰাদি "Three alleged mediator" বুলি কৰা উল্লেখে নিশ্চয় শালীনতা ৰক্ষা কৰা নাই।

প্ৰতিবেদনত "Under ground leaders" ক (আত্মগোপনকাৰী নেতৃবৰ্গক) লগ ধৰা বুলিও কৈছিল। অসমৰ আন্দোলনৰ মাজত সেইটো কি "Under ground" বস্তু তেওঁলোকে আবিষ্কাৰ কৰিলেহি, সেই কথাহে বুজিব পৰা নগ'ল। অসমৰ কোনো সংগঠনকে অবৈধ বুলি ঘোষণা নকৰা অৱস্থাত এনে দায়িত্বহীন উল্লেখে অসমৰ গোটেই সমস্যাটোকে বিকৃত ৰূপত উপস্থাপন কৰিবলৈ চেষ্টা কৰা বুলিহে অভিযোগ তুলিব পাৰি। ইমান দায়িত্বশীল সন্মিলন এখনৰ প্ৰতিনিধিত্ব কৰা দল এটাই এনে তৰাং প্ৰতিবেদন এখন যুগুত কৰিব পাৰে বুলি বিশ্বাস কৰিবলৈ টান লাগে।

নিখিল ভাৰত বাতৰি কাকত সম্পাদক সন্মিলনৰ প্ৰতিনিধি সকল যে জ্ঞানৰ 'মহা সাগৰ' সেই বিষয়ে সন্দেহ নাই। তেওঁলোকে ক্ষন্তেকৰ বাবে আহিয়েই প্ৰতিবেদনত লিখি দিলে যে আন্দোলনৰ নেতৃবৰ্গৰ চীনৰ প্ৰতি সহানুভূতি থকাৰ 'স্পষ্ট প্ৰমাণ' তেওঁলোকে পালে। আৰৌ তাৰ ঠিক পিছৰ বাক্যটোত জনালে যে 'চি.আই.এ'ৰ কাৰ্যকলাপো তেওঁলোকৰ দৃষ্টিগোচৰ হল। 'ৰাডাৰ' চকুৱা এই '০০৭' সকলে আহিয়েই 'চি.আই.এ'কো ধৰা পেলালে। এই প্ৰতিনিধি দলৰ প্ৰতিবেদনতে বাতৰি কাকতৰ বিৰুদ্ধে কঠোৰ ব্যৱস্থা লোৱাৰ পৰামৰ্শ দিয়াৰ পিছতে নিখিল ভাৰত বাতৰি কাকত সম্পাদক সন্মিলনৰ অনুমোদন পোৱা বুলি উৎফুল্ল হৈ তেতিয়াৰ অসম চৰকাৰে অসমৰ কেইখনমান বাতৰি কাকতৰ ওপৰত চেন্সৰ-ব্যৱস্থা প্ৰৱৰ্তন কৰিলে। এনে অকুণ্ঠ সমৰ্থন জনোৱা বাবে নিখিল ভাৰত বাতৰি কাকত সম্পাদক সন্মিলনৰ সভাপতি গৰাকীয়ে দিল্লীৰ 'মচনদ'ৰ আশীৰ্বাদো পালে; তেওঁ পুনৰ সন্মিলনৰ সভাপতি হোৱাৰ উপৰিও পিছত কংগ্ৰেছৰ(ই) প্ৰাৰ্থী ৰূপে সংসদলৈ নিৰ্বাচিত হল।

উল্লেখযোগ্য যে নিখিল ভাৰত বাতৰি কাকত সম্পাদক সন্মিলনৰ

তৰফৰ পৰা আহি অসমৰ কাকতৰ ওপৰত কঠোৰ ব্যৱস্থা লবলৈ পৰামৰ্শ দিয়া প্ৰতিনিধি দলৰ নেতত্ব কৰা নতুন দিল্লীৰ 'অমৰ ভাৰত'ৰ সম্পাদক যামনা দাস আখটাৰৰ দৰে 'উপকাৰী' মানুহক কৰ্তৃপক্ষই পাহৰা নাই। সেই দেখি ১৯৯১ চনতো আমি যামনা দাস আখটাৰৰ কথা আকৌ শুনিবলৈ পালো। কাশ্মীৰত সেনা বাহিনীয়ে অত্যাচাৰ চলোৱা বুলি বাতৰি কাকতত প্ৰকাশ পোৱা বাতৰিৰ বিচাৰ লবলৈ প্ৰেছ কাউন্সিলে ভাৰ দিয়া সকলৰ মাজত যামনা দাস আখটাৰো আছিল। এই সকল লোকৰ প্ৰতিবেদনৰ ভিত্তিতে প্ৰেছ কাউন্সিলে ৰায় দিলে যে সেনা বাহিনীয়ে কাশ্মীৰত অত্যাচাৰ চলোৱা নাই; প্ৰকাশিত বাতৰিবোৰ 'অতিৰঞ্জিত আৰু অসত্য'। পিচে কাশ্মীৰৰ সম্বাদ পত্ৰ আৰু সাংবাদিক সকলে এই সম্পৰ্কত তীব্ৰ প্ৰতিবাদ জনাই কলে যে কাশ্মীৰলৈ গৈ বিচাৰ লবলৈ ভাৰ পোৱা যামনা দাস আখটাৰ কাশ্মীৰলৈ যোৱাই নাছিল আৰু বাকী সকল কাশ্মীৰলৈ গৈছিল যদিও কোনো ঠাইলৈ যোৱা নাছিল। চৰকাৰী ভৱনতে তেওঁলোক সোমাই আছিল।

## আদালতত গোচৰ

চেন্সৰ-ব্যৱস্থাৰ বিৰুদ্ধে আদালতৰ কাষ চাপিব লগীয়া হল। পিচে আদালতত বিচাৰ নিষ্পতি হয় মানে চেন্সৰৰ নিৰ্দেশৰ মিয়াদ অন্ত হল। ফলত চৰকাৰো বে-আইনী ব্যৱস্থা এটাৰ ক্ষেত্ৰত আদালতৰ গঞ্জনা খোৱাৰ পৰা ৰক্ষা পৰিল।

চেন্সৰ ব্যৱস্থাৰ বিৰুদ্ধে 'আছাম ট্ৰিবিউন' আৰু 'দৈনিক অসম'ৰ মালিক পক্ষ, 'আছাম ট্ৰিবিউন এমপ্লয়িজ ইউনিয়ন' আৰু যোৰহাটৰ 'দৈনিক জনমভূমি'ৰ তেতিয়াৰ সম্পাদক প্ৰফুল্ল চন্দ্ৰ বৰুৱাৰ তৰফৰ গোচৰ তৰা হৈছিল।

গোচৰ তৰোতা সকলৰ হৈ ওকালতি কৰোতা সকলৰ নেতৃত্ব কৰে ডঃ জগদীশ চন্দ্ৰ মেধিয়ে - যাৰ বুদ্ধি-দীপ্ত আৰু সূক্ষ্ম আইনৰ বিচাৰে চৰকাৰক থকা সৰকা কৰিছিল আৰু নাগৰিক অধিকাৰ তথা বাতৰি কাকতৰ স্বাধীনতাৰ চৌদিশে বেহু ৰচনা কৰিছিল। অৱশ্যে দেশৰ অৱশিষ্ট অঞ্চলে এইজন আইনবিদৰ বিশ্লেষণৰ খবৰ ৰখাৰ প্ৰয়োজন বোধ নকৰিলে। গোচৰত ডঃ মেধিক সহায় কৰিবলৈ যি সকল সুদক্ষ আইনজ্ঞ আগবাঢ়ি আহিছিল, সেই সকলৰ ভিতৰত

আছিল- ডি কে ভট্টাচাৰ্য্য, পি কে গোস্বামী, এ কে ভট্টাচাৰ্য্য, এ চি বৰা, বি পি বৰা, এ কে দাস, এছ এন শৰ্মা

## সংবিধানৰ পৰিপন্থী

চেন্সৰ প্ৰৱৰ্তন কৰা আইন তথা নিৰ্দেশৰ সম্পৰ্কত আদালতৰ ওচৰত নিবেদন জনাই কোৱা হৈছিল যে আইনখনৰ ২ নম্বৰ দফাৰ ২ নম্বৰ ছেদত কৰ্তৃপক্ষৰ হাতত বাধাহীন ক্ষমতা দিয়াটো সংবিধানৰ ১৪ নম্বৰ অনুচ্ছেদৰ পৰিপন্থী। আনহাতে কোনো পদ্ধতিগত ৰক্ষা কৱচো নাই — কিযনো বাতৰি কাকতৰ বিৰুদ্ধে নিৰ্দেশ জাৰি কৰাৰ আগতেই বাতৰি কাকতৰ বক্তব্য শুনাৰ কোনো ব্যৱস্থা নাই।

উচ্চ ন্যায়ালযে আইনখনৰ ২ নম্বৰ দফাৰ ২ নম্বৰ ছেদৰ 'গ' ভাগটো সংবিধান-বিৰোধী বুলি ৰায় দিলে। এই ভাগটোত কোৱা হৈছিল - " require any matter relating to a particular subject or class of subjects shall before publication be submitted for scrutiny by an authority appointed by the state government on its behalf and publish only in accordance with the direction given there at"

বাতৰি কাকতৰ ওপৰত অত্যাচাৰ আৰম্ভ কৰিবলৈ চৰকাৰৰ যে উপায়ৰ অভাৱ নাই, তাৰো পৰিচয় অসমৰ আন্দোলনৰ সময়ছোৱাত পোৱা গ'ল। চৰকাৰে চেন্সৰৰ ব্যৱস্থা কৰি বাতৰি চেন্সৰ কৰাৰ কেন্দ্ৰ পাতিলে দিছপুৰত। প্ৰায় ৬ কিলো মিটাৰ আঁতৰলৈ দিনটোত তিনিবাৰ মান এইদ'ৰে খবৰ পঠিয়াব লাগে। বিশেষকৈ ৰাতিৰ খেপত ৯-৩০ মান বজাৰ আগতে বাতৰি পঠাই দি মাজ নিশাৰ আগলৈকে চেন্সৰ কৰা বাতৰি উলটি অহাৰ আগলৈকে বাট চাব লাগে। ফলত কাকতখন দৈনিক ৰাতিপুৱা সময় মতে উলিয়াবলৈ টান হৈ পৰিল। ইপিনে দৈনিক অনা নিয়াৰ খৰচ আছেই। এইবোৰ অসুবিধাৰ কথা জনাই চেন্সৰকাৰী কৰ্তৃপক্ষক অনুৰোধ জনোৱা হৈছিল- যাতে চেন্সৰ কাৰ্য্যালয় গুৱাহাটীৰে জন সম্পৰ্ক ৰক্ষী কাৰ্য্যালয়ত পতা হয়। পিচে সিপক্ষৰ গা নললিল। আচৰিত কথা যে জৰুৰী অৱস্থাৰ সময়ত চেন্সৰ প্ৰৱৰ্তন কৰোতে এনে বৈৰী

ভাৱেৰে কাৰ্য্য ব্যৱস্থা হাতত লোৱা নাছিল । কাকতৰ সুবিধাৰ কাৰণেই দৈনিক অসমৰ কাৰ্য্যালয়ৰ কাষতে থকা জনসংযোগ সম্পৰ্ক ৰক্ষী কাৰ্য্যালয়তে চেন্সৰ কাৰ্য্যালয় পতা হৈছিল । আনকি সময়ত চেন্সৰকাৰী বিষয়াই কাকতৰ কাৰ্য্যালয়লৈ আহি তাতে চেন্সৰ কৰি কাকতৰ সময় ৰাহি কৰি দিছিল ।

## কাকতৰ ওপৰত জুলুম

আনহাতে কাকতখনক জুলুম কৰিবৰ কাৰণে ইটোৰ পিছত সিটোকৈ গোচৰ তৰা হল । তাৰে দুই এটা গোচৰ দুই একক উচটাই দি তৰোৱা হৈছিল। অৱশ্যে বাকীবোৰ গোচৰৰ আয়োজন পৰিকল্পিত ভাৱেই কৰা হৈছিল । দিছপুৰত হেনো জনৈক উচ্চপদস্থ অসমীয়া পুলিচ বিষয়াৰ নেতৃত্বত এটা গোট গঠন কৰা হৈছিল আৰু ইয়াত ডেৰ বছৰ মানৰ দৈনিক অসম গোটাই লৈ কোনবোৰ বা-বাতৰিৰ ক্ষেত্ৰত গোচৰ তৰিব পাৰি তাৰে পৰীক্ষা চলিছিল । আচৰিত কথা যে জনৈক অনা অসমীয়া উচ্চ পদস্থ পুলিচ বিষয়াই (এইজন বিষয়াৰ সম্পৰ্কতে দৈনিক অসমত বিভিন্ন বাতৰি প্ৰকাশ কৰি বিভিন্ন অভিযোগ তোলা হৈছিল) তেনেবোৰ বাতৰিৰ বাবে গোচৰ তৰাৰ প্ৰয়োজন নাই বুলিহে পৰামৰ্শ দিছিল । ৰাষ্ট্ৰপতিৰ আমোল প্ৰৱৰ্তিত থকা কালত ৰাজ্যপালৰ জনৈক উপদেষ্টাই আনকি কিবা এটা অজুহাত দেখুৱাই দৈনিক অসম গোষ্ঠীৰ কাকতৰ পৰিচালনাৰ দায়িত্ব চৰকাৰৰ হাতলৈ নিয়াৰ দিহাও দিছিল ।

## অসমৰ কাকতৰ স্থিতি

দেশৰ স্বাধীনতাৰ সময়লৈকে অসমত বাতৰি কাকতৰ স্থিতি অতি দুৰ্বল আছিল । দেশৰ অন্যান্য অঞ্চলত অসমৰ বাতৰি, ৰাজ্যখনৰ প্ৰকৃত সমস্যাৰ বিৱৰণ আদি প্ৰচাৰ হোৱাটো দূৰৰ কথা, ৰাজ্যখনৰ ভিতৰতে অসমৰ বাতৰি সম্যক ভাৱে প্ৰচাৰ হোৱা নাছিল । অৱশ্যে ৰাজ্যৰ বাহিৰৰ – বিশেষকৈ পশ্চিম বঙ্গৰ – বাতৰি কাকতৰ প্ৰচলন আছিল । এইবোৰ বাতৰি কাকতৰ দৃষ্টিকোণ সুকীয়া আছিল আৰু অসমীয়াৰ মনৰ সম্বাদ এনে কাকতত নাছিল । ফলত

অসমৰ প্ৰকৃত কথা বাহিৰত প্ৰচাৰ হোৱা নাছিল। স্বাধীনতাৰ পিছত অসমৰ পৰা দৈনিক বাতৰি কাকতকে ধৰি বিভিন্ন কাকত ওলোৱাৰ পিছত পৰিস্থিতি কিছু সলনি হল যদিও অসমৰ বাতৰি কাকতৰ স্থিতি আপেক্ষিক ভাৱে দূৰ্বল হোৱা বাবে অসমৰ বাহিৰৰ মানুহে অসমৰ কথা জনাৰ পথ তেতিয়াও ঠেক হৈ থাকিল। ফলত কাৰ্যতঃ কলিকতাৰ বাতৰি কাকতহে অসমৰ 'মুখপত্ৰ' হৈ থাকিল —— অসমৰ বাহিৰৰ মানুহৰ বাবে।

এই অৱস্থাৰ আমূল পৰিৱৰ্তন ঘটালে — অসমত অস্তিত্ব ৰক্ষাৰ বাবে চলা ছবছৰীয়া আন্দোলনৰ সময়ত সৃষ্টি হোৱা পৰিস্থিতিয়ে। পোন প্ৰথম বাৰৰ বাবে কলিকতাৰ বাতৰি কাকতৰ জলঙাইদি নসৰাকৈ অসমৰ বাতৰিয়ে পোনপটীয়া ভাবে ভাৰতৰ তথা ভাৰতৰ বাহিৰত প্ৰচাৰৰ মুখ দেখা পালে। অসমক বুজিবলৈ, অসমৰ সমস্যাৰ কথা জানিবলৈ দেশৰ অৱশিষ্ট অংশ তথা বিদেশৰ ৰাষ্ট্ৰ সমূহে প্ৰথমে সুযোগ পালে তেতিয়াই। অসমৰ কাকতে নতুন মৰ্য্যাদা লাভ কৰিলে। দেশৰ বিভিন্ন কাকত, আলোচনীত অসমৰ কথা প্ৰকাশ পালে। আনকি বিদেশতো প্ৰচাৰ হল। বি-বি-চি, বিদেশৰ নানান কাকত-পত্ৰত অসমৰ আলোচনাই স্থান পালে।

অৱশ্যে তাৰ মাজতো অন্তৰাযৰ সৃষ্টি নোহোৱাকৈ নেথাকিল। বিশেষকৈ কলিকতাৰ পৰা ইংৰাজী আৰু বাংলা ভাষাত প্ৰকাশ পোৱা দৈনিক কাকত বোৰে অসমৰ আন্দোলনৰ বিৰুদ্ধে জেহাদ ঘোষণা কৰিলে - বিশেষ কেতবোৰ উদ্দেশ্য লৈ এইবোৰ কাকতে অপপ্ৰচাৰ, বিকৃত প্ৰচাৰ চলোৱাৰ উপৰিও অসমত আইন-শৃংখলাৰ সমস্যা হব পৰা ধৰণৰ বা-বাতৰি পৰিবেশন কৰিবলৈকো কুণ্ঠাবোধ নকৰিলে। অসমৰ আন্দোলনক বঙালী খেদা আন্দোলন, অনা-অসমীয়া খেদা আন্দোলন, চি-আই-এৰ প্ৰৰোচনাত চলা আন্দোলন, সাম্প্ৰদায়িক তথা বিচ্ছিন্নতাবাদী আন্দোলন, মুছলমান -বিৰোধী আন্দোলন - আদি বিভিন্ন বিশেষণেৰে 'বিভূষিত' কৰিলে। অসমত অনুপ্ৰবেশ কৰা বাংলাদেশী সকল যিহেতু বাংলাভাষী লোক, সেই কাৰণেই এইবোৰ কাকতে এটা বিশেষ দৃষ্টিকোণৰ পৰাহে বিষয়টোলৈ লক্ষ্য কৰিলে।

অৱশ্যে আৰু এটা দৃষ্টিকোণে এই ক্ষেত্ৰত কাম কৰিলে। সেয়া হল — 'ভোট বেংক'ৰ স্বাৰ্থ। কেন্দ্ৰ আৰু ৰাজ্যত অধিষ্ঠিত থকা দলৰ আৰু লগতে আন কেতবোৰ দলৰ 'ভোট বেংক' স্বৰূপে থকা এই বিদেশী নাগৰিক সকলক

ৰক্ষণাবেক্ষণ দিয়াৰ বাবে ৰাজনৈতিক স্বাৰ্থতে কিছুমান উঠি পৰি লাগিল আৰু তেওঁলোকৰ স্বাৰ্থৰ বাহক হিচাপে কাম কৰিলে অসমৰ ভিতৰৰ আৰু ভাৰতৰ বিভিন্ন ঠাইৰ কিছুমান বাতৰি কাকতে । এইবোৰ কাকতে দলীয় দৃষ্টিকোণৰ পৰা সকলো ধৰণেৰে অপপ্ৰচাৰ চলালে ।

## কোনেও নেমাতিলে

অসমত চলা এনে ৰাজনৈতিক স্বাৰ্থ জড়িত কাৰ্য কলাপে অসমৰ বাতৰি কাকতৰ ওপৰত প্ৰবল হেঁচা পেলালে । আন্দোলনৰ সময়ত অসমৰ বাতৰি কাকতত আৰু সাংবাদিকৰ ওপৰত যিবোৰ জুলুম চলিল তাৰ বিৰুদ্ধে ভাৰতৰ অৱশিষ্ট অংশৰ বাতৰি কাকতেও একো মাত নেমাতিলে । আনকি অসমৰ একাংশ বাতৰি কাকতৰ ওপৰত 'selective censor' ব্যৱস্থা প্ৰৱৰ্তন কৰা হল । (অৰ্থাৎ বাছি বাছি অসমৰ কেইখন মান কাকতৰ ওপৰত চেন্সৰ প্ৰৱৰ্তন কৰা হল । অথচ অসমৰ বাহিৰৰ কাকতত অপপ্ৰচাৰ চলাবলৈ লাইচেন্স দিয়া হল ।) সেই বিষয়েও ভাৰতৰ বাতৰি কাকতবোৰে প্ৰতিবাদ নজনালে । অৱশ্যে জনোৱাৰ উপায়ো নাই । নিখিল ভাৰত বাতৰি কাকত সম্পাদৰ সন্মিলনৰ সেই সময়ৰ মূৰব্বী সকল দিল্লীৰ শাসক বৰ্গৰ ফলীয়া লোক আছিল । সন্মিলনে অসমলৈ অসমৰ বাহিৰৰ কেতবোৰ কাকতৰ সম্পাদকৰ দল এটাক (এইবোৰ কাকতৰ মাজত এখনো প্ৰসিদ্ধ বাতৰি কাকত নাছিল । তেওঁলোকক বাছি বাছি যেই বাছনি কৰা হৈছিল ) পৰিস্থিতি অধ্যয়ন কৰিবলৈ অসমলৈ পঠালে । তেওঁলোকে দিছপুৰলৈ আহি তাতে সোমাই থাকি 'অধ্যয়ন' কৰিলে আৰু চেন্সৰৰ পৰামৰ্শ দিলে ।

প্ৰেছ কাউন্সিলৰ প্ৰভেদমূলক বিচাৰৰ কথাও এই খিনিতে উল্লেখ কৰিব পাৰি । অসমৰ চেন্সৰ ব্যৱস্থা সম্পৰ্কে প্ৰেছ কাউন্সিলে সময় মতে এবাৰো নেমাতিলে যদিও ১৯৮৪ চনৰ জুন মাহত পঞ্জাব চৰকাৰে জাৰি কৰা 'প্ৰি-চেন্সৰ' ব্যৱস্থাৰ সম্পৰ্কত উদ্বেগ প্ৰকাশ কৰি কাউন্সিলে পঞ্জাব চৰকাৰক এই আদেশ প্ৰত্যাহাৰ কৰিবলৈ আহ্বান জনাইছিল ।

দেশৰ বিভিন্ন বাতৰি কাকত, আলোচনী আদিয়ে অসমৰ আন্দোলনৰ

বিষয়ে আলোচনা, বাতৰি আদি পৰিবেশন কৰিলেও তাৰ মাজতো শ্ৰেণী ভেদ আছে। কিছুমানে বিষয়-নিষ্ঠাৰে আলোচনা কৰি প্ৰকৃত অৱস্থা দাঙি ধৰিবলৈ চেষ্টা কৰিলে। আনবোৰে কিন্তু বিভিন্ন স্বাৰ্থৰ তাগাদাত বিকৃত ৰূপ এটাহে পৰিবেশন কৰিলে। তাৰ মাজতো আমি উল্লেখ কৰিব পাৰো যে ইণ্ডিয়ান এক্সপ্ৰেছ আদি কাকতে প্ৰকৃত অৱস্থা দাঙি ধৰিবলৈ চেষ্টা কৰিছিল। কুলদীপ নায়াৰ, অৰুণ শৌৰি, ভাৰ্গিজ আদি বিশিষ্ট সাংবাদিক সকলে আহি নিজে পৰিস্থিতি অধ্যয়ন কৰিলে। The Illustrated Weekly, India Today আদিয়ে বিতং বিশ্লেষণ দাঙি ধৰিলে। (অৱশ্যে তাৰে সকলোবোৰ অভিপ্ৰেত ধৰণৰ নহয়)। বাতৰি কাকতক সাময়িক আলোচনাৰ প্ৰবন্ধ যোগোৱা 'ইনফাই' (বিশেষকৈ ইন্দ্ৰজিতে) বিভিন্ন প্ৰবন্ধৰ যোগেদি অসমৰ কথা দাঙি ধৰিবলৈ চেষ্টা কৰে। আনকি প্ৰবাসত থকা অসমীয়া বাসিন্দা সকলেও বিভিন্ন প্ৰকাশনৰ যোগেদি অসমৰ বক্তব্য দাঙি ধৰিছিল। এই ক্ষেত্ৰত বৃটেইনৰ Assam Association এ Asoma নামৰ ইংৰাজী-অসমীয়া উভয় ভাষাত প্ৰকাশ কৰা প্ৰকাশনৰ কথাও উল্লেখ কৰিব পাৰি। দেশৰ ভিতৰত আৰু বাহিৰতো এনে এটা পৰিবেশ সৃষ্টি হোৱা বাবেই মহেশ যোশীৰ 'Assam, the Indian conflict' নামৰ বিশ্লেষণাত্মক কিতাপৰ দৰে কিতাপ ওলাবলৈ পালে। অৱশ্যে মহেশ যোশীয়ে মই কোৱা এষাৰ কথা তেওঁৰ কিতাপত সঠিক ভাৱে লিপিবদ্ধ কৰা নাই। তেওঁ মোৰ সৈতে আলোচনা কৰোতে মই কৈছিলো যে আমাৰ কাকতখনেই পোন প্ৰথমে বিদেশী নাগৰিকৰ অনুপ্ৰবেশৰ গুৰুতৰ সমস্যাৰ কথা দাঙি ধৰি মানুহৰ চকু মুকলি কৰি দিলে আৰু মূৰকত আন্দোলনৰ সূত্ৰপাত ঘটিল। কিন্তু কিতাপখনত দৈনিক অসমে আন্দোলন আৰম্ভ কৰি দিলে বুলি মই কোৱা বুলি উল্লেখ কৰিছে। মই সেইবুলি কোৱা নাছিলো। আত্মম্ভৰিতাৰ এনে স্পৰ্দ্ধা মই কোনো কালে দেখুওৱা নাই। তদুপৰি আনৰ যহৰ পৰা চান কাঢ়ি নিজৰ বুলি বৰাই কৰি পৰৰ সান্দহেৰে বিহু পতাৰ লোভো মোৰ নাই।

বিদেশী নাগৰিকৰ সন্দৰ্ভত অসম জুৰি চলা আন্দোলনৰ বেলিকা এটা কথা দেখা গল যে অসমক প্ৰায় সকলোৱে উপনিবেশৰ দৰে গণ্য কৰে। গণতান্ত্ৰিক মূল্যবোধ, সাংবিধানিক মৰ্য্যাদা, দেশৰ ফেডাৰেল গাথনিৰ অঙ্গৰাজ্য এখনৰ আৰু তাৰ মানুহখিনিৰ অস্তিত্ব — এইবোৰ যেন বিচাৰ্য্য বিষয় নহয়েই। দায়িত্বৰ পৰা ফালৰি কাটি যাবৰ কাৰণেই চৰকাৰী, বে-চৰকাৰী সমগ্ৰ প্ৰচাৰ

মাধ্যম নিয়োজিত হল — অসমৰ আন্দোলন, মূল দাবী আৰু অসমীয়া মানুহখিনিক বিকৃত ৰূপত উপস্থাপন কৰিবলৈ। ডঃ গোৱেবলছৰ প্ৰচাৰৰ সৈতে সমধৰ্মী প্ৰচাৰ ৰাজ্য এখনৰ বিৰুদ্ধে এনেদৰে পৰিকল্পিত ভাৱে চলোৱাৰ দ্বিতীয় উদাহৰণ দেশৰ আন ক'তো নোলাব।

এইখিনিতে এটা কথা বিশেষভাৱে উল্লেখযোগ্য। অৰ্থনৈতিক স্থিতাৱস্থাৰ ভেটি লৰাবলৈ বাওঁপন্থী মহলে চেষ্টা চলালে ক্ষমতাত অধিষ্ঠিত পক্ষ আৰু সোঁ পন্থী মহলে খড়্গহস্ত হৈ তেনে উদ্যোগক মষিমূৰ কৰিবলৈ সৰ্বাত্মক প্ৰচেষ্টা হাতত লয়। কিন্তু ৰাজনৈতিক ন্যস্ত স্বাৰ্থৰ গাথনি কঁপাই তুলি স্থিতাৱস্থাক বিপন্ন কৰি তুলিলে তেতিয়াও এটা সুকীয়া ধৰণৰ প্ৰতিক্ৰিয়া হয়। ৰাজনৈতিক প্ৰক্ৰিয়াৰ গাথনিটোৰ লগত সোঁ-বাওঁ সকলো ৰাজনৈতিক শক্তিৰে ন্যস্ত স্বাৰ্থ জড়িত হৈ আছে। সেই দেখি ইয়াত জোকাৰণি উঠিলে সোঁ-বাওঁ নিৰ্বিশেষে সকলো জঁকি উঠে। ইতিমধ্যে তাৰ প্ৰমাণ কিছু বছৰৰ আগতে স্বৰ্গীয় জয় প্ৰকাশ নাৰায়ণৰ দ্বাৰা পৰিচালিত আন্দোলনৰ ক্ষেত্ৰত দেখা গৈছিল। বিধান সভা, নিৰ্ব্বাচন, নিৰ্বাচিত প্ৰতিনিধি, ৰাজনৈতিক দল — সকলোৰে স্থিতাৱস্থা লৰাই গণদেৱতাক এটা নতুন স্থিতিলৈ জয় প্ৰকাশ নাৰায়ণে তুলি নিয়া দেখি তাৰ বিৰুদ্ধে সোঁ-বাওঁ সকলো শক্তি জঁকি উঠিছিল। আনকি জয় প্ৰকাশ নৰায়ণৰ মগজুৰ বিকৃতি ঘটা বুলি ৰাজহুৱা ভাৱে গঞ্জনা দিয়াৰ বাবেও কুণ্ঠাবোধ কৰা নাছিল।

বিদেশী নাগৰিকৰ ক্ষেত্ৰত অসমত চলা আন্দোলনৰ বেলিকাও একে পৰিবেশৰ সৃষ্টি হৈছিল। বিধান সভা, নিৰ্বাচন, নিৰ্বাচিত প্ৰতিনিধি, ৰাজনৈতিক দল — সকলোকে অচল কৰি আৰু লগতে ভোট বেংকক বিপন্ন কৰি দিছিল গণদেৱতাৰ জোৱাৰে। এই জাগ্ৰত গণদেৱতাই ৰাজনীতিৰ বৰশীৰ টোপ গিলা নাছিল; দমনৰ আগত সেও মনা নাছিল; অহিংস আন্দোলনক এটা নতুন স্থিতিত উপনীত কৰাইছিল। সেইদেখি সেই স্থিতিৰ পৰা অৱনত কৰাৰ উদ্দেশ্যৰে হিংসাৰ উচটনি দি কেতবোৰ অবাঞ্ছনীয় ঘটনা ঘটাবলৈ সৰ্বাত্মক প্ৰচেষ্টা চলোৱাৰ কথাও আমি জানো। মুঠতে ৰাজনৈতিক স্থিতাৱস্থাৰ ভেটিতে পতা ন্যস্ত স্বাৰ্থৰ ভঁৰালত ভুঁইকঁপৰ জোকাৰণি উঠিছিল। ফলত সোঁ-বাওঁ সকলো ৰাজনৈতিক শক্তিয়ে হাতত হাত মিলাই ইয়াৰ বিৰুদ্ধে ৰণ-শিঙা বজাইছিল।

## নিশাটোৰ ভিতৰতে

ভাৰতৰ সীমান্তইদি সৰকি আহিলেই নিশাটোৰ ভিতৰতে বিদেশী

নাগৰিকক ভাষিক সংখ্যালঘু আৰু ধৰ্মীয় সংখ্যালঘুলৈ ৰূপান্তৰিত কৰা মানসিকতা এটাই সদায় কাম কৰি আহিছে । এই সকল লোকৰ বেলিকা মানৱতা,গণতন্ত্ৰ আদিৰে বুটা বছা কথা আমি শুনিয়েই আছো । কিন্তু এতিয়া মানৱতাৰ নামত কন্দা-কটা কৰা বিড়াল তপস্বী সকলেই তাহানি মানৱতা, ভাৰতবৰ্ষ আৰু ভাৰতৰ সাতামপুৰুষীয়া ঐতিহ্যৰ প্ৰতি বিশ্বাসঘাতকতা কৰা নাছিলনে বাৰু ? লাখ লাখ মানুহৰ চৰম বিপৰ্য্যয় ঘটাবৰ বেলিকা মানৱতাক ৰৰপেৰাৰ ভিতৰত সুমুৱাই থোৱা হৈছিল । দেশৰ বিভাজনৰ যোগেদি পিতৃ ভিঠাৰ পৰা গৰু-ছাগলিৰ দৰে খেদি পঠাবৰ বেলিকা, অলেখ নাৰীক নিকৰুণ নিৰ্যাতনৰ বলি কৰাৰ বেলিকা কাৰো বিবেকত আঁচোৰ পৰা নাছিল । ঠেক ৰাজনৈতিক ন্যস্ত স্বাৰ্থ পূৰণ কৰাৰ বাবেই তেতিয়াৰ নেতৃবৰ্গই ভাৰতৰ প্ৰতি, মানৱতাৰ প্ৰতি বিশ্বাস ঘাতকতা কৰি দেশৰ বিভাজন ঘটাই হলেও লৰালৰি লগাই গাদী দখল কৰি নিজক নিষ্কন্টক কৰাৰ কথাকে ভাবিলে মাত্ৰ ।

বুৰঞ্জীৰ জৰিয়তে মগজু প্ৰক্ষালন কৰাৰ চেষ্টা আগতেও চলিছিল- এতিয়াও চলিছে । ভাৰতৰ বিভাজন আৰু স্বাধীনতাৰ বুৰঞ্জীৰ ক্ষেত্ৰতো সেয়ে নচলা নহয় । দেশৰ বিভাজন অবিহনে স্বাধীনতা সম্ভৱপৰ নাছিল বুলি প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰা সকলে এটা কথা পিচত ঢাকি ৰাখিবলৈ চেষ্টা কৰে । স্বাধীনতা আন্দোলনৰ নেতৃত্ব বহনকাৰী সকলে যদি আৰু কিছুদিনলৈ আন্দোলন চলাই থাকিলহেঁতেন, তেন্তে অবিভক্ত ভাৰত এখনেই হয়তো স্বাধীনতাৰ ৰ'দ-কাঁচিয়লিত থিয় দিব পাৰিলেহেঁতেন । কিয়নো বৃটিছ সিংহ চেৰেলা পৰাটো সুস্পষ্ট ভাৱে প্ৰতীয়মান হৈছিল । জাপানে ত্ৰস্ত কৰি তোলা বৃটেইনে এছিয়াৰ এই অঞ্চলত নিজৰ প্ৰতিচ্ছবি ইতিমধ্যে হেৰুৱাইছিল । আজাদ হিন্দ ফৌজৰ কাৰ্য-কলাপে ভাৱিষ্যতৰ নতুন বিপৰ্য্যয়ৰ ছবি বৃটেইনৰ আগত দাঙি ধৰিছিল । তদুপৰি ভাৰতীয় নৌ-বাহিনীত হোৱা বিদ্ৰোহে বৃটিছৰ বিশ্বাসৰ ধৰণী কঁপাই তুলিছিল । আনহাতে, দ্বিতীয় মহাসমৰে যি ওলট-পালট ঘটালে, তাৰ মাজত সোমাই বৃটেইন ইতিমধ্যে নিম্নতৰ শক্তিলৈ অৱনত হল । সেই দেখি আৰু কিছুদিনলৈ হেঁচাৰ সন্মুখীন হোৱা হলে আমাৰ স্বাৰ্থৰ ভিত্তিতে ভাৰতৰ স্বাধীনতা আদায় কৰিব পৰা গলহেঁতেনে ।

## নতুন 'দাবীদাৰ'ৰ ভয়ত ?

কিন্তু আমাৰ স্বাধীনতা আন্দোলনৰ নেতৃত্ব বহন কৰা কংগ্ৰেছে বাট

চোৱাৰ ধৈৰ্য্য নেৰাখিলে। বাট চালে ভৱিষ্যতৰ ৰাজনৈতিক কৰ্তৃত্বৰ বাটত নতুন 'দাবীদাৰ' ওলায় বুলি শংকিত হল। সেই সময়ৰ চীনৰ ঘটনাৱলীয়ে নানান মহলৰ নানান আশংকাৰ ভাব কঢ়িয়াই আনিছিল। আনহাতে এছিয়াৰ এই অঞ্চলৰ মানুহৰ মনলৈ চীনৰ ঘটনাৱলীয়ে নতুন প্ৰত্যয় কঢ়িয়াই আনিছিল। চিয়াং-কাই-শ্বেকক অনুক্ৰমে পৰাজিত কৰি চীনত কমিউনিষ্ট ৰাজ প্ৰতিষ্ঠা কৰাৰ শেষ পৰ্য্যায়ত উপনীত হোৱাৰ সময়ত সেইজাক বতাহ বিয়পি পৰে বুলি বহুতৰ মনত ভয় সোমাইছিল। সেই দেখি ভৱিষ্যতৰ ভাৰতৰ ৰাজনৈতিক কৰ্তৃত্বৰ সংকট উপস্থিত হব বুলি তেতিয়াৰ নেতৃত্বই ভয় কৰিছিল। তেওঁলোকে বাট চোৱাৰ ধৈৰ্য্য হেৰুৱালে; সেই কাৰণে ৰাজনৈতিক কৰ্তৃত্ব ৰখা সকলৰ কৰ্তৃত্ব অটুট ৰখাৰ স্বাৰ্থত আৰু অৰ্থনৈতিক ক্ষেত্ৰত কৰ্তৃত্ব ৰখা সকলৰ অৰ্থনৈতিক কৰ্তৃত্ব অব্যাহত ৰখাৰ স্বাৰ্থত দেশৰ বিভাজনৰ মূৰতো স্বাধীনতা লাভ কৰাৰ বাবে পিচ হুঁহকি যোৱা দেখা নগল। দেশৰ প্ৰতি কৰা এই বিশ্বাসঘাতকতা মগজু প্ৰক্ষালনৰ দ্বাৰা ঢাকি ৰাখিবলৈকো সেই সকল সমৰ্থ হ'ল।

পিচে ৰাজনৈতিক তথা অৰ্থনৈতিক কৰ্তৃত্ব হাতৰ মুঠিত ৰখাত নিষ্কন্টক হলেও দেশৰ বিভাজনৰ জৰিয়তে যি সমস্যাৰ সমাধান হব বুলি ভবা হৈছিল, সেই সমস্যাৰ সমাধান প্ৰকৃততে হ'ল জানো ? দেশৰ বিভাজনৰ সময়ত কংগ্ৰেছ সভাপতি ৰূপে থকা মৌলানা আবুল কালাম আজাদে পণ্ডিত জৱাহৰলাল নেহৰুক দোষাৰোপ কৰি পোন প্ৰথম বাৰৰ বাবে মগজু প্ৰক্ষালনৰ বিৰুদ্ধে মাত মাতিছিল যদিও মৰণোত্তৰ কালত প্ৰকাশ পোৱা এই উক্তিয়ে তেতিয়া তাৰ তাৎপৰ্যকে হেৰুৱাই পেলালে।

# প্ৰেছ কাউন্সিলত 'আচামী'

শ্ৰীমতী আনোৱাৰা টাইমূৰৰ নেত্ৰীত্বাধীন কংগ্ৰেছ (ই) চৰকাৰৰ অভিযোগ ক্ৰমে ভাৰতৰ প্ৰেছ কাউন্সিলৰ আগতো দৈনিক অসমৰ হৈ এটা গোচৰত থিয় হ'ব লগা হৈছিল । সেই গোচৰৰ বাবে কেইবা বছৰো দৈনিক অসমৰ সংখ্যা গোটাই গোচৰৰ উপলক্ষ্য বিচাৰিবলৈ বিষয়া নিয়োগ কৰি বিশেষ 'গোট' গঠন কৰাৰ খবৰ পাইছিলো । এই বিষয়ত আগ ভাগ লৈ চৰকাৰৰ বিশেষ কৃপা ভাজন হবলৈ জনৈক উচ্চ পদস্থ অসমীয়া বিষয়া অতিশয় তৎপৰ হোৱা বুলিও খবৰ পাইছিলো । (পিচত অৱশ্যে সেই বিষয়াজনে মনে খন্দা পুখুৰীত পানী খাবলৈ নেপালে । টাইমূৰ চৰকাৰৰ দিনতেই সেই বিষয়াজনে উচ্চ পদৰ পৰা আঁতৰি ৰাজ্যান্তৰৰ পদলৈ অপ্ৰীতিকৰ ভাবে বদলিহে হ'ব লগীয়া হল ।)

যি হওক, সেই মতে দৈনিক অসমৰ বিৰুদ্ধে গোচৰ উঠিল । ন্যায়াধীশ গ্ৰুভাৰৰ নেতৃত্বত বহা কাউন্সিলৰ বিচাৰ সভাত অসম চৰকাৰৰ প্ৰতিনিধি ৰূপে উপস্থিত থকা উচ্চ পদস্থ চৰকাৰী বিষয়াক ন্যায়াধীশ গ্ৰুভাৰে কেতবোৰ প্ৰশ্নেৰে থকা সৰকা কৰিছিল । দৈনিক অসমৰ খবৰ অসত্য আছিল বুলি অসম চৰকাৰে তোলা অভিযোগৰ সম্পৰ্কত প্ৰেছ কাউন্সিলৰ সভাপতিয়ে প্ৰশ্ন কৰিছিল যে প্ৰকাশিত বাতৰি যদি অসত্য আছিল, তেন্তে সেই বাতৰি অস্বীকাৰ কৰি প্ৰেছ নোট পঠোৱা নাছিল নে ? অসম চৰকাৰৰ তৰফৰ পৰা উত্তৰ দিয়া হৈছিল যে পঠোৱা হোৱা নাছিল । কিয় পঠোৱা নাছিল বুলি প্ৰশ্ন কৰোতে অসম চৰকাৰৰ উচ্চ পদস্থ বিষয়া গৰাকীয়ে কাউন্সিলৰ আগত কৈছিল যে সেই সময়ত অসমত চলা আন্দোলনৰ কাৰণে অসম চৰকাৰৰ কাৰ্য্যালয় অচলাৱস্থাত আছিল । সেই দেখি প্ৰেছ নোট দিয়াটো সম্ভৱপৰ নাছিল । (অথচ অসম চৰকাৰ তথা আকাশ বাণীয়ে অনবৰত কৈ আহিছিল যে আন্দোলনৰ ফলত চৰকাৰী কাৰ্যালয়ত কোনো প্ৰভাৱ পৰা নাছিল । ইপিনে কাকতৰ বিৰুদ্ধেও সততে অভিযোগ তুলিছিল যে কাকতে চৰকাৰী প্ৰেছ নোট আদি প্ৰকাশ নকৰে)।

## সাম্প্ৰদায়িকতা ?

অভিযোগ তুলি অসম চৰকাৰৰ তৰফৰ পৰা দৈনিক অসমৰ

সম্পাদকীয় এটাৰ ইংৰাজী ৰূপান্তৰ কাউন্সিলৰ আগত পাঠ কৰি শুনোৱা হৈছিল — সাম্প্ৰদায়িকতা আৰু চৰকাৰৰ বিৰুদ্ধে উচটনি দিয়াৰ প্ৰমাণ স্বৰূপে। কিন্তু কাউন্সিলে সেই সন্দৰ্ভত মন্তব্য দিলে যে সম্পাদকীয়টোত সাধাৰণ ভাৱে কৰা কেতবোৰ মন্তব্যহে আছে । আনকি কোনো সম্প্ৰদায়ৰ সম্পৰ্কত একো উল্লেখ নথকা বুলি কাউন্সিলৰ তৰফৰ পৰা মত প্ৰকাশ কৰিছিল । অন্যান্য অভিযোগৰ ক্ষেত্ৰতো অসম চৰকাৰৰ অভিমতে কাউন্সিলত ৰেখাপাত কৰা বুলি ধাৰণা নহল ।

আনকি কাউন্সিলৰ তৰফৰ পৰা অসম চৰকাৰৰ প্ৰতিনিধিক এইবুলিও কোৱা হৈছিল যে কাকতখনৰ বিৰুদ্ধে কি অভিযোগ আছে, তাক সুস্পষ্ট ভাৱে দাঙি ধৰা হোৱা নাই কিয় ? কাউন্সিলে তাকে জনাবলৈ কলে । লগতে অৱশ্যে অতি তাৎপৰ্য্যপূৰ্ণ কথা এষাৰো কাউন্সিলৰ সভাপতিয়ে ক'লে । সভাপতিয়ে প্ৰসঙ্গক্ৰমে উল্লেখ কৰিলে যে এই গোচৰটো নিস্পতি নোহোৱাকৈ বেছি দিনলৈ ৰাখি থ'ব নোৱাৰি । কিয়নো কেন্দ্ৰীয় গৃহ মন্ত্ৰী দপ্তৰে বিষয়টো সোনকালে নিস্পতি কৰিব লাগে বুলি কৈ আছে ।

## চূড়ান্ত ৰায়

কথাষাৰৰ তাৎপৰ্য্য তেতিয়া সিমান সম্যক ভাৱে উপলব্ধি কৰিব পৰা নাছিলোঁ । কিন্তু কাউন্সিলৰ চূড়ান্ত ৰায় যেতিয়া পালো, তেতিয়া আচল তাৎপৰ্য্য বুজিবলৈ টান নহল । কাউন্সিলৰ চূড়ান্ত বৈঠকত মই উপস্থিত থকা নাছিলো । উকীলেহে মোক প্ৰতিনিধিত্ব কৰিছিল । বিচাৰৰ চূড়ান্ত ৰায় ইউ-এন-আইৰ বাতৰি যোগেহে মই পাইছিলোঁ । এই ৰায় পঢ়িবলৈ পাই মই স্তম্ভিত হৈছিলো । সাম্প্ৰদায়িক বিদ্বেষৰ প্ৰচাৰ চলোৱা বুলি আমাৰ কাকতখনক কাউন্সিলে সৰ্তক কৰি দিলে । কিন্তু আচৰিত কথা যে তেনে প্ৰচাৰৰ এটা উদাহৰণো কাউন্সিলে সুস্পষ্ট ভাবে দিব নোৱাৰিলে । আনকি সৰ্তক বাণী শুনোৱা নিদেৰ্শটোত এই সম্পৰ্কীয় শব্দ গাথনিৰ মাজতো অভিযোগৰ নিশ্চয়তাৰ সুৰ বিচাৰি পোৱা নগল। কাউন্সিলে অৱশ্যে আন এটা অভিযোগৰ সম্পৰ্কত দিয়া নিদেৰ্শত স্পষ্টতাৰ অভাৱ নাছিল — চৰকাৰী প্ৰেছ নোট কাকতখনে প্ৰকাশ নকৰা সম্পৰ্কীয় । নিৰ্দিষ্ট

কেইখনমান প্ৰেছনোট প্ৰকাশ নকৰা বুলি ৰাজ্য চৰকাৰে কাউন্সিলৰ আগত অভিযোগ তুলিছিল।

প্ৰেছনোটৰ সম্পৰ্কত ইতিমধ্যে অসম চৰকাৰে কাউন্সিলৰ আগত আন্দোলনৰ কাৰণে কাৰ্য্যালয় 'অচলাৱস্থা'ত থকা বুলি স্বীকাৰ কৰাৰ পিছত ৰাজ্য চৰকাৰে প্ৰেছ নোটৰ বিষয়ে অধিক স্পষ্টীকৰণ কাউন্সিলৰ আগত দাঙি ধৰা উচিত আছিল।

## প্ৰেছনোটৰ ৰহস্য

পিচে প্ৰেছ নোটৰ ৰহস্যটোৰ সম্পৰ্কত এটা কথা সমূহ ৰাইজৰ অৱগতিৰ বাবে লিখি থোৱা উচিত বুলি ভাবিলোঁ। অতিশয় নিশ্চিত সূত্ৰৰ পৰা প্ৰমাণসূচক ভাৱে বিদেশী নাগৰিক সংক্ৰান্ত আন্দোলনৰ সময়তে বাতৰি পাইছিলো যে ৰাজ্য চৰকাৰে কিছুমান পুলিচ বিষয়াক নিৰস্ত্ৰ কৰিছে। অৰ্থাৎ তেওঁলোকৰ হাতত থকা আগ্নেয়াস্ত্ৰ চৰকাৰে লৈ গৈছে। এই বাতৰিটো কাকতত প্ৰকাশ কৰা হৈছিল। প্ৰকাশ হোৱাৰ পিচত অসংখ্যবাৰ আকাশ বাণীয়ে গুৱাহাটী কেন্দ্ৰৰ যোগেদি সেই বাতৰি অস্বীকাৰ কৰি প্ৰচাৰ কৰাৰ উপৰিও আসাম ট্ৰিবিউন কাকততো চৰকাৰী প্ৰেছনোট যোগে চৰকাৰে অস্বীকাৰ কৰাৰ কথা প্ৰকাশ কৰা হ'ল। কিন্তু দৈনিক অসমলৈ সেই প্ৰেছনোট নাহিল। তেতিয়াই মোৰ গা চবাইছিল যে কিবা ফান্দ পাতিছে। সেই দেখি আসাম ট্ৰিবিউনত প্ৰকাশ পোৱা প্ৰেছ নোট খনকে মই পিচদিনা দৈনিক অসমতো প্ৰকাশ কৰিছিলোঁ। মূৰকত মোৰ সন্দেহটোৱেই সঁচা হলগৈ। প্ৰেছ কাউন্সিলৰ আগত অসম চৰকাৰে এনে কেইখন মান প্ৰেছ নোটকে প্ৰকাশ নকৰা বুলি উল্লেখ কৰিলে — যি কেইখন দৈনিক অসমলৈ পঠোৱাই নাছিল।

অসম চৰকাৰৰ অভিযোগৰ সন্দৰ্ভত প্ৰেছ কাউন্সিললৈ সুদীৰ্ঘ ভাৱে দৈনিক অসমৰ তৰফৰ পৰা সমিধান দিয়া হৈছিল। কোন বোৰ প্ৰেছ নোট কোন তাৰিখে প্ৰকাশ কৰা হৈছিল, চৰকাৰৰ মূৰব্বী সকলৰ কোনবোৰ গুৰুত্বপূৰ্ণ ঘোষণা কোন দিনা প্ৰকাশ কৰা হৈছিল, সাম্প্ৰদায়িক অশান্তিৰ পৰা বিৰত থাকিবলৈ কোন কোন তাৰিখে কি সম্পাদকীয় আৰু কি বাতৰি প্ৰকাশ কৰা হৈছিল- সেই

সকলোবোৰ তথ্য ইংৰাজী প্ৰতিলিপি সহ কাউন্সিলৰ আগত দাখিল কৰা হৈছিল।

তথাপি কাকতখনৰ বিৰুদ্ধে সাম্প্ৰদায়িকতাৰ সম্পৰ্কত তোলা এই অভিযোগৰ যথাৰ্থতাৰ বিচাৰ অসমৰ ৰাইজলৈকে আগ বঢ়োৱা হ'ল । আমি এতিয়াও দাবী কৰো যে দৈনিক অসমৰ অবিৰাম গোহাৰিয়ে আন্দোলনৰ বিভিন্ন সময়ত ৰাইজক সংযত কৰি ৰখাত বৰঙণি যোগাইছিল । অৱশ্যে দৈনিক অসমৰ গাত চিটিকনি পেলোৱাত সফলতা লাভ কৰা শক্তিশালী মহল এটাই অন্যান্য কেতবোৰ ৰাজ্যৰ বিশেষ কিছুমান বাতৰি কাকতক ধোৱা তুলসীপাত কৰি তুলিব পাৰিলে বুলি নিজে ভাবিলেও অসমৰ মানুহখিনি ইমান গণ্ডাৰ নহয় যে তেওঁলোকেও সেই বুলিয়েই ভাবিব । আচল কথা হল — সেইবোৰ কাকতৰ লগত সংশ্লিষ্ট শক্তিশালী মহলৰ ইমান বঢ়িয়া সংযোগ আছে যে এইবোৰ কাকতৰ বিৰুদ্ধে কোনো অভিযোগকে প্ৰতিপন্ন কৰাৰ থল নাই । নহলেনো অসমৰ বাহিৰৰ কাকতত অসমৰ ৰাজ্যপাল, মুখ্য সচিব প্ৰমুখ্যে কেইবাজনো উচ্চ পদস্থ পদাধিকাৰী 'পঞ্চম বাহিনীৰ' লোক বুলি বৰ বৰ হৰফেৰে প্ৰকাশ কৰা বাতৰিৰ সন্দৰ্ভতো একো বিচাৰ নোহোৱাকৈ থকাটো সম্ভৱপৰ হলহেঁতেন নে ? ধাৰাবাহিক ভাৱে সাম্প্ৰদায়িক বিদ্বেষ আৰু উচটনি সম্বলিত বাতৰি সেই বোৰ কাকতে প্ৰকাশ কৰি থকা সত্বেও তেনে কোনো এটা বিষয়ৰো বিচাৰ কৰাৰ প্ৰয়োজনীয়তা কোনেও উপলব্ধি নকৰিলেনে ? তেনে এটা বাতৰিও অস্বীকাৰ কৰি অসম চৰকাৰ তথা কেন্দ্ৰীয় চৰকাৰে এখন প্ৰেছ নোট দিয়াৰো প্ৰয়োজনীয়তা আৰু সেই প্ৰেছ নোট কাকতত প্ৰকাশ নোহোৱা বুলি এটা অভিযোগ তোলাৰো আৱশ্যকতা অনুভৱ নকৰিলেনে ?

## ওলোটা ছবি

যি হওক ন্যায়াধীশ গ্ৰুভাৰৰ নেতৃত্বাধীন প্ৰেছ কাউন্সিলে মোক আৰু দৈনিক অসমক গৰিহণা দিলে যদিও পৰৱৰ্তী কালৰ বিসঙ্গতি এটাই কিন্তু সম্পূৰ্ণ ওলোটা ছবি এখন দাঙি ধৰিলে —— এই একেজন ন্যায়াধীশ গ্ৰুভাৰে নেতৃত্ব কৰা দুৰ্গা দাস ৰতন দেৱী ন্যাসৰ বাছনি কমিটীয়ে । (এই কমিটীত সদস্য ৰূপে আছিল - অচ্যুত পটবৰ্দ্ধন, ন্যায়াধীশ এম.এম.ইছমাইল, অধ্যাপক উমা শংকৰ

যোশী, ননি.এ. পাল্কিৱালা, গঙ্গাচৰণ সিংহ, এম.ভি.দেশাই, ডঃ কে. এন. জৰ্জ, ডঃ এইছ.এম.নায়ক আৰু ন্যায়াধীশ এ.চি.গুপ্ত)। এইখন কমিটীৰ অনুমোদন মতে সাংবাদিকতাৰ বাবে ১৯৮৭ চনৰ ১৮ জুলাই দিনা তেতিয়াৰ ৰাষ্ট্ৰপতি গিয়ানি জাইল সিঙৰ যোগেদি মোক দুৰ্গাৰতন বঁটা দিলে। বঁটা দিওঁতে প্ৰশস্তি-পত্ৰত যিখিনি কথা উল্লেখ কৰিলে, সেইখিনি কথাৰ লগত ন্যায়াধীশ গ্ৰুভাৰৰ নেতৃত্বত প্ৰেছ কাউন্সিলে মোক আৰু দৈনিক অসমক দিয়া গৰিহণাৰ কথা খিনিৰ মিল নেথাকিল।

সেইখিনি কথা ইয়াত উল্লেখ কৰিলে নিজৰ ঢোল নিজে কোবোৱা বুলি মানুহে নাক কোঁচালেও মই নিৰুপায়। প্ৰশস্তি-পত্ৰৰ অসমীয়া পাঠটোকে ইয়াত তুলি দিলো ঃ-

"আপুনি অসমীয়া সম্বাদ সেৱাৰ ক্ষেত্ৰত নিজৰ বাবে এখন উপযুক্ত আসন অধিকাৰ কৰিছে। ১৯৬৫ চনৰ পৰা ১৯৮৬ চনলৈ আপোনাৰ সম্পাদনাৰ কালতেই গুৱাহাটীৰ দৈনিক অসমে দেশৰ প্ৰথম শাৰীৰ দৈনিকবোৰৰ মাজত স্থান লভিলে। সম্পাদক হিচাপে আপুনি দৃঢ়, স্বাধীন মনোবৃত্তি আৰু সত্যনিষ্ঠতাৰ দ্বাৰা জৰুৰী অৱস্থা প্ৰৱৰ্তনৰ প্ৰথম অৱস্থাত বাতৰি কাকতৰ স্বাধীনতাৰ প্ৰতি লেখত ল'বলগীয়া বিশিষ্ট অৱদান আগবঢ়ালে। আপুনি যি নিৰ্ভীকতাৰে বাতৰি কাকতৰ ওপৰত আৰোপ কৰা প্ৰতিবন্ধকতাৰ বিৰুদ্ধে যুঁজিলে তাৰ বাবে সংবাদসেৱী ৰাইজ আপোনাৰ ওচৰত ধৰুৱা আৰু কৃতজ্ঞ হৈ ৰ'ব। ধৰ্ম-যুদ্ধত প্ৰবৃত্ত হোৱা সকলৰ লেখীয়া আপোনাৰ সাহসিকতা অকল সংবাদসেৱী সকলৰ অধিকাৰ প্ৰাপ্তিৰ ক্ষেত্ৰতে সীমাবদ্ধ নাছিল। অসমৰ জনসাধাৰণে যেতিয়া বিদেশীৰ অবৈধ অনুপ্ৰবেশৰ বিৰুদ্ধে নিজৰ ন্যায্য দাবীৰ বাবে আন্দোলন চলাবলৈ ল'লে তেতিয়াও আপোনাৰ প্ৰেৰণাত্মক লিখনীৰ বাবেই দৈনিক অসম কাকতখন সঁচাকৈয়ে অসমৰ জনসাধাৰণৰ শক্তিমন্ত কণ্ঠস্বৰ যেন হৈ পৰিছিল। আপুনি এক সূক্ষ্ম সমস্যাৰ সন্মুখীন হৈছিল- এহাতে অসমীয়া ৰাইজৰ ক্ষুব্ধ অনুভূতিক প্ৰকাশৰ বাট দিবলগীয়া হৈছিল আৰু আনহাতে দেশৰ উচিত স্বাৰ্থৰ যাতে ক্ষতি নহয় তাৰ বাবেও সৰ্তক হ'বলগীয়া হৈছিল। আপুনি এই দুয়ো দিশতে সফলতা লাভ কৰিছিল। বিচাৰক মণ্ডলীয়ে আপোনাৰ কৃতিত্ব সমূহৰ বাবে সন্মান প্ৰদান কৰা সঁচাকৈয়ে যুক্তিযুক্ত হৈছে।"

দুৰ্গা দাস বঁটাই দিয়া স্বীকৃতিতকৈয়ো এইখিনি মন্তব্যৰ যোগেদি

ন্যায়াধীশ গ্ৰুভাবে (যিজনে প্ৰেছ কাউন্সিলৰ যোগেদি মোক আৰু দৈনিক অসমক গৰিহণা দিছিল) দৈনিক অসম, দৈনিক অসমৰ সম্পাদক আৰু অসমৰ সাংবাদিকতাৰ প্ৰতি জনোৱা স্বীকৃতি অধিক তাৎপৰ্য্যপূৰ্ণ আৰু মোৰ কাৰণে ব্যক্তিগত বিজয় বুলি ভাবোঁ। সেই কাৰণেহে প্ৰশস্তি-পত্ৰৰ এই কথা খিনি ইয়াত তুলি দিলো - নিজৰ ঢোল নিজে বজোৱা বুলি পঢ়ুৱে সমাজে যেন ভুল নুবুজে।

## জব্দ কৰাৰ বাবে !

আচল কথা হল – বিদেশী নাগৰিকৰ সম্পৰ্কত অসমত চলা আন্দোলনৰ সংক্ৰান্তত কেন্দ্ৰীয় চৰকাৰ আৰু অসম চৰকাৰ, আকাশ বাণী আৰু ৰাজ্যান্তৰৰ-কেতবোৰ বাতৰি কাকতে ধাৰাবাহিক ভাবে চলোৱা অসত্য প্ৰচাৰ আৰু অপপ্ৰচাৰৰ বিৰুদ্ধে দৈনিক অসমে মাত মাতি ভেদ ভাঙি দিছিল। সেইটোৱেই সহ্য হোৱা নাছিল। সেইদেখি কাকতখনক জব্দ আৰু বিব্ৰত কৰাৰ বাবে ধাৰাবাহিক ভাবে চৰকাৰী আৰু বে-চৰকাৰী সূত্ৰৰ যোগেদি গোচৰ তৰা হৈছিল। চেন্সৰৰ অভিযান আছিল পোনপটীয়া। কিন্তু এইবোৰ হল আওপকীয়া ধৰণৰ। বাতৰি কাকতক জব্দ কৰাৰ বাবে চৰকাৰৰ তূণত দেখাৰ কাঁড় আছে। জৰুৰী অৱস্থাৰ সময়ৰ পৰা চৰকাৰে দিবলগীয়া হৈ থকা বহুত লাখ টকা বন্ধ কৰি ৰখাকে ধৰি বিবিধ তলগুৰীয়া কাম কৰি থকা হৈছিল। এই ক্ষেত্ৰত সংশ্লিষ্ট চৰকাৰী বিভাগে কিমান নিষ্ঠাৰে চৰকাৰী নীতি পালন কৰি কাকতখনক অসুবিধাত পেলাব পাৰে, তাৰে এটা উদাহৰণ দি থব পাৰোঁ। বিজ্ঞাপন প্ৰকাশ কৰা সংক্ৰান্তত অসমৰ এখন জিলাৰ সদৰৰ পৰা বুজন পৰিমাণৰ ধনৰ 'চেক' এখন আসাম ট্ৰিবিউন প্ৰতিষ্ঠানৰ নামত ভাৰপ্ৰাপ্ত সংশ্লিষ্ট বিভাগৰ যোগেদি পঠোৱা হল। সেই বিভাগে কিন্তু 'চেক'খন মাহৰ পিচত মাহ ধৰি গাপ দি থৈছিল। যিদিনা 'চেক'খন ভঙোৱাৰ মিয়াদ শেষ হব, ঠিক সেইদিনাই আবেলি চাৰে তিনিমান বজাত 'চেক'খন পিয়নৰ যোগেদি আসাম ট্ৰিবিউন প্ৰতিষ্ঠানলৈ পঠোৱা হল। তেতিয়া অৱশ্যে বেংকৰ কাষ চপাৰ কোনো উপায় নাই। কিয়নো ২ বজাতে বেংকৰ দিনটোৰ বিত্তীয় লেনদেন সামৰি থয়। এয়া মাত্ৰ এটা উদাহৰণহে।

এটা কথা সকলোৱে জানে যে ব্যৱসায়ী সকলক বিত্তীয় বিষয়ত

বেংকে পাৰ্যমানে সা-সুবিধা দিয়ে । এই ক্ষেত্ৰত নিৰ্ভৰযোগ্য ব্যৱসায়ীৰ লগত বেংকে পূৰ্ণ সহযোগ কৰে । পিচে বেংকৰ ৰাষ্ট্ৰীয়কৰণৰ মূৰত চৰকাৰে যে বেংকৰ যোগেদি পাশুপাত অস্ত্ৰ প্ৰয়োগ কৰিব পাৰে, তাৰ প্ৰমাণ পোৱা গল অসমত। কেন্দ্ৰৰ জনৈক প্ৰভাৱশালী মন্ত্ৰীয়ে (পিছত অৱশ্যে এইজন মন্ত্ৰী অকল বিত্ত দপ্তৰৰ পৰাই নহয়, কেন্দ্ৰৰ মন্ত্ৰীত্বৰ পৰাও খহিব লগীয়া হৈছিল) বেংকত থকা জাতি-ভাই সকলৰ জৰিয়তে মৌখিক নিৰ্দেশৰ যোগেদি কাকতৰ সৈতে টকা-পইচাৰ লেনদেনৰ ক্ষেত্ৰত যিবোৰ তলগুজীয়া কাম কৰিলে, সেইবোৰৰ বিষয়ে পোনপটীয়াকৈ উল্লেখ কৰাৰ উপায় নাই । কিয়নো তাৰ সামান্য দলিল ৰূপে এটা লিখিত নিৰ্দেশো দাখিল কৰাৰ থল নাই । কিয়নো সকলো কাম মৌখিক ভাৱে চলিল আৰু বাতৰি কাকতে নীৰবে অশেষ নিৰ্যাতন ভুগিব লগীয়া হল ।

## সপোন যেন লাগিছিল

স্বৰ্গীয় ৰাধাগোবিন্দ বৰুৱা পৰিকল্পিত ভাবে আগবঢ়া মানুহ। সেইদেখি দৈনিক অসমৰ ক্ষেত্ৰতো পৰিকল্পিত ভাবেই আগবাঢ়িছিল। আঠ পৃষ্ঠাকৈ উলিওৱা কাকতখনৰ পৰিকল্পিত জীৱনৰ প্ৰথম কেইটা দিন সপোন যেন লাগিছিল। বহুত নিশালৈকে প্ৰথম সংখ্যাটো ছপা হোৱাৰ সময়লৈকে ছপাশালৰ কাষত থিয় হৈ আছিলো। প্ৰথম দিনাৰ সম্পাদকীয়ৰ পাণ্ডুলিপিটো মই সযতনে ৰাখি থৈছিলো। আজিও টুকুৰা কাকতৰ টোপোলাত সেইটো সোমাই আছে। সুযোগ্য সহযোগী সকলৰ সহযোগিতাত মনৰ সপোন পূৰাবলৈ পাৰ্যমানে চেষ্টা কৰিছিলো। কমল গগৈ, যোগেশ দাস, ফণী তালুকদাৰ, কুল বৰা, অনিল বৰুৱা, পৰেশ পাঠক, প্ৰেম শৰ্মা, জ্যোতিৰ বৰুৱা, নৱ শৰ্মা, প্ৰভাত খাটনিয়াৰ, অমৰেন্দ্ৰ গোস্বামী, পুষ্প গোস্বামী, পৰশু গোস্বামী, ভূপেন মহন্ত, উপেন্দ্ৰ নাথ বৰকটকী, জয়কান্ত শৰ্মা, মায়াৰাম তামুলী, অৰ্কেন্দু বৰুৱা, ত্ৰৈলোক্য দত্ত, মহম্মদ ইউচুফ আৰু আহিঁ কাকত চাওঁতা চন্দ্ৰ মজুমদাৰ, প্ৰমোদ চৌধুৰী, বিপিন শৰ্মা, হৰেণ দাস আদিৰ সেৱা আৰু সহযোগিতাৰ কথা মই সদায় শ্ৰদ্ধাৰে সুঁৱৰিম। বাতৰি দিওঁতা হিচাপে বিভিন্ন ঠাইত কাকতৰ তৰফৰ পৰা নিয়োগ কৰা প্ৰতিনিধি সকলৰ সেৱাও কম নাছিল। নিজা বাতৰি দিওঁতা সকলৰ বানচ আৰু সা-সুবিধা আশানুৰূপ হোৱা নাই বুলি মই উপলব্ধি কৰোঁ। এই ক্ষেত্ৰত কৰিব লগীয়া বহুতখিনি বাকী আছে। তেনেবোৰ সীমাবদ্ধতাৰ মাজত কাম কৰিও বদন বৰুৱা, গনেশ দাস, বিবুধ কলিতা, সতীশ চন্দ্ৰ চৌধুৰী আদিয়ে যি নিষ্ঠা প্ৰদৰ্শন কৰিছিল, তাৰ স্মৃতি মনত সজীৱ হৈ আছে।

## চাৰিপিঠীয়া

কিন্তু নানান অসুবিধাই কাকতৰ কলেৱৰ ৮ পিঠীয়াৰ পৰা ৬ পিঠীয়া আৰু শেষত চাৰি পিঠীয়া কৰি পেলোৱাত সকলো ওলট-পালট হৈ গল। দেওবৰীয়া চ'ৰা বন্ধ হৈ গল। এই চ'ৰালৈ পঠোৱা গল্প, কবিতা, প্ৰবন্ধ দ'ম বান্ধি থাকে। 'অকণিৰ বংঘৰ' শিতানটো বন্ধ হোৱাৰ ফলত মনত যি গোৰণি

উঠিছিল, সেই পোৰণি আজিও ... যোৱা নাই। সুযোগ পালে আমাৰ অকণিহঁত যে বিকাশৰ স্তৰলৈ ... পাৰে, সেই বিশ্বাস পুহি ৰাখিছিলো আৰু দৈনিক অসমৰ পাততে অকণিহঁতে সেই বিশ্বাস পূৰণো কৰিছিল।

অকণিহঁতৰ প্ৰতি থকা দুৰ্বলতাৰ বাবেই অত' কামৰ মাজতো 'দদাই'ৰ মুখা পিন্ধি এই চ'ৰাটো নিজে চলাবলৈ লৈছিলো। সময়ৰ নাটনিৰ বাবে অপৰিসীম কষ্ট সহিব লগীয়া হৈছিল; তথাপি মনত তৃপ্তিৰ অভাৱ নাছিল। অকণিহঁতৰ সান্নিধ্যত তেওঁলোকৰ মনৰ কোমল পোহৰে মোৰ জীৱনলৈ নতুন প্ৰেৰণা আনিছিল। সেই পোহৰৰ ৰেঙনি বন্ধ হৈ যোৱাত মন বেদনাৰে ভৰি পৰিছিল।

কাকতৰ কলেৱৰ কমা কাৰণে খবৰৰ প্ৰতি সু-বিচাৰ কৰাটো অসম্ভৱ হৈ পৰিল। তাৰ ফলত বহুতৰ তিক্ত মন্তব্য ডাক-যোগে পাইছিলোঁ। তেনে প্ৰতিক্ৰিয়া হোৱাটো স্বাভাৱিক আৰু তাক সহজ ভাৱেই লৈছিলো। এইবোৰ অসন্তুষ্টিৰ নিৰ্ভাজ প্ৰকাশ। পিচে তাৰ মাজতে এজন জনা-বুজা মানুহৰ পৰা পোৱা এখন চিঠিৰ কথা আজিও মনত পৰে। মানুহজনৰ কৰ্মক্ষেত্ৰ গুৱাহাটীত থাকোতে তেওঁক ভালকৈ চিনি পাইছিলো। গুৱাহাটীত থাকোতে তেওঁ সংগ্ৰাম কৰি চলিছিল আৰু তেতিয়া তেওঁৰ মনৰ ভাব গতিও মোৰ কাৰণে সু-পৰিচিত আছিল। কিন্তু গুৱাহাটীৰ পৰা যোৱাৰ পিছত তেওঁৰ আৰু লগ পোৱা নাছিলো। মাত্ৰ শুনিছিলো যে তেওঁৰ বৃত্তি সলনি হল আৰু ইতিমধ্যে অগাধ ধন সম্পত্তি ঘটিলে। হয়তো ধনৰ তাপত থকাৰ কাৰণেই বা ধনৰ বাহিৰে আন একোৰে তুলা-চনীত জুখি চাব নোৱাৰে কাৰণেই মানুহজনে লিখি পঠালে- "আপুনি ধনৰ ... নহলে দৈনিক অসমত একোকে প্ৰকাশ নকৰে নেকি ?" মানুহ জনে এটা বিশেষ প্ৰসঙ্গত কিবা এটা লিখি পঠাইছিল। যথাসময়ত লিখি পঠাইছিল যদিও ডাকৰ মহিমাত সেই প্ৰসঙ্গটো পাৰ হৈ যোৱাৰ পিছতহে কথাখিনি মোৰ হাতত পৰিছিল। সেই দেখি প্ৰকাশ কৰাৰ থল নোলাল। পিচে মই আৰু ব্যাখ্যা দিবলৈ নহল - হজম কৰিয়েই থ'লো। সাধাৰণ পঢ়ুৱৈৰ মনৰ লগত জনা-বুজা বিশিষ্ট পঢ়ুৱৈ মনৰ পাৰ্থক্য এনেবোৰ কথাই উদঙাই দেখুৱায়।

তাকে চাই মাজে মাজে ভাবো যে নিৰক্ষৰ লোকৰ সংখ্যাধিক্যতা থকা সত্বেও বয়স্ক ভোটাধিকাৰ দান কৰাটো ভুল বুলি যি সকলে কব খোজে, তেওঁলোকৰ সেই ধাৰণা ভুল।

দৈনিক অসমৰ কথা কওঁ বুলি ল'লেই চুটি গাঁতৰ নিগনিৰ দৰে ওলাই নানান কথাই জুমুৰি দি ধৰে। কাকতখন প্ৰকাশ হোৱাৰ যথেষ্ট আগতেই কাকতৰ যাবতীয় আয়োজন কৰিবৰ বাবে স্বৰ্গীয় ৰাধাগোবিন্দ বৰুৱাই মোক আগতীয়াকৈ নিযুক্তি দিছিল। ১৯৬৫ চনৰ এক এপ্ৰিলৰ পৰা অৰ্থাৎ এপ্ৰিল ফুলৰ দিনৰপৰা। গৃহিণীয়ে ১ এপ্ৰিলত কামত যোগ দিয়াটো ভাল পোৱা নাছিল। পিচে ঘটলা খাই খাই ছাল ডাঠ হোৱা মোৰ মনটোৱে এক এপ্ৰিলৰ ওপৰত গুৰুত্ব দিয়া নাছিল।

কামত যোগ দিয়াৰ পিচ মুহূৰ্ততে আসাম ট্ৰিবিউন কাকতৰ ২৫ বছৰীয়া জয়ন্তী উৎসৱ পালন কৰা হৈছিল। সেইদিনা কাকতৰ কাৰ্যালয়ৰ চৌহদ দলদোপ হেন্দোলদোপ হৈছিল। মই অৱশ্যে নোলোৱা কাকত এখনৰ সম্পাদক হিচাপে শূণ্য এটাৰ দৰেহে আছিলোঁ। বাট চ'ৰাত থিয় দি অতিথি আদৰাই মোৰ কাম আছিল।

অৱশ্যে মনতে পাগুলি আছিলো — কেতিয়াবাৰ্লৈ দৈনিক অসমৰো ২৫ বছৰীয়া জয়ন্তী উৎসৱ পালিবলৈ ময়ো যদি সুবিধা পাওঁ ! পিচত অৱশ্যে সেই আশা নফলিয়ালে। ২১ বছৰ কাম কৰাৰ মূৰত মই অৱসৰ ললো — জয়ন্তী উৎসৱৰ মুখ নেদেখাকৈয়ে। পিচে, কাকতৰ কৰ্তৃপক্ষই মোৰ শাৰীৰিক সামৰ্থ্যৰ কথা সোঁৱৰাই দি কাম কৰি থাকিবলৈহে মোক কৈছিল। কিন্তু ইতিমধ্যে একাধিকবাৰ মোৰ কাৰ্য্য-কালৰ মিয়াদ বঢ়াই দিয়াৰ মূৰতো পুনৰ মোৰ কাৰ্য-কাল বঢ়াই দিয়াটো মই সমৰ্থন নকৰিলোঁ। উপদেশতকৈ উদাহৰণ ভাল- এইষাৰ কথা মই গভীৰ ভাৱে বিশ্বাস কৰো। এনে অৱস্থাত নতুন চামৰ বাট বন্ধ কৰি কঠাল এঠা লগাদি লাগি থকাটো মই নিবিচাৰিলোঁ।

ই এটা আদৰ্শৰ কথা। সেই বিশ্বাস লৈয়ে মই অৱসৰৰ পিচত যোৰহাটৰ দৈনিক জনমভূমি আৰু আসাম ট্ৰিবিউন প্ৰতিষ্ঠানৰ অসম বাণী কাকতৰ সম্পাদক হবৰ বাবে জনোৱা প্ৰস্তাৱো প্ৰত্যাখ্যান কৰিছিলোঁ।

যোগ্য লোকে সুবিধা পোৱাৰ সুযোগ পাব লাগে। যিসকলে নিষ্ঠাৰে কাম কৰি আছে, তেওঁলোকে সেৱাৰ স্বীকৃতি পাব লাগে। একে ঠাইতে গেঠেলা মাৰি থাকিলে উৎসাহত ভেটা পৰে। সেই দেখি মই থকা কালছোৱাত সেই কথা মনত ৰাখিয়েই আৰ্হি কাকত চোৱা পদত থকা যোগ্য জনক ছাব এডিটৰ

পদলৈ আৰু ছাব এডিটৰ পৰ্যায়ত থকা কেইবাজনকো উচ্চতৰ পদলৈ আনিছিলোঁ। অৱশ্যে সকলোবোৰ ক্ষেত্ৰতে সফলতা লাভ কৰাৰ দাবী মই নকৰোঁ । মোৰ সীমাৰ ভিতৰত যিমানখিনি পাৰিছিলোঁ কৰিব পাৰি কৰিছিলোঁ ।

## বিচিত্ৰ অভিজ্ঞতা

দৈনিক অসমত থকা ২১টা বছৰৰ ভিতৰত কিমান যে বিচিত্ৰ অভিজ্ঞতা লাভ কৰিলো । মোৰ মনত পৰে সামৰিক বাহিনীৰ লোকৰ দৰে জবৰজং চকিদাৰ পবিত্ৰ ৰায়লৈ । ওখ-ডাঙৰ, পালোৱাল মানুহজনে সৈনিকৰ নিচিনাকৈ পিন্ধা গৰম হলৌ চোলাটোৱে তেওঁক সাইলাখ সামৰিক চাকৰিয়াল যেন কৰি তোলে । ছবছৰীয়া আন্দোলনৰ সময়ছোৱাত বহুত ৰাতি যেতিয়া ঘৰমুৱা হব খোজোঁ, তেতিয়া পবিত্ৰ ৰায়ে মোক কিন্তু অকলে ঘৰলৈ যাবলৈ নিদিয়ে । তেওঁ কামত থকা খেপত মোৰ আপত্তি সত্ত্বেও মোৰ লগে লগে আহি ঘৰৰ মুখত থৈ যায় । বিহাৰৰ কোনোবা এখন গাঁৱৰ এইজন লোক কেনেকৈ মোৰ বুকুৰ ইমান আপোন হৈ পৰিল, সেই কথা মই তৰ্কিবই নোৱাৰিলোঁ । মই অৱসৰ পোৱাৰ পিচত এইজন স্বাস্থ্যবান লোকৰ দুৰাৰোগ্য ৰোগত অকালতে মৃত্যু হোৱাৰ খবৰ যেতিয়া পালোঁ, তেতিয়া মোৰ অন্তৰে কান্দিছিল । তেওঁৰ স্মৃতিৰ প্ৰতি এটুপি তপত চকুলোৰে মই শ্ৰদ্ধা জনাইছিলোঁ ।

## অনামী বন্ধু

আন আন অনামী বন্ধুকো লগ পাইছিলোঁ । মই অৱশ্যে প্ৰথমে গম ধৰিব পৰা নাছিলোঁ । বহুত নিশা মই কামৰ পৰা উভতি যাওঁতে কেইবাজনো লোকে পদপথত থিয়াথি কৰি থাকি মই যোৱাৰ লগে লগে মোৰ পিচে পিচে — কিন্তু অলপ দূৰে দূৰে — আহি ঘৰৰ প্ৰায় মুখৰপৰা উলটি যায়। পিচতহে বুজিলোঁ- তেওঁলোকে মোক অকলে যাবলৈ নিদি আগবঢ়াই থয়। সেই সময়ত ৰাতি অহা-যোৱা কৰাটো নিৰাপদ নাছিল কাৰণেই কাৰ্য্যালয়ৰ তৰফৰ

পৰা দূৰত থকা কৰ্মচাৰীক নিশাৰ খেপৰ শেষত বা নিশাৰ খেপলৈ গাড়ীৰে অনা-নিয়া কৰিছিল। মই যিহেতু ওচৰতে থাকো, সেই দেখি দূৰত থকা মানুহখিনিক অনাৰ বাবেহে মই জোৰ দিছিলো। নহলে এখন গাড়ীৰে চম্ভালা টান হব। হেঁচাত পৰি দুদিনমান গাড়ীৰে যাবলৈ বাধ্য হৈছিলো যদিও পিচলৈ মই খোজ কাঢ়িয়েই অহা-যোৱা কৰিছিলো। পিচে তেতিয়াৰ সঞ্চালক প্ৰদীপ বৰুৱাই গাড়ীত যাবলৈ বৰকৈ কৈছিল। মোৰ ভনী (মোমাইদেউৰ ছোৱালী), অসম বাণীৰ ছাব এডিটৰ (পিচত এছিষ্টেন্ট এডিটৰ) মণিকা বৰুৱাও মই গাড়ীৰে অহা-যোৱা কৰা বিষয়ত বন্দৱস্ত কৰিবলৈ উঠি পৰি লাগিছিল। কিন্তু মোৰ জীৱনৰ কাৰণে চিন্তা কৰা এইজনী ভনী নিজেই আগতে গুচি গ'ল।

## জীপেৰে খুন্দিয়াই ......

ছবছৰীয় আন্দোলনৰ সময় ছোৱাৰ আৰু এটা কথা মনত কৰাল মাৰি আছে। এদিন কামলৈ অহাৰ পিচত ভিন ভিন সময়ত তিনিজন লোকে টেলিফোন কৰিছিল। তেওঁলোকৰ প্ৰত্যেকেই পুলিচৰ লোক বুলি ক'লে ; কিন্তু পৰিচয় দিবলৈ অপাৰগ বুলি জনালে। তেওঁলোকে মোক সাৱধানে অহা-যোৱা কৰিবলৈ ক'লে। জীপেৰে খুন্দিয়াই মোক হেনো খতম কৰাৰ কৌশল লোৱা বুলি শুনি তেওঁলোকে মোক আগতীয়াকৈ সতৰ্ক কৰি দিলে। মই জনালো যে মই আনকি চাইকেল এখনৰো গৰাকী নহয়। সেই দেখি খোজ কাঢ়িয়েই কামলৈ অহা-যোৱা কৰিবই লাগিব। তেওঁলোকক ধন্যবাদ জনাই মই কথাটো সামৰি থলোঁ। কিন্তু কিয় জানো আঁচনি মতে কাম নহল আৰু এ'খিনি কথা লিখাৰ পৰলৈকে মই জীয়াই থাকিলোঁ।

সেই সময়ত সাংবাদিকৰ ওপৰত বিভিন্ন ধৰণেৰে অত্যাচাৰ চলোৱা হৈছিল। মোকো গ্ৰেপ্তাৰ কৰাৰ কথা ওলাইছিল। সেই দেখি এটা সময়ত নিতৌ কামলৈ অহাৰ আগতে সৰু ছুটকেছ এটাত প্ৰয়োজনীয় বস্তুখিনি সাজু কৰি থৈ আহিছিলোঁ। প্ৰয়োজন হলেই সেইটো যথাস্থানলৈ পঠিয়াই দিবলৈ (আৰু লগতে মোৰ তামোলৰ টোপোলাটোও) ঘৰত কৈ আহিছিলোঁ। ১৯৮৩ চনৰ ১২ জানুৱাৰীৰ দিনা মই কামৰূপৰ অতিৰিক্ত জেলা ন্যায়াধীশৰ পৰাও anticipatory

bail লৈ থৈছিলো । কিন্তু মোক গ্ৰেপ্তাৰ নকৰিলে । শুনিছো বোলে তেতিয়াৰ ৰাজ্যপাল লালন প্ৰসাদ সিঙে সমৰ্থন নকৰা বাবেই মোক গ্ৰেপ্তাৰ নকৰিলে ।

প্ৰথম অৱস্থাত দৈনিক অসমৰ নৈশ খেপৰ ছাব এডিটৰ সকলক কাম শিকাবৰ বাবে মাহৰ পিচত মাহ ধৰি নিশাৰ খেপত কাম কৰি নিজৰ স্বাস্থ্য ভাঙি পেলোৱা এছিষ্টেন্ট এডিটৰ কমল শৰ্মালৈকো বৰ মনত পৰে । দৈনিক অসমৰ বাবে দধিচীৰ হাড় আগবঢ়াই দিয়া এইজন নিষ্ঠাবান সহকৰ্মীৰ সেৱাৰ কথা শ্ৰদ্ধাৰে মনত পেলাইছোঁ ।

আৰম্ভণিতে দৈনিক অসমৰ প্ৰথম পৃষ্ঠাৰ সাজ-সজ্জা বেলেগ ধৰণৰ আছিল । বাতৰিৰ শিতানবোৰ চিত্ৰ-শিল্পীয়ে আঁকি দিয়াৰ মূৰত ব্লক কৰি দিয়া হৈছিল । তদুপৰি বাতৰিৰ শিতানৰ পৃষ্ঠ ভূমিত সচিত্ৰ দৃশ্যৰ ৰূপ এটাও ৰখা হৈছিল ( যেনে, কাশ্মীৰ সম্পৰ্কীয় বাতৰিৰ শিতানৰ পৃষ্ঠভূমিত কাশ্মীৰৰ মান চিত্ৰৰ ব্লক এটাও সন্নিবিষ্ট কৰি দিয়া হৈছিল) । এই সকলোবোৰ কাম দুজনমান চিত্ৰ শিল্পীয়ে কৰি দিছিল । পিচলৈ এইবোৰ কাম চেটা পৰি আহিল । অহাটোও স্বাভাৱিক । কিয়নো দিনত নিয়মিত খেপত কাম কৰি ৰাতিৰ খেপত আহি নিতৌ এইবোৰ কাম কৰাটো সম্ভৱপৰো নহয় । এনে কামৰ বাবে নিয়মীয়া নিযুক্তিৰে চিত্ৰ-শিল্পী ৰাখিলে এতিয়াও সুফল পোৱা যাব ।

# কাকতৰ ভুল

আদিতে অৱশ্যে নতুন কাকত ওলোৱাৰ খেলিমেলিৰ মাজত দৈনিক অসমত দেখাৰ ভুল-ভ্ৰান্তি হৈছিল । তাৰ বাবে মানুহৰ উপলুঙাসূচক মন্তব্যও শুনিব লগীয়া হৈছিল । এবাৰ বাতৰিৰ নীলমণি ফুকনৰ নামৰ আগত স্বৰ্গীয় বহাত অতিশয় অপ্ৰস্তুত হবলগীয়া হৈছিল আৰু এই ভুলৰ বাবে ক্ষমাও বিচাৰিছিলোঁ। পিচত অৱশ্যে ছপাৰ বিজুতি আঁতৰিল । থানথিত লাগিবলৈ ধৰিলে । সময়ত অনুবাদতো ভুল হোৱাটো স্বীকাৰ কৰো । বানপানীত ৬০টা গৰু মৰাৰ বাতৰি অনুবাদ কৰোতে Cattle head ৰ অনুবাদ ‘গৰুৰ মূৰ’ বুলিও ওলাল । অনুবাদ যাতে শুদ্ধ হয়, তাৰ প্ৰতি যথাসম্ভৱ লক্ষ্য ৰাখিছিলোঁ । তাৰ মাজতো বৈ যোৱা ভুলৰ বাবেও দায়িত্ব মূৰেই লৈছো । (তাহানি দৈনিক অসমীয়াত নিজেও ভুল

কৰিছিলো - জম্মু-কাশ্মীৰৰ ঠাইত জাম্মু-কাশ্মীৰ বুলি বহুত দিন লিখাৰ মূৰত সম্পাদক দেৱকান্ত বৰুৱাইহে শুধৰাই দিছিল) । কিছুমান অঞ্চলত ব্যাপক ভাৱে ব্যৱহৃত হোৱা কেতবোৰ শব্দ কাকতত ব্যৱহাৰ কৰিবলৈ লৈছিলোঁ । কেতিয়াবা কোনোবাই তেনে শব্দ সলাই আন শব্দ ভৰাই দিয়া উদাহৰণো পাইছিলোঁ । সম্পাদকীয়ত ব্যৱহাৰ কৰা 'বাথান', 'বিধান' আদি শব্দ সলোৱা দেখি চূড়ান্ত ভাৱে পৰীক্ষা কৰা আৰ্হি কাকতত এইবোৰ শব্দ পুনৰ মই ভৰাই দিছিলোঁ ।

সু-সংগঠিত 'ৰেফাৰেন্স লাইব্ৰেৰী' এটাৰ অভাৱ বৰকৈ অনুভৱ কৰিছিলোঁ । লাগ বুলিলেই পাব পৰাকৈ একোটা ঘটনাৰ পূৰ্বৰ বিৱৰণৰ যোগান থাকিব লাগে । এনে প্ৰয়োজন পূৰাব পৰা কিতাপ পত্ৰও লাগে । তদুপৰি ফ'টো, ব্লক আদিৰ প্ৰণালীবদ্ধ সংৰক্ষণৰ ব্যৱস্থা, বিশিষ্ট লোকৰ জীৱনীৰ টোকা ৰখা ইত্যাদি বিষয়ৰ আয়োজন কৰিবলৈকো সক্ষম নহলোঁ । এসপ্তাহ ধৰি নিশাৰ খেপত কাম কৰা ছাব-এডিটৰৰ বাবে এটা দিন ওপৰঞ্চি ছুটী হিচাপে দিয়াৰ ক্ষেত্ৰতো সফলতা লাভ কৰিব নোৱাৰিলোঁ । কাকতৰ সকলো পৰ্য্যায়ৰ চাকৰিয়াল সকলৰ স্বাস্থ্যৰ নিৰাপত্তাৰ ক্ষেত্ৰত কেতবোৰ নিম্নতম ব্যৱস্থা লোৱাটো প্ৰয়োজনীয় বুলি ভাবোঁ । এই সকলোবোৰ কথা কাকতখনৰ সৰ্বাঙ্গীন মঙ্গলৰ বাবে প্ৰয়োজনীয় বুলি অনুভৱ কৰোঁ ।

কোনো বাতৰি বা মন্তব্য প্ৰকাশ কৰিবলৈ বা প্ৰকাশ নকৰিবলৈ মোক কোনেও হেঁচা দিয়াৰ কথা মনত নপৰে (সম্ভৱতঃ মই গোৰ্ৰাৰ বুলি জনাজাত হৈ পৰিছিলো) । অৱশ্যে এদিন এটা আচৰিত ঘটনা ঘটিছিল । ফাঁচী-বজাৰৰ এজন ব্যৱসায়ীয়ে সেই অঞ্চলৰ এটা সমস্যাৰ কথা লিখি আনিছিল । পঢ়ি চাই দেখিলো যে প্ৰকাশ কৰিব পৰা বিধৰ । মই প্ৰকাশ কৰিম বুলি জনোৱাত পিচ মুহূৰ্ততে মানুহজনে টকাৰ নুৰা এটা উলিয়াই মোৰ পিনে আগবঢ়াই দিলে । মই টকাৰ নুৰাটো আৰু খবৰটো লৈ সেই মুহূৰ্ততে মানুহজনক ওলাই যাবলৈ কলোঁ । তেওঁ সেমেনা-সেমেনি কৰি গুচি গল । অৱশ্যে পিচত ষ্টাফ ৰিপৰ্টাৰৰ হতুৱাই সেই একেটা বিষয়ৰ খবৰ এটা গোটাই অনাই কাকতত প্ৰকাশ কৰিছিলোঁ ।

অ-গ-প চৰকাৰৰ দিনত এদিন বাতৰি এটা আনি এজন মানুহে মন্ত্ৰী এজনৰ বন্ধু বুলি পোনতেই চিনাকি দি সেই বাতৰিটো মন্ত্ৰীজনে প্ৰকাশ কৰিবলৈ কৈছে বুলি ক'লে । মই তেতিয়া মন্ত্ৰীগৰাকীৰ লগতে কথা হৈ লওঁ বুলি টেলিফোনত হাত দিয়াৰ লগে লগে মানুহজনে থাপ মাৰি ধৰাদি টেলিফোনত

ধৰি বিতত হৈ কলে যে টেলিফোন কৰিব নেলাগে । তেওঁ বাতৰিটোকে থৈ যাব – প্ৰকাশ কৰিব পৰা হলে কৰিব বুলি কৈ ওলাই গ'ল

জৰুৰী অৱস্থাৰ সময়ত অৱশ্যে বাতৰি প্ৰকাশ কৰাৰ বাবে দাবী জনোৱা ঘটনা এটা ঘটিছিল । তেতিয়া কংগ্ৰেছ (ই) অধিবেশন গুৱাহাটীত বহিছিল । সন্ধিয়া কেইবাজনো লোকে আহি দাবী জনালে — 'এই বাতৰিটো' হুবহু প্ৰথম পৃষ্ঠাতে প্ৰকাশ কৰিব লাগিব আৰু লগতে সঞ্জয় গান্ধীৰ ফটোখন (সেইখনো আগবঢ়াই দিলে) পিচদিনাৰ কাকতত উলিয়াব লাগিব । বাতৰিটো চালোঁ । এহালিচা লিখিছে যদিও ৫টা মান শাৰীৰ বাতৰি এটা উলিয়াব পৰা হব। সেইদেখি সেইবুলিয়েই কলোঁ । দ্বিতীয়তে জনালোঁ যে প্ৰথম পৃষ্ঠাতে উলিয়াম বুলি খং লিখি দিয়াত মই নাই । তৃতীয়তে ফটোখন উলিয়াব পৰা নহ'ব । তেওঁলোকে মোক জৰুৰী অৱস্থাৰ কথা সোঁৱৰাই দিলে । মই কলো যে মোৰ বক্তব্য কৈ শেষ কৰিলোঁ — তাৰ পিচত কি কৰে, সেইটো তেওঁলোকৰ কাম। পৰস্পৰে চোৱা-চুই কৰি তেওঁলোক ওলাই গল ।

## বাধা

মালিক পক্ষৰ পৰা বাধা পোৱাৰ মাত্ৰ দুটা ঘটনা মনত পৰে । ১৯৬৫ চনত পাকিস্থানৰ সৈতে হোৱা যুদ্ধৰ সময়ত এদিন নিশা পাকিস্থানী বিমানে শৰাইঘাট দলঙত বোমা পেলাবৰ বাবে চেষ্টা লৈছিল । আমি তেতিয়া কাম কৰি আছিলোঁ । ভাৰতীয় বাহিনী সৰ্তক হৈ আছিল । পাকিস্থানী বিমানৰ স্থিতি ধৰা পেলাবলৈ অসংখ্য ৰঙীন বলৰ নিচিনা পোহৰৰ থোপে আকাশ ছাটি ধৰিলে, যেন বিয়াগোম ফুলজাৰি এটাহে জ্বলাই দিছে । পাকিস্থানী বিমান উলটি গল । আমি বাহিৰ ওলাই এই দৃশ্য চাই আছিলোঁ । ৰাধাগোবিন্দ বৰুৱাও আমাৰ মাজতে আছিল । কথা প্ৰসঙ্গত বৰুৱাই কলে যে পাকিস্থানী বিমানে দলঙত বোমা পেলাব খোজা কথাটো পিচ দিনাৰ কাকতত ওলাব নেলাগে । কিয়নো ব্যৱসায়-জগতত তাৰ ফলত বিৰূপ প্ৰতিক্ৰিয়া হব । সেইদেখি বাতৰিটো পিচদিনা সেই ধৰণেৰে নোলাল । পিচদিনা বৰুৱাই আহি ক'লে - কথাটো বেয়া হল। বাতৰিটো ওলাব লাগিছিল । লগতে কলে - "আপুনি আপত্তি কৰিব লাগিছিল। লক্ষ্মীনাথ ফুকন হোৱা হলে আপত্তি কৰিলেহেঁতেন ।"

দ্বিতীয়টো উদাহৰণ — চেন্সৰ ব্যৱস্থাৰ সমালোচনা সম্পৰ্কীয়। চেন্সৰ প্ৰত্যাহাৰ হোৱাৰ পিচত আমি ধাৰাবাহিক ভাৱে চেন্সৰৰ স্বৰূপ উদ্ঘাটন কৰি কিছুমান তথ্য প্ৰকাশ কৰিছিলোঁ। কেনে ধৰণৰ খবৰ, কেনেকৈ চেন্সৰ কৰিছিল, তাৰ বিতং বিৱৰণ দিয়া হৈছিল। কিন্তু মালিক পক্ষই সেই লানি আলোচনা আৰু প্ৰকাশ কৰিব নেলাগে বুলি কোৱাত মাজতে সকলো বন্ধ কৰি থ'ব লগীয়া হল। এই দুটা উদাহৰণৰ বাহিৰে আন কোনো ক্ষেত্ৰতে কোনো ধৰণৰ বাধাৰ সন্মুখীন হোৱা নাছিলোঁ।

কাকতখনক বিপাঙত পেলাবৰ বাবে নানান্ ধৰণৰ ষড়যন্ত্ৰ চলাৰ উদাহৰণো আছে। ছবছৰীয়া আন্দোলনৰ মাজতে এদিন হৰেন্দ্ৰনাথ তালুকদাৰৰ (বিধায়কৰ নামাংকিত ' পেডত') এখন চিঠি আহিল। তালুকদাৰ তেতিয়া মন্ত্ৰী নাছিল। কংগ্ৰেছ(ই) বিধায়কহে। চিঠিৰ তলত তালুকদাৰৰ লগতে আৰু দুজন কংগ্ৰেছ (ই) বিধায়কৰ চহী আছিল। চিঠিত লিখিছিল যে তেওঁলোকে পলমকৈ হলেও আন্দোলনৰ যুক্তিযুক্ততা উপলব্ধি কৰিছে। সেই দেখি ১৫ আগষ্টৰ দিনা তেওঁলোকে কংগ্ৰেছ (ই) ত্যাগ কৰি আন্দোলনত যোগ দিব।

এনেকুৱা এটা তপত খবৰ প্ৰকাশ কৰিবলৈ মন লকলকাই আছিল যদিও মনৰ খুকুৰি গুচাব পৰা নাছিলোঁ। সেই দেখি এছিষ্টেন্ট এডিটৰ ফণী তালুকদাৰক চিঠিখন দি তালুকদাৰৰ ওচৰলৈ পঠালো সত্যাসত্য নিৰূপণ কৰিবলৈ। তালুকদাৰে তেনে চিঠি লিখা নাই বুলি ক'লে।

আন এবাৰৰ কথা। অসম প্ৰদেশ যুৱ কংগ্ৰেছৰ (ই) ভিতৰত তেতিয়া দুটা পক্ষৰ মাজত দলাদলি চলি আছিল। তেতিয়াৰ প্ৰধান মন্ত্ৰী ৰাজীৱ গান্ধী যুৱ কংগ্ৰেছৰ (ই) অনুষ্ঠানত যোগ দিবলৈ গুৱাহাটীলৈ অহাৰ কথা। বিসম্বাদী পক্ষৰ নেতাই সিটো পক্ষক ঠেকত পেলাবলৈ কাকতখনকে হাতিয়াৰ হিচাপে ব্যৱহাৰ কৰাৰ বুধি উলিয়ালে। তেওঁলোকে ষ্টাফ ৰিপৰ্টাৰক জনালে যে ৰাজীৱ গান্ধী নাহে। সেইমতে বাতৰিটো ওলাল। প্ৰতিবাদৰ খলকনি উঠিল। ৰাজীৱ গান্ধী আহিল। মাজতে কাকতখন অপদস্থ হল।

# নেলু চেপাৰ চেষ্টা

ছবছৰীয়া আন্দোলনৰ সময়ৰে কথা। চৰকাৰী বিজ্ঞাপনত হাত ধৰি

দৈনিক অসমৰ নেলু ছপিবলৈ চেষ্টা কৰাৰ সময়তে বে-চৰকাৰী বিজ্ঞাপনে কাকত খনক শামুকীয়া গাঁঠি খোলাত সহায় কৰিছিল। সেইটো বাটো মাৰিবৰ মনেৰে বে-চৰকাৰী বিজ্ঞাপনদাতা সকলক ভুৱাই পঠাবৰ বাবে অপপ্ৰচাৰ চলোৱা হল যে গোৱেংকাই দৈনিক অসম কিনি লব।

কিন্তু তাৰ মাজতো দৈনিক অসম তিষ্ঠি থাকিল। আনকি চাৰিপিঠীয়া লেৰেলা গাৰেই দৈনিক অসমে অসমৰ জনতাৰ মনৰ খোৰাক যোগাই থাকিল। গ্ৰাহকৰ সংখ্যাও আশাতীত ভাৱে বাঢ়িল। বাতৰি কাকত ছপোৱা কাকতৰ অভাৱ নোহোৱা হলে দৈনিক অসমে অবিশ্বাস্য অভিলেখ ৰচনা কৰিব পাৰিলেহেঁতেন!

সঁচা কথা কবলৈ গলে, অসমৰ বিদেশী নাগৰিকৰ সংক্ৰান্ত আন্দোলন আৰম্ভ কৰিলে ভাৰতৰ প্ৰাক্তন মুখ্য নিৰ্বাচনী আযুক্ত শাকধেৰে। অসমৰ ভোটাৰ তালিকাত অসংখ্য বিদেশী নাগৰিকৰ নাম সোমোৱাৰ কথা স্পষ্ট ভাৱে তেঁৱেই প্ৰকাশ কৰি অসমৰ ৰাইজক সচেতন কৰি দিলে। পিচলৈ অৱশ্যে তেওঁ খোপনি ৰাখিব নোৱাৰিলে। ৰাজনৈতিক হেঁচাই নিৰ্ব্বাচনী আয়োগক ইলুটি সিলুটি কৰিবলৈ বাধ্য কৰাৰ দেধাৰ উদাহৰণ পোৱা। সেইদেখি শাকধেৰে মূৰপুলুকা মৰাটো সমূলি আচৰিত কথা নহয়। অকল তেতিয়া নহয়, পৰৱৰ্ত্তী কালতো নিৰ্ব্বাচনী আয়োগে অসমৰ বিদেশী নাগৰিকৰ ক্ষেত্ৰত ইলুটি সিলুটি মাৰিযেই কটাই দিলে — যাৰ ফলত অসমৰ বিদেশী নাগৰিকৰ সমস্যাটো সমাধান কৰাৰ প্ৰক্ৰিয়া বাধাগ্ৰস্ত হল, বিদেশী বাংলাদেশী নাগৰিক ভাৰতীয় নাগৰিক হৈ ভোটাৰ তালিকাত সোমাই থাকিল, ভাৰতীয় নাগৰিকৰ শুদ্ধ ভোটাৰ তালিকা এখন প্ৰস্তুত কৰাটো অসম্ভৱ হৈ পৰিল, অসমৰ পিয়ল (১৯৮১), অসমৰ নিৰ্ব্বাচন বন্ধ ৰখা হ'ল। আকৌ পিচত বলেৰে নিৰ্ব্বাচন পাতি অসমত ৰক্ত স্নানৰ মেলা পতা হল, আৰু নানান অশান্তিৰ গৰাহলৈ অসমক ঠেলি পঠোৱা হ'ল।

স্বৰ্গীয় হীৰালাল পাটোৱাৰীৰ সমষ্টিত দেধাৰ বিদেশী নাগৰিকৰ নাম সোমোৱা কথাটো প্ৰতিপন্ন হোৱাৰ পিছত অৱশ্যে অসমত আন্দোলনৰ বাট কোনেও ভেটিব নোৱাৰিলে। ১৯৭৯ চনত আৰম্ভ হোৱা আন্দোলনক পোনতে অৱশ্যে "বহিৰাগত" বহিষ্কাৰ আন্দোলন ৰূপেই অভিহিত কৰা হৈছিল। এই নামকৰণে বিৰূপ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিব পাৰে বুলি উদ্যোক্তা সকলক তেতিয়াই সঁকীয়াই দিছিলোঁ। পিচত সেই সন্দেহ সঁচা হোৱাৰ উপক্ৰম ঘটা সময়তে

উদ্যোক্তা সকলে বহিৰাগতৰ ঠাইত বিদেশী নাগৰিক বুলি অভিহিত কৰি এটা অন্তৰায় অতিক্ৰম কৰিলে ।

চুবুৰীয়া ৰাজ্য, সৰ্ব্ব ভাৰতীয় বাতৰি কাকত, কেতবোৰ ৰাজনৈতিক দল আদিৰ অপপ্ৰচাৰৰ মাজতো আন্দোলন সুদৃঢ় পথেৰে আগবাঢ়িছিল । চৰকাৰে বিভেদ সৃষ্টিৰ নানান প্ৰক্ৰিয়া কাৰ্যকৰী কৰা সত্ত্বেও আৰু ব্যাপক উৎপীড়ন চলা সত্ত্বেও আৰু লগতে স্বাৰ্থ জড়িত মহলে হিংসাত্মক ঘটনাৰ সৃষ্টি কৰি আন্দোলনক বিভ্ৰান্ত কৰিবলৈ কৌশল অৱলম্বন কৰা সত্ত্বেও আন্দোলনৰ প্ৰগতি ব্যাহত নহল।

## দায়িত্ব বোধ

সেই সময়ত হিংসাৰ পৰা নিলগত থাকিবলৈ, সংহতি অটুট ৰাখিবলৈ সঁকীয়াই দিয়াৰ ক্ষেত্ৰত কাকতৰ তৰফৰ পৰা কৰিব লগীয়া সকলোখিনিকে কৰা হৈছিল । ছবছৰীয়া আন্দোলনৰ নেতৃবৰ্গই দায়িত্ব বোধ প্ৰদৰ্শন কৰাৰ দেখাৰ উদাহৰণো পাইছিলোঁ । প্ৰকাশৰ কাৰণে তেওঁলোকে দিয়া বিবৃতি আদিৰ কোনো বিশেষ বক্তব্য বৃহত্তৰ স্বাৰ্থৰ ফালৰ পৰা ক্ষতিকৰ বা বিৰূপ প্ৰতিক্ৰিয়া সৃষ্টি কৰিব পৰা বিধৰ হোৱা কাৰণে প্ৰকাশৰ উপযোগী নহয় বুলি যদি কৈছিলোঁ, তেওঁলোকে সেই কথা মানি পিচত সংশোধিত বিবৃতি আনি দিছিল ।

অৱশ্যে দুই এক পালি নেতাই মনৰ উগ্ৰতা প্ৰকাশ নকৰাকৈ থকা নাছিল । গণ সংগ্ৰাম পৰিষদৰ এজনে এবাৰ বিবৃতি সম্পৰ্কে কাৰ্য্যালয়লৈ আহি হম্ফ-জম্ফ কৰিছিল । তেনে বীৰত্ব প্ৰদৰ্শনে কাম নিদিয়ে বুলি জানিয়েই বোধকৰো পিচলৈ তেনে উদাহৰণ দেখা পোৱা নাছিলোঁ । এবাৰ নগাঁৱৰ পৰা টেলিফোন কৰি ছাত্ৰ সন্থাৰ নেতা এজনে ধমকিৰ সুৰত কোনো এটা বিবৃতি প্ৰকাশ কৰাৰ বাবে দাবী জনাইছিল । মাত্ৰা জ্ঞান ৰাখি কথা কবলৈ সোঁৱৰাই দিওঁতে টেলিফোনতে সপ্তমত উঠা স্বৰেৰে ছাত্ৰ নেতা জনে ক'লে "আপোনাৰহে মাত্ৰা জ্ঞান নাই " । লগতে হুঙ্কাৰ দিলে যে, তেওঁলোকে পঠোৱা বিবৃতিটো প্ৰকাশ নকৰিলে নগাঁৱত কাকতৰ প্ৰচলন বন্ধ কৰা হব । ময়ো তেতিয়া নিজক চম্ভালিব নোৱাৰি কৈছিলোঁ - "সাধ্য আছে যদি বন্ধ কৰক ।"

এনে আচৰণক অৱশ্যে ব্যতিক্ৰম বুলিহে গণ্য কৰোঁ । আন্দোলনৰ নেতৃবৰ্গই উচিত বুজনি সদায় মানি লৈছিল । বৰ্জন অভিযান চলাওঁতে এই

বিষয়ত সংযত হবলৈ কৈছিলোঁ। নহলে এদিন আন্দোলনকাৰীতকৈ বৰ্জিত লোকৰ সংখ্যাহে বেছি হোৱাৰ অৱস্থাত উপনীত হব লগীয়া হবগৈ। পিচলৈ অৱশ্যে এই বিষয়ত তেওঁলোক সংযত হোৱা দেখা গৈছিল।

## বাওঁপন্থীৰ ওপৰত আক্ৰমণ

আন্দোলনৰ মাজতে বাওঁ পন্থী নেতাৰ ওপৰত আক্ৰমণ চলাৰ ঘটনা কেইটামান ঘটিছিল। এই বিষয়তো সাৱধান হবলৈ কওঁতে আন্দোলনৰ নেতৃ বৰ্গই কৈছিল যে তেওঁলোক এনেবোৰ ঘটনাৰ লগত জড়িত নহয়। মই তেতিয়া কৈছিলো যে, সেয়ে হলেও আন্দোলনৰ নেতৃত্ব বহনকাৰী হিচাপে তেওঁলোকৰ এটা বিশেষ দায়িত্বও আছে। বিপথে যোৱা সকলক চিনাক্ত কৰি তেওঁলোকক এনে কামৰ পৰা বিৰত ৰখাৰ বাবে সৰ্বাত্মক প্ৰচেষ্টা চলাব লাগে। নেতৃত্বৰ মৰ্য্যাদা তেতিয়াহে ৰ'ব। লগতে সোঁৱৰাই দিছিলো যে, তাহানি গান্ধীজীয়ে এবাৰ সত্যাগ্ৰহ আন্দোলন চলাওঁতে একাংশ লোকে হিংসাৰ আশ্ৰয় লোৱাত গান্ধীজীয়ে তাৰ বাবে দায়িত্ব নিজৰ গাত চপাই লৈ সেইবাৰৰ আন্দোলনকে বন্ধ কৰি দিছিল। তদুপৰি এইবুলিও সোঁৱৰাই দিছিলো যে, হিংসাৰ আশ্ৰয় লৈ কোনো মত-ধাৰা বা কোনো মতাৱলম্বী লোক-সমষ্টিক নিঃশেষ কৰিব নোৱাৰি। তাহানি সিদ্ধাৰ্থ শঙ্কৰ ৰায় পশ্চিম বঙ্গৰ কংগ্ৰেছ মন্ত্ৰীসভাৰ মুখ্য মন্ত্ৰী ৰূপে থকা কালত সেইৰাজ্যত বাওঁপন্থী প্ৰভাৱ নাশ কৰিবৰ বাবে বাওঁপন্থী যুৱকৰ মৃতদেহেৰে হুগলি নৈ বাম কৰি দিয়া হৈছিল। কিন্তু তাৰ পৰিণাম ইতিমধ্যে বুৰঞ্জী হৈ গল। সেই ৰাজ্যত একেৰাহে বাওঁপন্থী মৰ্চ্চাৰ চৰকাৰহে সগৌৰৱে মূৰ দাঙি থাকিল।

আন্দোলনৰ মাজতে গুৱাহাটীত বিশিষ্ট পণ্ডিত, চিন্তা নায়ক ডঃ হীৰেণ গোহাঁইক কোনোবাই অপদস্থ কৰাৰ খবৰ পাই সেই দিনাই আন্দোলনৰ কেইজনমান নেতাক লগ পাওঁতে কৈছিলোঁ যে , এনেবোৰ বেয়া কাম যেয়ে নকৰক, অবিলম্বে বন্ধ কৰাৰ ব্যৱস্থা কৰিব লাগে। আন্দোলনৰ সম্পৰ্কত ডঃ গোহাঁইৰ মত যিয়েই নহওক, নিজৰ মত পোষণ কৰাৰ অধিকাৰ সকলোৰে আছে। এনে অপকৰ্ম্মই ডঃ গোহাঁইৰ পাণ্ডিত্যকো অপদস্থ কৰিব নোৱাৰে আৰু

তেওঁৰ মতকো অপদস্থ কৰিব নোৱাৰে। বৰং তাৰ ছিটিকনি আনৰ গাতহে পৰিব। সেই দেখি এনেবোৰ বিষয়ৰ প্ৰতি চকু দিবলৈ অনুৰোধ জনাইছিলোঁ।

পিছে সেইদিনাই নিশা একমান বজাত টেলিফোন কৰি কোনোবাই মোক সতৰ্ক বাণী শুনালে - '' আপুনি হীৰেণ গোহাঁইক মাৰ খুৱালে নহয় ? এইবাৰ আপোনাকো পিটিম।" মই অৱশ্যে আন একো কথাকে নক'লো। মাত্ৰ কলো "মোক পিটিবলৈতো মোৰ অনুমতি নেলাগে; যেতিয়াই সুবিধা হয় পিটিব"। নিশা চলা টেলিফোনৰ এনে খেলৰ উদাহৰণ অৱশ্যে বহুত ওলাব। মাজ নিশা কিবা ঘটনা ঘটিছে বুলি উল্লেখ কৰি তেতিয়াই কেমেৰামেন পঠিয়াবলৈ ক'বৰ কাৰণে (দৰাচলতে মোক বিৰক্ত কৰিবৰ বাবে) মোক টেলিফোন কৰাৰ উদাহৰণো আছে। কোনো কোনোৱে আকৌ নিশা ১/২ বজাত কাৰবাৰ ঠিকনা সুধি জুলুম দিয়াৰ চেষ্টা কৰে। এবাৰ টোপনিৰ পৰা উঠি আহি টেলিফোন ধৰোতে সিফালৰ পৰা টেলিফোনকাৰীয়ে কাৰবাৰ ঠিকনা বিচাৰোতে মই থোৰতে কৈ থৈছিলো যে, সেইটো ঠিকনা মোৰ হাতত নাই ; ৰাঁচী বা তেজপুৰৰ পগলা ফাটকত বিচাৰিলে হয়তো পাব পাৰে।

এবাৰ আমাৰ প্ৰাক্তন সহকৰ্মী এজনে (তেতিয়া তেওঁ ৰাজনীতিৰ জখলাইদি বহুত ওপৰলৈ উঠিছিল) কাকতখনৰ সম্পৰ্কত ৰাজহুৱা সভাত কেতবোৰ অবাঞ্ছনীয় মন্তব্য কৰাত আমাৰ কাৰ্য্যালয়ত বহুতো সহকৰ্মী ক্ষুব্ধ হৈ উঠিছিল। মই তেতিয়া বুজাইছিলোঁ যে, আমি যেতিয়া সকলোকে সমালোচনা কৰিব পাৰো, আনেও আমাক সমালোচনা কৰিব পাৰে। সেই দেখি কথাবোৰ সহজ ভাৱে লব লাগে। মই অৱশ্যে তেনেদৰে ল'বলৈ সাধ্যমানে চেষ্টা কৰিছিলোঁ। সেই দেখি মই "উচ্চ বৰ্ণৰ এজেন্ট" "চি আই এ এজেন্ট" ইত্যাদি অলঙ্কাৰ পিন্ধিব লগীয়া হওঁতেও তাক সহজ ভাবে লৈছিলোঁ। মই দৈনিক অসমৰ কাৰ্য্যালয়ত সোমাই দিনে নিশাই কামত ব্যস্ত হৈ থকা পৰতো কলিকতালৈ গৈ চি আই এ-ৰ মুৰব্বীৰ সৈতে কেবাদিনো ধৰি আলোচনা কৰা বুলি প্ৰচাৰ পত্ৰ ওলাওঁতে আৰু কোনো কোনো প্ৰচাৰ পত্ৰই মোৰ পিতৃ মাতৃকে বঙালী বুলি চিনাক্ত কৰা সত্ত্বেও মই সেইবোৰ প্ৰচাৰলৈ কাণ দিয়া নাছিলোঁ।

## অকুণ্ঠ সমৰ্থন

দৈনিক অসম[illegible]ত সহকৰ্মী সকলৰ পৰা অকুণ্ঠ সমৰ্থন

পাইছিলো । এটা সময়ত যোগেশ দাস, কমল গগৈ আৰু ফণী তালুকদাৰ এছিষ্টেন্ট এডিটৰ ৰূপে থাকোতে তেওঁলোকৰ পৰা বিশেষ ভাৱে সহযোগ পাইছিলোঁ । যোগেশ দাসৰ দক্ষতাৰ পৰিচয় অৱশ্যে কেতিয়াবাই পাইছিলোঁ । তাহানি ডুমডুমাৰ সম্বাদদাতা ৰূপে থাকোতেই তেওঁ সম্ভাৱনাৰ চিনাকি দিছিল । পিচত ব্যক্তিগত কাৰণত যোগেশ দাসে এছিষ্টেন্ট এডিটৰৰ পদত থাকোতেই কাকতৰ কাম এৰি যোৱাত মনত দুখ পাইছিলোঁ । মূৰকত কমল গগৈ আৰু ফণী তালুকদাৰে অৱসৰ লওঁতে মই আৰু অকলশৰীয়া বুলি অনুভৱ কৰিছিলোঁ। এবাৰ মোৰ ল'ৰাৰ গুৰুতৰ দুৰ্ঘটনাৰ বাবে আৰু এবাৰ মোৰ পৰিবাৰৰ গুৰুতৰ অসুখৰ বাবে বহুত দিন ধৰি মই ডিব্ৰুগড়ত থাকিব লগীয়া হোৱা সত্ত্বেও এই সকল সহকৰ্মীয়ে সুকলমে কাকতৰ কাম চলাই নিয়া বাবে মই কৃতজ্ঞ । মোৰ ল'ৰাৰ দুৰ্ঘটনাত মই ডিব্ৰুগড়ত থকা অৱস্থাতে এটা আচৰিত অভিজ্ঞতাও অৱশ্যে লাভ কৰিছিলোঁ । এদিন অসমৰ প্ৰতাপী মন্ত্ৰী এজন হাস্পতাল ওলাইছিলগৈ । মোৰ ল'ৰাৰ খবৰ লবলৈ যোৱা বুলি কৈছিল । মই অৱশ্যে আচৰিত হৈছিলো । কেইষাৰমান কথা পতাৰ মূৰত লগত যোৱা মানুহজনক বাহিৰলৈ যাবলৈ কৈ মন্ত্ৰী গৰাকীয়ে মোক কলে যে মই মোৰ ল'ৰাৰ চিকিৎসাত বহুত ধন খৰচ কৰিব লগীয়া হৈছে কাৰণে তেওঁ অলপ টকা দি যাব খোজে। মই তেতিয়া জনালো যে টকা দিব নেলাগে । কিয়নো সমুদায় খৰচ ল'ৰাই কাম কৰা কোম্পানীয়েহে বহন কৰিব । মই একো ভৰিব নেলাগে ।

## নিৰ্ভীক প্ৰতিবাদ

কুল বৰা, অনিল বৰুৱা, পৰেশ পাঠক প্ৰেম শৰ্মা, উপেন্দ্ৰ নাথ বৰকটকী আদি বহুতো সহকৰ্মীৰ অবিৰত সহযোগিতা পাই এটা সময়ত কাকতখনৰ কাম চলাই যাব পাৰিছিলোঁ । চৰম দুৰ্দিন আৰু প্ৰবল হেঁচাৰ মাজতো কাকতখনে শিৰ নত নকৰাকৈ আগুৱাই যাব পাৰিছিল এই সমূহ সহকৰ্মীৰ সমবেত চেষ্টাত । অকল সম্পাদকীয় বিভাগৰ পৰাই নহয় প্ৰিন্টাৰ মোহন তামুলী,

ছেক্সন হল্ডাৰ সুৰেন্দ্ৰ সিঙকে ধৰি বিভিন্ন জনে কাকতখনৰ কামক 'মিছন' ৰূপে লোৱাৰ বাবে মই আজিও কৃতজ্ঞ হৈ আছো । এইখিনিতে এজন সহকৰ্মীৰ কথা বিশেষভাৱে উল্লেখ কৰিব লগীয়া হ'ল । সেইজন হল দৈনিক অসমৰ ছাব এডিটৰ পৰশু গোস্বামী — যি অকালতে ইহ সংসাৰৰ পৰা বিদায় ল'ব লগীয়া হল । এদিন সন্ধিয়া কাম কৰি থাকোতেই তেওঁ হঠাৎ কোঠালৈ সোমাই আহি কলে যে সেই দিনাৰ কাকতত ওলোৱা বাতৰি এটাৰ সম্পৰ্কত তেওঁ আপত্তি জনাবলৈ আহিছে । বাতৰিটো হল - কেৰালাৰ পুলিচৰ জিম্মাত থকা অৱস্থাত বাওঁপন্থী যুৱক ৰাজনৰ মৃত্যু হোৱা সম্পৰ্কে চলোৱা তদন্তৰ ৰায় । এই ৰায়ত কেৰালাৰ কংগ্ৰেছী মুখ্যমন্ত্ৰী কৰুণাকৰণক পোনপটীয়া ভাৱে অভিযুক্ত কৰা হৈছিল । বাতৰিটো দৈনিক অসমত গুৰুত্ব সহকাৰে প্ৰকাশ কৰা হৈছিল যদিও প্ৰথম পিতানত প্ৰকাশ হোৱা নাছিল । তাকে নকৰা বাবেই গোস্বামীয়ে আপত্তি জনাইছিলহি । মই অৱশ্যে কৈছিলো যে এই ৰায়ৰ পৰিণতি সম্পৰ্কীয় বাতৰি ওলালে অধিক গুৰুত্ব সহকাৰে পিচত প্ৰকাশ কৰা হব । কিন্তু পৰৱৰ্তী কালত এই ৰায়ৰ কোনো পৰিণতি পৰিলক্ষিত নোহোৱাত মই গোস্বামীৰ আপত্তিৰ যুক্তি আৰু মোৰ ভুল সম্পৰ্কে উপলব্ধি কৰিছিলোঁ । তেওঁৰ নিৰ্ভীক প্ৰতিবাদৰ প্ৰতি মই শ্ৰদ্ধা জনাইছো আৰু অকালতে মৰহি যোৱা এইজন ডেকা সাংবাদিকৰ স্মৃতি তৰ্পণ কৰিছোঁ ।

## মোৰ ভুল

মোৰ ভুলৰ আৰু এটা খবৰ দিব খুজিছো । ছবছৰীয়া আন্দোলনৰ সময়তে দৈনিক অসমত বাংলাদেশী অনুপ্ৰবেশকাৰীৰ অৱস্থান চিহ্নিত কৰা মানচিত্ৰ এখন প্ৰকাশ হৈছিল । ব্যস্ততাৰ বাবে মই মানচিত্ৰখন সূক্ষ্ম ভাৱে পৰীক্ষা কৰা নাছিলোঁ । সেইদেখি সকলোবোৰ চৰ অঞ্চল সম্পূৰ্ণ ভাৱে বাংলাদেশী অনুপ্ৰবেশকাৰীৰ দ্বাৰা অধ্যুষিত অঞ্চল ৰূপে চিহ্নিত কৰা মানচিত্ৰ এখন প্ৰকাশ হ'ল । চৰ অঞ্চলত অনুপ্ৰবেশকাৰী সোমোৱাটো অৱশ্যে সঁচা । কিন্তু চৰ অঞ্চলৰ

সকলো লোক অনুপ্ৰবেশকাৰী বাংলাদেশী কেতিয়াও নহয়। কাকতৰ এই ভুলৰ বাবে সকলো দায়িত্ব মই লৈছোঁ।

## অসহিষ্ণুতা

অসহিষ্ণুতাই বিধিপথালি দিয়া বা উচিত ব্যক্তিক তেওঁৰ কৃতিত্বৰ বাবে শলাগিলে সহ্য কৰিব নোৱৰা মনোভাৱেও সময়ত আমোদৰ সৃষ্টি কৰা উদাহৰণো আছে। বড়ো সকলৰ একাংশই জনাই অহা দাবী সম্পৰ্কে কাকতৰ মন্তব্য যিয়েই নহওক, তেওঁলোকৰ বক্তব্য কাকতত প্ৰকাশ পাব লাগে। এই মত পোষণ কৰিয়েই তেওঁলোকৰ বিবৃতি আদি প্ৰকাশ কৰিছিলোঁ। একাংশ সাহিত্যিকে কিন্তু ভাল পোৱা নাছিল। এবাৰ সেই চাম সাহিত্যিকৰ এটা দলে কাৰ্য্যালয়লৈ আহি আপত্তি দৰ্শাইছিল আৰু কৈছিল যে দৈনিক অসমে এইবোৰ বিবৃতি উলিয়ালে ৰাইজেও সঁচা বুলি মানি লব আৰু তাৰ ফলত পৰিস্থিতিৰ সন্মুখীন হ'ব লগীয়া হ'ব। মই তেতিয়া জনাইছিলো যে সমূহ বড়ো ৰাইজৰে হওক বা একাংশৰে হওক, এনেবোৰ বিবৃতি বা সভাৰ বাতৰি প্ৰকাশ কৰাটো কাকতৰ কৰ্তব্য। যদি অসমৰ বৃহত্তৰ স্বাৰ্থৰ ফালৰ পৰা কিবা মন্তব্য কৰিব লগীয়া থাকে, তেন্তে কাকতৰ তৰফৰ পৰা সেই বিষয়ে মন্তব্য কৰা হব; কিন্তু বাতৰি আদি বন্ধ কৰা নহয়।

এনে মতাৱলম্বী সাহিত্যিকৰ এটা ভাগে তাহানি অৰুণাচল প্ৰদেশৰ ভাষাৰ সম্পৰ্কতো কাকতৰ ভূমিকা সম্পৰ্কে আপত্তি দৰ্শাইছিল। অৰুণাচল প্ৰদেশত গ্ৰহণ কৰিব লগীয়া ভাষা সম্পৰ্কে সাহিত্যিক কেইজন মানে অসম সাহিত্য সভাৰ গাত ভেজা দি মন্তব্য কৰিছিল। সেই সন্দৰ্ভতে কাকতৰ তৰফৰ পৰা মন্তব্য কৰা হৈছিল যে অৰুণাচল প্ৰদেশৰ ৰাইজৰ হাতলৈ বিষয়টো এৰি দিব লাগে; বাহিৰৰ পৰা আনে কিবা মন্তব্য কৰিলে হিতে বিপৰীত হব পাৰে। তেতিয়া কাকতৰ সেই মন্তব্যৰ বাবে সেই সকল লোকে অসন্তুষ্টি প্ৰকাশ কৰিছিল। কিন্তু কাকতত প্ৰকাশ কৰা আশংকাই মূৰকত সত্য হল। অৰুণাচল প্ৰদেশত অসমীয়া ভাষা এলাগী হল আৰু হিন্দীয়ে বৰপীৰা পাৰি বহি ললে।

অসহিষ্ণুতাই আমাৰ সমাজ-জীৱনতে নহয়, ৰাজনৈতিক জীৱনতো নানান অথন্তৰ ঘটালে। আজি অসমত দেখা দিয়া কেতবোৰ সমস্যা খুচৰি চালে

ঘাই শিপা ডাল তাৰ মাজতে ওলাব। আমি মুখেৰে গণতান্ত্ৰিক বুলি বৰাই কৰাৰ পৰা লাভ নাই। অন্তৰত গণতন্ত্ৰৰ প্ৰতিফলন ঘটিব লাগিব।

এইখিনিতে আৰু এটা অভিজ্ঞতাৰ কথা উল্লেখ কৰিব খুজিছোঁ। যি সময়ৰ কথা ক'ব খুজিছোঁ সেই সময়ত ডায়েল কৰি টেলিফোন কৰাৰ নিয়ম প্ৰৱৰ্তিত হোৱা নাছিল; টেলিফোন এক্সচেঞ্জেহে সংযোগ ঘটাই দিছিল। এদিন নিশাৰ ভাগত টেলিফোনত এটা নম্বৰৰ লগত সংযোগ বিচাৰোতে কৰ্তব্যৰত কৰ্মচাৰী জনে 'চুঁৱৰৰ বাচ্চা" বুলি দুবাৰ মোক গালি পাৰিহে সংযোগটো দিলে। মই ইচ্ছা কৰা হলে তেতিয়াই বিভাগীয় উচ্চতৰ কৰ্তৃপক্ষক এই বিষয়ে জনাব পাৰিলোহেঁতেন। কিন্তু সেই সময়ত ৰাজ্য জুৰি কেতবোৰ অশান্তি ঘটি আছিল আৰু টেলিফোন বিভাগৰ কৰ্মচাৰীৰ এনে আচৰণৰ কথা প্ৰকাশ পালে অশান্তিৰ পৰিবেশহে বঢ়াৰ সম্ভাৱনা থকা যেন ধাৰণা হৈছিল। সেই দেখি কথাটো কাকো নজনালোঁ। টেলিফোনৰ আঁৰৰ 'মেঘনাদ' বীৰ এজনক বিশেষ মৰ্য্যাদা দিয়াৰ প্ৰয়োজনো উপলব্ধি কৰা নাছিলো।

গুণীৰ গুণ গালে সহিব নোৱাৰা লোকে সৃষ্টি কৰা আমোদৰ কথালৈ এইবাৰ আহিব খুজিছোঁ। নতুন অসমীয়াত সম্পাদকৰ পদত থকা সময়ত প্ৰচাৰিত হোৱা 'ত্ৰিশংকু' নামৰ ৰেডিও নাট এখনৰ বিষয়ে আলোচনা আগবঢ়াই কাকতত নাটখনৰ প্ৰশংসা কৰা হৈছিল। তেতিয়া তাৰ প্ৰতিক্ৰিয়া স্বৰূপে শুনিব লগীয়া হ'ল — অৰুণ শৰ্মাৰ (নাট্যকাৰ) লগত হাজৰিকাৰ সম্পৰ্ক কি ? আগৰপৰাই চিনি পায় নেকি ? প্ৰতিক্ৰিয়া শুনি মই অবাক ! অৰুণ শৰ্মাক তেতিয়া মই চিনিয়েই নেপাওঁ ; তেওঁ তেতিয়া চতিয়াৰ পিনে স্কুলত শিক্ষকতা কৰি আছিল। নাটৰ মূল্যাংকনৰ বেলিকা নাট্যকাৰক চিনি পোৱা বা নোপোৱাৰ অনুপান নেলাগে।

কোনো গোষ্ঠীৰ অন্তৰ্ভুক্ত নোহোৱা বা কোনো ৰাজনৈতিক দলত নোসোমোৱা মানুহ কাকতৰ সম্পাদক হৈ থাকিলে নানান হেঁচাৰ সন্মুখীন হয় বুলি ইতিমধ্যে উল্লেখ কৰিছোঁ। এই ক্ষেত্ৰত আনধৰণৰ কেতবোৰ সমস্যাৰো সন্মুখীন হ'ব লগীয়া হয়। ১৯৪৭ চনৰ কথা — মই তেতিয়াৰ দৈনিক অসমীয়াৰ ছাব এডিটৰ। সেই বছৰতে ছচিয়েলিষ্ট সকলৰ মুখপত্ৰ 'সাপ্তাহিক জনতা' প্ৰকাশ হয়। সম্পাদক আছিল লক্ষ্যধৰ চৌধুৰী। ৰাজনৈতিক আদৰ্শ যিয়েই নাথাকক সেই সময়ত এখন কাকত ওলোৱাটো আমাৰ কাৰণে ডাঙৰ

কথা। সেইদেখি কাকতখনৰ প্ৰতি শুভেচ্ছাৰ অভাৱ নাছিল। দৈনিক অসমীয়াৰ কামৰ পৰা আজৰি হৈ থকা সময়ছোৱাত ৰূপৰাম সূত আৰু মই (সম্ভৱত বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য, পুলিন চাং কাকতীও) সম্পাদক চৌধুৰীৰ ঘৰলৈ গৈ জনতা কাগজখন নুৰিয়াই তাৰ ওপৰত লেবেল লিখি গ্ৰাহকলৈ পঠোৱাৰ উপযোগী কৰি দিছিলোঁ। পিচে এই অবৈতনিক 'দপ্তৰী'ৰ কামেও কিছুমানৰ চকু খিয় কৰি দিলে। ছচিয়েলিষ্টৰ লগত মোৰ হাতবাট চলিছে বুলি কিছুমানে বু-বু-বা-বা কৰি জনাব লগীয়া মহলত কথাটো জনালেগৈ। ছচিয়েলিষ্ট সকলক আনে সন্দেহৰ চকুৰে চোৱাৰ উপৰিও কংগ্ৰেছ দলেই সন্দেহৰ চকুৰে চাইছিল। সেইকাৰণে কংগ্ৰেছ-ছচিয়েলিষ্ট ৰূপে কংগ্ৰেছ দলত থকা সকল মূৰকত কংগ্ৰেছ দলৰ পৰাই ওলাই আহি ছচিয়েলিষ্ট দলত পৰিণত হ'ব লগা হৈছিল। সেইদেখি মোৰ প্ৰতি চোভা হোৱাটো স্বাভাৱিক। পিছে মূৰকত সেই সন্দেহৰ চোক নোহোৱা হ'ল আৰু গোটেই কথাটো তল পৰিল।

নতুন অসমীয়াত থাকোতে আন এটা অভিযোগ মোৰ বিৰুদ্ধে উঠিছিল। এটা সময়ত শিৱসাগৰ জিলাত এটা বাওঁপন্থী দলে চলোৱা আন্দোলনৰ সময়ত কেতবোৰ হিংসাত্মক ঘটনা ঘটিছিল। তেনেবোৰ ঘটনাৰ বিৰুদ্ধে কাকতত মন্তব্য কৰাৰ মূৰত মোলৈ এখন চিঠি আহিছিল। চিঠিৰ যোগেদি মোক ভাবুকি দিয়াৰ লগতে "কংগ্ৰেছ চৰকাৰৰ ধামা" বুলি অলংকৃত কৰিছিল।

নতুন অসমীয়াত সম্পাদক হৈ থকা কালত এদিন কাকতৰ কৰ্ত্তৃপক্ষৰ তৰফৰ পৰা মোক জনাইছিল যে কিছুমান মানুহে অভিযোগ কৰিছে যে, মই বিশেষ কেইজনমানৰ প্ৰবন্ধপাতি প্ৰকাশ কৰি এটা গোষ্ঠীৰ কাৰণে কাকতখন এদনীয়া কৰি তুলিছোঁ। এই প্ৰসঙ্গত কেইটামান নামো উল্লেখ কৰা হৈছিল। সেই নামবোৰ হ'ল — বীৰেন্দ্ৰনাথ বৰকটকী, তিলক হাজৰিকা, মেদিনী চৌধুৰী, গোলোক ৰাজবংশী আদি। মই তেতিয়া কৈছিলো যে কোনোবাই ঈৰ্ষাপৰায়ণ হৈহে এনে অভিযোগ তুলিছে। কিয়নো নিয়মিত ব্যৱধানৰ মূৰে মূৰেহে সেইসকলৰ প্ৰবন্ধ উলিওৱা হৈছিল আৰু গুণগত দিশৰ ফালৰ পৰাও সেইবোৰ প্ৰবন্ধৰ বিষয়ে প্ৰশ্ন তোলাৰ কোনো অৱকাশ নাই। সেইদেখি গোষ্ঠী গঠন কৰাৰ অভিযোগ মই স্বীকাৰ নকৰোঁ। যিহওক গোষ্ঠী গঠন কৰা বুলি মোৰ বিৰুদ্ধে উঠা সেইটোৱেই প্ৰথম আৰু শেষ অভিযোগ আছিল।

বিভিন্ন ধৰ্মৰ উৎসৱ উপলক্ষে বা ধৰ্মগুৰুৰ মৃত্যুতিথি উপলক্ষে

একোটা প্ৰবন্ধ কাকতত প্ৰকাশ কৰাৰ ব্যৱস্থা কৰিছিলোঁ। এই ক্ষেত্ৰত আপত্তি উঠাৰ কোনো থল নাছিল। কিন্তু উঠিছিল। কিন্তু তেনে আপত্তি খণ্ডন কৰি সেই ব্যৱস্থা অব্যাহত ৰাখিছিলোঁ।

এই প্ৰসঙ্গত এটা কথা উল্লেখ কৰা উচিত হ'ব। এবাৰ এজনা ধৰ্মগুৰুৰ তিথি উপলক্ষে দৈনিক অসমত এটা প্ৰবন্ধ প্ৰকাশ হৈছিল। প্ৰবন্ধটো মই চাই দিয়া নাছিলোঁ। আনকহে তাৰ ভাৰ দিছিলোঁ। পিচে প্ৰবন্ধটোত বিশেষ এজন ধৰ্মগুৰুৰ বিষয়ে কেতবোৰ অবাঞ্ছনীয় মন্তব্য থাকি গ'ল। সেইখিনি কথা প্ৰকাশ হোৱাটো উচিত নাছিল। তাৰ প্ৰতিবাদ কৰা বৰ দীঘলীয়া প্ৰবন্ধ এটা আহিল। সেই সময়ত কাকতখনৰ কলেবৰ মাত্ৰ চাৰিপিঠীয়া আছিল। কাটিকুটি মূল কথাখিনি দিবলৈকো কাকতৰ কেবাটাও স্তম্ভৰ প্ৰয়োজন হব। সেইদেখি যথেষ্ট সময় বাট চাব লগীয়া হৈছিল। কিন্তু ইতিমধ্যে সংশ্লিষ্ট পক্ষই প্ৰেছ কাউন্সিলৰ আগত গোচৰ তৰিলে আৰু সেই খবৰ পাই মই প্ৰেছ কাউন্সিলৰ সিদ্ধান্তলৈ বাট চাই প্ৰতিবাদ প্ৰকাশ কৰাটো স্থগিত ৰাখিলোঁ। এই প্ৰসঙ্গতে মই প্ৰেছ কাউন্সিলৰ আগত আচামী ৰূপে থিয় হব লগীয়াও হৈছিল। কাউন্সিলক জনাইছিলো যে, প্ৰতিবাদ কৰি লেখা কথাখিনি প্ৰকাশ নকৰাৰ কোনো কথা নাছিল ; কিন্তু মাত্ৰ চাৰিপিঠীয়াকৈ ওলোৱা কাকতখনত প্ৰায় ৫টা স্তম্ভ জোৰাকৈ প্ৰতিবাদৰ কথাখিনি প্ৰকাশ কৰাটোৱেই এটা সমস্যা হৈছে। দ্বিতীয়তে, মই জনাইছিলো যে, এইদৰে ব্যক্তিগত ভাৱে তোলা প্ৰতিটো প্ৰসঙ্গ লৈ প্ৰেছ কাউন্সিলৰ আগত থিয় হ'ব লগীয়া হলে, কাকতৰ কাৰণে বিত্তীয় সমস্যাৰ উপৰিও অন্যান্য বহুতো সমস্যাই দেখা দিব। প্ৰেছ কাউন্সিলে অৱশ্যে কুৰিটা শাৰীৰ ভিতৰত প্ৰতিবাদৰ বক্তব্য প্ৰকাশ কৰিবলৈ নিৰ্দ্দেশ দিয়াত উনৈশটা শাৰীৰ প্ৰতিবাদ এটা প্ৰকাশ কৰি দিয়া হ'ল।

এবাৰ মই কমিউনিষ্টৰ প্ৰভাৱত পৰা বুলিও এটা অভিযোগ উঠিছিল। সেই অভিযোগৰ কথা স্বৰ্গীয় হেম বৰুৱাৰ পৰা মই জানিব পাৰিছিলো। স্বৰ্গীয় বৰুৱাই হাঁহি এটা মাৰি মোক কৈছিল— "তোমাৰ বিৰুদ্ধে এটা নতুন অভিযোগ উঠিছে – তুমি হেনো কমিউনিষ্টৰ প্ৰভাৱত পৰিছা।" মই কিন্তু আচৰিত হোৱা নাছিলো। সেই সময়ত জনতা চৰকাৰৰ কেতবোৰ ব্যৱস্থাৰ বিৰুদ্ধে কাকতত চোকা সমালোচনা ওলাইছিল। সেইদেখি কমিউনিষ্ট "ভাইৰাছ" মোৰ গাত সোমোৱা বুলি সন্দেহ কৰাটো স্বাভাৱিক।

অসমত জনতা চৰকাৰ হওঁতে মোক জনতা দলৰ মানুহ বুলি কোৱা লোকৰো অভাৱ নাছিল । আকৌ শৰৎচন্দ্ৰ সিংহৰ কংগ্ৰেছ চৰকাৰে চাউলৰ ব্যৱসায়ৰ ৰাষ্ট্ৰীয়কৰণৰ ব্যৱস্থা লওঁতে 'দৈনিক অসমে' তাৰ প্ৰতি দৃঢ় সমৰ্থন আগবঢ়োৱাত একাংশ লোক নাৰাজ হৈছিল আৰু তেওঁলোকে মোক কংগ্ৰেছৰ তথা শৰৎচন্দ্ৰ সিংহৰ মানুহ বুলি অভিহিত কৰিছিল । কিন্তু পিচত জৰুৰী অৱস্থাৰ সময়ত আৰু তাৰ পৰৱৰ্ত্তী কালত মোৰ বিৰুদ্ধে অভিযোগ উঠিছিল যে, মই 'বৰ্ণ হিন্দু'ৰ মানুহ হিচাপেহে শৰৎচন্দ্ৰ সিংহক আৰু তেওঁৰ চৰকাৰক সহ্য কৰিব পৰা নাই !

এইদৰে বিভিন্ন সময়ত বিভিন্ন অভিযোগৰ খোঁচা খাই মোৰ মন দগধা হৈ গৈছিল ।

অগপ চৰকাৰক মোৰ 'মানসপুত্ৰ' বুলি কেবাজনো বিশিষ্ট লোকে বিদ্ৰূপসূচক মন্তব্য কৰিছিল । কিন্তু মই নিৰাপদ দূৰত্বত থকাৰ নীতি পৰিহাৰ কৰা নাছিলোঁ । অৱশ্যে সৰ্ব্বভাৰতীয় দলৰ চৰকাৰে অসমৰ প্ৰতি কৰি অহা অবিৰত অবিচাৰৰ বিপৰীতে আঞ্চলিক দলৰ চৰকাৰ এটাৰ প্ৰয়োজনীয়তা অকপটে অনুভৱ কৰিছিলো । কিন্তু মোৰ লগতে অসমৰ ৰাইজৰ প্ৰত্যাশাই মাজ বাটতে ঠেকেচা খালে ।

## সুকীয়া বিশ্ববিদ্যালয়

মাধ্যম আন্দোলনৰ সময়ত তেতিয়াৰ মুখ্যমন্ত্ৰী ৺বিমলাপ্ৰসাদ চলিহাই কাছাৰ অঞ্চলৰ বাবে সুকীয়া বিশ্ববিদ্যালয় এটা পতাৰ প্ৰস্তাৱ আগবঢ়াইছিল । এই বিষয়ে ৺চলিহাই বিভিন্ন মহলৰ লগত আলোচনা কৰিছিল । কাকতৰ সম্পাদক সকলৰ লগতো আলোচনা কৰিছিল —ময়ো তাত উপস্থিত আছিলোঁ । আলোচনা প্ৰসঙ্গত কেইবাজনো সম্পাদকৰ লগতে ময়ো এই প্ৰস্তাৱৰ প্ৰতি সমৰ্থন আগবঢ়াইছিলোঁ । কিন্তু পিছত এই প্ৰস্তাৱৰ সম্পৰ্কত অতিশয় বিৰূপ প্ৰতিক্ৰিয়া হোৱাত ময়ো নিজৰ খোপনি ৰাখিব নোৱাৰিলোঁ । মোৰ সেই অসমৰ্থতা এটা ডাঙৰ ভুল বুলি গণ্য কৰিছোঁ । কিয়নো পৰৱৰ্ত্তী পৰিস্থিতিয়ে তেনে ব্যৱস্থাৰ যোগাত্মক দিশ এটা আছিল বুলিহে প্ৰতিপন্ন কৰিলে । কাৰণ শিলচৰত কেন্দ্ৰৰ উদ্যোগত কেন্দ্ৰীয় বিশ্ববিদ্যালয় পতাৰ হকে লোৱা পৰৱৰ্ত্তী সিদ্ধান্তৰ বেলিকা

আমি মাত্ত মতাক কোনো থলেই নেথাকিল । আনকি ৰাজ্য চৰকাৰৰ পৰিসীমাবো বাহিৰ হৈ গল । ইপিনে এই কেন্দ্ৰীয় বিশ্ববিদ্যালয়ৰ পৰা অন্তৰ্ভুক্তি বিচৰাৰ বেলিকা যিবোৰ সুবিধা দিয়াৰ কথা ওলাইছে, তাৰ পৰা ধাৰণা হৈছে যে এই কেন্দ্ৰীয় বিশ্ববিদ্যালয়ৰ শিপা ব্ৰহ্মপুত্ৰ উপত্যকাৰ কেতবোৰ অঞ্চলতো বিয়পি পৰিব ।

## মুখেৰে নহয় – কামেৰে

মুখেৰে নহয় – কামেৰে সকলোকে সামৰি লোৱাটো প্ৰতিফলিত কৰিব নোৱৰা কাৰণেই আমাৰ ৰাজ্যখন বহুতো সমস্যাৰ সন্মুখীন হল । যি সময়ত পাৰ্বত্য অঞ্চলত সুকীয়া সুকীয়া ৰাজ্য গঠন কৰাৰ দাবী উঠিছিল, সেই সময়ত নেতৃত্বই কিছু দূৰদৰ্শিতা প্ৰদৰ্শন কৰিব পাৰিব লাগিছিল । এটা সময়ত কিছুমান মহলত বেভাবেও জে-জে-এম নিকলছ ৰয়ক অসমৰ মুখ্য মন্ত্ৰীৰ পদ দিয়াৰ প্ৰশ্ন এটা উঠিছিল । প্ৰকাশৰ মুখ দেখা নাছিল যদিও এই প্ৰসঙ্গৰ বিশেষ গুৰুত্ব আছিল। মোৰ নিজৰ তৰফৰ পৰাও এই ধাৰণাৰ পৰিপুষ্টি সধাৰ বাবে চেষ্টা কৰিছিলোঁ । কিন্তু একো নহলগৈ । কিন্তু সেই ধাৰণাই যদি বাস্তৱ ৰূপ ধাৰণ কৰিলেহেঁতেন, তেন্তে হয়তো অসমৰ মানচিত্ৰত শল্য চিকিৎসকৰ অস্ত্ৰোপচাৰ নচলিহেঁতেন । কিন্তু এতিয়া সম্ভাব্যভূত কালত উটি-বুৰি অলীক কল্পনা কৰাটো নিৰৰ্থক কথা ।

## ফটা কেথাই জুৰ

আমাৰ সৰুসুৰা ভুল কিছুমান মূৰকত কিমান ডাঙৰ হবগৈ পাৰে, তাৰো উদাহৰণ আমি পাই থৈছোঁ । তেতিয়া ৰাজধানী শ্বিলঙত আছিল । চাকৰিয়াল সকলক ঘৰ সাজিবৰ বাবে শ্বিলঙত মাটি দিয়া হল । তেনেবোৰ অঞ্চলৰ নাম দিয়া হল - বিষ্ণুপুৰ, মতিনগৰ আদি । পিচে মুখ্য মন্ত্ৰী, মন্ত্ৰী আদিৰ নামেৰে স্থান সমূহৰ নামকৰণৰ বেলিকা কাৰো মনত নপৰিল – - তিৰোত সিঙলৈ — যিজন নমস্য সংগ্ৰামীয়ে স্বদেশৰ হকে জীৱন পাত

কৰিছিল। তিৰোত নগৰ নামকৰণে খাছী জনসাধাৰণৰ মনত যি জোৱাৰ তুলিলেহেঁতেন, সেয়ে হৈ নুঠিল নেতৃত্বৰ দূৰদৰ্শিতা অভাৱৰ কাৰণে আৰু সেই প্ৰসঙ্গটোৱেও অসন্তুষ্টিৰ বিস্ফোৰণ ঘটোৱাত বৰঙণি যোগালে ।

বঞ্চিত কৰা বুলি, উপেক্ষা কৰা বুলি যি মানসিকতাই বিস্তৃতি লাভ কৰাটো পৰিলক্ষিত হৈছিল, তালৈ লক্ষ্য ৰাখিয়েই যোগ্যজনক যোগ্য স্থান দিয়াৰ বাবে কেতিয়াবাই বিশেষ উদ্যম হাতত লব লাগিছিল । ময়ো সেই দৃষ্টি কোণৰ পৰাই ১৯৬৫ চনতে সীতানাথ ব্ৰহ্মচৌধুৰীক অসম সাহিত্য সভাৰ সভাপতি পাতিব লাগে বুলি বিভিন্ন মহলত কথাটো উলিয়াইছিলো । (শ্ৰীমান চক্ৰৱৰ্তীয়ে তেওঁৰ লেখাত এই কথা উল্লেখ কৰিছিল) । কিন্তু পৰিস্থিতিৰ বহুত পৰিবৰ্তন হোৱাৰ মূৰত আৰু ব্ৰহ্মচৌধুৰী সম্পূৰ্ণ সুস্থ নোহোৱা সময়তহে তেওঁক অসম সাহিত্য সভাৰ সভাপতি পতা হল ।

# মুখ আৰু মুখা

ছবছৰীয়া আন্দোলনৰ সময় হোৱাত মুখ আৰুমুখাৰ খেলখন ভালকৈ পৰিছিল। কেন্দ্ৰীয় গৃহ মন্ত্ৰী দপ্তৰৰ শক্তিশালী 'লবী'ৰপৰা আৰম্ভ কৰি মন্ত্ৰী, নেতা আদি বহুতো লোক এইখন খেলৰ অংশীদাৰ আছিল।

খেলত দক্ষতাৰে 'ফাউল' কৰিব নোৱৰা খেলুৱৈ কিন্তু বাদ পৰিবই। মনিপুৰৰ ৰাজকুমাৰ ডোৰেন্দ্ৰ সিং তেনেকুৱা এজন বাদ পৰা খেলুৱৈ। অসম আন্দোলনৰ ভৰপকৰ মাজতে ৰাজকুমাৰ ডোৰেন্দ্ৰ সিঙৰ নেতৃত্বাধীন মনিপুৰৰ কংগ্ৰেছ (ই) চৰকাৰে ভাৰতীয় সংবিধান, বিদেশী আইন, নাগৰিকত্ব আইন আৰু ১৯৫২ চনৰ ভোটাৰ তালিকাৰ ভিত্তিত বিদেশী নাগৰিকক চিনাক্ত কৰাৰ সিদ্ধান্ত লৈ দিল্লীক শ'লঠেকত পেলালে। অসমত যিটো কৰিবলৈ দিয়া নহ'ল, তাকে কংগ্ৰেছ (ই) শাসিত ৰাজ্য এখনৰ চৰকাৰে কৰিবলৈ লোৱাত দিল্লীত তোলপাৰ লাগিল। লগে লগে প্ৰতিবিধানৰ ব্যৱস্থাও হ'ল। সৰ্বভাৰতীয় কাকতত এই বাতৰি প্ৰকাশ নকৰিবলৈ কেন্দ্ৰীয় গৃহমন্ত্ৰী দপ্তৰে প্ৰভাৱ বিস্তাৰ কৰিলে। মণিপুৰ চৰকাৰৰ ওপৰতো প্ৰচণ্ড হাপ পৰিল। অৱশেষত সকলো কথা তল পৰিল।

অৱশ্যে ডোৰেন্দ্ৰ সিঙে শাস্তি ভোগ নকৰাকৈ সাৰিব নোৱাৰিলে। তেওঁ মুখ্যমন্ত্ৰীৰ পদৰ পৰা খহি পৰিল। অকল সেয়ে নহয়, তেওঁ মনিপুৰৰ ৰাজনীতিৰ শীৰ্ষ স্থানৰ পৰা বহুত দিনলৈ এঘৰীয়া হৈ থাকিল।

# মুখ্য সচিবৰ খবৰ

অসমৰ ঘটনা এটাও এই ক্ষেত্ৰত মনত পৰিছে। বিদেশী নাগৰিক সংক্ৰান্ত আন্দোলনৰ সময়ত অসমৰ মুখ্য সচিব এজন অতি আচৰিত ভাৱে অসমৰ পৰা আঁতৰিব লগীয়া হৈছিল। তেওঁ অৱশ্যে অসমীয়া বিষয়া নাছিল। দক্ষিণ ভাৰতীয়। নাম - পৰম শিৱম। অসমৰ সমস্যা বুজি, অসমৰ ৰাইজৰ

মনৰ কথা বুজি তেওঁ হাতত লোৱা কাৰ্য-ব্যৱস্থাই বিতুষ্ট কৰা শক্তিশালী চক্ৰ এটাই এই মুখ্য সচিব গৰাকীক ওফৰাই পঠালে ।

## গৃহ মন্ত্ৰী সলনি

এইবোৰ পিচে আঠুৱা তলৰ মহহে । ওপৰ তলাৰ মানুহো সাৰি নগল। ৰাষ্ট্ৰপতি আৰ ৱেংকটৰমন কেন্দ্ৰীয় গৃহমন্ত্ৰীৰ পদত থাকোতে অসম আন্দোলনৰ নেতৃবৰ্গৰ সৈতে তেওঁৰ নেতৃত্বত কেন্দ্ৰীয় চৰকাৰে আলোচনা চলাওঁতে আলোচনা যথেষ্ট আগবাঢ়িছিল । এইজন কেন্দ্ৰীয় গৃহ মন্ত্ৰীয়েই অসমত চলা আন্দোলনৰ গুৰিৰ কথা সকলো বুজিছিল । তেওঁৰ ভূমিকাই নিশ্চয় কোনোবা মহলক শংকিত কৰি তুলিলে । ফলত আচম্বিতে আৰ ৱেংকটৰমন গৃহ দপ্তৰৰ পৰা আন দপ্তৰলৈ আঁতৰিব লগীয়া হল । ফলত আলোচনাৰ মোৰ সলনি হৈ গল । 'লবী'ৰ প্ৰতাপৰ জোখ এইটোৱেই ।

## ভোলানাথ মল্লিক

অৱশ্যে অদৃশ্য হাতৰ এইখন খেল নতুন নহয় – তেনেই পুৰণি । বাংলা দেশখন পূব পাকিস্থান হৈ থকা সময়ৰ কথা । আজি বাংলাদেশী অনুপ্ৰবেশকাৰীৰ যিটো সমস্যা আছে পূব পাকিস্থান হৈ থকা দিনতো পাকিস্থানী অনুপ্ৰবেশকাৰীৰ সমস্যা একেদৰেই আছিল । চৰকাৰে চকু মুদিয়েই থাকিল হেঁতেন — যদিহে চীনৰ ভাৰত আক্ৰমণৰ নিচিনা ঘটনা নঘটিলহেঁতেন । চীনৰ আক্ৰমণৰ সময়ত তেতিয়াৰ অবিভক্ত দৰং জিলাৰ গাঁৱত পাকিস্থানী পতাকা উত্তোলন কৰা ঘটনাই বহুতৰ টোপনি ভাঙি দিলে । আনকি দিল্লীতো তোলপাৰ লাগিল । দিল্লীৰ নিৰ্দেশত তেতিয়াৰ কেন্দ্ৰীয় চোৰাংচোৱা বিভাগৰ মূৰব্বী ভোলানাথ মল্লিক অসম পালেহি । সকলো খা-খবৰ লৈ দিল্লীলৈ উলটি যোৱাৰ পিচত এইজন বিষয়াই পাকিস্থানী অনুপ্ৰবেশ ৰোধ কৰাৰ আঁচনি যুগুত কৰাৰ পৰামৰ্শ দিলে । সেই পৰামৰ্শ গৃহীত হল আৰু অসম চৰকাৰক আঁচনি যুগুত কৰিবলৈ দিয়া হল । ভোলানাথ মল্লিকে বাট চালেহে চালে, কিন্তু আঁচনি তেওঁৰ

হাতত নপৰিল । তেতিয়া ভোলানাথ মল্লিকে নিজে তাগাদা দি অসমৰ পুলিচ বিষয়া এজনৰ হতুৱাই আঁচনি তৈয়াৰ কৰালে । এয়ে, পাকিস্থানী অনুপ্ৰবেশ ৰোধকৰণ আঁচনি । এই আঁচনি কেনেকৈ কাৰ্য্যকৰী কৰা হল, তাৰ তিতা অভিজ্ঞতা অসমৰ মানুহে পাই থৈছে । সোপাটিলা ব্যৱস্থাৰে সকলো পাল মাৰি থোৱা হল· । অনুপ্ৰবেশ ৰোধ কৰা কামৰ ভাৰ পোৱা পুলিচক সু- সজ্জিত কৰা কোনো ব্যৱস্থা কৰা নহ'ল । ব্ৰহ্মপুত্ৰত পহৰা দিবৰ বাবে নাও আদিৰ উপযুক্ত ব্যবস্থা নহ'ল । আঁচনি কাৰ্যকৰী কৰিবৰ বাবে কেন্দ্ৰীয় চৰকাৰে বছৰি যি ৯০ লাখ টকা মঞ্জুৰ কৰিলে, সেই টকা পুলিচৰ নিবাস নিৰ্ম্মাণ কৰা, যাতায়াত নিয়ন্ত্ৰণ কৰা, পুলিচ নিয়োগ কৰা আদি কামতহে খৰচ কৰা হল । পাকিস্থানী অনুপ্ৰবেশকাৰী বুলি ধৰা পৰা মানুহক মুক্ত কৰাৰ সৰ্ব্বাত্মক প্ৰচেষ্টাহে চলা দেখা গ'ল ।

এসময়ত অসম পুলিচেই সীমান্তত ঘটা অনুপ্ৰবেশ ধৰা পেলাবলৈ দায়িত্ব পাইছিল । মূৰকত সেই দায়িত্বৰ পৰাও অসম পুলিচ বাদ পৰিল । তাৰ ঠাইত সীমান্ত ৰক্ষী বাহিনীক ভাৰ দিয়া হল । এই কাৰ্য্যই অনুপ্ৰবেশকাৰীক ধৰা পেলোৱা ব্যৱস্থাৰ ব্যৰ্থতাক পূৰ্ণাঙ্গ কৰি তুলিলে ।

(পৰৱৰ্তী কালত অনুপ্ৰবেশ ৰোধ কৰাৰ বাবে অসম পুলিচৰ লোকক লৈ দ্বিতীয় বেহু এটা ৰচনা কৰাৰ বাবে আগবঢ়োৱা প্ৰস্তাব এটাও কেন্দ্ৰই অগ্ৰাহ্য কৰিলে ।)

## মোৰাৰজী দেশাইৰ উক্তি

এইদৰে দিল্লীৰ পৰা অসমলৈকে মেৰপাকে ভালকৈয়ে পাক ললে । এইখিনিতে এটা কথা উল্লেখ কৰিব পাৰি । মোৰাৰজী দেশাই প্ৰধান মন্ত্ৰী হৈ থকা অৱস্থাত অসমৰ প্ৰতিনিধি দল এটাই সাক্ষাৎ কৰি বিদেশী নাগৰিকৰ অনুপ্ৰবেশ সম্পৰ্কে আলোচনা কৰোতে প্ৰধান মন্ত্ৰী দেশায়ে প্ৰতিনিধি দলক কৈছিল যে অনুপ্ৰবেশকাৰী বিদেশী নাগৰিকৰ সম্পৰ্কত তেওঁ কঠোৰ ব্যৱস্থা লব খুজিলেই অসমত মন্ত্ৰীৰ মহলৰ পৰাই আপত্তি আহিব । মোৰাৰজী দেশায়ে কৰা এই মন্তব্যই এখন অদৃশ্য হাতৰ চকা-মকা ৰূপটোহে দেখুৱাই দিছিল । কিন্তু তেনেকুৱা দেখাৰ অদৃশ্য হাত আছে — যাৰ সন্মিলিত অসীম শক্তিয়ে অসমৰ মানুহৰ সকলো দাবীকে খৰ্ব্ব কৰিব পাৰিছে ।

# শিক্ষা লাভ

সাংবাদিক জীৱনত নিজৰ সীমাৱদ্ধতা সম্পৰ্কেও উপলব্ধি কৰিছিলোঁ আৰু সেই সীমাৱদ্ধতাৰ জাল ফালি বাহিৰ ওলাবলৈকো সংগ্ৰাম চলাইছিলোঁ। অৱশ্যে পৰিস্থিতিয়ে তাকে কৰিবলৈ উৎসাহ যোগাইছিল। শিক্ষা লাভ কৰাটো এটা অবিৰত প্ৰক্ৰিয়া। তাৰ যতি থাকিব নোৱাৰে। লাগে মাথোন মানসিক প্ৰস্তুতি। সাংবাদিক জীৱনত ইয়াৰ অপাৰ প্ৰয়োজনীয়তা আছিল। সেই দেখি ছাব-এডিটৰ ৰূপে কাকতত সোমোৱাৰ পৰাই শিক্ষাৰ হেঁপাহ পুহি ৰাখিছিলোঁ। অৱশ্যে ভুল কৰিছিলোঁ। কিন্তু তাৰ মাজেদিয়েই শিক্ষাও লাভ কৰিছিলোঁ। তাহানি দৈনিক অসমীয়াত থাকোতে গান্ধীজীৰ হত্যাৰ পিছত দেশবাসীয়ে প্ৰকাশ কৰা প্ৰতিক্ৰিয়াৰ বাতৰি সম্বলিত স্তম্ভ কেইটা কেইবা দিনো জুৰি ময়েই চম্ভালিছিলোঁ। কাকতৰ অঙ্গ-সজ্জা সম্পৰ্কে তেতিয়া কেঁচা আছিলোঁ কাৰণেই সেইবোৰ বাতৰিৰ অঙ্গ- সজ্জা যে জাননী-পত্ৰৰ অঙ্গ-সজ্জাৰ দৰে হৈছিল, সেই কথা পিছতহে উপলব্ধি কৰিলো। লাজ পালো যদিও তাৰ মাজেদিয়েই শিক্ষা লাভ কৰিছিলোঁ। তেনে ভুল আৰু হোৱা নাছিল।

# অতিকায় প্ৰাণী

দৈনিক অসমীয়াৰ শ্বিলং কাৰ্য্যালয়ৰ ভাৰ লৈ বাতৰি সংগ্ৰহ কৰি যুগুত কৰা কৌশলৰ শিক্ষা হিন্দুস্থান ষ্টেণ্ডাৰ্ড কাকতৰ শ্বিলং কাৰ্য্যালয়ৰ দায়িত্বত থকা বিশিষ্ট সাংবাদিক স্বৰ্গীয় হেমন্ত কুমাৰ গুপ্তৰ পৰা পাইছিলোঁ। গুপ্তৰ লগত মোৰ অতি ঘনিষ্ঠ সম্পৰ্ক গঢ়ি উঠিছিল। এবাৰ আমি দুয়োজনে এটা সূত্ৰৰ পৰা পোৱা বাতৰি এটাৰ ক্ষেত্ৰত ঠগ খালোঁ। যথেষ্ট নিৰ্ভৰযোগ্য বুলি গণ্য কৰা সূত্ৰটোৰ পৰা জানিবলৈ পালো যে 'নেফা'ৰ (এতিয়াৰ অৰুণাচল প্ৰদেশৰ) সীমান্ত অঞ্চলত এটা অতিকায় প্ৰাণী ওলাইছে; বৰগছৰ দৰে ওখ গছৰ পাতো এইটো প্ৰাণীয়ে হেলাৰঙে খাব পাৰে। সম্প্ৰতি লুপ্ত হৈ যোৱা ডাইনছ'ৰাছৰ নিচিনা এনে এটা প্ৰাণী ওলোৱা বুলি শুনাত আমিও কাকতলৈ বাতৰি দিবলৈ উদগ্ৰীৱ হৈ পৰিলো। অৱশ্যে চৰকাৰী মহলত সোধা-পোচাও কৰিছিলোঁ। জন্তুটোৰ বিষয়ে

চৰকাৰী মহলে তেনে খবৰ পোৱা নাই বুলি ক'লে ।

কিন্তু আমি বাতৰিটো কাকতলৈ পঠালো । দৈনিক অসমীয়া আৰু হিন্দুস্থানে ষ্টেণ্ডাৰ্ডত বৰ বৰ হৰফেৰে বাতৰিটো প্ৰকাশ হোৱাৰ পিছত তোলপাৰ লাগিল । আনকি আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰতো বাতৰিটোৱে মনোযোগ আকৰ্ষণ কৰিলে। কিন্তু বিশেষজ্ঞ মহলে তেনে প্ৰাণী এতিয়া থকাটো কোনোমতে সম্ভৱপৰ হব নোৱাৰে বুলি দৃঢ় মত প্ৰকাশ কৰি বাতৰিটোৰ সত্যতা অস্বীকাৰ কৰিলে ।

তেতিয়াৰ পৰা অধিক সাৱধান হলোঁ । তেনে সাৱধানতা অৱলম্বন কৰা কাৰণেই পৰৱৰ্তী কালত বহুত ক্ষেত্ৰত ঠেকত পৰাৰ পৰা নিৰাপদ দূৰত্বত থাকিব পাৰিছিলোঁ । বাতৰি যিমানেই লোভনীয় নহওক, খৰচি মাৰি আঁতি-গুৰি লৈহে আগবাঢ়িবলৈ শিকিলোঁ । প্ৰথম অৱস্থাত শ্বিলঙৰ পৰা বাতৰি পঠাওঁতে মন্তব্যৰ লগত সানি-পুটকিহে বাতৰি পঠাইছিলো । পিছতহে জানিলো সেইটো শুদ্ধ পদ্ধতি নহয় । বাতৰি নিভাঁজ বাতৰি হব লাগে । মন্তব্যৰ ফোড়ন মৰাৰ প্ৰয়োজন নাই । 'নিউজ- লেটাৰ' হলে সুকীয়া কথা । মন্তব্যৰ থল তাতহে আছে ।

এতিয়া অৱশ্যে বাতৰি যোগনিয়াৰ স্বৰূপে কিছুমানৰ দক্ষতাৰ স্পষ্টভাৱে প্ৰতিফলন হৈছে । একালত স্বৰ্গীয় হামদি বেই অসমৰ একাংশ বাতৰি যোগনিয়াৰক যথেষ্ট অনুপ্ৰাণিত কৰিছিল । অসমৰ কিছুমান বাতৰি যোগনিয়াৰে অধিক কৰ্ম-কুশলতা প্ৰদৰ্শন কৰিব পাৰিব, যদিহে কাকতৰ তৰফৰ পৰা তেওঁলোকলৈ অধিক সা-সুবিধা আগবঢ়ায় । একমাত্ৰ বাতৰি যোগনিয়াৰৰ বৃত্তি লৈ জীৱন-নিৰ্বাহ কৰিব পৰা স্থিতিলৈ উন্নীত হবলৈ বহুত বাকী আছে । গাঁথিৰ ধন ভাঙি তেওঁলোকে সকলো কাম কৰিব নোৱাৰে । অহা-যোৱাৰ সুবিধা, খৰচ যোগান ধৰাৰ সু-ব্যৱস্থা, খপুৱা-বানচ দিয়াৰ ব্যৱস্থা - ইত্যাদি সুবিধা থাকিলে তেওঁলোকৰ পৰা অধিক সেৱা পোৱা যাব । অৱশ্যে এতিয়া অৱসৰ কালত মই ডাঙৰ ডাঙৰ কথা কোৱা বুলি হয়তো বহুতে সমালোচনা কৰিব । কিয়নো একালত মই চেষ্টা কৰিও এইবোৰ ক্ষেত্ৰত বিশেষ একো কৰাত সফলতা লাভ কৰিব নোৱাৰিলোঁ । (মাত্ৰ প্ৰকাশিত বাতৰিৰ ভিত্তিত দিয়া ধনৰ নিৰিখ বঢ়োৱাৰ ক্ষেত্ৰতহে সামান্য সফলতা লাভ কৰিছিলোঁ ।)

অৱশ্যে কিছুমান বাতৰি যোগনিয়াৰৰ এটা ভুল পৰিলক্ষিত হৈছিল । তেওঁলোকে এটা বাতৰি দি তাৰ পৰৱৰ্তী কালৰ পৰিণতি সম্পৰ্কে জনাই বাতৰি নিদিয়ে । ইংৰাজীত তাকে "ফল'-আপ" বুলি কয় । তাকে নকৰা বাবেই সময়ত

একোটা গুৰুত্বপূৰ্ণ ঘটনাও পাহৰণিৰ পিতনিত হেৰাই যায়। সময়ত প্ৰতিকাৰ হবলগীয়া বিষয়ো প্ৰতিকাৰ নোহোৱাকৈ থাকে।

এতিয়া অনুসন্ধানমূলক বাতৰিৰ নতুন ধাৰা এটাই প্ৰসাৰ লাভ কৰিছে। ইতিমধ্যে এনে ধৰণৰ তথ্য-বহুল কেতবোৰ বাতৰিয়ে কেতবোৰ যোগাত্মক পৰিণতিৰ সূচনা কৰিছে। নিষ্ঠা, নিৰপেক্ষতা আদিয়ে এই ধাৰাক নিশ্চয় সমৃদ্ধ কৰিব পাৰিব।

অৱশ্যে আমেৰিকাৰ 'ৱাটাৰ গেট স্কেণ্ডেল'ৰ পৰ্যায়লৈ উঠাটো আমাৰ দেশত সহজ নহব। মাৰ্কিন যুক্তৰাজ্যৰ সংশ্লিষ্ট আইনে এনে ধৰণৰ বাতৰি পৰিবেশন কৰাত যিমানখিনি স্বাধীনতা দিছে, আমাৰ দেশত সিমানখিনি সুৰুঙা উলিওৱাৰ থল নাই। আমাৰ দেশত তেনেদৰে তোলপাৰ লগোৱা বাতৰিয়ে বাতৰি যোগনিয়াৰ, বাতৰি কাকত আৰু সম্পাদকৰ 'ৱাটাৰলু' সৃষ্টি কৰাৰ সম্ভাৱনাই বেছি। আনকি দুনীতি আদিৰ বাতৰি প্ৰকাশ কৰিও আমাৰ দেশত বাতৰি কাকত জুলুমত পৰিব লগীয়া হয়। মান হানিৰ গোচৰৰ বাবেও ইমানবোৰ সুৰুঙা ওলাই আছে যে তেনে বাতৰিৰ ক্ষেত্ৰত যথেষ্ট সতৰ্কতা অৱলম্বন কৰিব লগীয়া হয়।

বিভিন্ন সহকৰ্মীক বিভিন্ন ধৰণেৰে অভিজ্ঞতা লাভ কৰি নিজৰ বৃত্তিক অধিক পৰিপুষ্ট কৰি তোলাৰ বাবে সুবিধা দিবলৈ মোৰ সীমাবদ্ধ গণ্ডীৰ ভিতৰত থাকি যিখিনি কৰিব পাৰি, সেইখিনি কৰিবলৈ চেষ্টাৰ ক্ৰটী কৰা নাছিলো। সপ্তাহৰ বিভিন্ন দিনত একোটা বিষয়ৰ বাবে আছুতীয়াকৈ ৰখা একোটা পৃষ্ঠাৰ কাম চলাবলৈ একোজনক ভাৰ দিয়া হৈছিল। এই কাম সুকলমে চলি আছিল। মাত্ৰ মাজতে কাকতৰ কলেৱৰ চাৰিপিঠীয়া হওঁতে এই সকলোবোৰ প্ৰচেষ্টা বন্ধ কৰি ৰাখিব লগীয়া হৈছিল।

## আখৰ জোটনি

এটা অসুবিধাৰ কথা এই প্ৰসঙ্গতে উল্লেখ কৰাটো উচিত হব। সেয়ে হল - আখৰ জোটনিৰ সমস্যা। ভুল আখৰ জোটনিৰে বাতৰি কাকত প্ৰকাশ হয় বুলি বিভিন্ন জনে অভিযোগ তুলি আহিছে। এই সমস্যাৰ হাত সাৰিবৰ

বাবে চেষ্টা কৰিও সফল হব নোৱাৰিলোঁ। আখৰ-জোটনিৰ ক্ষেত্ৰত সকলে পৰা এটা ভেটি ৰচনা কৰাটো নিতান্ত প্ৰয়োজনীয়। কিন্তু শিক্ষাৰ প্ৰথম স্তৰটো ইমান অনাদৃত অৱস্থাত আছে যে সম্যক শিক্ষা দিয়াটো সম্ভৱপৰ হোৱা নাই। তাতে আকৌ ৰাজনীতিৰ আঁহফলা কথাই শিক্ষা ব্যৱস্থাৰ ক্ষেত্ৰত প্ৰাধান্য লাভ কৰা কাৰণে সংস্কৃত শিক্ষাক এলাগী কৰা হল আৰু ফলত আমাৰ সমস্যাই পোখা মেলি ছাটি ধৰিলে। সংস্কৃত ভাষাৰ নিম্নতম ভেটিটোৰ লগতো পৰিচয় নথকা বাবে আখৰ জোটনিৰ বেলিকা বিভ্ৰাট বাঢ়িছে। আমি তৎসম শব্দৰ বেলিকাও একো নজনা হলোঁ আৰু আনহাতে তদ্ভৱ শব্দৰ ক্ষেত্ৰতো অৰাজকতাৰ সৃষ্টি কৰিলোঁ।

আনহাতে আমি সৰলীকৰণৰ ক্ষেত্ৰত খোপনি নেৰাৰ ফলতো পৰিস্থিতি অধিক জটিল হৈছে। আমাৰ উচ্চাৰণ এটা ধৰণৰ আৰু জোটনি আন এটা ধৰণৰ; ইটোৰ লগত সিটোৰ মিল নাই। সংস্কৃতৰ সূত্ৰৰ বান্ধ খুলি অলপ আঁতৰি অহাৰ প্ৰয়োজন হৈছে বুলি ধাৰণা হয়; নহলে যথেচ্ছাচাৰ বাঢ়িবহে। তদুপৰি এতিয়া কম্পিউটাৰৰ যুগত আমি কেতবোৰ নতুন তাগাদাৰ সন্মুখীন হৈছোঁ। পশ্চিম বঙ্গত এনে তাগাদাৰ বিষয়ে সচেতন হৈ জাপানী প্ৰযুক্তি বিদ্যাৰ সহযোগত সৰলীকৰণৰ প্ৰচেষ্টা হাতত লৈছে — যাতে কম্পিউটাৰৰ 'কি ব'ৰ্ড' আদিৰ জেওঁা মাৰিব পাৰি।

এইবোৰ কথাৰ বিষয়ে উপযুক্ত মহলত বিচাৰ হব লাগে আৰু সমবেত প্ৰচেষ্টাৰে কাৰ্য্য-ব্যৱস্থা হাতত লব লাগে। তেতিয়া বাতৰি কাকতেও সকাহ পাব। উল্লেখযোগ্য যে একালত 'অৰুণোদয়' কাকতে আখৰ জোটনিৰ বেলিকা বাটকটীয়াৰ ভূমিকা লৈছিল; ইয়াৰ মাজত সোমোৱা ভুল ত্ৰুটিৰ কথা স্বীকাৰ কৰিও ইয়াৰ তাৎপৰ্যৰ ওপৰত আমি গুৰুত্ব দিব লাগিছিল। অৰুণোদয়ৰ প্ৰচেষ্টা কালৰ সোঁতত হেৰাই গল। কিন্তু আমি এতিয়াও আঁতকে বিচাৰি পোৱা নাই। এতিয়া ভগা জেওৰা এপিনে বাটিলে আন এপিনে ভগাৰ নিচিনা অৱস্থা হৈছে। বিশেষজ্ঞ সকলে বাহ লগাই এটা সৰ্বসন্মত ব্যৱস্থা কৰিলে সকলোৰে কাৰণে মঙ্গলজনক হব।

অকল বাতৰি যোগানিয়াৰৰ বৃত্তি ধাৰণ কৰি জীৱন নিৰ্বাহ কৰাৰ সুবিধা অসমত কম। অৱশ্যে কাকতৰ ষ্টাফ ৰিপৰ্টাৰৰ কথা সুকীয়া। একোখন কাকতে বিভিন্ন ঠাইত যি সকলক বাতৰি যোগনিয়াৰ স্বৰূপে নিয়োগ কৰে, তেওঁলোকৰ

নিযুক্তি পূর্ণকালীন ভিত্তিত নহয় । তেওঁলোকে পোৱা ধনৰ পৰিমাণ নিচেই কম। সেই দেখি মূল বৃত্তিৰ মাজতে বাতৰি যোগান ধৰাৰ দায়িত্ব তেওঁলোকে লয় । ঘাইকৈ বিদ্যালয় আৰু মহাবিদ্যালয়ৰ শিক্ষককে এনে ভাৰ দিয়া হয় ।

পিচে কিছুমান বাতৰিয়ে চৰকাৰক বিপাঙত পেলায় আৰু তেতিয়াই বাতৰি যোগনিয়াৰৰ বিষয়ে চৰকাৰে খা-খবৰ লয় । শিক্ষক বুলি জানিলেই চৰকাৰ খড়্গহস্ত হয় । বিভিন্ন সময়ত বিভিন্ন বিধি প্ৰয়োগ কৰি বাতৰি যোগনিয়াৰৰ দায়িত্ব লোৱাৰ পৰা শিক্ষকক বিৰত কৰাৰ চেষ্টা কেইবাবাৰো চলিছিল । এই সম্পৰ্কত কেবাজনো বাতৰি যোগনিয়াৰৰ মূল চাকৰি লৈয়েই টনাটনি হৈছিল যদিও সুকঙা উলিয়াই সমস্যাৰ ওৰ পেলোৱা হ'ল ।

## অভিনৱ প্ৰচেষ্টা

স্বৰ্গীয় ৰাধাগোবিন্দ বৰুৱাই দৈনিক অসমৰ সকলো বাতৰি যোগনিয়াৰক কাকতৰ খৰচত মাতি আনি এবাৰ এখন সভাৰ আয়োজন কৰিছিল । বহুতো বাতৰি যোগনীয়া এই সভাত উপস্থিত হৈছিল । বাতৰি যোগনিয়াৰৰ ওপৰত এনে গুৰুত্ব আৰোপ কৰাটো শুভ লক্ষণ আছিল । পোনপটীয়াকৈ পৰস্পৰৰ সমস্যাৰ আলোচনা কৰা হৈছিল । আমি কেনে ধৰণৰ বাতৰি বিচাৰো , বাতৰি কেনেকৈ লিখি পঠিয়ালে প্ৰকাশ কৰিবলৈ সুবিধা হয় , কেনে ধৰণৰ বাতৰি আইনগত কাৰণৰ বাবে প্ৰকাশ কৰাত সমস্যাৰ উদ্ভৱ হয়, ইত্যাদি বিবিধ কথা ইয়াত আলোচনা কৰা হৈছিল । বাতৰি যোগনীয়াৰ তৰফৰ পৰাও তেওঁলোকৰ বিভিন্ন সমস্যা সম্পৰ্কে কৈছিল । এনে অভিনৱ প্ৰচেষ্টা অব্যাহত ৰাখিব পৰা হলে বহুতখিনি কাম হলহেঁতেন । কিন্তু সেই আশা পূৰণ নহল । এই প্ৰচেষ্টাটোৱেই বাদ পৰিল ।

সহকৰ্মী সকলে যাতে বিভিন্ন দায়িত্ব লব পাৰে, সেইটো কথাকে সদায় আগত ৰাখি চলিছিলোঁ । এই ক্ষেত্ৰত সফলতা লাভ কৰা বুলি মই গৌৰৱ বোধ কৰিব পাৰো; কিয়নো যেতিয়াই যাকে যি দায়িত্ব দিছিলো সেই দায়িত্ব সফলভাৱে পালন কৰিছিল । কেতিয়াবা পিচে দুই এজন লোকৰ (তেওঁলোক মোৰ শুভকাংক্ষী) একোটা প্ৰশ্নই মোক চক্ খুৱাই দিছিল । তেওঁলোকে সুধিছিল "সকলোবোৰ কথা

কিয় শিকাই দিছে ?” মই তেতিয়া কৈছিলো যে সেইটো মোৰ কৰ্ত্তব্য। সকলো উদ্যমতে প্ৰতিৰক্ষাৰ দ্বিতীয় বেহু ৰচনা কৰিব পৰাটোৱেই নেতৃত্বৰ সফলতা । মই কাকতখনত চিৰকাল নেথাকোঁ। মই নেথাকিলেও কাকতখন সগৌৰেবে চলি থাকিবই লাগিব। সেই বাবে সহকৰ্মী সকলক সকলো কথা জনাবই লাগিব। আৰু তাকে মই মোৰ পবিত্ৰ কৰ্তব্য বুলি গণ্য কৰোঁ।

# গোষ্ঠীৰ বিচাৰ

এটা কথাত অৱশ্যে বৰ অসুবিধা পাইছিলোঁ। সাংস্কৃতিক জগততে সম্ভৱতঃ গোষ্ঠীৰ সংখ্যা আটাইতকৈ বেছি। ভাগে ভাগে গায়ক-গায়িকা, অভিনেতা -অভিনেত্ৰী, চলচ্চিত্ৰ জগতৰ লোক ইত্যাদিৰ বহুতো গোষ্ঠী আছে। ইটো গোষ্ঠীয়ে সিটো গোষ্ঠীক সহ্য নকৰে। কাকতত প্ৰকাশিত বাতৰিতো কেতিয়াবা তাৰে প্ৰতিফলন ঘটে। কাকতলৈ অহা বাতৰিত এনে গায়ক-গায়িকা বা অভিনেতা অভিনেত্ৰীৰ নাম বাদ পৰিল, যি সকলে বিশেষ কৃতিত্ব প্ৰদৰ্শন কৰিছিল। সেই দৰে ভাল গীত গাওঁতাৰ গীত বেয়া হোৱা বুলি বা ভাল অভিনয় কৰোতাৰ অভিনয় বেয়া হোৱা বুলিও সময়ত প্ৰকাশ পালে। আনহাতে কেতিয়াবা সফল চলচ্চিত্ৰ এখনো বিফল হোৱা বুলিহে মন্তব্য ওলাল। এনেবোৰ ক্ষেত্ৰত চোকা চিঠি মোলৈ আহিছিল। সকলো গঞ্জনা মই চপাই লব লগীয়া হৈছিল। ইয়াৰ প্ৰতিকাৰৰ বাবে পিচলৈ কেতবোৰ ব্যৱস্থা লৈছিলো যদিও সম্পূৰ্ণ সফল হোৱা বুলি মই দাবী কৰিব নোৱাৰোঁ।

এইখিনিতে নতুন অসমীয়াত থাকোতে লাভ কৰা অভিজ্ঞতা এটাৰ কথা উল্লেখ কৰিব খুজিছোঁ। আকাশ বাণীৰ অনুষ্ঠান সমূহৰ গুণাগুণ সম্পৰ্কীয় স্তম্ভ এটা কাকতত প্ৰকাশ কৰিছিলোঁ আৰু এই স্তম্ভত লিখিবৰ কাৰণে এজনক ভাৰ দিছিলোঁ। তেওঁ যাইকে সমলবোৰ গোটাই দিছিল। পিচে তাতো গোষ্ঠীগত বিচাৰে ভুমুকি মৰা বুলি দুই একে আপত্তি দৰ্শালে। ইপিনে এদিন নিৰ্দ্ধাৰিত সূচী মতে গীত নোগোৱা গায়ক এজনৰ গীতো সেই দিনাৰ কাৰ্য-সূচীৰ লেখত ল'বলগীয়া অনুষ্ঠান আছিল বুলি এইটো স্তম্ভত প্ৰকাশ পোৱাৰ মূৰত মই চূড়ান্ত সিদ্ধান্ত লবলগীয়া হল। অৰ্থাৎ সেই স্তম্ভটোকে বন্ধ কৰি দিলোঁ। ইয়াৰ ফলত

অৱশ্যে সাংস্কৃতিক ক্ষেত্ৰত আমাৰহে ক্ষতি হল । কিয়নো আকাশ বাণীৰ অনুষ্ঠানটিৰ সম্পৰ্কত প্ৰহৰীৰ দৰে কাম কৰা ব্যৱস্থা এটা থাকিলে আকাশ বাণীও সৰ্তক হলহেঁতেন আৰু শিল্পী সকলেও নিজৰ দক্ষতা প্ৰদৰ্শন কৰাৰ বেলিকা সচেতনতা দেখুৱালেহেঁতেন ।

কাকতৰ সম্পাদকৰ পদত থাকোতে বাহিৰ নোলোৱা বাবে মোক বহুতেই চিনি নেপাইছিল । সেইটো মোৰ কাৰণে বৰ সুবিধাজনক কথা আছিল । কিয়নো কেতিয়াবা এনেকুৱাও হৈছিল যে মোৰ আগে আগে বাটেদি গৈ থকা মানুহ কেইজনে সেইদিনাৰ কাকতত প্ৰকাশ হোৱা সম্পাদকীয় বা কোনো বাতৰি সম্পৰ্কে আলোচনা কৰি গৈ থাকোতে মই শুনি গৈছিলোঁ । এনে অভিজ্ঞতাই মানুহৰ মন বুজিবলৈ মোক ডাঙৰ সুযোগ দিছিল । এনেবোৰ প্ৰতিক্ৰিয়াই সময়ত নিজক শুধৰাবলৈকো মোক সুযোগ দিছিল । সময়ত আকৌ এনেদৰে প্ৰতিক্ৰয়া বুটলি লৈ মই দুগুণ উৎসাহেৰে দৃঢ় পদক্ষেপ লবলৈ সাহস চপাই লব পাৰিছিলোঁ । সেই একে কৌশলেৰে মই লিখিবলৈ সমলো গোটাই লব পাৰিছিলোঁ । বাটেদি যোৱা সৰু লৰা-ছোৱালীৰ কথোপকথন শুনি শুনি পিচে পিচে গৈ থাকো । তাৰ মাজৰ পৰাই মই মৌ কোঁহ বিচাৰি পাইছিলোঁ । লৰা-ছোৱালীৰ মনৰ মাজত সোমোৱাৰ ক্ষেত্ৰত এই অচিনাকি লৰা-ছোৱালী বিলাকেই আছিল মোৰ শিক্ষাদাতা আৰু শিক্ষাদাত্ৰী । মই লৰা-ছোৱালীৰ বাবে লিখা 'ফুটুকাৰ ফেন' নাট আদি তেনেবোৰ অভিজ্ঞতাৰে পুষ্ট হৈছিল ।

যোগাত্মক সমালোচনাক শ্ৰদ্ধা দেখুওৱাৰ ক্ষেত্ৰতো কাৰ্পণ্য কৰা নাছিলোঁ । স্বৰ্গীয় বেণুধৰ শৰ্মাৰ সমালোচনাৰ মূৰত কাকতত প্ৰকাশ পোৱা 'বোকাখাট' আৰু 'ঢকুৱাখানা' শব্দ শুধৰাই 'বোকাখাত' আৰু 'ঢকুৱাখনা' কৰা হৈছিল । স্বৰ্গীয় শৰ্মাই আঙুলিয়াই দিয়া মতে 'মৃধ' আৰু 'মৃধচ'ৰ' শুদ্ধ প্ৰয়োগ কাকতত নিশ্চিত কৰা হৈছিল । "কাঁটা তাঁৰৰ বেৰ" সম্পৰ্কত হোমেন বৰগোহাঁয়ে কৰা সমালোচনাৰ ভিত্তিত "কাঁইটীয়া তাঁৰৰ বেৰ" কৰা হৈছিল । এই কেইটা উদাহৰণহে ; এনে ধৰণৰ আৰু কথা ওলাব ।

## ৰাজনীতি-প্ৰধান

কাকত খনক ৰাজনীতি-প্ৰধান নকৰিবৰ বাবে যিমান পাৰি চেষ্টা

কৰিছিলোঁ। কিন্তু এই ক্ষেত্ৰত সফল হোৱা বুলি দাবী কৰাৰ কোনো থল নাই। সমগ্ৰ দেশতে বাতৰি কাকত ৰাজনীতি-সৰ্বস্ব হৈ পৰাটো দুৰ্ভাগ্যৰ কথা। এই ধাৰাটো ইমান বেছিকৈ শিপাইছে যে সকলোৰে ধাৰণা সলাই পেলাইছে। অতিশয় গুৰুত্বপূৰ্ণ হব পৰা সাংস্কৃতিক, সামাজিক বা ক্ৰীড়া জগতৰ বাতৰিটোও সময়ত ৰাজনীতিৰ বাতৰিৰ আগত নিষ্প্ৰভ হৈ পৰে। এই মানসিকতা সলোৱাৰ বাবে আৰম্ভণিহে কৰিছিলোঁ বুলি কব পাৰোঁ। তাতকৈ বেছি আগবাঢ়িব নোৱাৰিলোঁ।

তেনে লক্ষ্য আগত ৰাখিয়েই দৈনিক অসমৰ দেওবৰীয়া সংখ্যাৰ সম্পাদকীয়টো লঘু বিষয়ৰ ওপৰত লিখাৰ আঁচনি লোৱা হৈছিল। এই পৰীক্ষাই পঢ়ুৱৈৰ পৰা সমাদৰ লাভ কৰাত সেই ব্যৱস্থাক নিগাজী ৰূপ দিয়া হ'ল। এই বিষয়ত মোৰ সতীৰ্থ যোগেশ দাসৰ পৰা পোৱা সহযোগৰ কথা মই কেতিয়াও নেপাহৰোঁ।

নীল আৰ্মষ্ট্ৰঙৰ চন্দ্ৰ-অভিযানৰ সফলতাৰ বাতৰি পৰিবেশন কৰাৰ বেলিকাও আমি কাকতত এই সাফল্যক বিচিত্ৰ ৰূপত আগবঢ়োৱাৰ চেষ্টা কৰিছিলোঁ। 'চন্দ্ৰ বদনী'ৰ কথালৈ হাকুটিয়াই হৰি বৰকাকতীৰ বিশিষ্ট কবিতা এটিৰ গাত ভেঁজা দি বিশেষ ধৰণেৰে বাতৰিটো উলিওৱা হৈছিল।

# কৰ্ম-সংস্কৃতি

কৰ্ম-সংস্কৃতিৰ অপমৃত্যুৱে আমাৰ যি অৱক্ষয় ঘটাইছে তাৰ প্ৰতিৰোধৰ হকে সৰ্বাত্মক অভিযান চলোৱাৰ সময় প্ৰায় উকলি যাবৰ হ'ল। ৰক্ষা-কৱচ লৈ আজিৰ প্ৰতিযোগিতামূলক পৃথিৱীত তিষ্ঠি থকাটো অসম্ভৱ কথা। যোগ্যতাৰ দাবীহে প্ৰকৃত ৰক্ষা-কৱচ হব পাৰে। সেই দেখি সকলো স্তৰতে বিশেষ শিক্ষাৰ প্ৰয়োজন হৈছে। শ্ৰমৰ মৰ্য্যাদা প্ৰতিষ্ঠা কৰাৰ নিতান্ত প্ৰয়োজন। বিভিন্ন বৃত্তিৰ (সৰু সুৰা বৃত্তিকে ধৰি) প্ৰশিক্ষণ দিয়াৰ ব্যাপক ব্যৱস্থা কৰি শ্ৰম-বিমুখ শক্তিক নিয়োজিত কৰাৰ ব্যৱস্থা হ'ব লাগে। বাঁহ-বেতৰ কাম, কাঠৰ কাম, পকা ঘৰ সজাৰ কাম, জোতা চিলাই কৰা কামকে ধৰি হেজাৰ বিজাৰ কামৰ প্ৰশিক্ষণ দি থলুৱা জন-বলক নিয়োজিত কৰা আঁচনি আমাক লাগে। শ্ৰমৰ মৰ্য্যাদা শিকি দিন হাজিৰা, ফেৰিৱালা, ভাৰী আদিৰ কামৰ প্ৰতি বিমুখ মনোভাৱ এৰিবৰ হল। ৰিক্সা, ঠেলাগাড়ী আদি চলাবলৈকো থলুৱা জন-বল আগবাঢ়ি নাহিলে বাহিৰৰ পৰা অহা হেজাৰ বিজাৰ লোকে শূণ্য স্থান পূৰণ কৰিবহি। আৰু তাকেই এতিয়া ব্যাপক হাৰত কৰিছে।

ব্যৱসায়ৰ দিশতো এটা নতুন জাগৰণৰ প্ৰয়োজন। এতিয়া অৱশ্যে তেনে এটা প্ৰৱণতাই সামান্য ভাৱে গঢ় লৈছে। কিন্তু অধিক নিষ্ঠাৰ প্ৰয়োজন। তদুপৰি পোনেই টিংখোপত উঠাৰ অলীক কল্পনা পৰিহাৰ কৰি সৰুসুৰা ব্যৱসায়ত পোনতে মনোনিবেশ কৰি দোপত দোপে উধাই যোৱাৰ লক্ষ্যহে লোৱা উচিত।

অৱশ্যে এইখিনিতে এটা কথা স্বীকাৰ কৰিব লাগিব। বিভিন্ন ন্যস্ত স্বাৰ্থই থলুৱা লোকৰ মাজত মূলধন গঠিত হোৱাৰ প্ৰক্ৰিয়াত অবিৰত ভাৱে বাধা দি আহিছে। লাইচেন্স, বেংকৰ ঋণ, আঁচনিৰ অনুমোদন, উপাদান আনিবলৈ ৰেলৰ ডবাৰ মঞ্জুৰী- ইত্যাদি হৰেক বিষয়ত থলুৱা উদ্যোক্তাই হাৰাশাস্তি ভুগি আহিছে। শোষণৰ এই গোপন হাতৰ মুঠি ঢিলা কৰাৰ বাবে চৰকাৰ তথা সংশ্লিষ্ট সকলো কৰ্তৃপক্ষই অধিক কঠোৰ আৰু বাস্তৱ ব্যৱস্থা হাতত লব লাগে আৰু তাকে নকৰিলে সবল জনমতে তাকে কৰিবলৈ বাধ্য কৰিব লাগে।

ব্যৱসায়, উদ্যোগ আদিৰ বাবে থলুৱা উদ্যোক্তা সকলে বেংকৰ পৰা যি অলপ অলপ ঋণ পাইছে, সেই ঋণবো সদ-ব্যৱহাৰ সকলোৱে কৰা নাই।

কিছুমানে আকৌ নিয়মিত কিস্তিত ঋণ পৰিশোধ নকৰি থলুৱা উদ্যোক্তাই বেংকৰ পৰা ঋণ পোৱাৰ বাটো মাৰিছে। এই ক্ষেত্ৰতো সুস্থ মানসিকতা গঢ়াৰ বাবে জনমতে সক্ৰিয় ভূমিকা লোৱা উচিত।

এই ক্ষেত্ৰত ন্যস্ত স্বাৰ্থই সকলো ফালৰ পৰাই আক্ৰমণ চলাইছে। অসমক কেঁচা মালৰ বজাৰ স্বৰূপে ৰাখি ইয়াৰ উপাদান সমূহেৰে ৰাজ্যৰ বাহিৰৰ উদ্যোগ আদিক পৰিপুষ্ট কৰাৰ লক্ষ্য আগত ৰাখি যি সকলে কাম চলাইছে, তেওঁলোকে ইয়াৰ পিচত সিটোকে বাধা জন্মাই আহিছে। আন হাতে থলুৱা লোকৰ মাজত যাতে মূলধন গঠিত হব নোৱাৰে তাৰ বাবেও সৰ্বাত্মক প্ৰচেষ্টা চলি আছে। ফলত থলুৱা জনবল সকলো ফালৰ পৰা বাধাগ্ৰস্ত হৈছে। তেওঁলোকৰ কাৰণে চাকৰিৰ বজাৰ সংকুচিত হৈ পৰিছে। উদ্যোগ, ব্যৱসায় আদিৰ বাবেও সুৰুঙা নোহোৱা হৈছে। আন হাতে কৰ্তৃপক্ষই যদি কেতিয়াবা কিবা সুবিধা উলিয়াই দিছে, তাক ব্যৰ্থ কৰাৰ বাবেও চেষ্টাৰ ত্ৰুটী ঘটা নাই। শিলঘাটত সমবায় মৰাপাট কল পতাৰ বিৰুদ্ধে ৰাজ্যৰ বাহিৰৰ মৰাপাট কলৰ তৰফৰ পৰা অভিযান চলোৱাৰ কথাও এইখিনিতে উল্লেখ কৰিব পাৰি।

এনে ক্ষেত্ৰত মাছৰ তেলেৰে মাছ ভজাৰ কাৰবাৰো চলিছে। এভাগ থলুৱা লোকক শিখণ্ডী স্বৰূপে ৰাখি কৰ্তৃপক্ষৰ উদ্যমক স্তব্ধ কৰি দিয়াৰ উদাহৰণো আছে। অ-গ-প চৰকাৰৰ দিনত থলুৱা যুৱ শক্তিক ব্যৱসায় আদি কৰিবলৈ লাইচেন্স আদি দিয়াকে ধৰি কেতবোৰ উল্লেখযোগ্য ব্যৱস্থা হাতত লৈছিল। আগতে কোনো সময়তে ইমান ব্যাপক ভাৱে চৰকাৰৰ তৰফৰ পৰা তেনে ব্যৱস্থা লোৱা হোৱা নাছিল। কিন্তু সেই কথা লৈ চৰকাৰৰ বিৰুদ্ধে যিদৰে অভিযোগৰ জোৱাৰ উঠিল যেন সেইবোৰ ব্যৱস্থাই চৰকাৰৰ দুৰ্নীতিৰহে নিদৰ্শন দাঙি ধৰিলে। (অৱশ্যে তেনে সুবিধা পোৱা একাংশই ডাঙৰ ব্যৱসায়ীক তেনে লাইচেন্স বেচি দি দুৰ্নীতিপূৰ্ণ আচৰণ দেখুৱাটো সঁচা কথা)। পিচে পৰৱৰ্তী কালত আকৌ প্ৰতাপী ব্যৱসায়ী মহলে সেইবোৰ সুবিধা আগৰ দৰে কুক্ষিগত কৰিলে। তেতিয়া কিন্তু তাৰ বিৰুদ্ধে কোনেও মাত মতা দেখা নগল।

## গাওঁৰ কথা

গাওঁৰ কথা আমি মাত্ৰ কবিতাত লিখো নাইবা নিৰ্বাচনী সভাত বক্তৃতা

দিবৰ বেলিকা গাওঁৰ কথা কওঁ । আচলতে গাওঁৰ আচল বেদনাৰ খবৰ লওঁতা কোনো নাই । কৰ্ম-সংস্কৃতিৰ অপ মৃত্যুৱে আৰু নগৰমুখী উন্মাদনাই আজি গাওঁত যি সংকটৰ সৃষ্টি কৰিছে, সেই ভয়াৱহ ছবিখন সম্যক ভাৱে দাঙি ধৰি সকলোকে সচেতন কৰি তোলাটো অতি জৰুৰী কথা । গাওঁৰ যুৱশক্তি খেতি-বাতিৰ প্ৰতি বিমুখ হৈ পৰিছে; চাকৰিমুখী হৈ তেওঁলোকে নগৰলৈ আহি মৰীচিকা খেদি ফুৰিছে। ফলত গাওঁত এতিয়া ঘাইকৈ বয়োবৃদ্ধ লোকক ধৰি বয়সীয়া চামেহে খেতি-বাতি কৰিছে । এই গতি অব্যাহত থাকিলে মৃৰকত পৰিস্থিতিয়ে খেতিৰ মাটিখিনিও হস্তান্তৰিত কৰি অসমীয়া খেতিয়কক মাত্ৰ বুৰঞ্জীৰ পাততহে বন্দী কৰি ৰাখিব ।

## হীনমন্যতাৰ বেমাৰ

হীনমন্যতাই আমাৰ আটাইতকৈ ডাঙৰ শত্ৰু । এই শত্ৰুক পৰাভূত কৰি আমি নতুন মানসিকতা গঢ়ি তুলিব লাগিব । নিজক যোগ্য তথা তৎপৰ কৰি তুলিলেই এনে হীনমন্যতাও আঁতৰিব । হীনমন্যতাই মনৰ কুঠৰি ইমান চেপ খুৱাই নিছে যে আজি অসমৰ বৃহত্তৰ স্বাৰ্থৰ কথাকে কওতে পাহৰি পেলাইছে । আমাৰ মাজত মনৰ ঠেক চুবুৰি ইমান বাঢ়িছে যে আমাৰ মাজতে আচৰিত ধৰণেৰে খোৱা কামোৰা লাগিছে । গোৱালপাৰাৰ মানুহ এজনে যদি নগাওঁত বা নগাওঁৰ মানুহ এজনে যদি শিমলুগুৰিত চাকৰি পায়, তেন্তে থলুৱা নহয় বুলি হৈ চৈ লগোৱা হয় । থলুৱাৰ এনে বিকৃত ব্যাখাই আমাৰ অপমৃত্যুৰহে আগজাননী দিছে । আমাৰ মাজৰ এনে বিভাজনৰ সুবিধা পূৰ্ণাঙ্গ ভাৱে গ্ৰহণ কৰিছে সুযোগ সন্ধানী সকলে — বিশেষকৈ ৰাজনৈতিক টিকাৰী সকলে আৰু ন্যস্ত স্বাৰ্থৰ পাইকাৰী মহাজন সকলে । ফলত অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ কালছোৱাত মাৰ বান্ধি থিয় দিয়াৰ যি মানসিকতাই গঢ় লৈছিল, এতিয়া তাৰ চিন চাবেই নোহোৱা হল ।

## এখন চিঠি

এখন চিঠিয়ে আজিও মোৰ মনটো নেমু টেঙাৰ কাঁইটে খোচাদি খুঁচি

থাকে। পাতনি নেমেলি পোনেই চিঠিখনৰ কথালৈকে আহিছোঁ। 'দৈনিক অসম'ৰ সম্পাদক হৈ থাকোতে এদিন ডাকত মোৰ নামত অহা চিঠি এখন খুলিলো ঃ "মোৰ চিনাকি দিবলৈ একোৱেই নাই। এটা বুঢ়া মানুহ – সেয়ে এতিয়া মোৰ একমাত্ৰ পৰিচয়। তাহানিৰে পৰা মই কংগ্ৰেছৰ সদস্য। এতিয়া বুঢ়া বয়সত বুকুৰ পোৰণি সহিব নোৱাৰি আপোনালৈ চিঠিখন লিখিলোঁ।

"আপোনালোকে (অৰ্থাৎ বিভিন্ন বাতৰি কাকতে) দুৰ্নীতি আদি বিষয়ৰ কাৰ্টুন বা ব্যঙ্গ চিত্ৰ উলিয়ালেই মোৰ বুকুৰ পোৰণি বাঢ়ে। দুৰ্নীতিৰ প্ৰতীক হিচাপে আপোনালোকে গান্ধী টুপি পিন্ধা মানুহ এটাক আঁকি দেখুৱায়। কংগ্ৰেছৰ কাৰণে জীৱন পাত কৰা আমাৰ নিচিনা অপদাৰ্থ মানুহৰ বুকুত তেতিয়া কি উচুপনি উঠে আপুনি বাৰু গম পায়নে ? যিটো গান্ধী টুপী আমাৰ কাৰণে পূজাৰ ফুলৰ দৰে পৱিত্ৰ, যিখন কংগ্ৰেছে কংগ্ৰেছী সকলক বুকুৰ তেজ দি, মাৰৰ কোবত হাত-ভৰি কোঙা কৰি, সা-সম্পত্তি হেৰুৱাই পৰিয়ালৰ মানুহক হাঁ-ভাত, হাঁ-ভাত কৰি বিনাব লগীয়া অৱস্থাত পেলোৱা সত্ত্বেও দেশৰ হকে যুঁজিবলৈ অনুপ্ৰাণিত কৰি ৰাখিছিল, সেইখন কংগ্ৰেছৰে গান্ধী টুপী আজি দুৰ্নীতিৰ প্ৰতীক ৰূপে অভিশপ্ত হোৱাটো বাৰু কোন সতেৰে সহিম ?"

## অৱক্ষয়

চিঠিখন পঢ়ি শিল পৰা কপৌৰ দৰে মই ধৰ লাগিলোঁ। মই কংগ্ৰেছৰ সদস্য নহয় যদিও, স্বাধীনতা আন্দোলনলৈ মোৰ কোনো বৰঙণি নাই যদিও ছাত্ৰাৱস্থাৰ পৰাই কংগ্ৰেছৰ প্ৰতি মোৰ অসীম শ্ৰদ্ধা আছিল। স্বাধীনতা আন্দোলনত কংগ্ৰেছী সকলে কৰা ত্যাগৰ প্ৰতি মই সদায় শ্ৰদ্ধাৰে মূৰ দোঁৱাইছিলো। কিন্তু সেইখন কংগ্ৰেছ এতিয়া সলনি হল। মনত পৰে গান্ধীজীৰ সঁকীয়নি এটালৈ। স্বাধীনতা লাভ কৰাৰ বহুত আগৰ কথা। বৃটিছে নিৰ্বাচন পতাৰ দিহা কৰোতে গান্ধীজীয়ে আপত্তি কৰি কৈছিল যে কংগ্ৰেছে নিৰ্বাচনত ভাগ লব নেলাগে; কিয়নো দুৰ্নীতিৰ পৰিবেশৰ মাজত কংগ্ৰেছেই হেৰাই যাব। কিন্তু স্বৰ্গীয় মতিলাল নেহৰু প্ৰমুখ্যে কংগ্ৰেছৰ এভাগে সেই সঁকীয়নি গ্ৰাহ্য নকৰি

নির্বাচনত ভাগ লোৱাৰ সপক্ষে স্থিৰ কৰিলে। সেয়ে অৱক্ষয়ৰ আৰম্ভণি। গান্ধীজীৰ শংকা আখৰে আখৰে ফলিয়ালে। নির্বাচনে দুনীতিৰ জয়যাত্ৰাহে আৰম্ভ কৰিলে। বিৱৰ্ত্তনৰ বাটত কংগ্ৰেছৰ চেহেৰা হেৰাই গল।

অৱশ্যে বিৱৰ্তনে বস্তুতৰে চেহেৰা সলালে। বুৰঞ্জীয়েই তাৰ সাক্ষী। তাহানি 'টড'ৰ 'এনেল্‌ছ অৱ ৰাজস্থান' কিতাপখন পঢ়োঁতে হিয়া-মন পুলকিত হৈ পৰিছিল। আচৰিত হৈ ভাবিছিলোঁ – এই অঞ্চলৰ মানুহখিনি ইমানবোৰ গুণৰ আধাৰ কেনেকৈ হব পাৰিলে? কিন্তু 'টড'ৰ সেইবোৰ বিৱৰণ আজি এলাগী। হেজাৰ বিজাৰ ৰাজস্থানী লোকৰ আজি কাৰ্টুনত দুনীতিৰ প্ৰতীক হোৱাৰ বাহিৰে আন পৰিচয় নাই।

আমাৰ অসমত অসম গণ পৰিষদ চৰকাৰৰ দিনতো তেনে অৱক্ষয়ৰে পৰিচয় পালোঁ। যিটো উঠি অহা নতুন চামক অসমৰ ৰাইজে প্ৰত্যাশা উপচাই দিছিল, ভৱিষ্যতৰ সোণ-সেৰীয়া বাটলৈ হাতত ধৰি লৈ যাব বুলি যি সকলৰ ওপৰত ৰাইজে ভাৰসা ৰাখিছিল– সেই সকল বাটতে লক্ষ্যভ্ৰষ্ট হল। বিৱৰ্তনে তেওঁলোকৰ চেহেৰা সলাই পেলালে। নির্বাচনী স্বাৰ্থ আৰু দুনীতি - এই দুয়োটা কথা টকাটোৰ ইপিঠি আৰু সিপিঠি হৈ পৰাত দেশৰ সকলো ক্ষেত্ৰতে এনে অৱক্ষয়ে পূৰ্ণাঙ্গ ৰূপ ধাৰণ কৰিছে।

ৰাইজক এইখন নৰকৰ পৰা উদ্ধাৰ কৰিবলৈ হলে কেতবোৰ আমূল পৰিৱৰ্তনৰ প্ৰয়োজন। নির্বাচন, প্ৰশাসনীয় ব্যৱস্থা, অৰ্থনৈতিক ব্যৱস্থা, সমাজ ব্যৱস্থা আদি সকলো সামৰি যদি কঠোৰ হাতেৰে সলাই স্থিতাৱস্থা দূৰ কৰিব পৰা নহয়, তেন্তে আমি অনুক্ৰমে আৰু তললৈ নামি যাম। আজি গণতন্ত্ৰ বা সংসদী গণতন্ত্ৰৰ বিষয়ে আমি যিমানেই স্তুতি-গান নেগাওঁ, আচল কদাকাৰ ৰূপটো কিন্তু কোনেও ঢাকিব নোৱাৰিব।

## কিমান তললৈ নমাইছে ?

আমাৰ নির্বাচনী ব্যৱস্থাই আমাক কিমান তললৈ নমাইছে, তাৰ স্পষ্ট ছবি এখন কিন্তু 'এষ্টাব্লিছমেন্ট'ৰ বিশ্বস্ত মুখপাত্ৰ এজনেই দাঙি ধৰিছে। সেইজন

হল - অসমৰ প্ৰাক্তন ৰাজ্যপাল আৰু দেশ-বিদেশৰ বিভিন্ন গুৰুত্বপূৰ্ণ পদত থকা বি-কে-নেহৰু । সমাজ বিৰোধী মহল এটাই নিৰ্বাচনৰ খৰচ যোগাই কেনেকৈ দল আৰু নেতাক নিজৰ হাতৰ মুঠিলৈ নিছে, কেনেকৈ সেই মহলৰ লোকক প্ৰতিনিধি ৰূপে নিৰ্বাচিত কৰাইছে, কেনেকৈ দল তথা চৰকাৰক নীতিৰ আপোচ কৰাইছে বা কোনো কঠোৰ ব্যৱস্থা লোৱাৰ পৰা বিৰত কৰাইছে ইত্যাদি দিশ বি-কে নেহৰুৱে এটা স্মাৰক বক্তৃতাত উদঙাই দিছিল ।

এইখন ছবিৰ পটভূমিতে আজি ভাৰতত ক'লা টকাৰ সমান্তৰাল অৰ্থনীতি চলিছে, দুৰ্নীতিৰ ঘূণে সমগ্ৰ জাতিটোকে খুলি খুলি খাইছে, মূল্য বঢ়াটো ৰোধ কৰিব নোৱৰা অৱস্থাৰ সৃষ্টি হৈছে আৰু ৰাজনৈতিক দল তথা নেতাই মাজবাটতে চৰিত্ৰ হেৰুৱাব লগীয়া হৈছে । (এটা হিচাপ মতে অকল ১৯৯০-৯১ চনতে দেশত নতুনকৈ ৫৮,০০০ কোটি ক'লা টকাৰ সৃষ্টি হৈছে)

নিৰ্বাচনৰ খৰচৰ যোগাৰ কৰাটোৱেই মূল লক্ষ্য হৈ পৰাৰ মূৰত ভোটাৰ সকল এতিয়া চৰকাৰৰ নিয়ন্তা হৈ থকা নাই । বাস্তৱত চৰকাৰক চলাইছে - উদ্যোগ চক্ৰ, ব্যৱসায়ী চক্ৰ, প্ৰশাসনীয় চক্ৰ আৰু পুলিচ চক্ৰই । এইদৰে অভিমন্যুৰ বেহুত সোমোৱা চৰকাৰ অৰ্থৱ হৱলৈ বাধ্য আৰু ৰাইজো অসহায় দৰ্শক মাত্ৰ ।

## পাবত গজা উপদেষ্টা

অসমত অ-গ-প চৰকাৰ প্ৰতিষ্ঠা হওঁতেই দলৰ মুখিয়াল কেইজনমানক কৈছিলোঁ যে আন্দোলন চলোৱা আৰু চৰকাৰ চলোৱা একে কথা নহয় । প্ৰশাসনৰ তলা-নলা বুজিবলৈ টান হব আৰু এই অনভিজ্ঞতাৰ সুযোগ বিভিন্ন মহলে লব। সেই দেখি বিভিন্ন বিষয়ত অভিজ্ঞতা থকা লোকক উপযুক্ত পদ মৰ্য্যাদা দি উপদেষ্টা ৰূপে লব লাগে । কিন্তু তাকে কৰা নহল । ফলত শ'লঠেকত পৰি চৰকাৰে নিজৰ প্ৰতিচ্ছবিকে হেৰুৱাব লগা হল ।

এনে অৱস্থাত পাবত গজা 'উপদেষ্টা'ই কেনেকৈ প্ৰতাপ বিস্তাৰ কৰিছিল, তাৰে এটা উদাহৰণ ব্যক্তিগত অভিজ্ঞতাৰ পৰা দিছোঁ । এবাৰ এজন লোক (তেওঁক আগৰ পৰাই চিনি পাওঁ আৰু তেওঁৰ সীমাবদ্ধ অভিজ্ঞতা

সম্পৰ্কেও জানো) মোৰ ওচৰলৈ আহিছিল। এটা বিশেষ পদত কাক ল'ব লাগে, সেই বিষয়ে চৰকাৰে হোনো তেওঁৰ পৰা পৰামৰ্শ বিচাৰিছে। সেই দেখি কাৰ নাম ক'লে ভাল হব তেওঁ মোক সুধিলে। শুনিয়েই মই অবাক। অৱশ্যে মই কলো যে বিষয়া ভঙা পতা খেলৰ খেলুৱৈ হোৱাৰ প্ৰবৃত্তি মোৰ নাই আৰু যোগ্য বিষয়া বছাৰ যোগ্যতাও মোৰ নাই।

আৰু এটা কথাৰ ওপৰত মই বিশেষ গুৰুত্ব দিছিলোঁ। নতুন ৰাজনৈতিক সংস্কৃতি এটা গঢ়াৰ বাবে দঢ়াই দঢ়াই কৈছিলোঁ। কিয়নো বিষাক্ত পৰিবেশৰ মাজত এটা নতুন ৰাজনৈতিক সংস্কৃতিয়েহে ৰক্ষা-কৱচ ৰূপে কাম কৰিব পাৰে। কিন্তু পূৰ্বৰ পৰা চলি অহা ৰাজনৈতিক সংস্কৃতিয়েহে পোহাৰ মেলা দেখিবলৈ পোৱা গল।

## ধান খেৰৰ জুই

কৰ্ম-সংস্কৃতিক গঢ়ি তোলাটো আন এটা গুৰুত্বপূৰ্ণ বিষয় আছিল। ছবছৰীয়া আন্দোলনে চকামকাকৈ হলেও কৰ্ম-সংস্কৃতিৰ ক্ষীন ৰূপ এটা দাঙি ধৰিছিল। স্বাৱলম্বী হোৱাৰ প্ৰয়াস এটা আৰম্ভ হৈছিল। সকলো ধৰণৰ কামত হাত দিয়াৰ বাবে এটা জাগৰণে দেখা দিছিল। কিন্তু সেয়া ধান-খেৰৰ জুইহে। এই জাগৰণৰ পুষ্টি সাধনৰ বাবে যি অৰ্থনৈতিক ভেটি এটা পতাৰ কাৰণে চৰকাৰ উদ্যোগী হব লাগিছিল, সেই উদ্যম দেখা নগল। ফলত কৰ্ম-বিমুখতাহে কেওপিনে বিয়পি পৰিল। পঢ়া-শুনাৰ দায়িত্ব পালন কৰাৰ ক্ষেত্ৰত যুৱ শক্তি নিস্পৃহ হল। কাম নকৰাকৈ ধন ঘটাৰ সংস্কৃতি এটাই সমাজত বীৰদৰ্পে কিৰিলি পাৰি ফুৰা দেখি বুজিছিলো যে আমাৰ বিপৰ্যয় অনিবাৰ্য। ঠিকা কৰিবলৈ লৈ কুটা এগছো নকৰাকৈ বিলৰ টকা দাবী কৰি বিষয়াৰ মেজত ভুকুৱা সংস্কৃতিয়ে আমাৰ অৱক্ষয় সম্পূৰ্ণ কৰি তুলিলে। ডেকা শক্তিক কৰ্ম মুখী কৰাৰ বাবে আৰু তেওঁলোকৰ মনলৈ চেতনা ঘূৰাই অনাৰ বাবে আৰু বিশেষকৈ শৃংখলাৰ ভাঙি পৰা গাথনি মেৰামতি কৰাৰ হকে চৰকাৰৰ তৰফৰ পৰা যি দূৰদৰ্শী কাৰ্য্য ব্যৱস্থা হাতত লোৱাটো প্ৰয়োজনীয় আছিল, তাৰো চিন মোকাম দেখা নগল। তথাপিও

চৰকাৰে শেষ ৰক্ষা কৰাৰ থল আছিল – যদিহে নিজৰ দায়বদ্ধতা পালন কৰিব পাৰিলেহেঁতেন। আঞ্চলিক দলৰ চৰকাৰটোৰ ওপৰত অসমৰ ৰাইজৰ যিমানখিনি প্ৰত্যাশা আৰোপিত হৈছিল, সিমানখিনি প্ৰত্যাশা আগৰ কোনো চৰকাৰৰ আমোলতে নাছিল। পিচে প্ৰত্যাশা বেছি হলে সমস্যাৰো সৃষ্টি হয় - ইপ্সিত ধৰণেৰে ততালিকে সফলতাৰ মুখ নেদেখিলে অসন্তুষ্টি সৃষ্টি হয়। চৰকাৰে ক্ষীপ্ৰতাৰে কিছুমান ব্যৱস্থা লোৱা হলে এই ক্ষেত্ৰত ৰাইজেও পোহৰৰ মুখ দেখা পালেহেঁতেন। তদুপৰি 'ৰাজনৈতিক সংস্কৃতি' সলনি কৰাৰ বেলিকা চৰকাৰে উল্লেখযোগ্য পদক্ষেপ দিব নোৱৰাৰ ফলতো সমালোচনাৰ থল ওলাল। কিছুমান ক্ষেত্ৰত চেষ্টা কৰাই নহল। চাহ বাগিচাৰ লোক সকলৰ ক্ষেত্ৰতে হওক বা কাৰবি আংলঙৰ ক্ষেত্ৰতে হওক কোনো ক্ষেত্ৰতে ইপ্সিত ধৰণেৰে আগবঢ়া নহল। বড়ো সমস্যাৰ সন্দৰ্ভতো কেন্দ্ৰৰ উদ্যোগত আলোচনা চলোৱাৰ উদ্যম বহুত আগতে লব লাগিছিল। জনজাতীয় লোকক মাটিৰ পট্টা দিয়া, চৰ অঞ্চলৰ লোকৰ সমস্যা সমাধান কৰা ইত্যাদি বিষয়তো অধিক তৎপৰতাৰ প্ৰয়োজন আছিল।

চৰকাৰে নিজা উদ্যোগত চলোৱা কিছুমান প্ৰচেষ্টা শেষত চাহ এৰা দিয়াৰ উদাহৰণো নোহোৱা নহয়। বিশ্বস্ত সূত্ৰৰ পৰা জানিব পাৰিছিলো যে চৰকাৰে বহল ভিত্তিতে সাংস্কৃতিক আঁচনি এখন যুগুতাইছিল। এই আঁচনিৰ সন্দৰ্ভতে 'অসমীয়া' ৰূপে কাক গণ্য কৰা হব, সেই বিষয়ে তাৎপৰ্য্যপূৰ্ণ ব্যাখ্যা এটাও যুগুতোৱা হৈছিল বুলি জানিব পাৰিছিলোঁ। সেই ব্যাখ্যাই বহুত খিনি ভুল ধাৰণা দূৰ কৰিব পাৰিলেহেঁতেন আৰু অসমৰ সংহতিৰ বেলিকা এছাটি নতুন বতাহ বোৱাই মানুহৰ মন শাঁত পেলাব পাৰিলেহেঁতেন। কিন্তু এনে গুৰুত্বপূৰ্ণ পদক্ষেপো মুৰকত এলাগী হৈ পৰি থাকিল। খাটাং ৰূপত কোনো চৰকাৰী সিদ্ধান্ত প্ৰকাশ নকৰাকৈ ফাইলৰ ৰঙা ফিটাৰ মাজত সকলো কথা বন্ধ কৰি ৰখা হল।

প্ৰয়োজনৰ সময়ত দিক-প্ৰদৰ্শক লোকৰ অভাৱ নোহোৱাৰ কথা ভাবিয়েই সকলো দলে নিৰ্বাচনৰ বাবে প্ৰাৰ্থী বছাৰ বেলিকা সতৰ্কতা অৱলম্বন কৰিব লাগে। প্ৰাৰ্থী হবলৈ দলৰ সকলোবোৰ উবুৰি খাই পৰিব নেলাগে। ভৱিষ্যতে চৰকাৰ গঠন কৰাৰ দায়িত্ব লব লগীয়া হলে যাতে উপযুক্ত লোকক উপযুক্ত দপ্তৰ দিব পৰা হয় তেনে কথালৈ লক্ষ্য ৰাখি প্ৰাৰ্থী বাছিব লাগে। অসমৰ আঞ্চলিক দলৰ বিশেষ কৰ্তব্য এটাও আছিল। আন্দোলন সদৌ অসম ছাত্ৰ সন্থা আৰু সদৌ অসম গণ সংগ্ৰাম পৰিষদে চলালেও এই দুটা সংগঠনত

নোসোমোৱাকৈয়ো আন্দোলনত বিভিন্ন প্ৰকাৰে সহযোগ কৰা আন কিছুমান উপযুক্ত লোকো আছিল। প্ৰাৰ্থী বছাৰ বেলিকা তেনে উপযুক্ত লোকৰ কথাও চিন্তা কৰিব লাগিছিল। এনে কাম কৰি দলৰ ভেটি বহলোৱাতো সুবিধা পোৱা গলহেঁতেন। তদুপৰি অ-গ-প দলৰ একাংশ শীৰ্ষ স্থানীয় নেতাই নিৰ্বাচনৰ প্ৰাৰ্থী হোৱাৰ পৰা নিজক বিৰত ৰাখি দলক পুৰঠ কৰাৰ কামত আত্মনিয়োগ কৰিব পৰাকৈ ব্যৱস্থা ৰাখিব লাগিছিল। কোনো ৰাজনৈতিক দলেই সু-পৰিকল্পিত অৰ্থনৈতিক আঁচনি এখনৰ অবিহনে পৰিপুষ্টি লাভ কৰিব নোৱাৰে। সেই দেখি আঞ্চলিক দল হিচাপে এই কামত বিশেষ গুৰুত্ব দিয়া উচিত আছিল। তদুপৰি ৰাজ্যৰ বিভিন্ন জনগোষ্ঠীৰ প্ৰতি দলৰ কি আবেদন থাকিব তাকো আগতীয়াকৈ স্পষ্ট ভাৱে নিৰূপিত কৰি লোৱাৰ প্ৰয়োজন আছিল। আনহাতে, যুৱ-শক্তি আৰু শ্ৰমিক-শক্তিক সংগঠিত কৰাৰ বাবেও পৰিকল্পিত প্ৰচেষ্টাৰ প্ৰয়োজন আছিল। সেইবোৰ কথাত উপযুক্ত ভাৱে গুৰুত্ব নিদিয়াৰ বাবেই পৰৱৰ্তী সমস্যাবোৰে দেখা দিলে।

## বাটৰ কচু

বাটৰ কচু গাত ঘঁহি লোৱা কাম কিছুমানেও অথন্তৰ ঘটালে। যুৱ শক্তিৰ চৰকাৰৰ আমোলত এভাগে উদণ্ড আচৰণ কৰি চৰকাৰৰ প্ৰতিচ্ছবি ম্লান কৰিলে। তদুপৰি অসহনশীলতাৰ মাত্ৰাই নতুন নতুন বাধাৰ সৃষ্টি কৰিলে। অসম চুক্তিত চহী কৰা অসম চৰকাৰৰ মুখ্য সচিব শ্ৰীমতী ত্ৰিবেদীক পদৰ পৰা আঁতৰোৱাটো অতিশয় অদূৰদৰ্শী কথা হল। তাৰ উপৰিও অনাহকত বহুতো বিষয়াক অসন্তুষ্ট কৰা হ'ল। সেই সকলৰ ভিতৰত দুজনমানৰ কথাহে ইয়াত উল্লেখ কৰা হৈছে। অ-গ-প চৰকাৰৰ পতন ঘটোতেই পুলিচৰ সঞ্চালক প্ৰধানৰ পদত টি.এ. সুব্ৰহ্মনিয়মক নিয়োগ কৰা হৈছিল; সেই নিযুক্তিয়ে অ-গ-প চৰকাৰৰ প্ৰতিচ্ছবি উজ্বল কৰিছিল। কিন্তু পিচত তেওঁক আঁতৰোৱা হল। পৰৱৰ্তী কালত মুখ্য সচিব হৰেন্দ্ৰ নাথ দাস, জ্যেষ্ঠ পদাধিকাৰী জ্যোতি ৰাজখোৱা আদিও ৰোষত পৰিল। এইবোৰ স্বাভাৱিকতে অশুদ্ধ পদক্ষেপ আছিল।

## চম্ভালিব নোৱাৰিলে

তাতে আকৌ অনভিজ্ঞতাৰ দুৰ্বলতাৰ সুযোগ লওঁতাৰো অভাৱ নহল।

ক্ষতিকৰ সিদ্ধান্ত, সময়ৰ ব্যৱস্থা সময়ত নহ'লে পলম কৰা ইত্যাদি হৰেক বিষয়ত ভুল পৰামৰ্শ দিয়া হ'ল। চৰকাৰেও নিজৰ স্থিতি মজবুত কৰাৰ বাবে প্ৰশাসনক চম্ভালিব নোৱাৰিলে। চৰকাৰৰ প্ৰতিচ্ছবি ম্লান কৰাৰ বাবে সকলো ব্যৱস্থা সম্পূৰ্ণ হোৱা যেন লাগিল। যিহেতু কেন্দ্ৰৰ ধন নেপালে ভঁৰাল উদং হবলগীয়া অৱস্থা হয়, সেই দেখি ধন দিয়াৰ ক্ষেত্ৰত কেন্দ্ৰই ৰাজনীতি কৰাটো স্পষ্ট হৈ পৰোতেই সংশ্লিষ্ট বিষয়া সকলে আগতীয়াকৈ সতৰ্ক কৰি দি প্ৰতিকাৰমূলক ব্যৱস্থাৰ বাবে দিহা দিব লাগিছিল। কিন্তু বাট-পথ পোনাই নিদি প্ৰশাসনৰ একাংশই ৰং চাবলৈ ধৰিলে। ফলত চাকৰিত নিযুক্তি বন্ধ কৰাকে ধৰি নানান অপ্ৰিয় সিদ্ধান্ত লবলৈ চৰকাৰ বাধ্য হ'ল।

আনকি চৰকাৰে কৰা কেতবোৰ উল্লেখযোগ্য কামৰ চৰকাৰী বিৱৰণ তথ্য আৰু জন সম্পৰ্ক বিভাগে যুগুতাই যিদৰে প্ৰচাৰ কৰা বিষয়ত তৎপৰতা দেখুৱাব লাগিছিল, তেনে তৎপৰতা পৰিলক্ষিত নহ'ল। কেন্দ্ৰই অসমক দিয়া ধনৰ মেট মৰা বোজাটো ঋণৰ শিতানতে থাকে কাৰণেই ধাৰ মাৰোতেই অসমৰ কঁকাল ভাগে। এই ব্যৱস্থাৰ পৰিৱৰ্তন বিচাৰি ৰাজ্য চৰকাৰে কেইবাটাও দশক জুৰি কেন্দ্ৰৰ ওচৰত আৰ্জি পেচ কৰি আহিছিল। কিন্তু দিল্লীৰ ৰাষ্ট্ৰীয় মৰ্চা চৰকাৰৰ আমোলত অ-গ-প চৰকাৰে এই বিষয়ত সফলতা লাভ কৰিলে। কেন্দ্ৰই অসমক দিয়া ধনৰ শতকৰা ৯০ ভাগ মঞ্জুৰী হিচাপে আৰু শতকৰা ১০ ভাগ ঋণ হিচাপে দিয়াৰ ক্ষেত্ৰত সন্মতি জনালে। এনে এটা গুৰুত্বপূৰ্ণ ব্যৱস্থাৰ বিষয়ে যিমান গুৰুত্ব সহকাৰে প্ৰচাৰ কৰিব লাগিছিল আৰু যিদৰে তাৰ তাৎপৰ্য বাখ্যা কৰিব লাগিছিল, সেই দৰে কৰা নহ'ল। সেইদৰে প্ৰাথমিক স্কুলৰ ঘৰ নিৰ্মাণ; স্বাস্থ্য কেন্দ্ৰ প্ৰতিষ্ঠা; থলুৱা ডেকালৈ বিভিন্ন সা-সুবিধা আগবঢ়োৱা ব্যৱস্থা; যোগান ব্যৱস্থাৰ ক্ষেত্ৰত ঘটোৱা পৰিৱৰ্তন (বিশেষকৈ গাওঁ অঞ্চললৈ পঠোৱা যোগানৰ উন্নত ব্যৱস্থা); পথ নিৰ্মাণ; বান পীড়িতক দিয়া সাহায্যৰ ফলদায়ক ব্যৱস্থা — ইত্যাদি নানান কথা পাতৰ তলত লাও থকাদি থাকি গ'ল।

অ-গ-প চৰকাৰে যে অকল বেয়া কামকে কৰিলে, সেইটো নহয়। ভাল কামো বহুতো হৈছিল। কিন্তু সংশ্লিষ্ট চৰকাৰী বিভাগবোৰে সেইবোৰ তথ্য প্ৰকাশ কৰিবলৈকে টান পোৱা যেন লাগিল। প্ৰশাসনৰ ভিতৰ চ'ৰাৰ বিষয়ে ইয়াৰ পৰাই ইঙ্গিত পাব পাৰি। এবাৰ এজন মন্ত্ৰীয়ে আক্ষেপ কৰি কৈছিল যে 'ফাইল'ৰ গোপনীয়তাও গোপন হৈ নেথাকে। গোপন চিঠি এখনো পিচ মুহূৰ্ততে সদৰি

## হিম বিন্দুলৈ নামিল

ছবছৰীয়া আন্দোলনত কৰ্মচাৰী সকল ঘনিষ্ঠ ভাৱে জড়িত হৈ পৰিছিল। সম্ভৱতঃ সেই কাৰণেই অ-গ-প চৰকাৰ প্ৰতিষ্ঠিত হোৱাৰ পিচত একাংশ চাকৰিয়াল কৰ্ম-বিমুখ হোৱাৰ উপৰিও প্ৰশাসনৰ কাম-কাজত হস্তক্ষেপ কৰিব পৰা কৰ্তৃত্ব পোৱা বুলি বিকৃত ধাৰণাৰ বশৱৰ্তী হোৱা যেন দেখা গল। ফলত শৃংখলাৰ মান হিম বিন্দুলৈ নামি গল। ইপিনে ডেকা চামৰ চৰকাৰৰ অনভিজ্ঞতাৰ সুযোগ লৈ একাংশ বিষয়া আৰু কিছুমান পাবত গজা, স্বাৰ্থান্বেষী 'উপদেষ্টা'ই বিপথে পৰিচালিত কৰাৰ প্ৰতিযোগিতা আৰম্ভ কৰি দিলে। আনকি আন্দোলনৰ নেতৃত্ব বহন কৰা সদৌ অসম ছাত্ৰ সন্থাৰ এভাগ কৰ্মীয়েও গণ্ডী চেৰাই গৈ কৰ্তৃত্ব জাহিৰ কৰাৰ প্ৰয়াস কৰাটো পৰিলক্ষিত হল। ফিটা লৈ ঠিকাদাৰৰ কামৰ জোখ লোৱা, নিযুক্তি, বদলি, পদোন্নতি আদি বিষয়ত হস্তক্ষেপ কৰিবলৈ চেষ্টা কৰা দেখা গল। সেইসকলে আনকি নিজক চৰকাৰৰ অভিভাৱক ৰূপে গণ্য কৰিবলৈকো ধৰিলে। ইত্যাদি ধৰণৰ কাৰ্যকলাপ চলাৰ ফলত সংঘাত অনিবাৰ্য হৈ পৰিল।

ডেকা শাসক বৰ্গৰ পৰা হেজাৰ বিজাৰ ৰাইজৰ লগতে আমিও আশা কৰিছিলোঁ যাতে অৰ্হতা সম্পন্ন লোকক বাছি উলিয়াই চৰকাৰী খণ্ডৰ নিগম আদিৰ নেতৃত্ব বহন কৰিবলৈ দিয়া হয়। সদায় দেখা যায় যে দলীয় স্বাৰ্থৰ মাপ-কাঠিৰে জুখি মাত্ৰ দলীয় বিধায়ক সকলক এইবোৰ দায়িত্ব দিয়া হয়। ইয়াৰ ফলত নিগমৰ কাৰ্যৰ মানহে অৱনত হয়। চৰকাৰী খণ্ডৰ ব্যৰ্থতাৰ অন্যতম মূল কাৰণ এইটোও। কিন্তু নতুন চৰকাৰো পুৰণি বাটেদিহে আগবাঢ়ি গল।

বিষযাৰ বদলি, পদোন্নতি, নিযুক্তি আদিৰ ক্ষেত্ৰত প্ৰশাসনৰ বাহিৰে ভিতৰে সৃষ্টি হোৱা বিষাক্ত পৰিবেশ দূৰ কৰাটোও ডেকা চামৰ চৰকাৰৰ প্ৰতি এটা ডাঙৰ প্ৰত্যাহ্বান আছিল। মুঠতে ৰাজনীতি তথা প্ৰশাসনত এটা নতুন ধাৰা প্ৰৱৰ্তিত হব বুলি প্ৰত্যাশাত উঠলি থকা ৰাইজৰ স্বপ্ন ভঙ্গ হল।

## দলৰ মাজত চুবুৰি

স্বপ্ন ভঙ্গ হোৱাৰ কাৰণ অৱশ্যে আৰু আছিল। ক্ষমতাত অধিষ্ঠিত

হোৱাৰ পিছত শাসক দলৰ মাজত চুবুৰি গঠন হোৱাৰ সন্তেদ পাইছিলোঁ। অৱশ্যে আগতে এনে টনা-আজোৰা প্ৰচ্ছন্ন ভাৱে চলিছিল। দিল্লীত আলোচনা চলাবৰ বাবে বাৰে বাৰে প্ৰতিনিধি দলৰ সদস্য সলনি কৰা (যাৰ ফলত আলোচনাৰ আঁত ৰখাও টান হৈছিল), অৰ্হতা সম্পন্ন কেইবাজনো নেতাৰ প্ৰতি অসহিষ্ণু ভাৱ পোষণ কৰা আৰু মূৰকত তাবে কেইজনমানক দলৰ পৰাই বাদ দিয়া ইত্যাদি ধৰণৰ ঘটনাবোৰে তাৰেই ইঙ্গিত দিছিল।

## মতভেদ

১৯৮৬ চনৰ আগভাগত মতভেদে এটা স্পষ্ট আকাৰ ধাৰণ কৰিলে। বিশেষকৈ মুখ্য মন্ত্ৰী প্ৰফুল্ল কুমাৰ মহন্ত আৰু গৃহমন্ত্ৰী ভৃগুকুমাৰ ফুকনৰ মাজত হোৱা মত-বিৰোধে আনকি বাতৰি কাকততো স্থান পাবলৈ আৰম্ভ কৰিলে। সেই সময়তে মুখ্য মন্ত্ৰী আৰু গৃহ মন্ত্ৰী দুয়োজনকে এবাৰ একেলগে লগ পাইছিলোঁ। কাকতে পত্ৰই মতভেদৰ কথা ওলোৱা বিষয়ে উল্লেখ কৰি কৈছিলোঁ যে কথা যদি সঁচা হয়, তেন্তে বিবাদ দূৰ কৰিব লাগে।

তেওঁলোকে কিন্তু একো বিবাদ নাই বুলিহে কলে। মই তেতিয়া কৈছিলোঁ যে ইমানবোৰ কথা এনেয়ে নোলায়। কিবা কাৰণ হয়তো আছে। কিন্তু যিয়েই নহওক, বিবাদ দূৰ হব লাগে। পিচে, দুয়োজনে বিবাদ নাই বুলি দোহাৰিলে।

মই তেতিয়া জনাইছিলো যে তেওঁলোকে এটা কথা মনত ৰাখিব লাগে। ছবছৰীয়া আন্দোলনৰ সময়ত তেওঁলোকৰ যুটীয়া বিবৃতিয়েই অসমৰ ৰাইজক পৰিচালিত কৰিছিল। ৰাইজৰ মনত যুটীয়া ছবি এখনহে পোত খাই আছে। এতিয়া যদি এজনে আনজনৰ ছবি মুচি মাত্ৰ এজনৰ ছবিহে স্থাপন কৰিব খুজিছে, তেন্তে তাৰ পৰিণাম বেয়া হব। ইয়াৰ ফলত অসম, অসমীয়া ৰাইজ, চৰকাৰ, তেওঁলোকৰ দল — সকলোৰে অপূৰণীয় ক্ষতি হব। সেই কথা যেন পাহৰি নেযায়।

কিন্তু একো ফল নহল। বিবাদ বাঢ়িহে গল। দুয়োটা পক্ষত ৰথী-মহাৰথী গোট খালে। মুকলি ভাৱে বাতৰি কাকতক যুদ্ধৰ মাধ্যম হিচাপে লৈ

সংসদী গণতন্ত্ৰৰ প্ৰক্ৰিয়াকে হাঁহিয়াতৰ পাত্ৰ কৰি তোলা হল । অসমত মন্ত্ৰীৰ পদত থাকি ইজনে সিজনক দোষাৰোপ কৰি পাইকাৰী হাৰত যিদৰে বিবৃতিৰ গদা ঘূৰালে, তাৰ সমান্তৰাল ভাৱে এনে ব্যাপক ৰূপত আন কোনো ৰাজ্যতে তেনে কাৰ্য ঘটা নাছিল ।

পৰিস্থিতি শীৰ্ষ বিন্দুত উপনীত হোৱাত ১৯৯০ চনত অইল ইণ্ডিয়াৰ প্ৰাক্তন মুৰব্বী পদাধিকাৰী অজিত কুমাৰ শৰ্মা আৰু মই যুটীয়া ভাৱে এটা চেষ্টা চলাইছিলোঁ । সেই প্ৰচেষ্টাৰ মূৰত মহন্ত আৰু ফুকনে যুটীয়া বিবৃতি যোগে বিবাদৰ অন্ত পৰা বুলি ঘোষণা কৰাত অসমৰ ৰাইজে আশাৰ ৰেঙনি দেখা পাইছিল । কিন্তু সেই আশা নিৰাশাৰ পৰিণত হবলৈ সৰহ দিন নেলাগিল । তাৰ পৰৱৰ্তী অৱস্থাৰ বৰ্ণনাৰ প্ৰয়োজন ইয়াত নাই ।

## জন্ম লগ্নতে কেনা

আচলতে অ-গ-প পৰ জন্ম লগ্নতে কেনা লাগিছিল । আন্দোলনৰ কেইজনমান নেতাই কেনে গঢ় দি অ-গ-প দল গঠন কৰিব খুজিছে, সেই বিষয়ে আভাস এটা দিছিল । কিন্তু ঘোৰহাটত বহা অভিবৰ্তনে (যত অ-গ-পৰ পট্টন ঘটিছিল) সকলো ওলট-পালট ঘটালে । মূল উদ্যোক্তা সকলে ভবাৰ ধৰণতকৈ বেলেগ ধৰণেৰে অ-গ-প গঠিত হল । আনহাতে কেইবাটাও দল লগ লাগি অ-গ-প গঠিত হল যদিও পূৰ্বৰ মূল দলবোৰৰ সুকীয়া স্থিতি কিছুমান নেতাৰ মনৰ পৰা মচ নেখালে । (ঠিক যেনেকৈ জৰুৰী অৱস্থাৰ অৱসানৰ পিচত জনতা পাৰ্টি গঠন কৰি কেন্দ্ৰত চৰকাৰ গঠন কৰাৰ মূৰতো জনতা পাৰ্টিৰ নেতৃবৰ্গৰ মনত তেওঁলোকৰ পূৰ্বৰ মূল দলৰ স্থিতিৰ কথা বদ্ধমূল হৈ আছিল আৰু তাৰ ফলতে শেষত দুৰ্যোগৰ সৃষ্টি হল) । অ-গ-পৰ অন্তৰ্দলীয় কাজিয়াৰ এডাল শিপা ইয়াৰ মাজতো থাকিল ।

## গোষ্ঠী গঠন

আনহাতে দলৰ মাজত মন্ত্ৰী, বিধায়ক আদিৰ সুকীয়া সুকীয়া গোষ্ঠী

লোক-চক্ষুৰ আঁৰত গঠিত হল । এইবোৰৰ ক্রিয়া প্রতিক্রিয়াই সমস্যা বঢ়ালে । মাজতে মন্ত্রী সভাৰ পৰা কেইজনমান মন্ত্রীক বাদ দিয়া কথা লৈ এনে এটা পৰিস্থিতি হল যে বিভিন্ন গোষ্ঠীৰ দাবীৰ লগত আপোচ কৰি (অর্থাৎ এইটো গোষ্ঠীৰ এই দুজনক বাদ দিলে সেইটো গোষ্ঠীৰো দুজনক বাদ দিবই লাগিব) অভিযুক্ত মন্ত্রীৰ লগতে আন মন্ত্রীকো বাদ দি জটিল পৰিস্থিতি এটা নিজেই চপাই লোৱা হল ।

মন্ত্রী সভাৰ মাজৰ বিৰোধৰ সুযোগ লওঁতাৰো অভাৱ নহল । এভাগ পাৰত গজা ‘উপদেষ্টা’, এভাগ স্বার্থান্বেষী লোক তথা দলীয় নেতা; একাংশ প্রশাসনীয় আৰু পুলিচ বিষয়া আৰু শক্তিশালী ব্যৱসায়ী চক্রই খজুৱাই ঘা বহলোৱাত যথেষ্ট ৰৰঙনি যোগালে । উল্লেখযোগ্য যে সুদীর্ঘ কাল এটা দলে শাসন চলালে সেই পটভূমিতে ন্যস্ত স্বার্থৰ পৰাক্রমী চক্র এটাই গঢ় লয় আৰু এই চক্রটোৰ লগতি পৰৱর্তী শাসক দলে নিৰন্তৰ যুঁজ চলাব লাগে । এইখন যুঁজ তাহানি জনতা পার্টিয়ে কেন্দ্রত চৰকাৰ পতাৰ সময়তো হৈছিল আৰু দিছপুৰত অ-গ-প চৰকাৰ গঠিত হওঁতেও হৈছিল । প্রশাসনৰ ভিতৰে বাহিৰে চলা এইখন যুঁজত অ-গ-প চৰকাৰ থকা সৰকা হল ।

# ৰাজনীতিৰ খেল

অসমত বাংলাদেশী নাগৰিক থকাটো ৰাজনৈতিক কাৰণত বিৰ্তকৰ বিষয় হৈ পৰাটো দুৰ্ভাগ্যৰ কথা। দিল্লীৰ কৰ্ণধাৰ সকলে মুকলি ভাবে অসমত বাংলাদেশী নাগৰিক থকা কথাটোতে সন্দেহ প্ৰকাশ কৰিলে। অসমৰ কংগ্ৰেছ (ই) চৰকাৰ তথা কংগ্ৰেছ (ই) নেতা সকলেও সেই একে সুৰতে মন্তব্য কৰি ৰাজ্যখনক বিপদৰ গৰাহলৈ ঠেলি পঠালে। বাংলাদেশীৰ অনুপ্ৰবেশৰ ক্ষেত্ৰত ভাৰতীয় নেতাই খেলা ৰাজনীতিৰ খেলখনৰ সুযোগ বাংলাদেশে কেনেকৈ ললে, তাৰো উদাহৰণ দাঙি ধৰিলে বাংলাদেশৰ তেতিয়াৰ ৰাষ্ট্ৰপতি লেফটেনেন্ট-জেনেৰেল হুছেইন মহম্মদ এৰছাদে। ১৯৮৫ চনৰ ৪ অক্টোবৰৰ দিনা ঢাকাত সাংবাদিকৰ আগত জেনেৰেল এৰছাদে কৈছিল যে কোনো বাংলাদেশী নাগৰিকে ভাৰতৰ অসম ৰাজ্য বা আন কোনো ৰাজ্যত অনুপ্ৰবেশ কৰা নাই। লগতে কয় যে বাংলাদেশীৰ অনুপ্ৰবেশ সম্পৰ্কে ভাৰতীয় নেতৃবৰ্গৰ মাজতে মত-বিৰোধ আছে। এই বিষয়ে ভাৰতীয় নেতৃবৰ্গই পৰস্পৰ বিৰোধী বিবৃতি দিয়াৰ কথাও জেনেৰেল এৰছাদে উল্লেখ কৰে। (ইউ-এন-আইৰ বাতৰি)

অনুপ্ৰবেশ ৰোধ কৰিব নোৱৰাৰ অন্যতম কাৰণ এইটোও। আনহাতে বাংলাদেশৰ শাসক বৰ্গই স্পষ্ট ভাবে জনাই দিলে যে অসমৰ পৰা অনুপ্ৰবেশকাৰী বুলি ঘূৰাই পঠোৱা সকলক বাংলাদেশে গ্ৰহণ নকৰে। সেইদেখি বহিষ্কাৰ কৰা কথাটোৰ কোনো অৰ্থই নেথাকিল। যদি কাৰবাক বহিষ্কাৰ কৰা হৈছে, তেন্তে পিচ মুহূৰ্ততে আকৌ ঘূৰি আহিছে। সেইদেখি বহিষ্কাৰ কৰা লোকৰ বিষয়ে দিয়া হিচাপৰ কোনো মূল্যই নাই। এইবোৰ হিচাপে মূৰকত 'বুমেৰাং' হৈ আমাকহে আঘাত কৰিব। কিয়নো সেইটো চৰকাৰী হিচাপৰ কথাকে কৈ বাংলাদেশেই কেপেৰি পাতি ধৰিব যে সিমানখিনি বাংলাদেশীক ঘূৰাই পঠোৱা বুলি ভাৰতেই স্বীকাৰ কৰিছে।

আচলতে বাংলাদেশী অনুপ্ৰবেশকাৰীক ঘূৰাই পঠোৱা সম্পৰ্কে ভাৰত আৰু বাংলাদেশৰ মাজত উচ্চতম পৰ্যায়ত কেতিয়াবাই আলোচনা কৰি সিদ্ধান্ত লব লাগিছিল। কিন্তু ভাৰতৰ তৰফৰ পৰা তেনে আলোচনাৰ বাবে জোৰ দিয়াই নহল। মোৰাৰজী দেশাই প্ৰধান মন্ত্ৰী পদত থাকোতে মাত্ৰ তেওঁহে এবাৰ কিছু

আলোচনা কৰিছিল। কিন্তু তাতকৈ আগ নেবাঢ়িল।

(১৯৯১ চনৰ ১১ অক্টোবৰৰ দিনা শিলচৰত সীমান্ত ৰক্ষী বাহিনীৰ সঞ্চালক প্ৰধান টি অনন্তচাৰীয়ে বাংলাদেশৰ সীমান্ত ৰক্ষী বাহিনী আৰু ভাৰতৰ সীমান্ত ৰক্ষী বাহিনীৰ বৰমূৰীয়া বিষয়াৰ মাজত হোৱা আলোচনাৰ কথা উল্লেখ কৰি কয় যে অনুপ্ৰবেশকাৰী সকলক ঘূৰাই লব বুলি বাংলাদেশে পোন প্ৰথম বাৰলৈ সন্মতি প্ৰকাশ কৰে।

কিন্তু এই কথাৰ আঁত ধৰি দুয়োখন দেশৰ উচ্চতম পৰ্যায়ত কোনো আলোচনাৰ দিহা কৰি খাটাং সিদ্ধান্ত লোৱাটো পৰিলক্ষিত নহল)।

## এখন প্ৰতিবেদন

১৯৮৩ চনত অসমত হোৱা নিৰ্বাচন সম্পৰ্কে সংসদৰ উভয় সদনতে তেতিয়াৰ আইন-মন্ত্ৰী জগন্নাথ কৌশলে এখন প্ৰতিবেদন দাখিল ধৰিছিল।

বাংলা দেশৰ পৰা অনুপ্ৰবেশ ঘটাৰ ফলত অসমৰ জনসংখ্যা অভাৱনীয় ভাৱে বৃদ্ধি পোৱাত এই প্ৰতিবেদনত অসমৰ স্থানীয় লোককে ঘাইকৈ জগৰীয়া কৰা হয়। প্ৰতিবেদনত কৈছে "আনকি স্বাভাৱিক অৱস্থাৰ সময়তো চুবুৰীয়া দেশৰ পৰা ভাৰতীয় ৰাজ্যক্ষেত্ৰলৈ পাৰ হৈ অহাত কোনো বাধা নিদিয়া বা নিয়ন্ত্ৰণ নকৰা আৰু ৰাজ্যখনত নিয়মিত ভাৱে বাস কৰিবলৈ অনুমতি দিয়াৰ বাবে ঘাইকৈ তেওঁলোকেই (স্থানীয় লোক) দায়ী। ..... এতিয়া সেই একেখিনি মানুহেই চেঁচুফালি চিঞৰ বাখৰ লগাইছে; অথচ বৰ্তমান সংকটৰ বাবে যে তেওঁলোকৰ পূৰ্বৰ নিৰ্লিপ্ত আৰু গাত কথা নলগা মনোভাৱেই দায়ী, সেই কথা তেওঁলোকে পাহৰি গৈছে।"

প্ৰতিবেদনত কোৱা হয় যে প্ৰব্ৰজনকাৰী সকলক সম্পত্তি কিনিবলৈ, ঘৰ-বাৰী সাজিবলৈ আৰু ৰাজ্যৰ কেওপিনে মুকলি মূৰীয়া ভাৱে ঘূৰি ফুৰিবলৈ দিয়া হৈছিল। স্থানীয় বিষয়া আৰু প্ৰশাসন যন্ত্ৰই এইবোৰ কামত তেওঁলোকক সহায় কৰিছিল। প্ৰতিবেদনত এই বুলিও কয় যে অভিযোগ উঠা মতে ১৯৫২ চনৰ পৰাই নাগৰিকত্ব বিষয়ত সন্দেহ থকা বিপুল সংখ্যক লোকক ভোটাৰ ৰূপে ধাৰাবাহিক ভাৱে ভৰ্তি কৰা হয়। আইনগত ভাৱে ১৯৫২ চনৰ পৰা যুগুত

কৰা ভোটাৰ তালিকাবোৰত তেওঁলোকৰ নাম অন্তৰ্ভুক্ত হৈ আছিল ।

সীমা-ৰেখা বান্ধি দিয়া সম্পৰ্কে উল্লেখ কৰি প্ৰতিবেদনত কয় যে কেতবোৰ বিদেশী নাগৰিকক ভাৰতীয় নাগৰিক ৰূপে গণ্য কৰাৰ উদ্দেশ্যে এটা বিশেষ বছৰত সীমাৰেখা বান্ধি দিলে ১৯৫৫ চনৰ নাগৰিকত্ব আইনত থকা পঞ্জীয়ন আদি ব্যৱস্থাৰ জৰিয়তে নাগৰিকত্ব দান কৰা বিষয়ক আইনৰ পৰিপন্থী হব । সীমাৰেখা বন্ধা বছৰৰ ব্যৱস্থা কৰিবলৈ এখন আইন প্ৰণয়ন কৰিব লগীয়া হব ।

## ফালৰি কটা মনোভাৱ

কেন্দ্ৰৰ ফালৰি কটা মনোভাৱৰ এয়ে স্পষ্ট নিদৰ্শন । বিদেশী নাগৰিকৰ সমস্যাৰ এই বিশ্লেষণ সত্যৰ অপলাপ মাত্ৰ । অসমৰ স্থানীয় লোকে বিভিন্ন সময়ত এনে প্ৰব্ৰজনৰ বিৰোধিতা কৰিছিল । পূব বঙ্গ ভাৰতৰ ভিতৰত থকা সময়ৰ পৰাই বাইজৰ প্ৰতিবাদৰ খলকনি উঠিছিল কাৰণেই মূৰকত লাইন প্ৰথা, ট্ৰাইবেল বেল্ট আৰু ব্লক গঠন কৰাকে ধৰি বিভিন্ন ব্যৱস্থা লবলৈ চৰকাৰ বাধ্য হৈছিল । কিন্তু চৰকাৰ (বিভিন্ন কালৰ বিভিন্ন চৰকাৰ) ন্যস্ত স্বাৰ্থৰ বন্দী হৈ পৰা কাৰণেই এইবোৰ ব্যৱস্থা ব্যৰ্থ হয় । তদুপৰি ভোট-বেংকৰ স্বাৰ্থকে ধৰি বিভিন্ন স্বাৰ্থৰ গৰাহত পৰি কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰেহে অনুপ্ৰবেশকাৰী সকলক প্ৰশ্ৰয় দি আহিছে । তদুপৰি ভাষাৰ প্ৰশ্ন বিচাৰ কৰি আৰু ধৰ্মৰ প্ৰশ্নত গুৰুত্ব দি অসমৰ বাহিৰৰ আৰু ভিতৰৰ বুজন সংখ্যক লোকে দেশ স্বাধীন হোৱাৰ বহুত দিনৰ আগৰ পৰাই আৰু পৰৱৰ্তী কালত পূব পকিস্থান তথা বাংলাদেশৰ পৰা এই সোঁত বোৱাৰ ক্ষেত্ৰত সকলো প্ৰকাৰে প্ৰশ্ৰয় দি আহিছে ।

## স্থানীয় মানুহক আচামী

এতিয়া কেন্দ্ৰীয় চৰকাৰে অসমৰ 'স্থানীয় মানুহক' এই বিষয়ে আচামী পতাৰ আগতে আত্ম-সমালোচনা কৰাৰ সাহস দেখুওৱাহেঁতেন বুজিলেহেঁতেন যে

থাইকে চৰকাৰৰ ঠেক নোহোৱা নীতিৰ ফলতে অসম এতিয়াৰ ধামখুমীয়াত পৰিছে। এই সমস্যা এতিয়া ইমান গভীৰ যে 'স্থানীয় মানুহ' এই ক্ষেত্ৰত সম্পূৰ্ণ অথৰ্ব হৈ পৰিছে। অসমৰ 'স্থানীয় মানুহৰ' বেদনা নুবুজা দেশৰ কৰ্ণধাৰ সকলে তাহানি ভাৰতৰ সংবিধান ৰচনা কৰিবলৈ আগবাঢ়োতে গণ পৰিষদতে নাগৰিকত্ব সংক্ৰান্ত বিধি-ব্যৱস্থাৰ বেলিকা পনীয়া উপবন্ধ সমূহ সাঙুৰি দি চিৰকালৰ বাবে এটা সমস্যা ৰচি থৈ গল। নাগৰিকত্ব সংক্ৰান্ত মূল প্ৰস্তাৱৰ ওপৰত সুচেতা কৃপলানি প্ৰমুখ্যে নেতৃবৰ্গই বিদেশৰ পৰা আহিব পৰা লোকৰ স্বাৰ্থৰ ওপৰত অধিক গুৰুত্ব দি দেশৰ নাগৰিকৰ স্বাৰ্থ পৰিহাৰ কৰি যিবোৰ সংশোধনী দাঙি ধৰি মূৰকত তাকে গণ পৰিষদত গ্ৰহণ কৰালে সেইবোৰেই অসমৰ ডিঙিত ফাঁচ ৰূপে লাগি ধৰিলে।

তাৰ পৰৱৰ্তী কালত 'স্থানীয় মানুহক' সম্পূৰ্ণ আওকাণ কৰি অনুপ্ৰবেশক সকলো ধৰণেৰে প্ৰশ্ৰয় দিয়া হল। অনুপ্ৰবেশৰ বিৰুদ্ধে মাত মতা সকলক প্ৰাদেশিকতাবাদী, সংকীৰ্ণমনা, সাম্প্ৰদায়িক আদি বিশেষণ দি যি সকলে অসমক চৰম বিপদৰ বাটলৈ ঠেলি দিলে, যি সকলে ভৱিষ্যতে জন সংখ্যাৰ লেখ উলিয়াই অসমৰ ওপৰত বাংলা দেশৰ দাবী প্ৰতিপন্ন কৰাৰ বাবে বাট উলিয়াই দিলে - সেইসকলেই 'দেশ প্ৰেমিক' ৰূপে মালা পিন্ধিবলৈ পালে।

'স্থানীয মানুহ' বুলি সৰলীকৰণৰ আশ্ৰয় লৈ চৰকাৰে অনুপ্ৰবেশৰ বিষয়ে বিশ্লেষণ কৰিবলৈ গলে সত্যৰ অপলাপ কৰাহে হব। সকলো স্থানীয় মানুহক এই ক্ষেত্ৰত সামৰি লব নোৱাৰি। 'স্থানীয় মানুহ'ৰ মুখা পিন্ধা একাংশ লোকে পৰিকল্পিত ভাৱে বিদেশী নাগৰিকক আমদানি কৰা ক্ষেত্ৰত সক্ৰিয় ভূমিকা লৈছে। তেনে লোকেই মানুহ আনি পূৰ্ব পৰিকল্পিত ভাৱে সেই সকল লোকক বিভিন্ন ঠাইলৈ চালান দিছে। বিদেশী নাগৰিকক আশ্ৰয় দিয়া লোকৰ বিৰুদ্ধে ব্যৱস্থা লোৱাৰ এটা উদাহৰণো নাই। বিদেশী নাগৰিকক মাটি কিনা, সা-সম্পত্তি লাভ কৰা, চাকৰি আদি কৰা ক্ষেত্ৰত বাধা দিব পৰা কোনো আইন নহল। বৰং এনে কাৰ্যত প্ৰশাসনৰ তৰফৰ পৰাই সকলো প্ৰকাৰে সহযোগ কৰিলে। এই সকল লোকে স্কুলত পঢ়া বুলি প্ৰমাণ পত্ৰ যোগাৰ কৰা, ৰেচন-কাৰ্ড, তৌজি 'খাজনা'ৰ ৰচিদ যোগাৰ কৰা আৰু ভোটাৰ তালিকাত নাম ভৰ্তি কৰাত একো সমস্যাই নহয়। দুৰ্নীতিৰ চক্ৰ এটাই এইবোৰ কথাক কেন্দ্ৰ কৰিয়েই গঢ় ললে। নাগৰিকত্বৰ প্ৰমাণ পত্ৰ যোগাৰ কৰাটোও একো কষ্ট সাধ্য কথা নহয়। অসম,

পশ্চিম বঙ্গ আদিৰ পৰা দ্বিধাহীন ভাৱে এনে প্ৰমাণ পত্ৰ দিয়াৰ উপৰিও জাল প্ৰমাণ পত্ৰৰো উজান উঠিল ।

## ভোট-বেংক

এনে পৰিবেশৰ মাজতে শাসক দলকে ধৰি কেতবোৰ ৰাজনৈতিক দলে ভোট-বেংক গঢ়িবৰ বাবেও বিশেষভাবে তৎপৰতা দেখুৱালে । ভোটৰ লোভত তেওঁলোকেই অসমক বিক্ৰী কৰিলে । অৱশ্যে তেওঁলোকৰ কিছুমানৰ যেতিয়া স্বপ্ন-ভঙ্গ হল - তেতিয়া বহুত পলম হল । উদাহৰণ স্বৰূপে লামডিং সমষ্টিৰ কথাকে কব পাৰি । নগাওঁ নগৰত বহি ভোট-বেংকৰ ভোটৰ সহায়ত লামডিং সমষ্টিৰ পৰা কংগ্ৰেছ প্ৰাৰ্থী ৰূপে বাৰে বাৰে একেজন নেতা নিৰ্বাচিত হোৱাৰ মূৰত যেতিয়া গোঁজেই গছ হৈ সেইসকল ভোটাৰ এটা ৰাজনৈতিক শক্তিৰ কেন্দ্ৰ হৈ পৰিল, তেতিয়া সেই সকল লোকে ওপৰৰ পৰা আৰোপিত প্ৰাৰ্থীক গ্ৰহণ কৰিবলৈ অসন্মতি জনাই নিজৰ প্ৰাৰ্থী থিয় কৰালে আৰু মূৰকত সংশ্লিষ্ট ৰাজনৈতিক নেতা আৰু দলেই খোপনি হেৰুৱালে । এতিয়াও যিসকলে বিষয়-বাব, মন্ত্ৰীত্ব, বিধায়কৰ পদৰ লালসাত অসম আৰু অসমীয়াৰ স্বাৰ্থলৈ পিঠি দি দিছপুৰৰ লগতে হোৱা দি অসমত বিদেশী তথা অনুপ্ৰৱেশকাৰী [illegible] বুলি কৈ আছে, সেই সকলে নিজৰ স্বপ্ন ভঙ্গ হোৱা চাবলৈ ১৯৯৬ চ[illegible] যথেষ্ট হব । তেওঁলোকৰ প্ৰায় খিনিয়েই দলৰ মনোনয়নকে নেপাই চ[illegible] দেখা হব ।

## সীমান্ত পাৰ হলেই -----

ভাষা আৰু ধৰ্মৰ প্ৰশ্নয়ো বিদেশী নাগৰিকক প্ৰশ্ৰয় দিয়াৰ বাট উলিয়াই দিলে । সীমান্ত পাৰ হৈ আহিলেই অনুপ্ৰৱেশকাৰীয়ে 'ভাষিক সংখ্যালঘু' আৰু 'ধৰ্মীয় সংখ্যালঘু'লৈ প্ৰমোচন পায় । আনহাতে ঠিকাদাৰৰ এটা মহলেও সমান উৎসাহেৰে অনুপ্ৰৱেশকাৰীক প্ৰশ্ৰয় দিলে । সস্তীয়া শ্ৰমিক পোৱাৰ লোভতে

তেওঁলোকে এই কামত হাত দিলে আৰু প্ৰশাসন যন্ত্ৰ এই ক্ষেত্ৰত সম্পূৰ্ণ নিৰ্লিপ্ত হৈ থাকিল। দুৰ্নীতিৰ চক্ৰ এটায়ো (তাৰ মাজত একাংশ থলুৱা অসমীয়া লোক থকা কথাও স্বীকাৰ কৰিব লাগিব) ধন ঘটাৰ লোভত পৰি একালত ৰাজ্যান্তৰৰ পৰা অহা লোকক আৰু পৰৱৰ্তী কালত বিদেশী নাগৰিকক মাটি দিয়াকে ধৰি বিভিন্ন সুবিধা দিলে।

তাৰ মূৰত আমাৰ ভূমি-ব্যৱস্থাই এনে ব্যভিচাৰৰ বাট আৰু বহলাই দিলে। আমাৰ থলুৱা মাটিহীন লোক চৰম দুৰ্দশাত থকা সত্ত্বেও তেওঁলোকক মাটি দিয়াৰ বাবে চৰকাৰে কোনো তৎপৰতা নেদেখুৱালে। কিন্তু বিদেশৰ পৰা অহা লোকক আদৰি আনি মাটি দিয়া হ'ল। চিলিঙত যোৱা মাটিৰ বিতৰণ, মাটিহীনক মাটি দিয়া, পট্টা বিতৰণ - আদি সকলো ক্ষেত্ৰতে আগভাগ পালে এই সকল লোকেই। চিলিং আইন মতে দেৱোত্তৰ মাটি দেৱালয়ৰ হাতৰ পৰা যোৱাত এহাতে ৰজাদিনীয়া দেৱালয়বোৰৰ চৰম দুৰ্গতি হ'ল আৰু আনহাতে দেশৰ বাহিৰৰ পৰা হিল দল ভাঙি অসমলৈ অহা মানুহখিনি গজগজীয়াকৈ হৈ বহাৰ সুবিধা ওলাল।

## আধি দিয়া মাটি

তদুপৰি পৰৰ মূৰত কঁঠাল ভাঙি ভোগৰ জীৱন যাপন কৰিবলৈ বিচৰা এচাম থলুৱা লোকৰ কথাও এই ক্ষেত্ৰত উল্লেখযোগ্য। নিজে খেতি নকৰি তেওঁলোকে বাহিৰৰ পৰা অহা মানুহক আধি দি তেওঁলোকৰ মাটিত খেতি কৰিবলৈ লগাই দিলে। এই সৰ্বনশীয়া নীতিৰ ফলতো বহুত মাটি মূৰকত হস্তান্তৰ হ'ল। চৰকাৰৰ ভূমি-নীতিৰ সংস্কাৰ আঁচনি, আধিয়াৰ আইন আদিয়েও মাটিৰ এই মূল সমস্যা সমাধান কৰিব নোৱাৰিলে আৰু সেই দৃষ্টি কোণৰ পৰা বিচাৰ কৰি সমস্যা সমাধান কৰাৰ কোনো অভিপ্ৰায়ো চৰকাৰে প্ৰদৰ্শন নকৰিলে।

## ভূমি-নীতিৰ হাত বাউল

মূঠতে চৰকাৰৰ ভূমি-নীতিয়েই বাহিৰৰ পৰা মানুহক হাত বাউল দি

মাতি আনিলে । গাৱঁৰ হেজাৰ হেজাৰ লোক সুবিচাৰৰ পৰা বঞ্চিত হল । যিসকল জনজাতীয় লোকৰ স্বাৰ্থৰ কথা কৈ চৰকাৰে সদায় ঘৰিয়ালৰ কান্দোন জোৰে, সেই সকল জনজাতীয় লোকৰে মাটি আনৰ হাতলৈ গল । ট্ৰাইবেল বেল্ট, ব্লক আদিৰ চিনমোকাম নোহোৱা হল। তাহানিৰে পৰা খেতিবাতি কৰি থকা জনজাতীয় লোকে আবেদন নিবেদন কৰিও পট্টা নেপায় । কিন্তু ৰাজ্যৰ বাহিৰৰ পৰা অহা মানুহে ততালিকে পট্টা পায । আনহাতে জনজাতীয় ৰাইজক সচেতন কৰি মাটি এৰি ঠাই সলাই থকাৰ পৰা বিৰত কৰাৰ বাবে কোনো ফলদায়ক প্ৰচেষ্টা হাতত লোৱা নহল । চৰকাৰৰ পক্ষৰ পৰাই হওক বা ৰাইজৰ পক্ষৰ পৰাই (বিশেষকৈ জনজাতীয় নেতৃবৰ্গৰ পক্ষৰ পৰা) হওক । জনজাতীয় লোকৰ মাটি হস্তান্তৰ কৰাটো নিষেধ কৰাৰ ব্যৱস্থাও আভুৱা ভৰা ব্যৱস্থাহে হ'ল ।

এইদৰে নানান কথাই অসমলৈ মানুহৰ সোঁত বোৱালে । কিন্তু সাধাৰণ ভাৱে সকলো থলুৱা লোকক সামৰি এই ক্ষেত্ৰত অভিযোগ তুলিব নোৱাৰি । অৱশ্যে এটা বিষয়ত থলুৱা লোকক সামৰি উত্থাপন কৰিব পৰা অভিযোগ এটা আছে । সেয়ে হল থলুৱা মানুহৰ মাজত দেখা দিয়া অলসতা । তাহানি মোগল সেনাপতি ৰামসিঙে কৰ্ম পটুতাৰ বাবে শলাগ লোৱা অসমীয়া মানুহৰ মানসিক অৱক্ষয়ে তেওঁলোকক সম্পূৰ্ণ ভাৱে শ্ৰম বিমুখ কৰি তুলিলে । ফলত জন প্লাৱন ঘটিল । সেয়ে সকলোৱে উটুৱাই নিলে । থলুৱা লোকক সাধাৰণ বাৱে সামৰি মাত্ৰ এই বিষয়তহে অভিযোগ তুলিব পাৰি ।

কিন্তু সেই সকলো কথা তল পেলাই চৰকাৰী প্ৰশাসন যন্ত্ৰ আৰু শাসক দলৰ কাৰ্য কলাপ আৰু দুৰ্নীতি চক্ৰৰ ক্ৰিয়া কলাপেহে চৰম বিপৰ্যয় ঘটালে ।

# অবিৰাম গতি

পূৰ্বতে ভাৰতৰ অংশ ৰূপে থকা পূব বঙ্গৰ পৰা আৰু স্বাধীনতাৰ পিচত পূব পাকিস্থান আৰু মূৰকত বাংলাদেশ ৰূপে গণ্য হোৱা ৰাষ্ট্ৰৰ পৰা অবিৰাম গতিৰে অসমলৈ প্ৰব্ৰজন হৈ আছে। ১৯২১ চনৰ পিয়লৰ প্ৰতিবেদনত পিয়ল আয়ুক্ত লয়েডে কৈছে যে ১৯১১ চনলৈকে পূব বঙ্গৰ পৰা কিছু খেতিয়ক গোৱালপাৰালৈ আহিছিল। ১৯১১-২১ চনৰ দশকটোৰ ভিতৰত তেওঁলোক ব্ৰহ্মপুত্ৰ উপত্যকাৰ মাজলৈ উজাই গল। "এতিয়া প্ৰতিখন ৰেল আৰু প্ৰতিখন জাহাজতে মাটি বিচৰা মানুহ চামে চামে আহি আছে।"

১৯৩১ চনৰ পিয়লৰ প্ৰতিবেদনত পিয়ল আয়ুক্ত মুলানে প্ৰব্ৰজনকাৰীৰ কবলৰ পৰা ভৱিষ্যতে শিৱসাগৰ জিলাৰ বাহিৰে অসমৰ কোনো জিলা ৰক্ষা নপৰিব বুলি সৰ্তক বাণী শুনাইছিল। পিয়ল আয়ুক্ত মুলানে কৈছিল যে ১৯২১ চনতে মৈমনচিঙীয়া খেতিয়কৰ দ্বাৰা গোৱালপাৰা জিলা জয় কৰা হৈ গৈছে। ১৯২১-৩১ চনৰ দশকত নগাঁও জিলা আৰু বৰপেটা মহকুমা জয় কৰাটো সম্পূৰ্ণ হয়। "এতিয়া দৰং জিলা আক্ৰান্ত হৈছে"।

পিয়ল আয়ুক্ত মুলানে মন্তব্য কৰিছিল "অসমৰ গোটেই ভৱিষ্যতটো স্থায়ী বাবে সলনি কৰা আৰু ১৮২০ চনৰ মানৰ আক্ৰমণতকৈযো বেছি ধৰণেৰে অসমৰ সংস্কৃতি-সভ্যতাৰ সমুদায় গঢ় নষ্ট কৰাৰ সম্ভাৱনা আছে।"......

কিন্তু এইবোৰ কথালৈ কাণ কৰোতা কোনো নোলাল। প্ৰায় কুৰি বছৰৰ ভিতৰতে পমুৱা সকলৰ হাতলৈ ডেৰ কোটি একৰৰো অধিক মাটি গল।

ডেৰ কুৰি বছৰৰো অধিক কালৰ আগতে 'নতুন অসমীয়া'ত এই পৰিস্থিতি সৰ্ম্পকে বিশ্লেষণ কৰি লিখা হৈছিল যে যি সময়ত অসমত এইবোৰ ঘটনা ঘটিল, তেতিয়া (শেষৰ ছোৱাৰ কেইবছৰ মানৰ বাহিৰে) বৃটিছ ৰাজৰ কৰুণাতে এইবোৰ হল। সমস্যা-প্ৰধান বঙ্গৰ মাটিত হেঁচা কমাই বৃটিছ ৰাজৰ চিন্তাৰ হেঁচা পাতলোৱাৰ হকে এইটো লোভনীয় উপায় আছিল। দ্বিতীয়তে লীগ চৰকাৰৰ আমোলত ৰাজনীতিৰ পাক লগাতো এই সমস্যাটো আউলীয়া হৈ পৰিল।

## নতুন ইহুদী

সেই সম্পাদকীয়তে চাকৰি, ব্যৱসায়, খেতি আদি সকলো ক্ষেত্ৰতে

অনুক্রমে বাদ পৰিবলৈ ধৰা অসমীয়া মানুহখিনিক 'নতুন ইহুদী' বুলি অভিহিত কৰি অসমৰ ওপৰত পৰা হেঁচাৰ বিষয়ে আলোচনা কৰা হৈছিল। ১৯৫১ চনৰ পিয়লৰ হিচাপৰ উল্লেখ কৰি কোৱা হৈছিল যে চুবুৰীয়া ৰাজ্য, ভাৰতৰ আন অঞ্চল, পাকিস্থান (পৰৱৰ্তী কালৰ বাংলাদেশ) আদি ঠাইত জন্ম গ্ৰহণ কৰা চাৰে ১১ লাখৰো অধিক লোকে গাওঁত বসতি কৰিছেহি। ইপিনে অসমৰ মাটিৰ ওপৰত পৰা হেঁচাৰ কথা উল্লেখ কৰি কোৱা হৈছিল যে অসমৰ দুই তৃতীয়াংশ লোক থুপ খাইছেহি - ৰাজ্যখনৰ মাত্ৰ এক চতুৰ্থাংশ মাটিত। এইখিনি মাটিতে থলুৱা বাইজ আৰু বাহিৰৰ পৰা অহা অসংখ্যলোকৰ হেঁচা পৰিছে।

## ছাৰ ছাদুল্লাৰ ভূমিকা

ছাৰ মহম্মদ ছাদুল্লা অসমৰ মুখ্য মন্ত্ৰীৰ পদত থকা কালত তেতিয়াৰ পূব বঙ্গৰ পৰা অবাৰিত ভাৱে অসমলৈ মুছলমান সম্প্ৰদায়ৰ লোক অহাৰ বাট ওলাল। ছাৰ ছাদুল্লাই ১৯৩৯-৪১, ১৯৪২-১৯৪৫ আৰু ১৯৪৫-৪৬ - এই তিনিছোৱা সময়ত মুখ্য মন্ত্ৰী ৰূপে ৰাজ্য শাসন কৰিছিল। তেওঁ পূব বঙ্গৰ মুছলমান সম্প্ৰদায়ৰ মানুহ অসমলৈ অনা আৰু তেনে লোকক মাটি দিয়াৰ বাবে বিশেষ ভূমিকা গ্ৰহণ কৰিলে। তাতে আকৌ বৃটিছ চৰকাৰে অধিক শস্য উৎপাদন' আঁচনিৰ ধ্বনি তোলাৰ সুযোগত অসমলৈ জাকে জাকে মুছলমান সম্প্ৰদায়ৰ খেতিয়ক অনাৰ ধুম উঠিল। ১৯৩৯-৪১ চনৰ কালছোৱাৰ ভিতৰত ছাদুল্লা চৰকাৰে ব্ৰহ্মপুত্ৰ উপত্যকাৰ একলাখ বিঘা মাটি পূব বঙ্গৰ পৰা অহা পমুৱা সকলৰ বাবে আবন্টন কৰিলে।

ছাদুল্লা চৰকাৰে আনকি ১৯৩৮ চনৰ আগতে অসমলৈ অহা সকলো পমুৱাক মাটি দিয়াৰ বাবে আঁচনি যুগুত কৰিছিল। পিচে ১৯৪১ চনত ছাৰ ছাদুল্লাই পদত্যাগ কৰাত আৰু আন কোনো দল চৰকাৰ গঠন কৰিব নোৱৰা অৱস্থাত থকা হেতুকে ৰাজ্যপাল ৰবাৰ্ট ৰীডে শাসনভাৰ নিজৰ হাতলৈ নিলে। ৰাজ্যপালে আৰু পমুৱা লোকক স্থান দিব পৰাকৈ মাটি নাই বুলি অভিমত প্ৰকাশ কৰি ছাদুল্লা চৰকাৰৰ সিদ্ধান্ত বাতিল কৰি দিলে। কিন্তু ১৯৪২ চনত পুনৰ ক্ষমতালৈ আহি ছাৰ ছাদুল্লাই তেওঁৰ মাটি-নীতি পুনৰ প্ৰৱৰ্তন কৰিলে।

পঞ্জাব সোঁতে লাইন প্ৰথাৰ ভবিষ্যতে আৰোপ কৰা বাধা-নিষেধক মূল্যহীন কৰি তুলিলে। বাইজৰ প্ৰবল আপত্তিৰ কাৰণেই লাইন প্ৰথা প্ৰৱৰ্তন কৰা হৈছিল। কিন্তু তাকে কাৰ্যকৰী কৰাৰ বাবে চৰকাৰে দৃঢ় ব্যৱস্থা লব নোৱাৰিলে। ৰাজনৈতিক কাৰণত তথা ৰাজনৈতিক হেঁচাত পৰি অৱশেষত ১৯৩৭ চনত চৰকাৰে লাইন প্ৰথা সম্পৰ্কে তদন্ত কমিটী পাতি দিব লগীয়া হল। সেই সমিতিয়ে ব্যৱস্থা সমূহ 'পনীয়া' কৰি পেলালে। সেয়ে চূড়ান্ত বিপৰ্যয়ৰো আৰম্ভণি। ১৯৩৮ চনৰ ছেপ্টেম্বৰ মাহৰ পৰা ১৯৩৯ চনৰ নবেম্বৰ মাহলৈকে শাসনত থকা কংগ্ৰেছ সংযুক্ত চৰকাৰে নিজৰ দুৰ্বল স্থিতিৰ বাবেই সমিতিৰ প্ৰতিবেদনৰ সম্পৰ্কত খাটাং সিদ্ধান্ত লব নোৱাৰিলে যদিও পিচত এই মৰ্মে অধি-সূচনা জাৰি কৰিলে যে ১৯৩৮ চনৰ ১ জানুৱাৰীৰ পিচত অহা পমুৱা সকলক মাটি দিয়া নহব। কিন্তু কংগ্ৰেছ সংযুক্ত চৰকাৰৰ ঠাইত ১৯৪২ চনত দ্বিতীয় বাৰ মুখ্য মন্ত্ৰীৰ পদলৈ অহা ছাৰ ছাদুল্লাই সেই অধিসূচনা নাকচ কৰি তেওঁৰ মাটি-নীতি পুনৰ প্ৰৱৰ্তন কৰিলে।

## ভাৱসাম্যৰ পৰিৱৰ্তন

ইতিমধ্যে পমুৱা সকল ৰাজনৈতিক শক্তিৰ স্থিতিলৈ অহাৰ মূৰত ৰাজনীতিৰ ভাৱসাম্যৰ আমূল পৰিবৰ্তন ঘটিল। সেই দেখি পিচত গোপীনাথ বৰদলৈৰ চৰকাৰে লাইন প্ৰথা ভঙ্গ কৰি মাটি দখল কৰা সকলক উচ্ছেদ কৰাৰ কাৰ্যসূচী হাতত লোৱাত মুছলিম লীগৰ নেতৃত্বত উচ্ছেদৰ বিৰুদ্ধে আন্দোলন গঢ়ি তোলা হল। ১৯৪৭ চনত এই আন্দোলনে প্ৰবল ৰূপ ধাৰণ কৰিলে। উল্লেখযোগ্য যে পূব বঙ্গৰ পৰা আহি মানুহে এই আন্দোলনত ভাগ লৈছিল। আনহাতে ছাৰ ছাদুল্লা যদি ৰাজনৈতিক 'মুনাফা'ৰ অংক কৰি পূব বঙ্গৰ পমুৱাক অসমত মাটি দিয়াৰ বাবে ইমান উঠি পৰি লাগিছিল, সেই অংকও শুদ্ধ নহল। কিয়নো অসমত লাইন প্ৰথা বিৰোধী আন্দোলনৰ গইনা লৈ নতুন নেতৃত্ব ললে আব্দুল হামিদ খানে (মৌলানা ভাছানিয়ে)। ছাৰ ছাদুল্লাৰ নেতৃত্বত অৱক্ষয় ঘটিল। তেওঁ পিচ হুহঁকি যাব লগীয়া হল। সেইদেখি ছাৰ ছাদুল্লা নিষ্প্ৰভ হোৱাৰ লগতে তেওঁৰ কাৰ্য্যৰ বাবেই অসমৰ ভাগ্যও নিষ্প্ৰভ হৈ পৰিল।

অসম চৰকাৰৰ ভূমি নীতি সদায় থলুৱা মানুহখিনিৰ স্বাৰ্থৰ বিপৰীতমুখী হৈ আছে। এই ক্ষেত্ৰত 'ব্লক' ভোটৰ স্বাৰ্থইহে প্ৰাধান্য লাভ কৰি আহিছে। সেই দেখি থলুৱা মানুহে মাটি পোৱা নাই। ইপিনে বছৰি খহনীয়া আৰু বানপানীয়ে মাটিহীন থলুৱা লোকৰ সংখ্যা বঢ়াই নিছে। চৰকাৰে অৱশ্যে খহনীয়া আৰু বানপানীৰ ফলত পীড়িত হোৱা লোকক মাটি দিয়াৰ বিষয়ে অনৰ্গল ঢাক ঢোল বজাই আছে; কিন্তু ইয়াতো 'ব্লক' ভোটৰ অংকইহে প্ৰাধান্য পোৱা হেতুকে থলুৱা মানুহখিনি বিশেষ ভাৱে ক্ষতিগ্ৰস্ত হৈ আছে।

অসমৰ মাটিৰ ক্ষেত্ৰত হোৱা ৰাজনীতিৰ খেল আৰু চৰকাৰী কাৰ্যালয়ৰ দুৰ্নীতিয়ে চিৰ কালৰ বাবে থলুৱা মানুহখিনিক বিপন্ন কৰিলে। বিভিন্ন যুগত মাটিৰ প্ৰশ্ন লৈ কিমান দুৰ্নীতি চলিল, তাৰ হিচাপ দিয়াৰে উপায় নাই। অসমৰ ৰাষ্ট্ৰীয় পথ সমূহৰ দুয়ো কাষৰ সকলো মাটি এচিকটাও বাকী নৰখাকে - কেনেকৈ বিশেষ এক শ্ৰেণীৰ লোকৰ হাতলৈ গল, তাৰ খবৰ লওঁতা কোনো নোলাল। সুদীৰ্ঘ কাল মন্ত্ৰীৰ গাদীত থকা জনৈক প্ৰভাৱশালী মন্ত্ৰীয়ে সেইবোৰ মাটি হস্তান্তৰিত হোৱাৰ বাট উলিয়াই দি নিজৰ জেপ নিৰ্বিবাদে গধুৰ কৰিলে। সেইদৰে জনজাতীয় লোকৰ মাটি সৰকোৱাৰ ক্ষেত্ৰত চৰকাৰী, বে-চৰকাৰী চক্ৰ এটাৰ ভূমিকাও যথেষ্ট ক্ষতিকাৰ।

## মাটি সম্পৰ্কে অপপ্ৰচাৰ

এহাতে এইবোৰ কাৰ্য-কলাপ চলিল আৰু আনহাতে অসমৰ মাটি আৰু হাবিৰ সম্পৰ্কত চলা অপপ্ৰচাৰে অসমৰ হানি পূৰ্ণাঙ্গ কৰি তুলিলে। খেতিৰ উপযোগী মাটিৰ ওপৰত প্ৰবল হেঁচা পৰা সত্ত্বেও আৰু অসমৰ বিশেষকৈ ভৈয়াম অঞ্চলৰ হাবি ভয়াবহ ভাৱে কমি যোৱা সত্ত্বেও এনে অপপ্ৰচাৰেই একালৰ পূব বঙ্গ আৰু পৰৱৰ্তী কালৰ যথাক্ৰমে পূব পাকিস্থান আৰু বাংলাদেশৰ পৰা মানুহৰ সোঁত বোৱালে অসমৰ মাটিলৈ। অকল ইমানেই নহয়, অসমৰ মাটিত ভগনীয়া সংস্থাপন কৰাৰৰ বাবেও দিল্লী উঠি পৰি লাগিল। অসমলৈ কিমান 'ভগনীয়া' নামধাৰী মানুহ আহিল, তাৰ প্ৰকৃত হিচাপ কোনেও দিব নোৱাৰিব। দেশৰ

বিভাজনৰ পিচত আৰু পূব পাকিস্থানৰ সাম্প্ৰদায়িক উৎপীড়নৰ মূৰত ভাৰতলৈ ভাগি অহা লোকৰ ক্ষেত্ৰত ভাৰতৰ নিশ্চয় দায়িত্ব আছে। কিন্তু সেই দায়িত্ব সকল পশ্চিমবঙ্গ আৰু অসমৰ ওপৰত জাপি দি দেশৰ অৱশিষ্ট ভাগে মূৰ পুলুকা মৰাহে দেখা গল।

## ভগনীয়া

১৯৫১ চনৰ পিয়লত অসমত থকা ভগনীয়াৰ সংখ্যা ২৭৪,৪৫৫ জন বুলি দেখুওৱা হয়। কিন্তু বে-চৰকাৰী হিচাপ মতে ভগনীয়াৰ সংখ্যা তাতকৈ বহুত বেছি। তাৰ পিচতো আৰু বহুতো আহিল। ৰাজ্য চৰকাৰে হেঁচাত পৰি আৰু বহুতৰ সংস্থাপনৰ দায়িত্ব ললে। চৰকাৰী হিচাপৰ অগোচৰত অহা হেজাৰ বিজাৰ ভগনীয়া আৰু নিজা উদ্যোগত সংস্থাপিত হোৱা ভগনীয়াৰ লেখ কোনেও দিব নোৱাৰিব। অথচ ১৯৫০ চনতে অসমৰ ওপৰত ভগনীয়াৰ প্ৰবল হেঁচা পৰিছিল। সেই কাৰণেই তেতিয়া ক্ষমতাত থকা অসমৰ কংগ্ৰেছ দলৰ যোৰহাটত বহা ৰাষ্ট্ৰীয় সন্মিলনত গৃহীত প্ৰস্তাৱতো ঘোষণা কৰা হৈছিল যে সামৰ্থ্যতকৈ অধিক ভগনীয়া ইতিমধ্যে অসমে গ্ৰহণ কৰিছে। আনকি সেই বছৰতে ভগনীয়া সংস্থাপন সম্পৰ্কে অসমত খবৰ লবলৈ পঞ্জাব ৰাজ্য কংগ্ৰেছে পঠোৱা প্ৰতিনিধিয়েও তেওঁৰ প্ৰতিবেদনত অসমত আৰু ভগনীয়া গ্ৰহণ কৰাৰ সামৰ্থ্য নাই বুলি কৈছিল।

## নপুংসক নেতৃত্ব

তথাপি অসমৰ দুৰ্বল নেতৃত্বই কেন্দ্ৰ আৰু এটা শক্তিশালী 'লবী'ৰ ওচৰত সেও মানিলে। আন বহুতো ক্ষেত্ৰৰ দৰে এই ক্ষেত্ৰতো নপুংসক নেতৃত্বৰ চিনাকি পোৱা গল। এনেদৰে নেতৃত্বই নিজৰ স্থিতি ৰাখিব নোৱৰা কাৰণেই 'নতুন অসমীয়া'ত 'নপুংসক নেতৃত্ব' এই শিতানত সম্পাদকীয় ওলাইছিল। সেয়ে কোঁদো বাঁহত জুইহে দিলে যেনিবা! মোৰ বিৰুদ্ধে 'নালিচ' বাঢ়ি গল।

দেশৰ বিভাজনৰ বাবে যি সকলে নেতৃত্বৰ থকত তিতা-দাঁহেই

সন্মতি জনাইছিল, সেই সকলে তাৰ ফলত হব পৰা নিপীড়িত জনসাধাৰণৰ আৰ্তনাদৰ কথা অনুমান কৰা নাছিল নে ? যদি কৰিছিল, তেন্তে সেই সকলৰ দায়িত্ব সমূহীয়া ভাৱে লোৱাৰ কথা চিন্তা নকৰিলে কিয ? অজস্র ভগনীয়াৰ দায়িত্ব অসম, পশ্চিম বঙ্গ আৰু ত্রিপুৰাৰ ওপৰত জাপি দিযেই দিল্লীয়ে মূৰ পুলুকা মাৰিলে । আন্দামান আৰু দণ্ডকাৰণ্যৰ বাহিৰে ভগনীয়া সংস্থাপনৰ বাবে তেওঁলোকে কাৰ্য্যতঃ আৰু স্থান বিচাৰি নেপালে । ভগনীয়া সকলক নিৰাপদ দূৰত্বত ৰখাৰ প্রৱণতা এটাহে পৰিলক্ষিত হল ।

## উৰহি গছৰ ওৰ

এনে মানসিকতাৰ পৰিচয় এটা পৰৱৰ্তী কালত আৰু স্পষ্ট ভাৱে পোৱা গল । অসমৰ অস্তিত্ব ৰক্ষাৰ দীঘলীয়া আন্দোলনৰ ভৰপকৰ মাজতে দিল্লীৰ এজন নেতা অসমলৈ আহিছিল । আমাৰ ঘৰতে তেওঁ বাংলাদেশী অনুপ্রবেশকাৰী সৰ্ম্পকে আলোচনা কৰিছিল । তেওঁৰ নামটো প্রকাশ কৰি দিয়াটো উচিত আছিল যদিও তেওঁৰ বক্তব্যৰ আইন সিদ্ধ প্রমাণ দাঙি ধৰিব পৰা সমল মোৰ হাতত নাই । সেই দেখি তেওঁ এতিয়া সকলো কথা অস্বীকাৰ কৰিলেও মই একো কৰিব নোৱাৰিম । সেইদেখি নাম নকৈ আকাৰে ইঙ্গিতে মাত্র ইয়াকে কৈ থলো যে এই নেতাজন ভাৰতৰ এখন কাকতৰ প্রাক্তন সম্পাদক আছিল; অকল সেয়ে নহয় তেওঁ প্রাক্তন কেন্দ্রীয় মন্ত্রী আৰু কংগ্রেছৰ(ই) প্রাক্তন সম্পাদক । এতিয়াও তেওঁ বিভিন্ন গুৰুত্বপূৰ্ণ বিষয়-বাব লৈ আছে ।

এই নেতাজনে মোক কৈছিল যে অনুপ্রবেশকাৰী সকলৰ বহিষ্কাৰৰ ক্ষেত্রত কেতবোৰ সমস্যা আছে । মই তেতিয়া কৈছিলো যে তেনেকুৱা কিবা সমস্যা আছে যদি দেশৰ বিভিন্ন ঠাইত তেওংলোকৰ একোটা অংশক লৈ অসমক সকাহ নিদিয়ে কিয় ? নেতা জনৰ উত্তৰৰ প্রতি মই অৱশ্যে প্রস্তুত হৈ থকা নাছিলো । তেওঁ কলে "হাজৰিকা । এটা সমস্যা আছে । আন কোনো ৰাজ্যই বাংলাদেশৰ ভগনীয়া আৰু অনুপ্রবেশকাৰীৰ দায়িত্ব লবলৈ প্রস্তুত নহয় ! "

(উৰহি গছৰ ওৰ এইটোৱেই । সেইদেখি মানৱতাৰ কীৰ্তন গাই থকা এই সকল নেতাই তথাকথিত 'বিহাৰী মুছলমান' সকলৰ সমস্যাটো আজিও

ওলোমাই ৰখাৰ ক্ষেত্ৰত মনত একো খোঁচা-বিন্ধা অনুভৱ কৰা নাই । পূৱ পাকিস্তানৰ ঠাইত বাংলাদেশ প্ৰতিষ্ঠা হোৱাত একাংশ পাকিস্তানী নাগৰিক ভাৰততে আৱদ্ধ হৈ থাকিল । তেওঁলোকক বাংলাদেশেও গ্ৰহণ নকৰে; আনহাতেও পাকিস্তানো তেওঁলোকৰ প্ৰতি আগ্ৰহশীল নহয় । পাকিস্তানৰ সিন্ধু প্ৰদেশত তেওঁলোকক সংস্থাপিত কৰাৰ প্ৰস্তাৱ উঠোতে সিন্ধু প্ৰদেশৰ মানুহ তাৰ বিৰুদ্ধে জাঁকি উঠিল । ফলত এই তথাকথিত 'বিহাৰী মুছলমান' সকল গেঠেলা মৰা অৱস্থা এটাতে আছে । ভাৰত চৰকাৰৰ মানৱতাৰ ভৰালো অসমত সোমোৱা বাংলাদেশী অনুপ্ৰৱেশকাৰীৰ বাবেই উদং হোৱাত ভাৰত চৰকাৰো নিৰ্লিপ্ত হৈ আছে ।)

ইপিনে ভগনীয়াৰ সোঁতে পশ্চিম বঙ্গক পঙ্গু কৰি তুলিলে । পশ্চিম বঙ্গৰ ভূমি-ব্যৱস্থা, অৰ্থনীতি, ৰাজনীতি, সামাজিক ক্ষেত্ৰ - সকলোতে যি সংকটৰ সৃষ্টি হল, তাৰ প্ৰতিফলন আমি সেই ৰাজ্যৰ দৈনন্দিন ঘটনাৱলীৰ মাজতে দেখা পাইছো । ত্ৰিপুৰা আজি উতলি থকাৰ কাৰণো সেয়ে । ত্ৰিপুৰাৰ জনজাতীয় লোকক কাৰ্যতঃ নিঃশেষ কৰাৰ পৰিণতি স্বৰূপেই আজি ত্ৰিপুৰাৰ পৰিস্থিতি চম্ভালিব নোৱৰা অৱস্থাত উপনীত হৈছে । অসমৰ কথা নকলোৱেই বা ! অবিভক্ত অসমৰ মাটি আৰু হাবি সম্পৰ্কে প্ৰচাৰিত 'সাধু কথা'ই অসমৰ বৈৰী হ'ল । খণ্ডিত অসমৰ থাইকে ভৈয়াম অঞ্চলৰ মাটিত (লগতে কাৰবি আংলং, উত্তৰ কাছাৰ পাৰ্বত্য জিলা) ভগনীয়া আৰু বাংলাদেশীৰ যি হেঁচা পৰিল, তাৰ ফলত অসমৰ মাটি আৰু হাবি প্ৰায় শেষ হল । ৰাজ্যখনত অৰ্থনৈতিক, ৰাজনৈতিক, সামাজিক - সকলো ধৰণৰ সমস্যাই জুমুৰি দি ধৰিলে ।

# কৃত্ৰিম উপগ্ৰহৰ জৰীপ

(অসমৰ সাম্প্ৰতিক ছবিখন দাঙি ধৰিছে — কৃত্ৰিম উপগ্ৰহৰ যোগেদি চলোৱা জৰীপে । ১৯৯২ চনত প্ৰকাশ পোৱা এই জৰীপৰ তথ্য মতে অসমৰ মুঠ মাটি কালিৰ বিপৰীতে ৰাজ্যখনত এতিয়া ২১.৯৮% ভাগতহে হাবি আছে। ১৯৮০-৮১ চনত আছিল ২৫.২% ভাগত । বছৰি ৫ হেজাৰ হেক্টাৰ মাটিৰ হাবি উজাৰ কৰা হয় । এই জৰীপত এই বুলিও কৈছে যে অসমৰ ভৈয়ামৰ

জিলাবোৰত ১৭.২% ভাগতহে হাবি আছে। কেন্দ্ৰৰ ভূমি-নীতিৰ মতে শতকৰা ৩৩ ভাগ ঠাইত হাবি থকাটো বিজ্ঞান সন্মত বুলি গণ্য কৰাৰ মূৰত অসমৰ এই অবক্ষয়ে ইয়াৰে ইঙ্গিত দিছে যে হাবি নিঃশেষ কৰি ভয়াবহ আকালৰ মুখলৈ ঠেলি দিয়া ইথ'পিয়াৰ দ্বিতীয় তাণ্ডৱণ অসমতে চৰকাৰী উদ্যোগত হোৱাৰ উপক্ৰম ঘটিছে।

মাটিৰ ওপৰত যিমানে হেঁচা বাঢ়িছে, সিমানে সংৰক্ষিত হাবি, চৰণীয়া পথাৰ আৰু হাবি-বননি ধ্বংস হবলৈ ধৰিছে। এই সকলোবোৰত বেদখল ব্যাপক ভাৱে বাঢ়িছে। তাতোকৈ উদ্বেগৰ বিষয় হল - বেদখলে ৰাজনৈতিক সমৰ্থন লাভ কৰাটো। বাতৰি কাকতত থকা সমুদায় কালছোৱাত এনে বিষয়ৰ অসংখ্য বাতৰি আৰু চিঠি পত্ৰ পাইছিলোঁ। সেইবোৰ প্ৰকাশো হৈছিল। এনে বিষয়ৰ সম্পাদকীয়ৰ যোগেদি চৰকাৰৰ কৰ্তব্য সম্পৰ্কেও সঁকীয়াই দিয়া হৈছিল। কিন্তু প্ৰতি ক্ষেত্ৰতে বেদখলকাৰীহে বিজয়ী হৈছিল। কিয়নো ৰাজনৈতিক হেঁচা নাইবা ৰাজনীতিৰ অংকই চৰকাৰক সেই ফলীয়াহে কৰিছিল।

তাহানি ˚গোপীনাথ বৰদলৈৰ নেতৃত্বত পৰিচালিত অসম চৰকাৰে পমুৱাৰ বেদখল উচ্ছেদ কৰিবলৈ লওঁতে ৰাজনীতিয়ে সেই অভিযান ব্যৰ্থ কৰাৰ কথা ইতিমধ্যে লিখিছোঁ। ট্ৰাইবেল বেল্ট আৰু ব্লকবোৰৰ চিন-মোকাম নোহোৱাৰ আঁৰতো এই একে কাহিনী। দৰাচলতে ট্ৰাইবেল বেল্ট আৰু ব্লকবোৰ বেদখল কৰা মানুহৰ বিতং পৰিচয় সংগ্ৰহ কৰা হলে কেতবোৰ চাঞ্চল্যকৰ তথ্য প্ৰকাশ পালেহেঁতেন। ক'ৰ ক'ৰ মানুহ তাত সোমালেহি (আৰু তেওঁলোক কেনেকৈ আহিব পাৰিলে) তাৰ আচল ছবিখন তেতিয়াহে প্ৰকাশ হলহেঁতেন। সেইদৰে ৰাজনীতিৰ দিগ্বিজয়ে এখন এখনকৈ সংৰক্ষিত হাবি, অন্যান্য হাবি, চৰণীয়া পথাৰ গ্ৰাস কৰাৰ কাহিনী অগোচৰতে থাকিল। বাইজৰ দাবীত যেতিয়াই উচ্ছেদৰ কথা উঠিছে, তেতিয়াই ৰাজনীতিয়ে বাট ভেটা দিছে। দৈয়াং, নামবৰ, লামডিং আদিৰ হাবি এতিয়া সাধুকথাহে। আন ঠাইৰ কথাই নাই, ৰাজধানীৰ কাষৰীয়া কামৰূপ জিলাৰে চৰণীয়া পথাৰবোৰ অনুক্ৰমে শেষ হৈ গল। ফলত সেইবোৰ চৰণীয়া পথাৰৰ ওপৰত নিৰ্ভৰ কৰি গাখীৰৰ ব্যৱসায় কৰা ঋনুৱা গো-পালক সকল উচ্ছেদ হব লগীয়া হল। দৈনিক অসমীয়াত কাম কৰাৰ দিনৰ পৰাই এইবোৰ চৰণীয়া পথাৰত চলা বেদখল উচ্ছেদ কৰাৰ বাবে দাবী জনোৱা বাতৰি প্ৰকাশ কৰি থকা হৈছিল। কিন্তু সকলো অৰণ্য ৰোদন। এসময়ত বিহু আদি বিভিন্ন উপলক্ষে

গুৱাহাটীলৈ কাৰবীয়া অঞ্চলৰ থলুৱা গো-পালক সকলে মলাত দৈ আদি আনি বেপাৰ কৰিছিলহি । কিন্তু এতিয়া তেনে মানুহ দেখাটো বিৰল ব্যতিক্ৰম । কিয়নো চৰণীয়া পথাৰ শেষ হোৱাৰ লগে লগে তেওঁলোকৰ গাখীৰৰ ব্যৱসায়ো প্ৰায় শেষ হল ।

## বিকৃত সমালোচনা

শক্তিশালী মহলৰ এনে কাৰ্য-কলাপৰ প্ৰতি সমৰ্থন জনোৱা লোকৰ অৱশ্যে অভাৱ নাছিল । বেদখলৰ ব্যাপকতাৰ বিৰুদ্ধে অসমত ব্যাপক ভাৱে আপত্তি উত্থাপিত হওঁতে কলিকতাৰ কাকতে বেদখল উচ্ছেদৰ বিৰোধিতা কৰি বেদখলকাৰীৰ পক্ষ লৈ প্ৰকাশ কৰা সম্পাদকীয়ৰ শিতান আছিল ' Dog in the manger' অৰ্থাৎ নিজৰ কাৰণে অলাগতিয়াল হৈ থকা খিনিকো আনে ভোগ কৰাত বাধা দিয়া হৈছে বুলি বিকৃত ৰূপতহে বিষয়টো উপস্থাপিত কৰিছিল ।

## ভয়াবহ পৰিণাম

গছ-গছনিৰ ওপৰত চলা এনে দানৱীয় অত্যাচাৰৰ ফলত অসম বিভিন্ন ধৰণেৰে বিপন্ন হৈছে । ১৯৮২.চনত ভাৰতৰ পাৰিপাৰ্শ্বিক অৱস্থা সম্পৰ্কে অধ্যয়ন কৰা বিশেষজ্ঞ মহলে প্ৰকাশ কৰা প্ৰতিবেদনত জধেমধে গছ কটাৰ ফলত হোৱা সমস্যাৰ বৰ্ণনা দিছিল । তাত অসমৰ সমস্যাৰ কথাও উল্লেখ কৰিছিল । পৃথিবীৰ আটাইতকৈ বেছি বৰষুণ হোৱা ঠাই বুলি খ্যাত (মেঘালয়ৰ) চেৰাপুঞ্জী এতিয়া সম্পূৰ্ণ শুকান, অনুৰ্বৰ ঠাই বুলিও এই প্ৰতিবেদনতে উল্লেখ কৰে ।

১৯৮২ চনতে দিল্লীৰ ইনষ্টিটিউট অৱ ছায়েন্সে প্ৰকাশ কৰা সমীক্ষাত কৈছিল যে ৩টা দশক ধৰি গছ-গছনি খাস্তাং কৰাৰ ফলত অসমত বৰষুণৰ মাত্ৰা শতকৰা ৩.২ ভাগ পৰিমাণে কমি গৈছে ।

১৯৭৬ চনত ওলোৱা চৰকাৰী হিচাপ এটাত অসমত অনুক্ৰমে

বৰষুণৰ মাত্ৰা কমাৰ বিৱৰণ এটা দিয়া হৈছিল । ১৯৭৭ চনত অসমত বৰষুণৰ মাত্ৰা যিমান আছিল, ১৯৭৮ চনত সেয়ে কমি তাৰ শতকৰা ৪০.৩ ভাগ মাত্ৰাত আৰু ১৯৭৯ চনত শতকৰা ৩০.৬ ভাগ মাত্ৰাতহে বৰষুণ হয় । এই সম্পৰ্কত দৃখন জিলাৰ বৰষুণৰ বিষয়ে দিয়া হিচাপত কোৱা হৈছিল যে, গোৱালপাৰা জিলাত ১৯৭৭ চনত ২০৪৯ মিলিমিটাৰ বৰষুণ হৈছিল; কিন্তু ১৯৭৮ চনত সেয়ে কমি ৩২০ মিলিমিটাৰ হয় আৰু ১৯৭৯ চনত ২৮.৩ মিলিমিটাৰলৈ কমে । সেইদৰে কাৰবি আংলং জিলাত ১৯৭৭ চনত যিমান বৰষুণ হৈছিল তাৰ ৮০.৯% মাত্ৰাত ১৯৭৮ চনত আৰু ৪১.৬% মাত্ৰাত ১৯৭৯ চনত বৰষুণ হৈছিল । ৰাজ্যৰ চৰণীয়া পথাৰৰ বেদখল সম্পৰ্কে চৰকাৰে প্ৰকাশ কৰা আংশিক হিচাপ এটাৰ মতে অসমৰ ৬ খন জিলা আৰু ৪টা মহকুমাতে ১৭ লাখ ৫০ হেজাৰ ২৯৮ বিঘা সংৰক্ষিত চৰণীয়া পথাৰ বেদখলকাৰীৰ হাতলৈ গ'ল । আনহাতে ৰাজ্যবিধান সভাত দিয়া এটা হিচাপৰ মতে সংৰক্ষিত বেল্ট আৰু ব্লকৰ ৫.৯০ লাখ বিঘা চৰকাৰী মাটি বেদখল হৈছে । ১৯৮২ চনৰ মে মাহত ৰাজ্যসভাতো অসমত হোৱা বেদখল সম্পৰ্কে কেন্দ্ৰীয় চৰকাৰৰ তৰফৰ পৰা এটা উত্তৰ দিয়া হৈছিল। সেই হিচাপ মতে অসমৰ ১৬.৪২ লাখ হেক্টাৰ সংৰক্ষিত হাবিৰ ভিতৰত ১,৩৪,৭১৩ হেক্টাৰত বেদখল হৈছে ।

পিচে চৰকাৰী হিচাপবোৰে কিমানখিনি সঠিক খবৰ দিব পাৰিছে, সেইটো সন্দেহজনক । কিয়নো উদাহৰণ স্বৰূপে কব পাৰি যে, চৰকাৰী ভাৱে নামৰৰ হাবিক এতিয়াও সংৰক্ষিত হাবিৰ লেখতে ধৰা হৈছে যদিও প্ৰকৃততে ৰাষ্ট্ৰীয় ঘাইপথৰ নিচেই কাষতে থকা সামান্য অংশতহে হাবি আছে; বাকী ভিতৰৰ অঞ্চল ইতিমধ্যে তেনেই টকলা হল ।

# নাগৰিকত্ব

১৯৮৬ চনত সংসদত নাগৰিকত্ব (সংশোধনী ) বিধেয়ক দাঙি ধৰোতে কেন্দ্ৰীয় গৃহ দপ্তৰৰ ৰাজ্যমন্ত্ৰী পি চিদাম্বৰমে কৈছিল যে নাগৰিকত্ব সম্পৰ্কীয় আইনবোৰ কটকটীয়া কৰাৰ সময় উপস্থিত হৈছে। দেশলৈ অবৈধ ভাৱে অহা লোকৰ প্ৰৱেশ ৰোধ কৰাৰ প্ৰয়োজন হৈছে আৰু কঠোৰ নিয়ম পালন কৰিহে নাগৰিকত্ব দান কৰাটো নিশ্চিত কৰাৰ আৱশ্যক হৈছে। 'আমাৰ নিজৰ মানুহৰ আৰু আমাৰ উন্নয়নৰ স্বাৰ্থ হানি কৰি আমি উদাৰতা দেখুৱাব নোৱাৰোঁ।'

কিন্তু তাকে কৰা হ'ল জানো ? ন্যস্ত স্বাৰ্থৰ ডাঙৰ চক্ৰ এটাই এই ক্ষেত্ৰত নিৰ্বিবাদে ৰাষ্ট্ৰবিৰোধী কাৰ্য্য চলাই থাকিলে। প্ৰশাসনৰ মানুহে, এচাম ৰাজনৈতিক নেতা আৰু তেওঁলোকৰ দলে আৰু কিছুমান স্বাৰ্থজড়িত লোক ধাৰাবাহিক ভাৱে তেনে বিদেশী লোকক ভাৰতীয় নাগৰিকত্ব দিবলৈ উঠি পৰি লাগিল। নানান দুৰ্নীতিৰ আশ্ৰয় লৈ তেনে লোকৰ বাবে স্কুলৰ প্ৰমাণপত্ৰ, মাটিৰ তৌজী ৰচিদ, ৰেচন কাৰ্ড আদি যোগাৰ কৰি দি তেওঁলোকক ভাৰতীয় নাগৰিক আৰু ভোটাৰ পতা হল। এই প্ৰক্ৰিয়া অকল অসমতে সীমাবদ্ধ হৈ থকা নাছিল। আমাৰ চুবুৰীয়া পশ্চিমবঙ্গৰো বিভিন্ন ঠাইৰ পৰা নাগৰিকত্বৰ প্ৰমাণপত্ৰ দি অসমলৈ দেধাৰ বিদেশী লোকক ভাৰতীয় সাজি পঠোৱা হ'ল।

## জাল প্ৰমাণ-পত্ৰ

এইবোৰ ক্ষেত্ৰত দুৰ্নীতি পৰায়ণ চক্ৰই কেনেদৰে কাম কৰিছে, তাৰে এটা উদাহৰণ দিব পাৰি। অবৈধ বিদেশী প্ৰব্ৰজনকাৰীক ধৰা পেলাবৰ বাবে গঠন কৰা ন্যায়াধিকৰণক নকল প্ৰমাণপত্ৰই অথৰ্ব কৰি তোলাৰ শোকাৱহ উদাহৰণ আমি পাইছিলোঁ। ১৯৬৯-৭০ চনৰ কালছোৱাৰ ভিতৰত বৰপেটাৰ সেই সময়ৰ মহকুমাধিপতি জনৰ চহীত দিয়া প্ৰমাণপত্ৰ দেখুৱাই অসংখ্য লোকে ভাৰতীয় নাগৰিক বুলি ন্যায়াধিকৰণৰ পৰা ৰায় আদায় কৰে। অথচ ১৯৭১ চনতে চৰকাৰী বিজ্ঞপ্তি যোগে স্পষ্টীকৰণ দিয়া হৈছিল যে উক্ত মহকুমাধিপতি জনৰ চহীত

সিমানবোৰ প্ৰমাণপত্ৰ দিয়া হোৱা নাছিল। কেইখনমানহে দিয়া হৈছিল। ১৯৮০ চনত অসম চৰকাৰে এই বিষয়ে তদন্তও কৰিছিল ; কিন্তু ১৯৮১ চনত সেই তদন্ত বন্ধ হয়। ইপিনে বৰপেটাৰ কাৰ্য্যালয়ৰ পৰা উক্ত প্ৰাক্তন মহকুমাধিপতি জনৰ চহীত দিয়া প্ৰমাণপত্ৰ সংক্ৰান্ত কাকত-পত্ৰৰ সকলো 'ফাইল' অন্তৰ্দ্ধান হয়!

নাগৰিকত্ব লৈ চলা ৰাজনীতিৰ বজাৰ আৰু দুৰ্নীতিৰ বজাৰে অসমত এনে এটা অৱস্থাৰ সৃষ্টি কৰিলে যে, বিদেশী নাগৰিকে ছদ্মবেশী ভাৰতীয় নাগৰিক হৈ ভোট দিয়াৰ সুবিধা পোৱাৰ উপৰিও মাটী-বাৰী লৈ গজ-গজীয়া হোৱা, বিধায়ক ৰূপে নিৰ্বাচিত হৈ বিষয়বাব খোৱা, চাকৰি-বাকৰি পোৱাৰো অফুৰন্ত সুবিধা ওলাল। কিছু বছৰৰ আগৰ খবৰ এটাৰ মতে অসম চরকাৰৰ জনসম্পৰ্কৰক্ষী বিভাগত এনে চাকৰিয়ালো আছিল -- যি ভাৰতৰো নাগৰিক আৰু বিদেশী ৰাষ্ট্ৰখনৰো নাগৰিক। সেইদেশত থকা মাটিৰ খেতি চপাবৰ সময়ত আৰু ভোট দিবৰ সময়ত তেওঁ আকস্মিক ছুটী লৈ অসমৰ পৰা গৈছিল ! এনে কিমান ঘটনা ঘটি আছে, সেই কথা অৱশ্যে নেজানো।

যেয়ে সেয়ে নাগৰিকত্বৰ প্ৰমাণপত্ৰ দিব নোৱাৰিব বুলি কেন্দ্ৰীয় চৰকাৰে কথা দিছিল – কিন্তু সেই প্ৰতিশ্ৰুতি পালন কৰা হৈছে জানো ? ৰেচন কাৰ্ড দিয়া, মাটিৰ তৌজি ৰচিদ যোগাৰ কৰা, স্কুলৰ প্ৰমাণপত্ৰ যোগাৰ কৰা - এইবোৰ দুৰ্নীতি বন্ধ কৰা আৰু এনেবোৰ ক্ষেত্ৰত কটকটীয়া ব্যৱস্থা কৰাৰ ক্ষেত্ৰত কোনো তৎপৰতা পৰিলক্ষিত হোৱা নাই। নাগৰিকত্ব সম্পৰ্কত কটকটীয়া ব্যৱস্থা কৰাৰ বাবে অসমত দাবী উঠিলেই আটাইতকৈ বেছি খলকনি উঠিছিল পশ্চিমবঙ্গত। কিন্তু এতিয়া অনুপ্ৰবেশে কাহিল কৰা পশ্চিম বঙ্গতে তেনে দাবী সবল ভাৱে উত্থাপিত হৈছে। সীমান্তৰ লোকক পৰিচয়-পত্ৰ দিয়া, ৰেচন কাৰ্ড দিওঁতে নাগৰিকত্বৰ পৰীক্ষা সতৰ্কতাৰে কৰা, পাৰ-পত্ৰ আদি দিওঁতে সাৱধানতা অৱলম্বন কৰাৰ বাবে আজি পশ্চিমবঙ্গৰ বিভিন্ন মহলে দাবী তুলিছে।

## নিৰাপত্তা ৰক্ষী বাহিনীৰ মতে

আনকি কেন্দ্ৰীয় চৰকাৰৰ অধীনস্থ নিৰাপত্তাৰক্ষী বাহিনী সমূহৰ সমন্বয় ৰক্ষী সমিতিয়েও অনুপ্ৰবেশ ৰোধ কৰাৰ বাবে বিশেষ কিছুমান ব্যৱস্থা লোৱাৰ

হ'কে পৰামৰ্শ দিছে। তাৰ ভিতৰত আছে – (১) সীমান্ত অঞ্চলত থকা বাসিন্দা সকলক পৰিচয়-পত্ৰ দিব লাগে ; তেতিয়াহে অনুপ্ৰবেশ ধৰা পেলাবলৈ সহজ হ'ব। (২) পুলিচে সূক্ষ্মভাবে পৰীক্ষা কৰি নিশ্চয়তা প্ৰকাশ নকৰালৈকে কাকো ৰেচনকাৰ্ড দিব নেলাগে। ১৯৭১ চনৰ পিচত দিয়া সকলোবোৰ ৰেচনকাৰ্ডৰ বিষয়ে পুনৰ পৰীক্ষা চলাব লাগে। (৩) ভোটাৰ তালিকাত নাম ভৰ্তি কৰাৰ সম্পৰ্কত পৰীক্ষা চলাব লাগে। (৪) ভাৰতীয় বিদ্যালয়ত নাম ভৰ্তি কৰা সম্পৰ্কতো তদন্ত চলাব লাগে (৫) মাটি কিনিব খোজা লোকৰ নাগৰিকত্ব সম্পৰ্কে তদন্ত নকৰাকৈ মাটি কিনা বা হস্তান্তৰ কৰা কাৰ্য্য সম্পাদন কৰাটো নিষেধ কৰিব লাগে। (৬) জাল পাৰ-পত্ৰ সম্পৰ্কে বিচাৰ লব লাগে আৰু (৭) 'টাউট'ৰ সমস্যাটোৰ বিষয়েও বিচাৰ হব লাগে।

এইবোৰ কিন্তু অসমৰ 'প্ৰাদেশিকতাবাদী'(?) মানুহখিনিৰ দাবী নহয়! সীমান্ত ৰখিবলৈ চৰকাৰে ভাৰ দিয়া বাহিনীৰে দাবী। কিন্তু এইবোৰ কথালৈ চৰকাৰে কৰ্ণপাত কৰা নাই। পাৰ-পত্ৰ লৈ যি দুৰ্নীতিৰ খেল চলিছে সেই সম্পৰ্কতো চৰকাৰে একো কৰা নাই। ১৯৮৬ চনতে অৱশ্যে কেন্দ্ৰীয় চৰকাৰে স্বীকাৰ কৰিছিল যে, পাৰ-পত্ৰ লৈ অহা বিপুল সংখ্যক বাংলাদেশী লোক পাৰ্‌পত্ৰৰ মিয়াদ উকালি যোৱাৰ পিচতো পশ্চিমবঙ্গ, অসম, নগালেণ্ড আৰু মিজোৰামতো আছে।

ইতিমধ্যে পশ্চিমবঙ্গত অসংখ্য জাল পাৰ্-পত্ৰও ধৰা পৰিছে। পশ্চিমবঙ্গ চৰকাৰেও এতিয়া পাৰপত্ৰ সংক্ৰান্ত আইনৰ সংশোধন বিচাৰিছে। পশ্চিমবঙ্গই পৰামৰ্শ দিছে যে বাংলাদেশী নাগৰিকৰ 'ভিছা'ৰ মিয়াদ কমাব লাগে। লগতে কৈছে যে ভাৰতীয় নাগৰিকে 'স্পনছৰ' কৰা বুলি দেখুৱাই যিবোৰ বাংলাদেশী নাগৰিকে ঢাকা, চট্টগ্ৰাম আদিৰ ভাৰতীয় হাই কমিছনত 'ভিছা'ৰ বাবে আবেদন কৰে, সেইবোৰ মঞ্জুৰ কৰাৰ আগতে 'স্পনছৰশ্বিপ' আচল নে নকল তাৰ বিচাৰ্ ল'ব লাগে আৰু 'ভিছা'ৰ দ্বাৰা নিৰ্দ্ধাৰণ কৰা সময়ৰ ভিতৰত বাংলাদেশী নাগৰিক উলটি নগ'লে ভাৰত চৰকাৰে 'স্পনছৰ'ৰ বিৰুদ্ধে ব্যৱস্থা লব লাগে।

অনুপ্ৰবেশকাৰী বিদেশী নাগৰিকক আশ্ৰয় দিয়াটো গুৰুতৰ অপৰাধ বুলি এই ক্ষেত্ৰত কঠোৰ কাৰ্য্যব্যৱস্থা হাতত লোৱাটো নিতান্ত প্ৰয়োজনীয় যদিও এই বিষয়ে কোনো ব্যৱস্থা কৰা নাই। অৱশ্যে বিভিন্ন সময়ত কেন্দ্ৰই

তেনে আশ্বাস দি পাল মাৰি থৈছে। কিছু বছৰৰ আগতে নামনি অসমৰ এখন অভিযোগ উঠিছিল আৰু সেয়ে জিলাত দায়িত্বশীল লোকে বিদেশী নাগৰিকক আশ্ৰয় দিয়া বুলি এটা গুৰুতৰ ডাঙৰ আলোড়নৰ সৃষ্টি কৰিছিল। কিন্তু মূৰকত সকলো ফাচফুচ হ'ল।

## পিচ দুৱাৰেদি

এনে নিৰ্লিপ্ততাৰ বাবেই এতিয়া বিদেশী নাগৰিকক আমদানি কৰা বিষয়ত ডাঙৰ ডাঙৰ চক্ৰই নিৰ্বিবাদে কাম চলাই থাকিব পাৰিছে। চৰকাৰী ব্যৱস্থাই এনে ভাবে অসমলৈ অহা লোকক কাৰ্য্যতঃ প্ৰশ্ৰয় দিয়াটোহে প্ৰতিপন্ন হৈছে। ভূমি-সংস্কাৰ নীতি, চিলিং-উদ্বৃত্ত মাটিৰ বিতৰণৰ ব্যৱস্থা, পট্টাদান আদি ব্যৱস্থাই পিচ-দুৱাৰেদি বিদেশী নাগৰিকক মাটি দিয়াৰ ফন্দীহে উলিয়ালে। তদুপৰি বান-পীড়িত আৰু খহনীয়া-পীড়িত লোকক মাটি দিয়াৰ নামত ছদ্মবেশী বিদেশী নাগৰিকেহে মাটি পোৱাৰ ব্যৱস্থা হ'ল। এই ক্ষেত্ৰত কিন্তু বান-পীড়িত আৰু খহনীয়াত সৰ্বস্ব হেৰুওৱা থলুৱা লোকখিনিয়ে সম বিচাৰ পোৱা নাই। প্ৰকৃতিৰ এই দুবিধ ধ্বংসলীলাৰ ফলত বছৰি অজস্ৰ লোক লাওলোৱা হৈছে। তেওঁলোকে কিন্তু মাটি পোৱা নাই। এই বিষয়ত কাকতত থকা কালত লাভ কৰা অভিজ্ঞতা এটাৰ কথা ক'ব পাৰি। কামৰূপ জিলাৰ খহনীয়া পীড়িত কিছুমান থলুৱা লোকে মাটি বিচাৰি একো সুবিধা নোপোৱাৰ মূৰত কাকতৰ ওচৰত সহায় বিচাৰিলেহি। তেওঁলোকৰ সমস্যাৰ বাতৰি ওলোৱাৰ লগতে এই বিষয়ে সম্পাদকীয়ও প্ৰকাশ কৰা হ'ল। তদুপৰি তেওঁলোকৰ সমস্যাৰ ওপৰত অগ্ৰাধিকাৰ দি সুবিচাৰ কৰাৰ বাবে অনুৰোধ জনাই সংশ্লিষ্ট বিভাগীয় বিষয়ালৈ চিঠিও লিখা হৈছিল। কিন্তু তেওঁলোকৰ দুখৰ নিশা নুপুৱালে। বহুত দিনৰ মূৰত তেওঁলোকৰ কিছুমানক পাচলি আদিহে কৰিব পৰা বাম-মাটি অলপ দিলে ; ধান খেতিৰ উপযোগী মাটি নিচেই কম পৰিমাণে দিয়া হ'ল – যাৰ পৰা অৰ্থনৈতিক দিশত তেওঁলোকৰ একো লাভ নহয়। এয়া মাত্ৰ এটা উদাহৰণ। তেনে ভাগ্য হোৱা অসংখ্য থলুৱা লোক ওলাব। উদ্বেগৰ কথা যে বানপানী আৰু খহনীয়া যিমানে বাঢ়িব

সিমানে এনে পৰ্য্যায়ৰ লোকৰ সংখ্যা বাঢ়ি যাব ।

মাটিৰ পট্টা দিয়া বিষয়তো পক্ষপাতমূলক আচৰণৰ নিদৰ্শন দেখাৰ ওলাব। ধেমাজি অঞ্চলৰ ঘটনা এটাৰ কথাকে এই ক্ষেত্ৰত ক'ব পাৰি । চৰকাৰে জনজাতীয় লোকৰ শোকত চকুপানী টোকাব ভাও দিয়া ১৯৪৭ চনৰ পৰাই আমি দেখি আহিছোঁ। কিন্তু কাৰ্যক্ষেত্ৰত কিবা ন্যস্তস্বাৰ্থৰ প্ৰতিবন্ধকৰ ফলত বহুত বছৰ ধৰি মাটিত খেতি-বাতি কৰি থকা সত্বেও অসংখ্য জনজাতীয় লোকে মাটিৰ পট্টা পোৱা নাই। ধেমাজি অঞ্চলৰ মিছিং জনজাতীয় লোকৰ আপত্তি তাতেই। তেওঁলোকে নালিচ দিলে যে তেওঁলোকে বহুত দিনৰ আগৰপৰা মাটিত খেতি-বাতি কৰি থকা সত্ত্বেও পট্টা পোৱা নাই; অথচ সিদিনা মাত্ৰ ৰাজ্যৰ বাহিৰৰপৰা আনকি বিদেশৰ পৰাও আহি মাটি দখল কৰা লোকে ইতিমধ্যে মাটিৰ পট্টা পালে। এই ৰহস্য উদ্ঘাটন কৰিলে হয়তো বৌ-বৰালিও জালত পৰিব। সেই দেখি সত্যৰ উদ্ঘাটন নহয়।

## নতুন জমিদাৰী

কেতবোৰ চৰ অঞ্চলকে ধৰি ৰাজ্যৰ কিছুমান বিশেষ বিশেষ ঠাইত বাংলাদেশী নাগৰিক থুপ খোৱা বুলি অভিযোগ উঠি থাকে। মাটিৰ মোহতে এই মানুহখিনি নিশ্চয় গোট খাইছেহি। চৰকাৰে সমস্যা বাঢ়ি যাবলৈ নিদি বিশেষ কাৰ্যব্যৱস্থা হাতত ল'ব লাগিছিল। চৰকাৰে আওকাণ কৰাৰ কাৰণেই অসমত এবিধ নতুন ধৰণৰ জমিদাৰী প্ৰৱৰ্তন হৈছে। কিছুমান অঞ্চলত একোজন মাতব্বৰ হেজাৰ হেজাৰ বিঘা মাটিৰ গৰাকী হৈছে। তেওঁলোকে সন্তাত খেতি কৰা কামত লগোৱা মানুহৰ বহুত খিনিয়েই হ'ল- বাংলাদেশৰ পৰা অহা লোক। তেওঁলোক খেতিৰ কামত নিয়োজিত হৈছে—তেওঁলোকে মাতব্বৰৰ হৈ খেতি কৰিছে। চৰকাৰে এনেবোৰ 'জমিদাৰী'ৰ মাটি সম্পৰ্কে সুচিন্তিত সিদ্ধান্ত এটা কেতিয়াবাই ল'ব লাগিছিল। মাটি ৰক্ষা কৰা ক্ষেত্ৰত ৰাইজৰ সহযোগেই আটাইতকৈ ডাঙৰ ৰক্ষা-কৱচ। বাংলাদেশীৰ অবিৰত সোঁতে ইতিমধ্যে মাটিৰ ওপৰত প্ৰবল হেঁচা পেলাইছে। ইতিমধ্যে যিসকলে মাটিত খেতি কৰিবলৈ পাইছে আৰু অসম চুক্তিয়ে যিসকলক ভাৰতীয় নাগৰিকৰূপে স্বীকৃতি দিয়াৰ কথা কৈছে, সেইসকলৰ মানসিকতাৰ পৰিবৰ্তন ঘটাই তেওঁলোকক কেন্দ্ৰ কৰিয়েই এনে ৰক্ষা-কৱচ গঢ়াৰ কথা চিন্তা কৰাৰ

বাবে পৰামৰ্শ দিয়া হৈছিল; কিন্তু একো কাম নহ'ল। এই সকল লোকক মাটিৰ পট্টা দিয়া হ'লে তেওঁলোকেই নবাগত বাংলাদেশীৰ প্ৰৱেশৰ ক্ষেত্ৰত বাধা দিব পাৰিলেহেঁতেন। আনহাতে কোনো দিনেই মাটিৰ গৰাকী হৈ পট্টা পোৱাৰ আশা থকা বুলি নভবা এই মানুহখিনিৰ পৰিৱৰ্তিত মানসিকতাক ৰাজ্যৰ হিতৰ বাবে নিয়োগ কৰাৰ বাবে বহুত থল ওলোৱাৰ লগতে মাতব্বৰৰ 'জমিদাৰী'ৰ চাউলো উকলিলহেঁতেন।

## তৌজি ৰচিদ

কিন্তু ওলোটা গতি এটাহে পৰিলক্ষিত হৈছে। শেহতীয়া পৰিস্থিতি আৰু ভয়ংকৰ ধৰণৰ হৈছে। চৰকাৰে তৌজি ৰচিদ থকা লোককো মাটিৰ পট্টা দিব বুলি কৰা ঘোষণাই অসমলৈ নিশ্চিতভাৱে ভয়ংকৰ বিপৰ্যয় এটা কঢ়িয়াই আনিব। কিয়নো এতিয়া য'তে এচিকটা মাটি আছে, তাতে বেদখল চলিব আৰু নানান দুৰ্নীতিৰ আশ্ৰয় লৈ তৌজি ৰচিদ যোগাৰ কৰাৰ অভিযান আৰম্ভ হ'ব। মন কৰিবলগীয়া কথা এয়ে যে তৌজি ৰচিদ কোনো বৈধ দলিল নহয়; এইখন খাজনাৰ ৰচিদো নহয়। বেদখল কৰা বাবে অৰ্থদণ্ড ভৰাৰ ৰচিদহে। চৰকাৰে দণ্ড বিধানকো উপহাৰৰ বিধানলৈ ৰূপান্তৰিত কৰিব খোজা এনে ব্যৱস্থা কিন্তু চৰকাৰৰ ভূমি সংক্ৰান্ত 'মেনুৱেল'ৰে পৰিপন্থী!

এহাতে চৰকাৰে এইখন 'মেনুৱেল'ৰ ব্যৱস্থাৰ বিপৰীতে গৈ মাটিৰ পট্টা দিবলৈ আগবাঢ়িছে আৰু আনহাতে এইখন 'মেনুৱেল'ৰে দোহাই দি অজস্ৰ লোকক যুগ যুগ ধৰি মাটিৰ পট্টা নিদিয়াকৈ আছে। ইয়াৰ ফলত জনজাতীয় লোককে ধৰি অসংখ্য লোক ক্ষতিগ্ৰস্ত হৈছে। এইখন 'মেনুৱেল' ব্ৰিটিছৰ যুগতে ৰচিত হৈছিল। সেইখনকে বেদ বুলি এতিয়াও মানি থকাৰ কোনো অৰ্থ নাই। আইন প্ৰণয়ন কৰা হয় ৰাইজৰ স্বাৰ্থ ৰক্ষা কৰিবলৈহে — ৰাইজৰ স্বাৰ্থ হানি কৰিবলৈ নহয়। সেই দেখি এতিয়াৰ প্ৰয়োজন পূৰণ হোৱাকৈ 'মেনুৱেল'ৰ পৰিৱৰ্তন ঘটাই থলুৱা ৰাইজৰ স্বাৰ্থ ৰক্ষা কৰিবলৈ বিশেষ ব্যৱস্থা হাতত ল'ব লাগে।

## জনজাতীয়ৰ মাটি

জনজাতীয় ৰাইজৰ মাটিৰ ক্ষেত্ৰত বিশেষ ব্যৱস্থা লোৱাৰ বাবে বাতৰি

কাকতত লিখালিখি হৈ থকাৰ উপৰিও বিভিন্ন দলৰ তৰফৰপৰাও তেনে দাবী উত্থাপিত হৈ আহিছে। এই ক্ষেত্ৰত কঠোৰ ব্যৱস্থা নোলোৱা বাবে হেজাৰ হেজাৰ বিঘা মাটি জনজাতীয় লোকৰ হাতৰপৰা আনৰ হাতলৈ গ'ল। হেঁচা দি, বল প্ৰয়োগ কৰি, ভাবুকি দি, প্ৰলোভন দেখুৱাই, মদ খুৱাই উকা কাকতত চহী বা টিপচহী লৈ, দুৰ্নীতিপূৰ্ণ বিবিধ ব্যৱস্থা লৈ — মুঠতে নানান উপায়েৰে জনজাতীয় লোকৰ মাটি হাত কৰা হ'ল।

জনমতৰ হেঁচাত মাজতে জনজাতীয়ৰ হাতৰপৰা মাটি হস্তান্তৰ কৰাটো নিষিদ্ধ কৰা হৈছিল। জনজাতীয় লোকৰ স্বাৰ্থ ৰক্ষা কৰাৰ বাবে লোৱা এই ব্যৱস্থা কিন্তু সৰহ দিনলৈ নিটিকিব। ইতিমধ্যে এই ব্যৱস্থাৰ ফলত জনজাতীয় লোকৰে স্বাৰ্থত আঘাত পৰিছে (এই ক্ষেত্ৰত ল'ৰা-পঢ়ুৱাবলৈ টকা যোগাৰ কৰিবলৈ মাটি বেচিব পৰা নাই বুলিও যুক্তি দাঙি ধৰা হৈছে) বুলি সেই নিষেধাজ্ঞা প্ৰত্যাহাৰ কৰাৰ হকে ওকালতি আৰম্ভ হৈছে। মাজতে জনজাতীয় লোকৰ মাটি বেচাৰ ক্ষেত্ৰত থকা বাধা-নিষেধ তুলি দিয়াৰ কথা ওলাইছিল। এতিয়া অৱশ্যে কোৱা হৈছে তাকে কৰিলে জনজাতীয় লোকৰ স্বাৰ্থহে হানি হ'ব। সেই দেখি বিশেষ কেতবোৰ চৰ্ত-সাপেক্ষেহে মাটি বেচাৰ ব্যৱস্থা কৰা হ'ব। কিন্তু আচলতে সেয়া মাছ বুলি নেখাই জিজি বুলি খোৱা ব্যৱস্থাহে। চতুৰালি, কথা আৰু আইনৰ পাক ইত্যাদিৰ সমাহাৰে জনজাতীয় ৰাইজক নিশ্চিতভাৱে মাটিৰপৰা বঞ্চিত কৰিব। জনজাতীয়ৰ উন্নয়নৰ বিষয়ে প্ৰচাৰৰ খলকলি তোলাৰ পৰতে যদি ঘৰুৱা সকামত নাইবা ল'ৰা পঢ়ুৱাবলৈ মাটি বেচাটোকো গহীন যুক্তি বুলি গণ্য কৰি চৰকাৰে নিজকে হাঁহিয়াতৰ পাত্ৰ কৰি তুলিবলৈ কুণ্ঠাবোধ নকৰে, তেন্তে চৰ্ত-সাপেক্ষে জনজাতীয় লোকৰ মাটি বেচাৰ ব্যৱস্থাৰ ক্ষেত্ৰতো চৰ্তৰ বালি-ভেটা ভঙা কৌশলৰো অভাৱ নহ'ব !

# মাটিৰ সাধু

মাটিৰ সাধু কৈ' শেষ কৰিব নোৱাৰি । খঁকুৱাই পাত কাটোতেই যায় যদিও নিখঁকুৱাই মাটিকে খোৱাৰ দেখাৰ উদাহৰণ ওলাব । এবাৰ সাংবাদিকসকলৰ কাৰণে বালি ভোজৰ আয়োজন কৰিছিল – দৈনিক অসমৰ ষ্টাফ ৰিপ'ৰ্টাৰ মায়াৰাম তামুলীয়ে । আমি বালি ভোজ খাবলৈ উজাই ব্ৰহ্মপুত্ৰইদি গৈছিলোঁ । যাওঁতে তেতিয়া সতীৰ্থ কেইজনমানে আঙুলিয়াই দিছিল — এইটো পাহাৰ অমুকে কিনিছে, সেইটো তমুকে ......। এইদৰে হিচাপ দিওঁতে দেখিলোঁ যে বহুত নেতা আৰু উচ্চ পদস্থ বিষয়াই সেইপিনে মাটি কিনি থৈছে । তেতিয়া চন্দ্ৰপুৰৰ পিনে ৰাজধানী পতাৰ কথা ওলাইছিল । সেই দেখি মাটি কিনাৰ ধুম উঠিছিল । অৱশ্যে এয়া ব্যতিক্ৰম নহয় —— যেতিয়াই কোনো অঞ্চলত কিবা এটা পতাৰ কথা ওলায়, তেতিয়াই মাটি কিনাৰ ধুম উঠে । এনেদৰে আগতীয়াকৈ মাটি কিনি পিছত সুবিধা বুজি তেনে মাটি বেচি প্ৰচুৰ ধন ঘটাৰ সুযোগ উলিওৱা হয় । এই ক্ষেত্ৰত প্ৰশাসনৰপৰা সহাঁৰি আদায় কৰাৰ থলো ওলায় ।

# মাষ্টৰ ৰ'লতহে ঠাই

পিচে প্ৰশাসনৰপৰা এনে সহাঁৰি সকলোৱে নেপায় । উদাহৰণ স্বৰূপে জনজাতীয় লোকৰ কথাকে ক'ব পাৰি । এইসকল লোকে মাটিৰ পাবলগীয়া পট্টাও নেপায় । তাৰ ফলত সময়ত কি অৱস্থা হয়, তাৰে উদাহৰণ এটা দিব খুজিছোঁ। ধেমাজিৰ মাজমজিয়াত গড়কাপ্তানি বিভাগৰ ঘৰ সাজিবৰ বাবে জনজাতীয় লোক এজনৰ মাটি অধিগ্ৰহণ কৰা হয় । এই মানুহজনৰ মাটি আছিল সেই কণেই । সেই ডোখৰ মাটিৰপৰাও বঞ্চিত হৈ তেওঁ নিঠকৱা হ'ল । পিছে মানুহজন সেই মাটিত বহুত দিনৰপৰা আছিল যদিও তেওঁ পট্টা পোৱা নাছিল । সেইদেখি তেওঁ মাটিৰ বাবে ক্ষতিপূৰণো নেপালে । চৰকাৰে মাত্ৰ 'দয়া কৰি' তেওঁৰ নামটো "মাষ্টৰ ৰ'লত" ভৰাই থ'লে – যাতে সুকণ্ঠা ওলালে তেওঁক গড়কাপ্তানি বিভাগৰ হাজিৰাৰ কাম দিব পাৰি !

জনজাতীয় লোকৰ মাটিৰ বেলিকা অৱশ্যে আৰু সমস্যা আছে। পমুৱা আহি বহাৰ লগে লগে কিছুমান জনজাতীয় লোকে মাটি এৰি গ'ল ; কিছুমান জনজাতীয় লোক মাটি এৰি যাবলৈ বাধ্য হ'ল। ফলত জনজাতীয় লোকৰ বসতি-প্ৰধান অঞ্চল কিছুমানৰ চেহেৰাই সলনি হৈ গ'ল। কোকৰাঝাৰ অঞ্চলৰ কথাকে ক'ব পাৰি। সেই অঞ্চলৰ জনজাতীয় লোকৰ সংখ্যা ক্ৰমে কমি যোৱাৰ অন্যতম কাৰণ হ'ল— এইদৰে মাটি-বাৰী এৰি আন ঠাইলৈ গুচি যোৱাটো। দুখৰ কথা যে মাটি এৰি নেযাবলৈ জনজাতীয় লোকৰ মাজত এটা সচেতনতা গঢ়ি তোলাৰ বাবে কোনো ৰাজহুৱা তৎপৰতা দেখুওৱা নহ'ল। অজনজাতীয় লোকৰ কথাই নাই, আনকি জনজাতীয় নেতৃস্থানীয় লোক, জনজাতীয় সংগঠন আদিয়েও এই সম্পৰ্কত একো প্ৰচাৰ অভিযান নচলালে। যেতিয়াই নগৰৰ সম্প্ৰসাৰণ ঘটিছে বা কাষত কোনো প্ৰতিষ্ঠান গঢ়ি উঠিছে—তেতিয়াই খৰি লুৰা, মাছ মৰা আদি কামৰ সুবিধা কমি যোৱা বুলি জনজাতীয় লোকে ঠাই সলাবলৈ লয়। কিন্তু মাটি সদায় ওলাই নেথাকে-ফলত সমস্যাই দেখা দিয়ে। বহুতো জনজাতীয় লোক সিঁচৰতি হৈ পৰিল। কিছুমানে গৈ আনকি নগালেণ্ডৰ সীমান্তৱৰ্তী অঞ্চলতো মাটি ল'লে। কিন্তু তাতো তেওঁলোকৰ নিস্তাৰ নাই। মাজতে নগালেণ্ডৰ মানুহে চলোৱা আক্ৰমণৰ বলি হোৱা সকলৰ ভিতৰত এনে লোকো আছিল।

## চৰকাৰী মাধমাৰ

চৰকাৰী নীতিয়েও জনজাতীয় লোককে ধৰি কিছুমান লোকক মাধমাৰ শোধালে। কোনো নিৰ্মাণ-কাৰ্য চলালে চৰকাৰে সেই কাম হোৱা অঞ্চলত মাটি অধিগ্ৰহণ কৰে। ক্ষতিপূৰণ যাতে কম পৰিমাণে দিব লাগে -সেইটোৱেই চৰকাৰৰ একমাত্ৰ লক্ষ্য। সেই দেখি অধিগ্ৰহণৰ বাবে আপেক্ষিকভাৱে অনগ্ৰসৰ অঞ্চল (য'ত ক্ষতিপূৰণৰ হাৰ কম হয়) বাছি লোৱা হয়। ফলত জনজাতীয় লোকৰ দেধাৰ মাটি এইদৰেই গৈছে।

এনেদৰে মাটিৰ ওপৰত হেঁচা বাঢ়ি গৈছে। কিমান খেতিৰ মাটি অকৃষিমূলক কামৰ বাবে হস্তান্তৰিত হৈছে, তাৰ নিৰ্ভৰযোগ্য হিচাপ হয়তো পোৱা নেযাব। কিন্তু

এইবোৰ খুচুৰা খৰচে খেতিৰ মাটিৰ সন্মুখত গুৰুতৰ সমস্যা থিয় কৰোৱাটো খাটাং কথা ।

## ৭২% ধৰুৱা

পৰিকল্পনা আয়োগৰ এটা সমীক্ষাত কৈছে যে দেশৰ শতকৰা ৭২ ভাগ জনজাতীয় লোক অনানুষ্ঠানিক, বেচৰকাৰী, ধন ধাৰে দিয়া মহলৰ ওচৰত ধৰুৱা। এয়া হ'ল শোষণৰ বজাৰ । অকল জনজাতীয় লোকেই নহয়, অসংখ্য অজনজাতীয় গাঁৱলীয়া লোককো এই বেচৰকাৰী মহলে লাওলোৱা কৰিলে। কিমানৰ মাটি হস্তান্তৰ হ'ল-তাৰ ঠিকনা নাই। স্থিতাৱস্থাৰ বাহক ৰূপে থকা চৰকাৰে এইবোৰ শোষণকাৰীৰপৰা পীড়িত ৰাইজক উদ্ধাৰ কৰা বা অন্যায়ৰ প্ৰতিকাৰ কৰাৰ কোনো ব্যৱস্থা নল'লে।

১৯৮০ চনত (১৮ জুনত) দৈনিক অসমত বৰপেটাৰ নিজা বাতৰি দিওঁতাই দিয়া বাতৰি এটা প্ৰকাশ হৈছিল। সেই বাতৰিত শোষণৰ বলি হোৱা জনজাতীয় লোকৰ শোকাৱহ বিৱৰণ এটা পোৱা গৈছিল।

— বাতৰিটো এনেধৰণৰ আছিল "যোৱা দুটা দশকৰ ভিতৰত বিশেষকৈ উত্তৰ কামৰূপৰ অসংখ্য জনজাতীয় লোকৰ গাঁও নিশ্চিহ্ন হৈ গৈছে আৰু সেই গাঁওবোৰত বৰ্তমান বাংলাদেশীৰ বসতি আৰম্ভ হোৱা দেখা গৈছে ।

"মানাহ অভয়াৰণ্যৰ দক্ষিণ-পশ্চিম সীমাৰ নাৰায়ণগুৰিৰপৰা আৰম্ভ কৰি ভূটান পাহাৰৰ নামনিৰ দৰঙা মেলালৈকে এই সুবিশাল সংৰক্ষিত বননিৰ সীমামূৰীয়া গাওঁ-ভূঁই, খাচ মাটি দখল কৰি কমেও কুৰিখন গাঁও বাংলাদেশীয়ে গঢ়ি তোলা পৰিলক্ষিত হৈছে।

"খেতি কৰা সময়ত আগতীয়াকৈ ধন ধাৰে দিয়া ব্যৱসায়ৰ মাধ্যমত সহজ-সৰল জনজাতীয় লোকৰপৰা শস্যৰ উপৰিও মাটিৰ দখল ল'বলৈ আৰম্ভ কৰে। এনেকৈয়ে বৰপেটা মহকুমাৰ উত্তৰাঞ্চলৰ বনাঞ্চলৰ সীমামূৰীয়া গাঁৱৰ উপৰিও নাৰায়ণগুৰি, গোলিবন্ধা, কিৰ কিৰা আদি অসংখ্য বড়ো জনজাতীয় লোকৰ গাঁৱত মাত্ৰ ৪ বছৰমানৰ ভিতৰতে জনজাতীয় ৰাইজ উঠি যাবলৈ বাধ্য হয়। কৃষি-কাৰ্যত পটু এই বেদখলকাৰী বিদেশীসকলৰপৰা এচাম আমোলাই জমিদাৰী পদ্ধতিত উৎপাদিত শস্যৰ ভাগ লয় । বিদেশীসকলৰ মাজত ধন

বিনিয়োগ কৰি 'দাদন' অৰ্থাৎ অতিৰিক্ত সুদ আদায় কৰে।

"১৯৭১ চনৰ পিছত অনুপ্ৰৱেশকাৰী বিদেশীৰ লক্ষ্য গোবৰ্দ্ধনা, হস্তিনাপুৰ, মাণিকপুৰ, ককলাবাৰী, মৌজাৰ ওপৰত পৰে। পৰিণতি স্বৰূপে ১৯৭২ চনৰপৰা ১৯৭৮ চনৰ ভিতৰত সৰভোগ, সুৰক্ষেত্ৰী আৰু পাটাছাৰকুছি সমষ্টিৰ বিশেষ বিশেষ ঠাইত জনসংখ্যা ৫০ৰপৰা ৬০ ভাগলৈ বৃদ্ধি পাইছে"।

## সীমান্তৰ মাটি

অসমৰ সীমান্ত অঞ্চলৰ মাটিৰ বেলিকাও সমস্যাৰ অন্ত নাই। এতিয়া অসম-নগালেণ্ড, অসম-মেঘালয়, অসম-অৰুণাচল প্ৰদেশৰ সীমাৰ বিবাদ চলি আছে। কেন্দ্ৰই নগালেণ্ড, মেঘালয় আৰু অৰুণাচল প্ৰদেশ গঠন কৰোতে সীমা নিৰ্দিষ্ট কৰি দিয়া সত্ত্বেও সীমাৰ প্ৰশ্নলৈ বিবাদ লগোৱাৰ থল থাকিব লেলাগিছিল। কিন্তু থল ওলাল—অৰ্থাৎ থল উলিওৱা হ'ল। ইতিমধ্যে নগালেণ্ডে অসমৰ বহুতো হাবি বেদখল কৰিলে; বহুতো মাটি বেদখল কৰি তাত নিজৰ মানুহ বহুৱাইছে; বাট-পথ, কাৰ্যালয় আদি নিৰ্মাণ কৰিছে। অসমৰ গাঁৱৰ বহুতো মানুহ অঘৰী হৈছে। নগালেণ্ডে ১৯৭৯ চনত চুঙাজানত, ১৯৮৫ চনত মেৰাপানীত, ১৯৮৯ চনত ৰাজপুখুৰীত নাৰকীয় কাণ্ড ঘটালে। অসমৰ মাটিত চলোৱা এইবোৰ কাণ্ডৰ ফলত অসমৰ ৰাইজৰ সমস্যা বাঢ়িল। একেদৰে অৰুণাচল প্ৰদেশেও সীমাৰ বিবাদ ঘটাই আক্ৰমণাত্মক অভিযান চলাই অসমৰ সীমা খুচৰি অসমৰ বহুতো লোকক বিপদত পেলাইছে। মেঘালয়ে অৱশ্যে সিমান উগ্ৰভাৱে সীমাৰ বিবাদ চলোৱা নাই—কিন্তু বিবাদৰ সৃষ্টি কৰিছে।

এইবোৰ বিবাদ দূৰ কৰাৰ বাবে কেন্দ্ৰীয় চৰকাৰে একো চেষ্টা কৰা নাই। যিবা সুন্দৰম কমিটী গঠন কৰি অসম আৰু নগালেণ্ডৰ সীমাৰ বিবাদ নিষ্পত্তি কৰিবলৈ চেষ্টা কৰা হৈছিল, সেই কমিটীৰ পৰামৰ্শ নগালেণ্ডে অগ্ৰাহ্য কৰিলে (যিহেতু কমিটীৰ পৰামৰ্শ অসমৰ সপক্ষে গৈছিল); অথচ এই ক্ষেত্ৰত কেন্দ্ৰই কোনো হস্তক্ষেপ নকৰিলে।

## সীমান্তৰ কাঠৰ কল

এটা কথা কিন্তু মন কৰিবলগীয়া। সীমামূৰীয়া ৰাজ্য কেইখনৰ যি

ঠাইতে প্লাইউড কল বা কাঠফলা কল পতা হৈছে, সেই ঠাইতে সীমাৰ বিবাদো হৈছে। এনেবোৰ অঞ্চলত প্লাইউড কল বা কাঠফলা কল পতাৰ বাবেও অনুজ্ঞা-পত্ৰ ততালিকে পোৱা যায়। সেইবোৰ কথাই ইয়াকে ইঙ্গিত দিয়ে যে অসমৰ কাঠৰ লোভত সীমাৰ বিবাদ সৃষ্টি কৰা হৈছে আৰু এই বিবাদৰ আঁৰত শক্তিশালী ব্যৱসায়ী-গোষ্ঠী আছে। সংশ্লিষ্ট ৰাজ্য চৰকাৰবোৰেও এনে ব্যৱসায়ী-গোষ্ঠীৰ ক্ৰীড়নক ৰূপে কাম কৰিছে। কিছু বছৰৰ আগতে সংসদৰ মজিয়াত এজন সদস্যই (তেওঁ বিশিষ্ট উদ্যোগপতি আৰু এই অঞ্চলত কাঠৰ ডাঙৰ কল আছে)। অসমৰ সীমা বিবাদ সম্পৰ্কে দাঙি ধৰা বিকৃত ব্যাখ্যায়ো তাঁলৈকে আঙুলিয়াই দিয়ে। কটৰাত মহে খায়, উৰালত ফৰফৰায় — কথাটো তেনেকুৱা নহয় জানো? এইদৰেই আমি অভিমুন্যৰ বেহুত সোমাই পৰিছো।

# পাতৰ তলৰ লাও

অসমৰ থলুৱা লোকৰ মাটিৰ সমস্যাটো পাতৰ তলৰ লাওৰ দৰেই আছে। খহনীয়া আৰু বানপানীয়ে এই সমস্যা বঢ়োৱাৰ উপৰিও বাংলাদেশকে ধৰি বাহিৰৰপৰা অহা লোকে পেলোৱা হেঁচাই এই সমস্যা আৰু জটিল কৰি তুলিছে। ১৯৫৬-৫৭ চনৰ চৰকাৰী হিচাপ মতেই দুৰৱস্থাৰ স্পষ্ট ছবি এখন পোৱা যাব। শতকৰা ৬ ভাগ খেতিয়কৰ সমূলি মাটি নাই। ক্ষুদ্ৰ খেতিয়কৰ পৰ্যায়ত শতকৰা ৫০ ভাগক ধৰা হয়। কিন্তু ১৯৭২ চনত অসমৰ মাটি সম্পৰ্কে যোৰহাটৰ কৃষি-অৰ্থনীতি গৱেষণাকেন্দ্ৰই অসম উপত্যকাৰ গাঁৱত চলোৱা সমীক্ষাই আৰু ভয়াবহ দৃশ্য এটা দাঙি ধৰে। এই সমীক্ষা মতে শতকৰা ১৭ ভাগ খেতিয়কৰ সমূলি মাটি নাই। শতকৰা ২২ ভাগৰ ৩ বিঘাৰ কম আৰু শতকৰা ১৮ ভাগৰ ১৫ বিঘা কম মাটি আছে। ক্ষুদ্ৰ খেতিয়কৰ পৰ্যায়ত এই সমীক্ষাত শতকৰা ৭৮ ভাগ লোকক ধৰা হয়। লগতে সমীক্ষাত এইবুলিও কয় যে ১৫ বিঘাৰ কম মাটিত উপাৰ্জন কম, ধাৰহে লাগে। কিন্তু এই সকল লোকৰ বাবে কি কৰা হ'ল ? চৰকাৰে লোৱা প্ৰতিটো ব্যৱস্থাৰ ক্ষেত্ৰতে লাভৱান হ'ল-ৰাজ্যৰ বাহিৰৰপৰা অহা লোক। থলুৱা লোকে ওঁঠ চেলেকি থাকোতেই গ'ল। গাঁৱত উঠি অহা চামৰ খেতিৰ প্ৰতি, গাঁৱৰ প্ৰতি যি নিস্পৃহ মনোভাৱ গঢ়ি উঠিল, তাৰ মূলতো এইটোৱেই মূল কথা। সম্প্ৰতি মাটিৰ

ওপৰত হেঁচা অতিশয় বৃদ্ধি পোৱাৰ ফলত এতিয়া আমাৰ সমস্যায়ো পোৱালি মেলিছে ।

# দুৰ্যোগৰ গৰাহত অসম

দৈনিক অসম কাকতে অসমৰ দুৰ্যোগৰ পৰত বিভিন্ন সময়ত সঁকীয়নি দি আহিছিল । কিন্তু সকলো অৰণ্য ৰোদন হৈছিল । ১৯৭১ চনৰ ১৬ এপ্ৰিলৰ দিনা দৈনিক অসমত 'দুৰ্যোগৰ গৰাহত অসম' এই শিতানত প্ৰকাশ পোৱা সম্পাদকীয়ত কোৱা হৈছিল— "........... সৰ্বভাৰতীয় ভিত্তিত জনসংখ্যাৰ বৃদ্ধিৰ হাৰৰ তুলনাত অসমত ১৯৭১ চনৰ হাৰ হ'ল ৩৪.৩৭ । উল্লেখখযোগ্য যে মেঘালয়ক বাদ দি এই হাৰ উলিওৱা হৈছে। ১৯৬১ চনৰ বৃদ্ধিৰ হাৰো সেইদৰেই ভয় লগা ধৰণৰ আছিল। ১৯৫১ চনৰ আগৰ দুটা দশকৰ ভিতৰত অসমৰ জনসংখ্যা ২৭ লাখ বাঢ়িল। এই সংখ্যা সেই সময়ৰ আগৰ ৩টা দশকৰ মুঠ বৃদ্ধিকৈয়ো বেছি (কিয়নো সেইছোৱা সময়ৰ ভিতৰত জনসংখ্যা বাঢ়িছিল ২৫.৩০ লাখ) । ১৯৪১ চনৰপৰা ১৯৫১ চনৰ ভিতৰত অসমত জনসংখ্যা শতকৰা ১৭.৪ ভাগ পৰিমাণে বাঢ়ে। সেই সময়ত এই হাৰে তেতিয়াৰ বোম্বাই ৰাজ্যৰ হাৰৰ পিছতে সৰ্বোচ্চ সংখ্যা ৰূপে স্থান-পাইছিল । ১৯০১ চনত অসমৰ জনসংখ্যা আছিল ৩৮ লাখ ১৪ হেজাৰ ১৮৮ আৰু ১৯৫১ চনত হয়গৈ ৫২ লাখ ২৯ হেজাৰ ৫১৯ । অৰ্থাৎ ৫০ বছৰৰ ভিতৰত শতকৰা ১৩৭ ভাগ পৰিমাণে বাঢ়ে । এই সংখ্যা তেতিয়া ভাৰতৰ সকলো ৰাজ্যতকৈ বেছি আছিল ।

"সেই দেখি দেখা গ'ল যে সুদীৰ্ঘ কাল ধৰি অসমৰ জনসংখ্যা অতি ক্ষিপ্ৰ গতিৰে বাঢ়ি গৈ আছে —— অসমৰ জনসংখ্যাৰ বৃদ্ধিয়ে প্ৰকৃততে বহিৰাগতৰ আগমনৰহে প্ৰতিফলন ঘটাইছে। অৱশ্যে থলুৱা লোকৰ সংখ্যাও বাঢ়িছে । ভাৰতৰ পিয়ল আয়ুক্ত এ- চন্দ্ৰশেখৰে স্বীকাৰ কৰিছিল যে পৰিয়াল পৰিকল্পনা আঁচনিয়ে জনসংখ্যাৰ ক্ষেত্ৰত ৰেখাপাত কৰিব পৰা নাই । অসমতো সেই কথা প্ৰযোজ্য হৈছে বুলি ধৰি লৈয়ো কিন্তু প্ৰশ্ন কৰিব লাগিব —থলুৱা লোকৰ সংখ্যা কিমান বাঢ়িছে? অসমত থলুৱা লোকৰ মাজত জন্মহাৰ বেছি নহয় । ১৯২১ চনৰপৰা ১৯২৫ চনৰ ভিতৰত অসমত জন্মহাৰ আছিল ২৭.৯ । সেইদৰে ১৯২৬ -৩০ চনৰ ভিতৰত ২৬.৯; ১৯৩১-৩৫ চনৰ ভিতৰত ২৬.৫ আৰু ১৯৩৬-৪০ চনৰ

ভিতৰত ২৫.২; আনহাতে ১৯৪১ চনৰপৰা ১৯৪৫ চনৰ ভিতৰত জন্মহাৰ কমি ১৮.৮ হয়গৈ; ১৯৪৬ চনৰপৰা ১৯৫০ চনৰ ভিতৰত সেই হাৰ আৰু কমি ১৫.৫ হযগৈ। এই সমুদায় কালছোৱাৰ আৰু এতিয়াৰ জন্মহাৰ গড় হিচাপ লৈয়ো যদি জনসংখ্যাৰ বৃদ্ধিৰ গড় হিচাপ এটা উলিওৱা হয়, তেন্তে দেখা যাব যে প্ৰকৃত বৃদ্ধিৰ তুলনাত সেই বৃদ্ধি বস্তুত কম হ'ব। ......................... অসমত জনবসতিৰ ঘনতা কম বুলি বাহিৰৰপৰা হিল-দ'ল ভাঙি মানুহ আহিছে—অসমৰ মাটিৰ লোভত। ১৯৬১ চনত অসমত প্ৰতি বৰ্গ মাইলত জনবসতিৰ ঘণতা আছিল ১১২ জন; ১৯৭১ চনত হযগৈ ১৫০ জন। পিছে এই হিচাপে আচল পৰিচয় দিয়া নাই। ১৯৫১ চনৰ পিয়লৰ হিচাপ এটালৈ মন কৰিলেই কথাটো স্পষ্ট হৈ পৰিব। ১৯৫১ চনত অসমৰ ভৈয়াম অঞ্চলৰ জনবসতিৰ ঘনতা ৩৩৯ জন (পৰ্বত অঞ্চলৰ হিচাপ ধৰিলেহে অসমৰ জনবসতিৰ ঘনতা কম যেন দেখা যায়) আৰু সেই সময়ত ভাৰতৰ জনবসতিৰ ঘনতা আছিল ২৮১ জন। ১৯৫১ চনত গোৱালপাৰা জিলাত জনবসতিৰ ঘনতা আছিল ৩৬০ জন। এতিয়া শতকৰা ৪৩.৮৩ ভাগ জনসংখ্যা বঢাৰ ফলত সেই জিলাৰ ঘণতাই কি ভয়াবহ ৰূপ ধাৰণ কৰিছে—সেই কথা অনুমান কৰি ল'বলৈ সমূলি টান নহয়।

"কিন্তু ইয়াৰ প্ৰতিকাৰ একোৱেই নাইনে? অসমৰ হাবি-বন উপান্ত কৰি খেতিৰ মাটিত দুৰ্বহ বোজা বঢাই অসমৰ অৰ্থনীতিক নিঃশেষ কৰি দিয়া হ'বনে? অসমৰ থলুৱা লোকক বহিৰাগতৰ অবাৰিত হেঁচাই মাটি, চাকৰি, অন্যান্য বৃত্তি সকলোৰেপৰা উচ্ছেদ কৰি শেষ কৰি দিবনে? এই প্ৰবল হেঁচাৰপৰা ৰক্ষা পাবলৈ অসমৰ থলুৱা লোকে আত্মৰক্ষাৰ বাবে তোলা ধ্বনিক প্ৰাদেশিকতা-গন্ধী, ঠেক মনোভাব বুলি গঞ্জনা দিয়েই কৰ্তব্য পালন কৰা হ'ব নে? ইয়াৰ উত্তৰ আমাক কোনে দিব? ৰাজ্য চৰকাৰৰ এই ক্ষেত্ৰত একো দায়িত্ব নাই বুলি আমি কেতিয়াও বিশ্বাস নকৰোঁ। ৰাজ্য চৰকাৰৰ মনৰ দুৰ্বলতাই ইয়াৰ বাবে দায়ী।

"ঘৰতে অঘৰী হোৱা থলুৱা লোকৰ আৰ্তনাদ অসম চৰকাৰে শুনা নাই। অথচ অসম চৰকাৰতকৈ বহুত বেছি দৃঢ়তাৰে আৰু বহুত বেছি সাহসেৰে ১৯৫১ চনতে অসমৰ পিয়ল যুগুত কৰা মুৰব্বী অনা-অসমীয়া পদাধিকাৰী, ভাগাইৱালাই তেওঁৰ পিয়লৰ প্ৰতিবেদনত লিখি গৈছিল 'অসমৰ মানুহে যদি নিজৰ ৰাজ্যখনৰ প্ৰকৃতিৰ দানসমূহ ভোগ কৰিব লাগে, তেন্তে প্ৰব্ৰজন নিয়ন্ত্ৰণ কৰা সম্পৰ্কে অসম

চৰকাৰে গভীৰভাৱে বিবেচনা কৰিবই লাগিব।"

পিচে সাহসেৰে খোলোচা কথা কোৱা ভাগাইৱালা কোপ দৃষ্টিত নপৰাকৈ নেথাকিল। বিশেষকৈ থলুৱা লোকৰ স্বাৰ্থত কথা কোৱা বিষয়াৰ ৰক্ষা নাই। ভাগাইৱালাই চাকৰিৰ জখলাইদি উধাব নোৱাৰিলে। ৰাজ্যিক প্ৰশাসনৰ মাজত গঠিত চক্ৰ এটাই ওপৰমহলৰ আশীৰ্বাদ পাই শক্তিশালী স্থিতি এটাত গজগজীয়া হৈ বহি লয়। এই চক্ৰৰ প্ৰতাপত সৎ আৰু ন্যায় বিচাৰ কৰা বিষয়া টিকিব নোৱাৰে। বিচক্ষণ আই চি এছ বিষয়া ডি আৰ কহলি অসমত মুখ্য সচিবো হ'ব নোৱাৰিলে। মূৰকত তেওঁ অসমৰপৰা যাবলগীয়া হ'ল। অথচ দিল্লীত তেওঁ প্ৰতিৰক্ষা সচিব, দিল্লীৰ উপ ৰাজ্যপাল আদিৰ নিচিনা পদৰ বাবেও যোগ্য হ'ল। বালচন্দ্ৰ, আৰ ভি- সুব্ৰহ্মনিয়ম আদি বহুতো বিষয়াৰ নাম ক'ব পাৰি — যিসকলক উল্লেখিত চক্ৰই তৰণি নিদিলে। অসমৰ আন্দোলনৰ সময়ত মুখ্য সচিবৰ পদত থকা পৰম শিৱম কিয় হঠাৎ সেই পদৰপৰা আঁতৰিব লগীয়া হ'ল, সেই কথা আগতেই কৈছোঁ। কে-ডি-এন সিঙৰ নিচিনা বিষয়া ৯ মাহো অসমত টিকিব নোৱাৰিলে। পুলিচ বিভাগতো শীৰ্ষ পদৰ যোগ্য বিষয়াক ভাৰত চৰকাৰৰ অধীনৰ কামলৈ ৰাজ্যৰ বাহিৰলৈ পঠোৱাৰ দেখাৰ উদাহৰণ আছে। আন্দোলনৰ সময়ত অসমীয়া আই- এ-এছ আৰু আই- পি-এছ বিষয়াকো 'আচামী' ৰূপে গণ্য কৰি ৰাজ্যৰ বাহিৰলৈ পঠোৱা হৈছিল।

## 'অসমক বেচিলে কোনে?'

চক্ৰৰ বিষয়াই কৰিব নোৱৰা কাম নাই। ১৯৭৫ চনতে কেন্দ্ৰীয় চৰকাৰে অসম চৰকাৰলৈ ভোটাৰ তালিকাৰপৰা বিদেশী নাগৰিকৰ নাম বাদ দিবৰ বাবে গোপন নিৰ্দেশ পঠাইছিল। শৰৎ চন্দ্ৰ সিংহ মুখ্যমন্ত্ৰীৰ পদত থকা সময়ৰ বিষয়াই সেই নিৰ্দেশ গাপত দি থলে। মুখ্যমন্ত্ৰীয়ে ফুটকে নেপালে। অসমৰ ছবছৰীয়া আন্দোলনৰ সময়ত দৈনিক অসমত ওলোৱা প্ৰধান বাতৰি এটাৰ শিতান আছিল- "অসমক বেচিলে কোনে?" বিদেশী নাগৰিকৰ নাম ভোটাৰ তালিকাৰপৰা বাদ দিয়াৰ নিৰ্দেশ গাপত দিয়াৰ বাবে তেতিয়াৰ মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহক জগৰীয়া কৰি প্ৰকাশ কৰা এই বাতৰিয়ে তোলপাৰ লগাইছিল। অৱশ্যে তাৰ বাবে

তলগুৰীয়াভাৱে মোৰ বিৰুদ্ধে লগা লোকৰ সংখ্যাও কম নাছিল।

## খামি-ডাঠ বিষয়া এতিয়াও আছে

পিচে এয়া মাত্র এটা উদাহৰণ। লোকচক্ষুৰ আঁৰত বিষয়াচক্রই আৰু কিমান কাণ্ড ঘটাইছে, তাৰ হিচাপ নাই। অৱশ্যে খামি-ডাঠ নিষ্ঠাৱান বিষয়া নাই বুলি কোনেও ক'ব নোৱাৰে। সেইসকলেই জনসাধাৰণৰ মনলৈ আশা কঢ়িয়াই আনে। জৰুৰী কর্তৃত্বৰে বলিয়ান হোৱাৰ দিনত এজন বাংলাভাষী উচ্চপদস্থ বিষয়াই (নামটো নক'লো — কিয়নো এইখিনি কথা লিখাৰ সময়লৈকে চাকৰিত থকা বিষয়াজন কেনেবাকৈ কাৰবাৰ কোপদৃষ্টিত পৰিব পাৰে) আই-এ-এছ বিষয়া হিচাপে কৰিবনলগীয়া নিয়ম-বহির্ভূত কামৰ নির্দেশ পাওঁতে জনাই দিছিল-তেওঁ নিয়মৰ কামহে কৰিব, নিয়মৰ বাহিৰৰ কাম নকৰে। তাহানি কংগ্রেছৰ আমোলত উজনি অসম বিভাগৰ বন সংৰক্ষক শশীধৰ ৰাজখোৱাই নিয়ম মানি চলা বাবে চৰকাৰী ৰোষ মূৰ পাতি ল'বলগীয়া হৈছিল। নির্বাচনী পুঁজি গঠন কৰাৰ বাবে বিশেষ বিশেষ লোকক মাত্রাধিক পৰিমাণৰ গছ সংৰক্ষিত হাবিৰপৰা কাটিবলৈ অনুমতি দিবৰ বাবে দিছপুৰৰপৰা নির্দেশ গৈছিল।

সিমানখিনি গছ কাটিবলৈ দিলে সংৰক্ষিত হাবিৰ অপূৰণীয়া ক্ষতি হ'ব কাৰণে ৰাজখোৱা সন্মত নহ'ল। কোনো হেঁচাই তেওঁক টলাব নোৱাৰিলে। ফলত চৰকাৰে তেওঁৰ বিৰুদ্ধে শাস্তিমূলক ব্যৱস্থা ল'লে। পিছত জনতা চৰকাৰৰ দিনতহে ৰাজখোৱা পুনৰ প্রতিষ্ঠিত হ'ল। এই ঘটনা সংক্রান্তত দৈনিক অসমৰ যোৰহাটৰ বাতৰি দিওঁতা বদন বৰুৱাই অদম্য সাহসেৰে একাদিক্রমে দিয়া তথ্যপূর্ণ বাতৰিয়ে ৰাজ্য জুৰি তোলপাৰ লগাইছিল।

# ভিতৰ চ'ৰা

বৃটিছৰ দিনৰ শাসনৰ গুৰি ধৰিছিল আই-চি-এছ প্ৰশাসনীয় সেৱাই। বৃটিছ যোৱাৰ পিছত কিন্তু ভাৰতৰ প্ৰশাসনীয় সেৱাৰ ধৰণ-কৰণ সলনি নহ'ল। অৱশ্যে আই-চি-এছ নামকৰণৰ অন্ত পৰিল। তাৰ ঠাইত হ'ল আই-এ-এছ। অৰ্থাৎ নল মৰি গজালি ওলাল। স্বল্পাৰ্থত ক'বলৈ গ'লে ভাৰতৰ ইচ্ছা-আকাংক্ষা পূৰণ কৰাৰ ক্ষেত্ৰত অন্তৰায় হ'ল-প্ৰশাসনীয় সেৱাৰ গাঁথনিটো। অৱশ্যে এইটো ঠিক যে প্ৰশাসনীয় সংস্কাৰৰ বাবে ইতিমধ্যে বহুতো আয়োগ,কমিটী আদি গঠিত হ'ল-জাপে জাপে প্ৰতিবেদন ওলাল। কিন্তু কাৰ্যতঃ সংস্কাৰ নহ'ল। নহ'বৰ কথাই। কিয়নো প্ৰশাসনীয় সেৱা ইতিমধ্যে ইমান শক্তিশালী স্থিতিত উপনীত হ'ল যে, তাৰ চুলিমানো লৰচৰ কৰিব পৰা সামৰ্থ্য কেন্দ্ৰৰ বা ৰাজ্যৰ কোনো চৰকাৰৰ হাতত নেথাকিল। কেন্দ্ৰত জনতা চৰকাৰ স্থাপিত হোৱাৰ সময়ত পূৰ্বৰ জৰুৰী অৱস্থাৰ সময়ৰ প্ৰশাসনীয় সৌধক লৰচৰ কৰিব নোৱৰা অৱস্থাটোৱেই তাৰ স্পষ্ট উদাহৰণ দাঙি ধৰে। জনতা চৰকাৰক অথৰ্ব কৰি তোলাৰ বাবে আঁৰত চলা প্ৰশাসনীয় সেৱাৰ কাৰ্য-কলাপৰ কথাও স্মৰণ কৰিব পাৰি।

প্ৰশাসনীয় সেৱাই কি ভয়ংকৰ মূৰ্তি ধাৰণ কৰিব পাৰে, তাৰ নিদৰ্শন আমি জৰুৰী অৱস্থাৰ সময়তে পালোঁ। জৰুৰী অৱস্থা নথকা সময়তো প্ৰশাসনীয় সেৱাৰ ধ্যান-ধাৰণা আৰু কাৰ্য-কলাপে জৰুৰী অৱস্থাৰ সময়ৰে প্ৰতিফলন ঘটায়। অসমতো বিদেশী নাগৰিকৰ আন্দোলনৰ কালছোৱাত, ৰাষ্ট্ৰপতিৰ শাসন চলা সময়ত আৰু আনোৱাৰ টাইমুৰৰ কংগ্ৰেছ (ই) চৰকাৰৰ আমোলতো অসমৰ ৰাইজে প্ৰশাসনীয় সেৱাৰ আচল মূৰ্তি দেখিবলৈ পালে।

থলুৱা বিষয়াসকলক আঁতৰাই অসমৰ ইমূৰৰপৰা সিমূৰলৈ, দিছপুৰৰপৰা মহকুমা পৰ্যায়লৈকে আমদানিকৃত আই-এ-এছ বিষয়া আৰু ৰাজ্যৰ বাহিৰৰপৰা অনা অন্যান্য বিষয়াক ৰাজ্যখনত দানৱীয় শাসন, নিষ্পেষণ আৰু আঁহ-ফলা ৰাজনীতিৰ শাসন প্ৰৱৰ্তন কৰাৰ কৰ্তৃত্ব দিয়া হৈছিল। এখন ৰাজ্যৰ সমূহ লোকসমষ্টিকে ভৰিৰে খচকি আই-এ-এছ চক্ৰক এদনীয়া ৰাজত্ব চলাবলৈ যি স্বাধীনতা দিয়া হ'ল, সেয়ে অসমৰ প্ৰশাসনতো বিষ-বাষ্প মেলি থৈ গ'ল। এই বিষাক্ত পৰিৱেশ দূৰ কৰিবলৈ কিমান যুগ লাগিব— সেই কথা কোনেও ক'ব নোৱাৰে।

অৱশ্যে আগৰপৰাই ৰাজ্যিক প্ৰশাসনত সুকীয়া সুকীয়া চুবুৰী আছিল। এটা হ'ল আই-এ-এছ বিষয়াৰ চুবুৰী। এইটো চক্ৰ যিমানে শক্তিশালী হৈ পৰিল, সিমানে উচ্চ পদবোৰ তেওঁলোকৰ কাৰণে এদনীয়া হৈ পৰিল। উপায়ুক্ত, মহকুমাধিপতি আদিৰ পদো তেওঁলোকৰ প্ৰৰোচনাতে তেওঁলোকৰ কাৰণে এদনীয়া কৰি তোলা হ'ল। আনকি নিগম আদি পৰ্যায়ৰ কেতবোৰ পদো তেওঁলোকৰ কাৰণে সংৰক্ষিত হ'ল।

এভাগ আই-এ-এছ বিষয়াই কেনে মানসিক ধাৰণা লৈ ৰাজ্যত কাৰ্যনিৰ্বাহ কৰিছে, তাৰো উদাহৰণ এটা দিব পাৰি। শৰৎ চন্দ্ৰ সিংহ মুখ্যমন্ত্ৰী পদত থকা কালতে এটা ঘটনা ঘটিছিল। ডাক বঙলাৰ এটা কোঠাত এজন আই-এ-এছ বিষয়া আছিল। হঠাৎ সেই কোঠাটো ৰাজ্যৰ মন্ত্ৰী এজনৰ কাৰণে আজৰাই দিবলগীয়া হ'ল। বিষয়াজনক অন্য কোঠা এটালৈ যাবলৈ অনুৰোধ জনোৱাত তেওঁ তাকে কৰিবলৈ অস্বীকাৰ কৰি ক'লে যে কোন মন্ত্ৰীৰ কথা কৈছে তেওঁ চিনি নেপায়। তেওঁ ভাৰতৰ মাত্ৰ এজন মন্ত্ৰীৰ কথা জানে - সেইজনেই হ'ল, কেন্দ্ৰীয় গৃহমন্ত্ৰী। এই প্ৰসংগটোৱেই পিছত পৰিস্থিতি তপত কৰি তুলিছিল যদিও সকলো কথা থাপিথুপি থোৱা হ'ল।

চাকৰিয়ালৰ দ্বিতীয় চুবুৰীটো গঠিত হৈছে ৰাজ্যৰ ৰাজপত্ৰিত বিষয়াৰ পৰ্যায়ৰ চাকৰিয়ালসকলক লৈ। এই দুটা চুবুৰীৰ টনা-আজোৰাত চলা প্ৰশাসনেই ৰাইজৰ শ্বাস ৰোধ কৰি ৰাখিছে আৰু আমি সকলো নিৰুপায় হৈ থাকিবলগীয়া হৈছে।

অসমৰ প্ৰশাসনীয় সেৱাৰ বিষয়াসকলৰ পানীত হাঁহ নচৰা অৱস্থা। তেওঁলোকৰ সেৱাৰ স্বীকৃতি আৰু পদোন্নতিৰ থল ইমান সংকুচিত হৈ পৰিল যে এই হতাশাগ্ৰস্ত বিষয়াসকলক লৈ গঠিত বিষয়াৰ দ্বিতীয়টো চুবুৰী প্ৰথমটো চুবুৰীৰ ওলোটা মুখীয়া হ'ল। সেই দেখি প্ৰশাসনৰ গতিও বাধাগ্ৰস্ত হ'ল আৰু প্ৰশাসন থাকিব লগীয়া একাত্মবোধৰো চৰম আকাল ঘটিল। তাৰ ওপৰত এতিয়া ইতিপূৰ্বে আলোচনা কৰা পৰিৱেশে এইটো পৰিস্থিতি আৰু জটিল কৰি তুলিলে। এই জটিলতাৰ জঁট যেতিয়ালৈকে নেভাগে, তেতিয়ালৈকে অসমৰ প্ৰশাসনীয় সেৱা নিৰেমাৰী নহয়। ৰাইজৰ ইচ্ছা-আকাংক্ষা, অনুভূতিৰ খবৰ নৰখা, অকল দিল্লীৰ আশীৰ্বাদ-পুষ্ট বিষয়াৰ

ভৱিষ্যতে ৰাজ্য এখনক আগবঢ়াই নিয়াটো অসম্ভৱ। এই বিষয়ত সংস্কাৰ লাগিবই; থলুৱা যোগ্য বিষয়াসকলক স্বীকৃতি দিবই লাগিব। সেই দেখি ন্যস্ত স্বাৰ্থই ওপৰৰ পদবোৰৰ কাৰণে কৰা ব্যৱস্থাৰ পৰিৱৰ্তন অত্যাৱশ্যকীয়। তদুপৰি ৰাজ্যখনৰ আই-এ-এছ বিষয়াৰ আমদানিৰ সংখ্যা কঠোৰভাৱে নিৰূপিত হ'ব লাগিব। এই ক্ষেত্ৰত ৰাজ্য চৰকাৰে ভয়াতুৰৰ ভূমিকা ন'লৈ মেৰুদণ্ড পোন কৰি নিজৰ দাবী প্ৰতিপন্ন কৰিব পাৰিব লাগিব।

ইতিমধ্যে অসম পুলিচক কি অধঃপতিত স্থানলৈ অৱনমিত কৰা হ'ল, তাক আমি ৰাষ্ট্ৰপতিৰ শাসনৰ কালত আৰু ছবছৰীয়া আন্দোলনৰ সময়ত থকা কংগ্ৰেছ (ই) চৰকাৰ কেইটাৰ দিনতে দেখা পালোঁ। চি আৰ পি সৰ্বস্ব নীতি অনুসৰণ কৰি, অসম পুলিচৰ লোকক তৃতীয় শ্ৰেণীলৈ অৱনত কৰি, হিৰণ্য কুমাৰ ভট্টাচাৰ্যৰ নিচিনা উচ্চপদস্থ পুলিচ বিষয়াৰ প্ৰতি কৰা অন্যায়ে (সেইটো ইতিমধ্যে প্ৰমাণিত হৈছে; কিয়নো উচ্চস্তৰৰ বিচাৰৰ মূৰত দিয়া ৰায়ত ভট্টাচাৰ্যৰ বৰ্খাস্তকৰণ অবৈধ বুলি প্ৰতিপন্ন কৰি তেওঁক পুনৰ পুলিচৰ যোগ্য স্থানত চাকৰি দিবলৈ কোৱা হৈছিল) অসম পুলিচৰ মেৰুদণ্ড ভাঙি দিলে। তেওঁলোকক আগৰ স্থিতিলৈ নিবলৈ যথেষ্ট সময় লাগিব।

# জনজাতীয় ৰাইজক লৈ টনা-আজোৰা

জনজাতীয় ৰাইজক লৈ টনা-আজোৰা লগাই ৰাজনৈতিক মুনাফা আদায় কৰাৰ প্ৰয়াস অসমত চলিয়েই আছে । দেশৰ স্বাধীনতাৰ আগমুহূৰ্তত দেশৰ বিভাজনৰ দাবী উঠোতে সৰ্বভাৰতীয় মুছলিম লীগৰ কৰ্তা জিন্না চাহেবেও অসমৰ জনজাতীয় লোকক আজুৰিবলৈ চেষ্টা কৰিছিল। ৰাজ্য পুনৰ গঠন আয়োগ গঠন হওঁতে, অসমৰ মাধ্যম আন্দোলন চলোতে — ইত্যাদি বিভিন্ন প্ৰসঙ্গত অসমৰ জনজাতীয় ৰাইজক ফালি নিয়াৰ উদ্দেশ্যেৰে নানান অপপ্ৰচাৰ চলোৱা হৈছিল ।

## গোহাৰি — জনজাতীয় ৰাইজলৈ

এনেবোৰ প্ৰসঙ্গতে ১৯৭২ চনত "দৈনিক অসম"ত "গোহাৰি-জনজাতীয় ৰাইজলৈ" - এই শিতানত এটা সম্পাদকীয়ৰ যোগেদি কিছুমান কথা নিবেদন কৰা হৈছিল । তাৰে কিছু অংশ দোঁহাৰিব খুজিছোঃ — "ভৈয়ামৰ জনজাতীয় ৰাইজৰ মাজত থকা সমস্যাবোৰ সমাধান কৰাৰ বাবে যিখিনি চেষ্টা চলাব লাগিছিল, সেইখিনি চেষ্টা নচলোৱা বাবে তেওঁলোকৰ মাজত বিতুষ্টিৰ ভাব বাঢ়ি যাবলৈ ধৰিলে । বিশেষকৈ মাটিৰ সমস্যা, অৰ্থনৈতিক সংস্থাপনৰ কথা- এই ক্ষেত্ৰত বিশেষভাৱে উল্লেখযোগ্য । এই বিতুষ্টিৰ পূৰ্ণ সুযোগ স্বাৰ্থ-জড়িত মহল কিছুমানে লয় । ভৈয়ামৰ এভাগ জনজাতিৰ নেতৃত্বৰ ওপৰত পশ্চিমবঙ্গৰ এটা মহলে প্ৰভাৱ বিস্তাৰ কৰি তেওঁলোকক অবাটে নিবলৈ চেষ্টা কৰে । আনহাতে মিছনেৰী মহল এটাৰ কাৰ্য-কলাপো সন্দেহাতীত হৈ থকা নাই । ৰাজ্যৰ বিশেষ কেতবোৰ ঠাইত সেইটো মহলেও জনজাতীয় ৰাইজক ৰাজ্যখনৰ জীৱন-প্ৰৱাহৰ পৰা আঁতৰাই নিবৰ বাবে তলে তলে পৰিকল্পিত প্ৰচেষ্টা চলাই আহিছে । এই প্ৰসঙ্গতে গোৱালপাৰা জিলাৰ কথা উল্লেখ কৰিব পাৰি । সেইখন জিলাত ১৯৬১-৭১ চনৰ ভিতৰত খ্ৰীষ্টান লোকৰ বৃদ্ধিৰ হাৰ ৫৪.৮২% । কোন সকল লোক ধৰ্মান্তৰ হৈছে — সেই কথা মনত পেলালেই বুজিব পৰা যাব যে সেইখন জিলাত পৃথক মনোভাব বঢ়াৰ গুৰিত ৰাজ্যৰ বাহিৰৰ স্বাৰ্থজড়িত মহলৰ লগতে ধৰ্মীয় মহল এটায়ো প্ৰৰোচনা যোগায় ।

"তদুপৰি আৰু কেতবোৰ কথাৰ প্ৰভাৱো নপৰা নহয় । পূব ভাৰতত — বিশেষকৈ অসমৰ ক্ষেত্ৰত -কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰে এনে কেতবোৰ ব্যৱস্থা লৈ আহিছে, যাৰ ফলত পৃথক মনোভাৱে গা কৰিবলৈহে উৎসাহ পাইছে । এই ক্ষেত্ৰত চৰকাৰৰ তথা নেতৃবৰ্গৰ যিখিনি সচেতনতা দেখিবলৈ পাব লাগিছিল, সেই সচেতনতা পৰিলক্ষিত হোৱা নাই । তদুপৰি সাংবিধানিক ব্যৱস্থা মতে জনজাতীয় ৰাইজৰ কাৰণে যিখিনি কাম কৰিব লাগিছিল —— সেই ক্ষেত্ৰতো গোঁজ পোতা স্বাৰ্থ এটাই গঢ় লোৱাত প্ৰকৃততে সৰ্বসাধাৰণ জনজাতীয় ৰাইজৰ নেতৃত্বও কম দায়ী নহয় । .....

....."গোৱালপাৰা জিলাৰ যি গুৰুতৰ সমস্যা হৈছে, সেই সমস্যাৰ ফলত সেই জিলাৰ অন্যান্য ৰাইজৰ লগতে বড়ো ৰাইজো কঠিন সমস্যাৰ গৰাহত পৰিছে – সেই কথা আমি স্বীকাৰ কৰিবই লাগিব । কিন্তু সেয়ে অসমীয়া ৰাইজ আৰু অসমীয়া ভাষাৰ উপদ্ৰৱৰ ফলত হৈছে জানো? কেতিয়াও নহয় । যিবোৰ সমস্যাই জিলাখনত হেঁচা পেলাইছে —— তাৰ প্ৰভাৱ সকলোৰে ওপৰত পৰিছে । জিলাখনত জনবসতিৰ ঘনতা ক্ৰমে বাঢ়ি গৈছে -১৯১ (১৯২১), ২২২ (১৯৩১), ২৫৪ (১৯৪১), ২৭৮ (১৯৫১)। তাহানিৰেপৰা এই হাৰত বাঢ়ি গৈছে । ১৯৭১ চনৰ পিয়ল মতে কোকৰাঝাৰ মহকুমাত জনবসতিৰ ঘনতা ১৫১; আনহাতে ধুবুৰী আৰু গোৱালপাৰা মহকুমাৰ ঘনতা যথাক্ৰমে ৩১০ আৰু ২৩৩; সেই দেখি আপেক্ষিকভাৱে কম ঘনতা থকা কোকৰাঝাৰ মহকুমাত নতুন হেঁচা পৰাটো স্বাভাৱিক আৰু তাৰ ফলত সেই অঞ্চলৰ জনজাতীয় ৰাইজ আৰু বেছি সমস্যাৰ গৰাহত পৰিব । পিছে তাৰ বাবে অসমীয়া ৰাইজক জগৰীয়া কৰিব পাৰিবনে ? গোৱালপাৰা জিলাত :হোৱা প্ৰৱাহ ক'ৰপৰা আহিছে -- সেই কথা সকলোৱে জানে । ১৯৭১ চনৰ পিয়ল মতে পাৰ্বত্য অঞ্চলৰ ভিতৰত মিকিৰ পাহাৰতে জনসংখ্যা বৃদ্ধিৰ হাৰ আটাইতকৈ বেছি (৬৮.২৪%) আৰু ভৈয়াম অঞ্চলৰ ভিতৰত গোৱালপাৰা জিলাতে সৰ্বাধিক (৪৪.১২%) । ফলত এই দুয়োটা অঞ্চলতে অৰ্থনৈতিক দুৰ্যোগ বাঢ়িছে । গোৱালপাৰা জিলাত বহিৰাগত ভাগ্য-অন্বেষণকাৰী জিৰণীয়া লোকৰ বৰ্দ্ধিত সংখ্যাৰো হেঁচা যে বাঢ়িছে তাৰ ইংগিত এটা পোৱা যাব – প্ৰতি হেজাৰ পুৰুষৰ মাজত থকা নাৰীৰ হিচাপলৈ মন কৰিলেই । ১৯৭১ চনৰ পিয়ল

মতে অসমৰ সামগ্ৰিক হিচাপ মতে প্ৰতি হেজাৰ পুৰুষৰ মাজত ৯০১ গৰাকী নাৰী; কিন্তু গোৱালপাৰা জিলাত সেই হাৰ হ'ল এনে ধৰণৰ – কোকৰাঝাৰ মহকুমা ৭৪৬; ধুবুৰী মহকুমা ৭৫৫ ; গোৱালপাৰা মহকুমা ৮০৭ । অৱশ্যে ১৯৫১ চনৰ পিয়লৰ প্ৰতিবেদনত আৰু স্পষ্টকৈ জিলাখনৰ সমস্যাৰ বিশ্লেষণ দাঙি ধৰিছিল —— তাত কোৱা মতে বঙ্গৰ দাঁতিকাষৰীয়া দক্ষিণ-পশ্চিম অঞ্চলতে (গোৱালপাৰা জিলাৰ) জনবসতিৰ ঘনতা আটাইতকৈ বেছি । জিলাৰ অৰ্দ্ধেক অংশই তিনি চতুৰ্থাংশ লোকৰ ভাৰ বহন কৰিছে। ১৯৫১ চনৰ পিয়লতে এই কথাও কোৱা হৈছিল যে জিলাখনৰ বিকাশৰ গতি মন্থৰ হোৱাৰ অন্যতম কাৰণ হ'ল - জনসংখ্যা বিপুল পৰিমাণে বঢ়াটো। লগতে সেইখন পিয়লৰ প্ৰতিবেদনতে কোৱা হৈছিল যে সম্ভৱতঃ অৰ্থনৈতিক কাৰণতে সেই জিলাৰ জনজাতীয় ৰাইজৰ কিছুমান কামৰূপ আৰু নগাঁও জিলালৈ উঠি যায় ।

"এতেকে গোৱালপাৰা জিলাৰ ৰাইজ তথা বড়ো প্ৰমুখ্যে জনজাতীয় ৰাইজৰ সমস্যাৰ উৎস ক'ৰবাতহে — এই সমস্যাই গঢ় লোৱাও বহুত দিন হ'ল । এনে স্থলত কোনোবাই মুনাফা আদায় কৰাৰ বাবে মূল সমস্যাৰপৰা দৃষ্টি আঁতৰাই জনজাতীয় ৰাইজক অবাটে যাবলৈ প্ৰৰোচিত কৰিলে আৰু তাতে পতিয়ন গ'লে জনজাতীয় ৰাইজৰ সমস্যাৰ সমাধান নহয় । ....... সেই দেখি আমি ভৈয়ামৰ জনজাতীয় ৰাইজক সতৰ্ক হ'বলৈ সঁকীয়াই দিলোঁ । যিসকলৰ প্ৰৰোচনাই গোৱালপাৰা জিলাতে জনজাতীয় ৰাইজৰ একাংশৰ মাজত পৃথক মনোভাব লোৱাৰ বীজ পোনতে সিঁচাটো সম্ভৱপৰ কৰিলে -সেইসকলৰ ভূমিকাকে সেইখন জিলাৰ পৰাই উদ্‌ঘাটন কৰি নেচায় কিয় ? সেই অঞ্চলৰ ৰেলৰ চাকৰি গোগ্ৰাসে কোনে গিলিছে ? জিলাখনৰ সীমাবদ্ধ সংখ্যাৰ উদ্যোগ প্ৰতিষ্ঠান, বাণিজ্যিক প্ৰতিষ্ঠান আদিত কেইজন জনজাতীয় আছে ? তাত কাৰ প্ৰাধান্য চলিছে? সেই জিলাৰ জনজাতীয় ৰাইজ ভূমিহীন হৈ ঘৰতে অঘৰী হ'বলগীয়া হৈছে – কোনবোৰ চক্ৰৰ ক্ৰিয়া-কলাপৰ ফলত ? মাটি কাৰ হাতলৈ গৈছে ? এইবোৰ প্ৰশ্নৰ উত্তৰ বিচাৰক । আমাৰ অনুৰোধ - সময় থাকোতেই জনজাতীয় ৰাইজে ভাবি চাওক - পিছত বহুত পলম হৈ যাব । "

# নিৰ্বাচনী আয়ুক্তৰ ভূমিকা

১৯৭৮ চনৰ ২৪ অক্টোবৰৰপৰা ২৬ অক্টোবৰলৈ উটকামণ্ডত বহা মুখ্য নিৰ্বাচনী বিষয়াসকলৰ সভাত ভাৰতৰ মুখ্য নিৰ্বাচনী আয়ুক্ত এছ-এল- ছাকধেৰে বিশেষকৈ উত্তৰ-পূব অঞ্চলত ব্যাপকভাৱে বিদেশী নাগৰিকৰ নাম ভোটাৰ তালিকাত সোমোৱাৰ ফলত দেখা দিয়া সমস্যাৰ কথা উল্লেখ কৰি কৈছিল যে কিছুমান ৰাজ্যত — বিশেষকৈ উত্তৰ-পূব অঞ্চলত — ভোটাৰ তালিকাত ব্যাপকভাৱে বিদেশী নাগৰিকৰ নাম অন্তৰ্ভূক্ত হোৱা বুলি উদ্বেগজনক বাতৰি পোৱা গৈছে। ১৯৬১ চনৰ জনসংখ্যাতকৈ ১৯৭১ চনৰ পিয়লত জনসংখ্যা ৩৪.৯৮% বঢ়াৰ বাতৰি এটাও পোৱা গৈছে। চুবুৰীয়া দেশৰ পৰা ব্যাপকভাৱে প্ৰব্ৰজন হোৱা বাবেই এনে হাৰত বৃদ্ধি হোৱা বুলি গণ্য কৰা হৈছে।

মুখ্য নিৰ্বাচনী আয়ুক্তই লগতে কয় -"দুটা পিয়লৰ মাজৰ সময়ছোৱাত ৩৪.৯৮% বৃদ্ধি হোৱাৰ ভিত্তিত এই বুলি হিচাপ কৰিলে ভুল হ'ব বুলি নেভাবো যে ১৯৯১ চনৰ পিয়লত ওলাবলগীয়া সংখ্যা ১৯৬১ চনৰ পিয়লৰ বৃদ্ধিৰ হাৰতকৈ শতকৰা এশ ভাগৰ অধিক হ'বগৈ। আন কথাত ক'বলৈ গ'লে ৰাজ্যৰ জনসংখ্যাৰ সংখ্যাগৰিষ্ঠ ভাগ নহ'লেও বুজন ভাগ এটা হ'ব - এই বিদেশী নাগৰিকসকল।"

## উদ্বেগজনক

মুখ্য নিৰ্বাচনী আয়ুক্তগৰাকীৰ তাতোকৈ তাৎপৰ্যপূৰ্ণ মন্তব্য হ'ল - "এই ক্ষেত্ৰত আন এটা উদ্বেগজনক কথা হ'ল -এনে প্ৰব্ৰজনকাৰী যিসকল লোক ভাৰতীয় নাগৰিক নহয়, তেওঁলোকৰ বিষয়ে কোনো প্ৰশ্ন নুতুলি, তেওঁলোকৰ নাগৰিকত্ব সম্পৰ্কে নিৰ্ণয় নকৰাকৈ তেওঁলোকৰ নাম ভোটাৰ তালিকাত ভৰাবলৈ ৰাজনৈতিক দলবোৰে দাবী তুলিছে। এইটো অতি গুৰুতৰ কথা। সেই দেখি পৰিস্থিতিৰ গভীৰতালৈ চাই কঠোৰ আৰু

ফলদায়ক ব্যৱস্থা হাতত লোৱাটো প্ৰয়োজনীয় ।" .......

## খোপনি নৰ'ল

কিন্তু মুখ্য নিৰ্বাচনী আয়ুক্ত ছাকধেৰে নিজৰ খোপনি ৰাখিব নোৱাৰিলে । পিছলৈ তেওঁ লুটি-বাগৰ মাৰিলে; সময়ত পৰস্পৰ-বিৰোধী মন্তব্য কৰিলে । তেওঁৰ পৰৱৰ্তী মুখ্য নিৰ্বাচনী আয়ুক্তসকলেও চালেবেৰে কোবাই সময় পাৰ কৰিলে । অসমৰ ভোটাৰ তালিকা শুধৰোৱাৰ নামত, বিদেশী নাগৰিকৰ নাম ভোটাৰ তালিকাৰপৰা বাদ দিয়াৰ নামত যি ৰাষ্ট্ৰীয় ব্যভিচাৰ চলিল তাৰ তুলনা নাই । স্বৰাষ্ট্ৰ দপ্তৰ, নিৰ্বাচনী আয়োগ, বিভিন্ন ৰাজনৈতিক দল আদিয়ে বিদেশী নাগৰিকৰ পক্ষাৱলম্বন কৰি যি ৰাষ্ট্ৰ-বিৰোধী কাৰ্য কৰিলে, তাৰ পৰিণামত এদিন তাহানিৰ ছুডেটানলেণ্ডৰ দৰে সমস্যাই অসমক গিলিপ মাৰি ধৰি ভাৰতৰ মানচিত্ৰৰপৰা অসমক মচি পেলালে সেই কলংকৰ বোজা এই সকলো পক্ষই বহন কৰিব লাগিব ।

নিৰ্বাচনী আয়োগে ভোটাৰ তালিকা শুধৰোৱাৰ বাবে পৰস্পৰ-(বিৰোধী বিভিন্ন নিৰ্দেশনা দি যি বিভ্ৰান্তিৰ সৃষ্টি কৰিলে, তাৰ ফলত বিদেশী নাগৰিকৰ নাম বাদ দিয়াটো দূৰৰ কথা, বহুতো বিদেশী নাগৰিকৰ নাম ভোটাৰ তালিকাত নতুনকৈ সোমোৱাৰ বাটহে ওলাল !

হীৰালাল পাটোৱাৰীৰ মৃত্যু হোৱাৰ ফলত মঙলদৈ সংসদী সমষ্টিৰ আসনখন ১৯৭৯ চনৰ মাৰ্চ মাহত খালী হ'ল । সেই বছৰৰে এপ্ৰিল মাহত নিৰ্বাচনী আয়োগে সেই সমষ্টিৰ উপনিৰ্বাচনৰ বাবে ভোটাৰ তালিকা সংশোধন কৰাৰ বাবে নিৰ্দেশ দিয়াত শুধৰণিৰ কালছোৱাত অসংখ্য বিদেশী নাগৰিকৰ নাম ভোটাৰ তালিকাত সোমোৱাটো প্ৰমাণিত হ'ল । তেতিয়াই হৈ-চৈ আৰম্ভ হ'ল । ভাৰতীয় নাগৰিকৰ নাম বাদ দিয়া বুলি মিছা অজুহাত দেখুৱাই স্বাৰ্থজড়িত মহলে যি ৰাষ্ট্ৰ-বিৰোধী কাৰ্য-কলাপ চলালে, তেনে কাৰ্যই 'ৰজা-ঘৰ', ৰাজনৈতিক দল আদিৰ সমৰ্থন পালে । অৱশ্যে পৰৱৰ্তী সমুদায় কালছোৱাত এনে কাৰ্য অব্যাহত থাকিল । ফলত অসমৰ ভোটাৰ তালিকা অশুদ্ধ হৈ থাকিল ।

## পশ্চাৎঘাতী কাৰ্য

অৱশ্যে আমোলাতন্ত্ৰৰ ভিতৰৰপৰাও নানান পশ্চাৎঘাতী কাৰ্য চলি

থাকিল । ১৯৪১ আৰু ১৯৫১ চনত ৰাষ্ট্ৰীয় পঞ্জী ৰখা হৈছিল । এই পঞ্জী নাগৰিকত্বৰ বিচাৰৰ ক্ষেত্ৰত এখন নিৰ্ভৰযোগ্য দলিল আছিল । কিন্তু পিছলৈ তেনে পঞ্জী ৰখা ব্যৱস্থাই বাতিল হৈ গ'ল । অকল সেয়ে নহয়, পূৰ্বৰ ৰাষ্ট্ৰীয় পঞ্জীৰ নকলো বিচাৰি পাবলৈ নোহোৱা হ'ল । আনকি ভিত্তি হিচাপে লৈ ভোটাৰ তালিকা শুধৰাবৰ কাৰণে পূৰ্বৰ নিৰ্বাচনৰ সময়ৰ ভোটাৰ তালিকাও হেৰাল ! এনেবোৰ অদৃশ্য হাতৰ খেলে আমাৰ সমস্যা আৰু বঢ়ালে ।

এই প্ৰসঙ্গতে ১৯৭৯ চনৰ ৩০ অক্টোবৰৰ দিনা মুখ্য নিৰ্বাচনী আয়ুক্ত এছ-এল-ছাকধেৰে তেতিয়াৰ এম-পি অজিত কুমাৰ শৰ্মালৈ (ৰাজ্য সভাত থকা অসমৰ সদস্য) লিখা এখন চিঠিৰ কেইষাৰমান কথা তুলি দিয়াৰ লোভ সামৰিব নোৱাৰিলোঁ । মুখ্য নিৰ্বাচনী আয়ুক্তই লিখিছিল -("It is no doubt true that I advocated the maintenance of a national register or a house list on the basis of which the electoral rolls would be prepared containing names of only eligible persons. I requested the Government of Assam in 1978 to take necessary steps in thats direction. But for reasons best known to them, no action has been taken by that government, ...."

পিছত অৱশ্যে নিৰ্বাচনী আয়োগে এই সম্পৰ্কত নিজৰ স্থিতি আৰু সলনি কৰিলে । ১৯৭৯ চনৰ ২৫ অক্টোবৰ তাৰিখে এম-পি অজিত কুমাৰ শৰ্মালৈ ভাৰতৰ নিৰ্বাচনী আয়োগৰ সচিব কে -গণেশনে এই বুলি লিখিলে ....."It is for the Home Ministry to undertake the preparation of the National Register and the electoral machinery is not empowered or equipped to undertake the preparation of such a register."

কিন্তু নিৰ্বাচনী আয়োগে অসমৰ ভোটাৰ তালিকা শুধৰোৱাৰ ক্ষেত্ৰত মুখা খুলি দিলে । কোনো বিশেষ স্বাৰ্থৰ সন্তুষ্টিৰ হকে পক্ষপাতমূলক আচৰণ কৰাৰ উপৰিও আয়োগৰ ওপৰত আইনগতভাৱে ন্যস্ত হোৱা অধিকাৰ অনুসৰি কাৰ্য ব্যৱস্থা হাতত লোৱাৰপৰাও আয়োগ পিচ হুঁহকি

গ'ল । এই ক্ষেত্রত কেন্দ্রীয় গৃহমন্ত্রী দপ্তৰেও আয়োগৰ লগতে হাত উজান দিলে । ১৯৮৩ চনত বলপূৰ্বকভাৱে অসমত নিৰ্বাচন পতাৰ কলংকৰ বোজা নিৰ্বাচনী আয়োগ আৰু কেন্দ্ৰীয় গৃহমন্ত্ৰী দপ্তৰেও মূৰ পাতি ল'ব লাগিব ।

ভোটাৰ তালিকা শুধৰণিৰ নামতো পৰৱৰ্তী সমূদায় কালত নিৰ্বাচনী আয়োগে পৰস্পৰ-বিৰোধী বিভিন্ন নিৰ্দেশনাৰে বিভ্ৰান্তিৰ সৃষ্টি কৰি প্ৰকৃতাৰ্থত ভোটাৰ তালিকা শুধৰোৱাৰ কামটো ভেকোভাওনাত পৰিণত কৰিলে । বিদেশী অনুপ্ৰৱেশকাৰীৰ নাম বাদ পৰিলেই সংখ্যালঘুৰ ওপৰত অত্যাচাৰ চলা বুলি ধ্বনি তোলাটো ফেচনত পৰিণত হ'ল । অৱশ্যে এই ক্ষেত্ৰত অসম প্ৰদেশ কংগ্ৰেছই নেতৃত্ব বহন কৰিছিল । ১৯৭৯ চনতে অসম প্ৰদেশ কংগ্ৰেছৰ তৰফৰপৰা মুখ্য নিৰ্বাচনী আয়ুক্তলৈ লিখিছিল যে মঙলদৈ সংসদী সমষ্টিৰ ৫০ হেজাৰ 'সংখ্যালঘু'ৰ নাম ভোটাৰ তালিকাৰপৰা বাদ দিয়া হৈছে । লগে লগে প্ৰতিবাদৰ জাউৰি উঠিল । তেতিয়াৰপৰাই অনুপ্ৰৱেশকাৰী বিদেশী নাগৰিকক সংখ্যালঘু ভাৰতীয়লৈ 'প্ৰমোচন' দি বিভিন্ন সংগঠনে হৈ-চৈ লগাবলৈ ধৰিলে ।

# অনুপ্ৰৱেশকাৰী

অনুপ্ৰৱেশকাৰীসকলে বিভিন্ন মহলৰপৰা প্ৰশ্ৰয় পাইছে । বাংলাদেশ আৰু অসমত থকা দালালৰ ভূমিকা এই ক্ষেত্ৰত বিশেষভাৱে উল্লেখযোগ্য । তেওঁলোকে পৰিকল্পিতভাৱে সকলো আয়োজন কৰে (এই ক্ষেত্ৰত টকা-পইচাৰ যথেষ্ট লেন-দেন হয়) আৰু সেই মতে বিশেষ বিশেষ ঠাইলৈ তেনেলোকক চালান দি তাৰপৰা চামে চামে লোকক বিভিন্ন ঠাইলৈ পঠায় । এইবোৰ মানুহে ৰেচন কাৰ্ড, অসমৰ স্কুলত ল'ৰা-ছোৱালী পঢ়াৰ প্ৰমাণ-পত্ৰ, তৌজি ৰচিদ আদি পোৱাৰ ব্যৱসায়ো ব্যাপক ভিত্তিত চলাইছে। তদুপৰি সস্তীয়া শ্ৰমিকৰ লোভত পৰি ঠিকাদাৰসকলেও অনুপ্ৰৱেশকাৰীক 'ভাৰতীয়' কৰাৰ বাবে হাত উজান দিছে । সৰ্বোপৰি ভোট-বেংকৰ পৰিপুষ্টিৰ বাবে কংগ্ৰেছকে ধৰি কেইবাটাও ৰাজনৈতিক দলেও অনুপ্ৰৱেশকাৰীক ব্যাপক ভিত্তিত ৰক্ষণাবেক্ষণ দিছে । ইতিমধ্যে অসমত থিতাপি লোৱা বাংলাদেশী অনুপ্ৰৱেশকাৰীসকলেও নৱাগত অনুপ্ৰৱেশকাৰীক সকলো ধৰণেৰে ৰক্ষণাবেক্ষণ দিয়ে । এই সমস্যা ইমান গভীৰ হৈ পৰিছে যে অসমত বাংলাদেশী অনুপ্ৰৱেশকাৰী নাই বুলি ওকালতি কৰা কলিকতীয়া কাকত আনন্দ বাজাৰ পত্ৰিকাই ১৯৮৭ চনৰ ২৪ ছেপ্টেম্বৰ তাৰিখে চোৰাংচোৱা বিভাগৰ প্ৰতিৱেদনৰ উদ্ধৃতি দি এইমৰ্মে বাতৰি উলিয়াইছিল যে চোৰাংচোৱা বিভাগৰ মতে পশ্চিম বঙ্গত অনুপ্ৰৱেশ কৰা সকলক ভাৰতীয় সকলেই প্ৰশ্ৰয় দিছে - কাৰণ তেওঁলোকক সস্তাত শ্ৰমিক হিচাপে কামত লগাব পাৰিব ।

## আনকি পশ্চিম বঙ্গতো

আনকি অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনক 'পিকনিক' বুলি পেংলাই কৰা পশ্চিম বঙ্গৰ মুখ্যমন্ত্ৰী জ্যোতি বসুৱেও কেন্দ্ৰীয় গৃহমন্ত্ৰীলৈ দিয়া চিঠিত ('দি ষ্টেটছমেন' ২৫ ফেব্ৰুৱাৰী ১৯৭৮) জনাইছিল যে বাংলাদেশী নাগৰিকৰ অবিৰত সোঁত পশ্চিমবঙ্গলৈ বৈ আছে । তেওঁলোকৰ

সৰহভাগৰে পাৰপত্ৰ আৰু ভিছা আছে । কিন্তু তেওঁলোকৰ বিপুল সংখ্যক লোকে 'ভিছা'ৰ সময় উকলি যোৱাৰ পিছতো উলটি নগৈ পশ্চিম বঙ্গতে বসবাস কৰে । এই সম্পৰ্কত কেন্দ্ৰীয় চৰকাৰে কিবা ব্যৱস্থা ল'ব লাগে। মুখ্যমন্ত্ৰীগৰাকীয়ে লগতে কয় যে 'ভিছা'ত ভাৰতৰ যি ঠিকনা দিয়ে, সেই ঠিকনাত সেইসকল লোকক বিচাৰি পোৱা নেযায় । (পশ্চিম বঙ্গৰ মুখ্যমন্ত্ৰীগৰাকীয়ে যি সাহসেৰে সত্যৰ মুখামুখি হৈ নিজৰ ৰাজ্যখনৰ সমস্যাৰ বিষয়ে কেন্দ্ৰক অৱগত কৰিলে, সেই সাহসৰ চিন-মোকাম কিন্তু অসমৰ কোনো মুখ্যমন্ত্ৰীৰ ক্ষেত্ৰতে পৰিলক্ষিত নহ'ল । তেওঁলোকে প্ৰকৃত সমস্যাৰ কথা কেন্দ্ৰক জনোৱাটো দূৰৰ কথা, অসমত অনুপ্ৰৱেশ ঘটাৰ বিষয়ে অতিৰঞ্জিতভাৱে ৰটনা কৰা হৈছে বুলি অনুপ্ৰৱেশকাৰী বাংলাদেশীৰ হৈ জনসম্পৰ্কৰক্ষী বিষয়াৰ ভূমিকা লোৱাহে দেখা গ'ল ।)

## ভোটৰ অংক

ভোটৰ অংকই অসমৰ ৰাজনৈতিক বিচক্ষণতাক ভোটা কৰাৰ দেখাৰ উদাহৰণ ওলাব । গ্ৰুপিং প্ৰস্তাৱৰ বিৰুদ্ধে সিংহ-বিক্ৰম দেখুৱাই যুঁজা স্বৰ্গীয় গোপীনাথ বৰদলৈ কিন্তু পৰৱৰ্তী কালত সিমান বিক্ৰমেৰে যুঁজিবলৈ সমৰ্থ নহ'ল । অসমে ভগনীয়া গ্ৰহণ কৰা, মাটিৰ খঁকত হিল-দ'ল ভাঙি অসমলৈ অহাসকলৰ বিৰুদ্ধে কঠোৰ ব্যৱস্থা লোৱা – ইত্যাদি বিভিন্ন ক্ষেত্ৰত ভোটৰ অংক মিলাবলগীয়া হোৱাত আপোচেই একমাত্ৰ সাৰথি হ'ল। তথাপি বৰদলৈৰ এটা বিশেষ স্থিতি আছিল – অকল অসমতে নহয়, অসমৰ বাহিৰতো । ৰাইজৰ সমৰ্থনপুষ্ট, অবিসম্বাদী নেতৃত্বৰ একমাত্ৰ উদাহৰণ আছিল বৰদলৈ । তাৰ পিচৰপৰা কিন্তু অৱক্ষয় আৰম্ভ হ'ল । শাসকদলৰ মাজত গোষ্ঠীবাদৰ টনা-আজোৰা চলিল; ক্ষমতাৰ সমীকৰণৰ অংক সুকীয়া হ'ল - নতুন শক্তিকেন্দ্ৰ সৃষ্টি হ'ল । ইপিনে দিল্লীত দৰবাৰ পাতি মুখ্যমন্ত্ৰী ভঙা-পতা কৰাৰ ব্যৱস্থা প্ৰৱৰ্তিত হ'ল - নেতৃত্বৰ প্ৰশ্নটোৰ মধ্য বিন্দু দিল্লীলৈ স্থানান্তৰিত হ'ল । ভাগে ভাগে যোৱা নেতাই নালিচ পেচ কৰি নেতৃত্বৰ ভাগ্য নিৰ্ণয় কৰাত গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰিবলৈ পালে আৰু এই ক্ষেত্ৰত দিল্লীৰ কংগ্ৰেছ নেতৃত্বৰ পৰাও প্ৰশ্ৰয় পালে ।

এইদৰে ৰাজ্যৰ নেতৃত্ব দিল্লীৰ নেতৃত্বৰ আঠুৱা তলৰ মহ হৈ পৰিল ।

## দুৰ্বল নেতৃত্ব

তাৰ ফলত ৰাজ্যৰ নেতৃত্ব দুৰ্বল হৈ পৰিল; গোষ্ঠীবাদৰ প্ৰাধান্য বাঢ়িল; ৰাইজৰ ইচ্ছা-আকাংক্ষাৰ কথা ক'বৰ বেলিকা ৰাজ্যিক নেতৃত্বৰ মুখৰ মাত হৰিল । ইপিনে নতুন নতুন শক্তি-কেন্দ্ৰৰ পাশা খেলৰ মাত্ৰাও বাঢ়িল। এনেবোৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ বলি হোৱা লোকৰ সংখ্যাও বাঢ়িবলৈ ধৰিলে । আনকি দেৱেশ্বৰ শৰ্মাৰ নিচিনা নেতাকো একাষৰীয়া কৰাটো সম্ভৱপৰ হ'ল। বিষ্ণুৰাম মেধিকে ধৰি পৰৱৰ্তী মুখ্যমন্ত্ৰীসকল বিশেষভাৱে বাধাগ্ৰস্ত হ'ল । ৬০ৰ দশকত তেতিয়াৰ মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহা বদৰপুৰৰ পৰা নিৰ্বাচিত হোৱাত এটা বিশেষ গোষ্ঠীৰ কুক্ষিগত হ'ল । ৰাজ্যৰ বৃহত্তৰ স্বাৰ্থ সংক্ৰান্ত প্ৰায় সকলো বিষয়তে আপোচ কৰিবলগীয়া হ'ল । আনকি পাকিস্তানী অনুপ্ৰৱেশ নিবাৰণী আঁচনিৰ ক্ষেত্ৰতো চলিহা পিচ হুঁহকি গ'ল। এভাগ বিধায়ক এই আঁচনিৰ বিৰোধী আছিল আৰু তেওঁলোকৰ ভাবুকিৰ সন্মুখীন হৈ চলিহাই এই আঁচনি কাৰ্যকৰী কৰা ব্যৱস্থা পনীয়া কৰি দি মূৰকত আঁচনিখনেই আওমৰণে মৰাৰ বাট উলিয়াই দিলে । মহেন্দ্ৰমোহন চৌধুৰী আৰু শৰৎ চন্দ্ৰ সিংহৰ দিনত গোষ্ঠীবাদে কিৰিলি পাৰি নিজৰ জয়যাত্ৰা অব্যাহত ৰাখিলে । পৰৱৰ্তী মুখ্যমন্ত্ৰীসকল আৰু স্তিমিত হৈ পৰিল। অৱশ্যে সাময়িকভাৱে গাদীত বহা জনতা পাৰ্টিৰ আমোলত গোলাপ বৰবৰা কিছু ব্যতিক্ৰম আছিল । কিন্তু সুদীৰ্ঘ কাল কংগ্ৰেছৰ শাসনত থকা কালত গঢ় লোৱা ন্যস্ত স্বাৰ্থৰ হাতোৰা প্ৰশাসন, পুলিচ, ব্যৱসায়, বাণিজ্য আদি সকলোলৈকে সম্প্ৰসাৰিত হোৱাত এই চৰকাৰ বিশেষভাৱে বাধাগ্ৰস্ত হৈছিল; তাতে দলৰ লুভীয়া সদস্য এভাগে লোভত কোৱাৰি বেছিকৈ মেলোতে কোৱাৰিয়েই ফাটিল আৰু জনতা চৰকাৰৰ পতন ঘটিল ।

## শক্তি-কেন্দ্ৰ

তাৰ পিচৰ কালছোৱাত গাদীত বহা মুখ্যমন্ত্ৰীসকল বিশেষ

কিছুমান শক্তি-কেন্দ্ৰৰ সম্পূৰ্ণৰূপে কুক্ষিগত হৈ পৰিল । ইতিমধ্যে অসমত কেতবোৰ ডাঙৰ পৰিবৰ্তন ঘটিল। অৰ্থনীতি, ৰাজনীতি আদি সকলো বিষয়তে শক্তিৰ স্নায়ু-কেন্দ্ৰৰ স্থান সলনি হ'ল—অসমীয়া মানুহ এইবোৰ স্নায়ু-কেন্দ্ৰৰ পৰা যিমান বেছিকৈ নিলগীয়া হ'বলৈ ধৰিলে, সিমানে বেছিকৈ আমাৰ শাসনৰ গুৰিয়াল সকল থলুৱা স্বাৰ্থই ঢুকি নোপোৱা স্থিতিলৈ গ'ল। ফলত অস্থৈৰ্য, ক্ষোভ আদি বাঢ়িবলৈ ধৰিলে আৰু এইবোৰৰ 'প্ৰতিকাৰ' স্বৰূপে চৰকাৰে সময় বুজি দমন আৰু সময় বুজি বিভেদৰ অনুপান মিহলাই শাসন কৰিবলৈ ধৰিলে।

# আঁহ ফলা নীতি

জাত-কুল, সম্প্ৰদায়, ভাষা, ধৰ্ম আদিৰ আঁহ ফালি মানুহক ভাগ ভাগ কৰাৰ প্ৰচেষ্টা শাসক বৰ্গৰ উদ্যোগতে ব্যাপক ভাৱে চলিল। সংহতিৰ গতি স্থবিৰ হৈ পৰিল। যি সকল ইতিমধ্যে সমাজত লীণ গৈ বৃহত্তৰ অসমীয়া সমাজৰ বিশিষ্ট অংশীদাৰ হৈ আছিল, তেওঁলোকৰ মাজতো বিহ গছৰ কঠীয়া সিঁচিলে। ফলত সকলো থানবান হ'ল (অৱশ্যে প্ৰতিটো চৰকাৰে তাৰ মাজতো সংহতিৰ হকে চান্দ্ৰায়ন ব্ৰত পালন কৰাৰ ভাও দি থাকিল)। চৰকাৰী উদ্যোগতে বিভিন্ন সংগঠনে গঢ় ল'লে আৰু এইবোৰ সংগঠনে ওলোটা সুৰ জুৰি চৰকাৰৰ মনোৰঞ্জনৰ সুব্যৱস্থা কৰি দিলে। অৱশ্যে এবাৰহে তেনে ব্যৱস্থাই বুমেৰাং হৈ আঘাত কৰিলে। ১৯৮৫ চনৰ নিৰ্বাচনত ইউ-এম-এফ-এ নিৰ্বাচনত সুকীয়াকৈ নামি কংগ্ৰেছক দিগম্বৰ কৰাত বিশেষ ভাৱে বৰঙণি যোগালে।

অসমৰ সাম্প্ৰতিক অৱস্থাৰ বাবে শাসক বৰ্গই দায়ী। তেওঁলোকৰ প্ৰৰোচনাতে অসমবাসীৰ পৰম্পৰাগত সম্পৰ্ক থানবান হ'ল। এনেবোৰ প্ৰসঙ্গ লৈয়েই দৈনিক অসমৰ সম্পাদকীয় স্তম্ভত তেতিয়া গৃহমন্ত্ৰী হিতেশ্বৰ শইকীয়াক 'বদন'ৰ লগত তুলনা কৰাত বহুতো মহল জাঙুল খাই উঠিছিল আৰু ইয়াৰ ফলত কেতবোৰ হেঁচাও মূৰ পাতি ল'ব লগীয়া হৈছিল।

বিভাজনমুখী আৰু সাম্প্ৰদায়িক ভাব-গতি বৃদ্ধি পোৱাত চৰকাৰৰ ভুল নীতি কিমান দায়ী, সেই বিষয়ে কৰা আনৰ মন্তব্যলৈ মন নকৰি আমি কেন্দ্ৰীয় চৰকাৰৰ সংখ্যালঘু আয়োগৰ মন্তব্যৰ কথাকে উল্লেখ কৰিব পাৰোঁ।

১৯৮৪ চনত সংখ্যালঘু আয়োগে কেন্দ্ৰীয় চৰকাৰৰ ওচৰত দাখিল কৰা প্ৰতিবেদনত কৈছিল যে চৰকাৰে সংখ্যালঘু সকলৰ অভাৱ-অভিযোগ ৰাজনৈতিক ভাৱে সমাধান কৰিবলৈ চেষ্টা কৰি পৰোক্ষভাৱে কাৰ্যতঃ "বিভাজনমুখী আৰু সাম্প্ৰদায়িক শক্তিবোৰকহে উদগনি দিছে।" অৰাজনৈতিক বিষয়কো ৰাজনৈতিক ৰূপ লবলৈ দি চৰকাৰে সাম্প্ৰদায়িক শক্তিক উদগনি দিয়াৰ কথা উল্লেখ কৰি প্ৰতিবেদনত কয় যে অসমৰ সংখ্যালঘু সকলে আয়োগৰ ওচৰত বিভিন্ন সমস্যা উত্থাপন কৰিছিল— সেইবোৰ সমস্যাৰ লগত বিদেশী নাগৰিক সংক্ৰান্ত আন্দোলনৰ কোনো

সম্পৰ্ক নাছিল । সেইবোৰ বিষয় সম্পৰ্কে অনুসন্ধান কৰিবলৈ চৰকাৰে আয়োগক দিব লাগিছিল বুলি প্ৰতিবেদনত কয় ।

অকল বাংলাদেশীয়েই নহয়, অসমলৈ নেপালৰ পৰাও নেপালী লোকৰ অবিৰত সোঁত বৈ আছে । হিমালয়ৰ পাদদেশত অৱস্থিত হিমাচল প্ৰদেশৰপৰা আৰম্ভ কৰি অৰুণাচল প্ৰদেশলৈকে ভাৰতৰ উত্তৰ ভাগত নেপালী লোক ভৰি পৰাৰ লগতে অসমৰো বিভিন্ন অঞ্চলত নেপালী লোক ভৰি পৰিছে । তাৰে বুজন ভাগ এটা কেতিয়াবাই অসমলৈ আহি অসমতে লীণ গ'ল। বিহালী, গাংমৌথান আদি অসমৰ বিভিন্ন অঞ্চলত কাহানিবাই থিতাপি লোৱা নেপালী লোক সকল আজি সম্পূৰ্ণৰূপে অভিন্ন হৈ পৰিছে। সেইবোৰ অঞ্চলৰ সকলো ৰাইজে হাতত হাত মিলাই নিজ নিজ অঞ্চলৰ উন্নতিৰ হকে আত্মনিয়োগ কৰিছে। এনে লোক সকলৰ বিষয়ে চৰকাৰে যিদৰে চিন্তা কৰিব লাগিছিল, সেইদৰে কৰা নাই । তেওঁলোকৰ মৌলিক সমস্যা কিছুমান আজিও সমস্যা হৈয়েই আছে। কিন্তু এনে পটভূমিতে অসন্তুষ্টিৰ পিতনিত বিষ ভাপ উপজিব পাৰে। সেইদেখি চৰকাৰে বিশেষ তৎপৰতাৰে এইবোৰ অঞ্চলৰ ৰাইজক সকাহ দিয়াৰ ব্যৱস্থা হাতত লোৱা উচিত। কিন্তু নতুনকৈ জাকে জাকে নেপালী লোক অসমলৈ অহাৰ ফলত ৰাজ্যখনত গুৰুতৰ সমস্যাৰ সৃষ্টি হৈছে। এই নবাগত সকলৰ পৰা সৃষ্টি হোৱা সমস্যাৰ সম্পৰ্কত কেন্দ্ৰীয় চৰকাৰেই হওক বা ৰাজ্য চৰকাৰেই হওক--কোনেও মন-কাণ নিদিয়াটো অতিশয় উদ্বেগজনক কথা। ইপিনে ইতিমধ্যে এই নবাগত সকলে ভাৰতীয় নাগৰিক বুলি দাবী কৰিবলৈ লৈছে আৰু তেওঁলোকৰ দাবীৰ প্ৰতি সমৰ্থন জনোৱা সংগঠনৰো অভাৱ হোৱা নাই।

অথচ ১৯৮৬ চনৰ ১৯ ডিচেম্বৰৰ দিনা তেতিয়াৰ প্ৰধান মন্ত্ৰী ৰাজীৱ গান্ধীয়ে দাৰ্জিলিঙৰ ৰাজহুৱা সভাত কৈছিল যে ১৯৫০ চনৰ ভাৰত-নেপাল চুক্তি চহী হোৱাৰ পিচত ভাৰতলৈ অহা নেপালী সকলক কোনোপধ্যে ভাৰতীয় নাগৰিকত্ব দিয়া নহব!

'অসমৰ বহিৰাগত সমস্যা'– এই শিতানত ৩৮ বছৰৰ আগতে 'নতুন অসমীয়া'ত ধাৰাবাহিক ভাৱে ৩টা সম্পাদকীয়ত যি পৰ্যালোচনা আগবঢ়াই পৰিস্থিতিটো উপস্থাপিত কৰা হৈছিল, সেই পৰিস্থিতি এতিয়া আৰু ভয়াবহ–আনকি অসমীয়াৰ অস্তিত্ব নিঃশেষ হোৱাৰ আগ মুহূৰ্তৰ

মৃত্যু-যন্ত্ৰণা সদৃশ অৱস্থা । আমাৰ আঠু ভগা নেতৃত্ব, বাইজৰ টোপনি-গধুৰ চকু, ৰাজনৈতিক দলৰ বিশ্বাস-ঘাতকতা, ইত্যাদিৰ সমাহাৰে আজি আমাক এই স্থিতিত উপনীত কৰালে।

এই সমস্যাৰ সম্পৰ্কত কাকতে-পত্ৰে বিভিন্ন সময়ত নানান আলোচনা হ'ল। কিন্তু সমস্যাৰ সমাধানৰ সূত্ৰ নোলাল আৰু চৰকাৰত থকা সকলেও গাত কথা নলগা ধৰণেৰে আচৰণ কৰিলে। তদুপৰি অসমৰ নেতৃত্বক নীচাত্মিকা মনোভাৱে খুলি খুলি খোৱাত দিল্লীৰ দৰবাৰত কোনেও মুখ ফুটাই কথা এবাৰ ক'ব নোৱৰা হ'ল।

## ১৯০১-১৯৭১ৰ ভিতৰত

১৯০১ চনৰ পৰা ১৯৭১ চনৰ ভিতৰত অসমৰ জনসংখ্যা ৩২.৯ লাখৰ পৰা ১৪৬.৩ লাখলৈ বাঢ়িল; কিন্তু সেইছোৱা সময়ৰ ভিতৰত ভাৰতৰ জনসংখ্যা ২৩.৮ কোটি. পৰা ৫৪.৮ কোটিলৈ বাঢ়িল। ইয়াৰ পৰা দেখা গ'ল যে এই ৭০ বছৰৰ ভিতৰত অসমৰ জনসংখ্যা শতকৰা ৩১৫ ভাগ পৰিমাণে বাঢ়িল; অথচ এই ৭০ বছৰত সৰ্বভাৰতীয় বৃদ্ধিৰ হাৰ আছিল শতকৰা ১৩৫ ভাগ।

অসম চৰকাৰৰ পৰিকল্পনা বিভাগে ৫ম পাচ বছৰীয়া পৰিকল্পনাৰ খচৰাত (১৯৭৩) ১৯৫১ চনত ৫ লাখ, ১৯৬১ চনত ১২ লাখ আৰু ১৯৭১ চনত ১০ লাখ পমুৱা অসমলৈ অহাৰ হিচাপ দিছিল। এয়া আছিল পিয়লৰ হিচাপ। কিন্তু পিয়লত নাম নভৰোৱাকৈ থকা পমুৱাৰ হিচাপ ইয়াৰ মাজত নাই।

১৯৯১ চনৰ পিয়লৰ মতে ভাৰতৰ জনসখ্যা বৃদ্ধিৰ হাৰ ২.১১%। ১৯৮১ চনৰ পৰা ১৯৯১ চনৰ ভিতৰত দেশত জনসংখ্যা বৃদ্ধিৰ হাৰ ২৩.৫০%।

১৯৫১-৬১ৰ দশকত ৩৪.৯৮%, ১৯৬১-৭১ৰ দশকত ৩৪.৯৫% হাৰত অসমত জনসংখ্যা বাঢ়ে।

## অবিশ্বাস্য হিচাপ

[তাৰ তুলনাত ১৯৯১ চনৰ পিয়লত ২০ বছৰৰ ভিতৰত

(১৯৮১ চনত অসমত পিয়ল হোৱা নাছিল) অসমত জনসংখ্যাৰ বৃদ্ধিৰ হাৰ ৫২.৪৪% বুলি দেখুওৱা হৈছে। অৰ্থাৎ দহ বছৰত ২৬.২২% কৈহে বাঢ়িল—এইটো কিন্তু অবিশ্বাস্য হিচাপ । ইয়াৰ মাজত কিবা ডাক্তৰী অস্ত্ৰোপচাৰৰ গোন্ধ আছে। অৱশ্যে পিয়লৰ প্ৰতিবেদনত কোৱা হয় যে ১৯৭১-৯১ চনৰ কালছোৱাত বৃদ্ধিৰ হাৰ আপেক্ষিক ভাৱে কমা বিষয়ে প্ৰব্ৰজন আদি সম্পৰ্কীয় বিস্তাৰিত তথ্য নোপোৱাকৈ আগতীয়াকৈ মন্তব্য কৰিব নোৱাৰি। এই খিনি কথা লিখাঁৰ সময়লৈকে পিয়লৰ প্ৰতিবেদনৰ অৱশিষ্ট অংশ প্ৰকাশ হোৱা নাই।]

অৱশ্যে এটা কথা মন কৰিব লগীয়া। ১৯৯১ চনৰ পিয়লৰ ১৯৯১ চনৰ পিয়লত নগালেণ্ডত ৫৬.৮৬% হাৰত বৃদ্ধি হয়—সমগ্ৰ দেশৰ ভিতৰত এইটোৱেই সৰ্বোচ্চ হাৰ। সেইদেখি ধাৰণা হৈছে যে অনুপ্ৰৱেশকাৰীয়ে নতুন চিকাৰ বিচাৰি পাইছে । এইবাৰ নগালেণ্ডত তীব্ৰ হেঁচা পৰিছে ।

## ধেমাজিত ১০৪.৪৮%

অসমৰো কেতবোৰ অঞ্চলত হেঁচা আৰু বঢ়াৰ নিদৰ্শন পোৱা গৈছে । যোৱা দুটা দশকৰ ভিতৰত ধেমাজিত বৃদ্ধিৰ হাৰ ১০৪.৪৮%। ৰাজ্যৰ ভিতৰত এইটোৱেই সৰ্বোচ্চ হাৰ । উত্তৰ-কাছাৰ পাৰ্বত্য জিলাত ৯৬.৩৯%, কোকৰাঝাৰত ৭৫.৯৮% আৰু কাৰবি আংলং জিলাত ৭২.৭৯% হাৰত জনসংখ্যা বাঢ়ে। এই চাৰিখন জিলাত আগতেই হেঁচা বাঢ়িছিল। ধেমাজিত ১৯৫১-৬১ত ৬৮.৫৬% আৰু ১৯৬১-৭১ত ১০৩.৪২% হাৰত, কোকৰাঝাৰত ১৯৫১-৬১ত ৪৬.৩৪% আৰু ১৯৬১-৭১ত ৫৪.৩০%, কাৰবি আংলং জিলাত ১৯৫১-৬১ত ৭৯.২১% আৰু ১৯৬১-৭১ত ৬৮.২৪% আৰু উত্তৰ কাছাৰত ১৯৫১-৬১ত ৩৬.৯৫ আৰু ১৯৬১-৭১ত ৪০% হাৰত জনসংখ্যা বাঢ়িছিল।

অসমত বিদেশী নাগৰিকৰ ভয়াবহ হেঁচা পৰাৰ সময়তো নেতৃত্বৰ নিৰ্লিপ্ততাৰ স্পষ্ট পৰিচয় পোৱা গ'ল—অসমত চলা দীঘলীয়া আন্দোলনৰ সময়ত । ৰাজ্যৰ শাসনত থকা কংগ্ৰেছ চৰকাৰে অনুপ্ৰৱেশৰ কথা সময়ত অস্বীকাৰ কৰিলে আৰু সময়ত তেনেই গুৰুত্বহীন বিষয় ৰূপে অভিহিত কৰিলে । অন্যান্য ৰাজনৈতিক দল কিছুমানৰ কথাৰ সুৰো একে ।

কিন্তু প্ৰতিবাদ আটাইতকৈ মুখৰ হৈ উঠিল—পশ্চিম বঙ্গত। সেই ৰাজ্যৰ কাকত-পত্ৰ আৰু ৰাজনৈতিক দল তথা নেতৃবৰ্গই অসমৰ অনুপ্ৰবেশৰ সমস্যাটো উলাই কৰাৰ লগতে ইয়াৰ মাজত প্ৰাদেশিকতবাদী মনোভাৱৰহে গোন্ধ পালে।

পিচে ঘটনাৰ প্ৰবাহ এতিয়া ইমান ওলোটা হ'ল যে পশ্চিম বঙ্গ, ত্ৰিপুৰা আদি ৰাজ্যই সম্প্ৰতি অনুপ্ৰবেশৰ বিৰুদ্ধে সুদৃঢ় প্ৰতিবাদ জনাইছে। অসমৰ বেলিকা বিযোদ্গাৰ কৰাৰ মূৰত, নানান অপপ্ৰচাৰ চলোৱাৰ মূৰত এতিয়া বাংলাদেশীৰ অনুপ্ৰবেশে গুৰুতৰ সংকটৰ সৃষ্টি কৰা বুলি সেইবোৰ ৰাজ্যতে ধ্বনি উঠিছে।

বাংলাদেশৰপৰা অসমকে ধৰি ভাৰতৰ বিভিন্ন ৰাজ্যলৈ কিমান বিদেশী নাগৰিকৰ অনুপ্ৰৱেশ ঘটিছে, তাৰ খাটাং হিচাপ কোনেও দিব নোৱাৰিব । চৰকাৰীভাৱে হিচাপ কমাই দেখুৱাই সমস্যাটো পাতল কৰাৰ পৰিকল্পিত প্ৰচেষ্টা চলোৱা কাৰণে বিষয়টো আৰু জটিল হৈ পৰিছে । নোৱাৰিব। চৰকাৰীভাৱে হিচাপ কমাই দেখুৱাই সমস্যাটো পাতল কৰাৰ পৰিকল্পিত প্ৰচেষ্টা চলোৱা কাৰণে বিষয়টো আৰু জটিল হৈ পৰিছে। অ গ প চৰকাৰৰ দিনত মাত্ৰ প্ৰায় ৪০০ বাংলাদেশী অনুপ্ৰৱেশকাৰীক চিনাক্ত ক ৰিব পাৰিলে বুলি বিদ্ৰূপসূচক মন্তব্য কৰি যিসকলে ৰাজনৈতিকভাৱে আত্মপ্ৰসাদ লাভ কৰিব খোজে, সেইসকলৰ মস্তিষ্কৰ বিকাশৰ বাবে অৱশ্যে এটা চেষ্টা কৰিব পাৰি — কিছুমান তথ্য যোগান ধৰি ।

## কমেও এক কোটি

এইবোৰ তথ্য প্ৰকাশ পাইছিল 'দি ষ্টেটছমেন' কাকতৰ ১৯৯১ চনৰ ২৫ ছেপ্টেম্বৰ তাৰিখৰ সংখ্যাত। সেই তথ্য মতে কমকৈ হ'লেও এক কোটি বাংলাদেশীয়ে যোৱা দশকটোৰ ভিতৰত ভাৰতত অনুপ্ৰৱেশ কৰে। তাৰে বিশ্লেষণ দাঙি ধৰি কাকতখনত প্ৰকাশ কৰিছে যে বাংলাদেশৰ ১৯৯১ চনৰ পিয়লত সেইদেশৰ জনসংখ্যা ১০৪.৭ নিযুত বুলি দেখুওৱা হৈছে। কিন্তু ইয়াৰ আগতে বাংলাদেশ চৰকাৰে দেখুওৱা হিচাপ মতে সেইদেশৰ জনসংখ্যা

১১২ নিযুতৰ পৰা ১১৪ নিযুতৰ ভিতৰত থাকিব লাগিছিল। আনহাতে সন্মিলিত ৰাষ্ট্ৰসংঘই যুগুতাই উলিওৱা আগতীয়া আভাস মতে বাংলাদেশৰ জনসংখ্যা ১১৭ নিযুতৰ পৰা ১১৮ নিযুতৰ ভিতৰত থাকিব লাগিছিল। সেই দেখি দেখা গ'ল যে বাংলাদেশ চৰকাৰৰ আগতীয়া হিচাপতকৈ বাংলাদেশৰ জনসংখ্যা ৭.৩ নিযুতৰ পৰা ৯.৩ নিযুতৰ ভিতৰত কমিল। আনহাতে সন্মিলিত ৰাষ্ট্ৰসংঘৰ হিচাপতকৈ ১২.৩ নিযুত কমিল।

হিচাপত জনসংখ্যা এনেকৈ কম হোৱাৰ বাবে মন্তব্য কৰি 'দি ষ্টেটছমেন' কাকতত কৈছে যে বাংলাদেশৰপৰা ভাৰতলৈ প্ৰায় ১০ নিযুত লোকৰ অনুপ্ৰৱেশ ঘটাটোৱেই সেইদেশৰ জনসংখ্যাৰ হিচাপ কমাৰ ঘাই কাৰণ। প্ৰায় ১ কোটি অনুপ্ৰৱেশকাৰী ভাৰতত সোমোৱাটো ৰাজনৈতিক ধুৰন্ধৰসকলৰ বাবে ডাঙৰ কথা নহ'লেও ভাৰতৰ মানুহখিনিৰ বাবে প্ৰমাদ গণিব লগীয়া কথা। যিহেতু অনপ্ৰৱেশ পূৰ্ণ পয়োভৰে চলি আছে, সেই দেখি বিপদ আৰু ঘণীভূত হৈছে।

কলিকতীয়া কাকতৰ এনে বিশ্লেষণেই সমস্যাটোৰ প্ৰতি এতিয়া সুকীয়া দৃষ্টিকোণেৰে লক্ষ্য কৰাৰ প্ৰমাণ দাঙি ধৰিছে। ভগনীয়াৰ বুঁজন ভাগৰ দায়িত্ব লৈ কৰ্কাল ভগা অৱস্থাত পৰা পশ্চিম বংগত যে বাংলাদেশৰপৰা হোৱা অনুপ্ৰৱেশে এতিয়া অভাৱনীয় হেঁচা পেলাইছে, সেই কথা আৰু আওকাণ কৰি থাকিব নোৱাৰি । আনকি ভোটবেংকৰ স্বাৰ্থগো এই সত্যক ঢাকি ৰাখিব নোৱৰা হৈছে ।

## শতকৰা এশভাগ

১৯৭১ চনৰপৰা ১৯৮১ চনৰ ভিতৰত পশ্চিম বঙ্গৰ ৭ খন জিলাৰ ৩৮টা গ্ৰামাঞ্চলত জনসংখ্যা শতকৰা ১০০ ভাগ বাঢ়ে। কোঁচবিহাৰ, জলপাইগুৰি, দাৰ্জিলিং, পশ্চিম দিনাজপুৰ, মালদহ, মুৰ্চিদাবাদ, ২৪ পৰগণা-এই কেইখন জিলা আৰু নদিয়া জিলাৰ ১৪০টা গ্ৰামাঞ্চলত শতকৰা ৪০ ভাগতকৈ বেছি হাৰত জনসংখ্যা বাঢ়ে । কিন্তু ৰাজ্যখনৰ বাকীবোৰ জিলাত বৃদ্ধিৰ হাৰ প্ৰায় ২৫%। ১৯৯১ চনৰ পিয়লৰ মতে পশ্চিমবঙ্গৰ সীমান্তৱৰ্তী (বাংলাদেশৰ সীমাত থকা) ৫ খন জিলাত (জলপাইগুৰি, পশ্চিম দিনাজপুৰ, মালদহ,মুৰ্চিদাবাদ

আৰু ২৪ পৰগণা) যোৱা দহ বছৰত জনসংখ্যাৰ বৃদ্ধিৰ হাৰ সৰ্বোচ্চ আছিল।

১৯৮৬ চনৰ ২৯ ছেপ্টেম্বৰত কলিকতাৰ কাকতত প্ৰকাশ পোৱা ইউ এন আইৰ বাতৰি এটাৰপৰা অনুপ্ৰৱেশকাৰীয়ে পশ্চিমবঙ্গৰ ভোটৰ গতি-ধাৰা কেনেদৰে নিৰ্ণয় কৰিবলৈ লৈছে, তাৰ প্ৰমাণ পোৱা গ'ল। বি জে পিৰ সমীক্ষা এটাৰ হিচাপ দি ইয়াত কোৱা হৈছিল যে পশ্চিমবঙ্গ বিধান সভাৰ ১০০টা সমষ্টিত প্ৰায় ৫২ লাখ বাংলাদেশী নাগৰিকে ভোটৰ ফলাফল নিৰ্ণয় কৰিব!

পশ্চিমবঙ্গৰ 'ভাৰত কল্যাণ মঞ্চ'ৰ বিবৃতি এটাত কৈছে যে বিগত ১৫ বছৰৰ ভিতৰত ৫ নিযুতৰো অধিক বাংলাদেশী মুছলমান লোক পশ্চিমবঙ্গত আছেহি। এই মঞ্চৰ হিচাপ মতে পাকিস্তান আৰু বাংলাদেশৰপৰা অনুপ্ৰৱেশ কৰা এক কোটিতকৈয়ো অধিক মুছলমান অনুপ্ৰৱেশকাৰীয়ে ভাৰতত বসবাস কৰি আছে।

## ওলোটা খৰ

অসমত বাংলাদেশী অনুপ্ৰৱেশকাৰীয়ে ইতিমধ্যে কিদৰে শক্তিৰ স্থিতি লাভ কৰিছে, তাৰ স্পষ্ট পৰিচয় দিছে, অসমৰ মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াই মৰা ওলোটা খৰে। ১৯৯২ চনত ৰাজ্য বিধান সভাত মুখ্যমন্ত্ৰীয়ে হঠাৎ ঘোষণা কৰিলে যে অনুপ্ৰৱেশে ৰাজ্যত এটা গুৰুতৰ সমস্যাৰ সৃষ্টি কৰিছে। মুখ্যমন্ত্ৰীয়ে এই প্ৰসংগতে সদনত ক'লে যে ১৯৮৭ চনতে ৩০ লাখ বাংলাদেশীয়ে অসমত অনুপ্ৰৱেশ কৰে। পিছে সেই ঘোষণাই মুখ্যমন্ত্ৰীক এটা প্ৰত্যাহ্বানৰ সন্মুখীন কৰালে। ৫ মিনিটৰ ভিতৰতে মুখ্যমন্ত্ৰীক গাদীচ্যুত কৰিব পাৰিব বুলি মুছলিম ফৰামৰপৰা কৰা ৰাজহুৱা ঘোষণাই মুখ্যমন্ত্ৰীক ওলোটা খৰ মাৰিবলৈ বাধ্য কৰিলে। পূৰ্বৰ ঘোষণাৰ স্পষ্টীকৰণ দি মুখ্যমন্ত্ৰীয়ে ক'লে যে কেন্দ্ৰীয় গৃহমন্ত্ৰী দপ্তৰৰ ভুল তথ্যৰ ভেটিতহে তেওঁ সেইদৰে কৈছিল। অসমত বাংলাদেশী অনুপ্ৰৱেশকাৰী নাই বুলিহে মুখ্যমন্ত্ৰীয়ে শেহতীয়া ঘোষণাত ক'লে ! ৰাজ্য বিধান সভাত মুখ্যমন্ত্ৰীয়ে আচম্বিতে কৰা ঘোষণাৰ আঁৰৰ পটভূমি সম্পৰ্কে জানিবলৈ পোৱা মতে মন্ত্ৰীসভাৰ জনৈক মন্ত্ৰীয়ে হেনো ধুবুৰী জিলাৰ বিভিন্ন সভাত কৈ ফুৰিছিল যে হিতেশ্বৰ শইকীয়াই শেষ'—,—' মুখ্যমন্ত্ৰী। এই কথা মুখ্যমন্ত্ৰীৰ কাণত পৰাত সঁকীয়নী স্বৰূপেই হয়তো

মুখ্যমন্ত্ৰীয়ে অনুপ্ৰৱেশকাৰীৰ সেই হিচাপ দাঙি ধৰিছিল। লগতে হয়তো অ গ প চৰকাৰৰ আমোলৰ হিচাপ দি অ গ প চৰকাৰৰ ব্যৰ্থতাৰ হিচাপো দিব খুজিছিল। পিচে খঁজা বন্দুকৰ গুলীয়ে লক্ষ্য ভেদ নকৰি আন ঠাইতহে খুন্দিয়ালে।

কিন্তু মুখ্যমন্ত্ৰীৰ স্পষ্টীকৰণে পৰিস্থিতিৰ আউল আৰু বঢ়ালে। কিয়নো প্ৰধানমন্ত্ৰী নৰসিংহ ৰাৱে অসমলৈ আহি (১৯৯২,জুলাই ) গুৱাহাটীৰ ৰাজহুৱা সভাত অসমকে ধৰি উত্তৰ-পূব অঞ্চলত বাংলাদেশী অনুপ্ৰৱেশকাৰীয়ে গুৰুতৰ সমস্যাৰ সৃষ্টি কৰা বুলি আৰু ন্যায়াধিকৰণ আইনকে ধৰি অনুপ্ৰৱেশ ৰোধ কৰাৰ ব্যৱস্থাসমূহ অধিক কটকটীয়া কৰাৰ বাবে সংশোধন কৰাৰ আৱশ্যকতাৰ ওপৰত গুৰুত্ব দি দৰাচলতে মুখ্যমন্ত্ৰীকহে খোপনি ৰাখিব নোৱৰা অৱস্থাত পেলালে।

অৱশ্যে প্ৰধানমন্ত্ৰী নৰসিংহ ৰাও একে পানীৰে মাছ। দিল্লীলৈ গৈয়েই প্ৰধানমন্ত্ৰীয়ে লুটি বাগৰ মাৰিলে।

## গোমৰ ফাঁক

মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াই অসমত বাংলাদেশী অনুপ্ৰৱেশকাৰী নাই বুলি কৰা মন্তব্যৰ সন্দৰ্ভত ৰাজ্য জুৰি উঠা প্ৰতিবাদৰ খলকনিৰ মাজতে কলিকতাৰপৰা প্ৰকাশিত 'টেলিগ্ৰাফ' কাকতত ১৯৯২ চনৰ ৭ জুন তাৰিখে প্ৰকাশ পোৱা বাতৰিত গোমৰ ফাঁক হৈ যোৱা বুলি সন্দেহাতীতভাৱে ক'ব পাৰি।

এই বাতৰিত এইদৰে উল্লেখ কৰিছে –"নিজৰ ওপৰত পৰা হেঁচো পাতলাবলৈকে শইকীয়াই ৰাজ্যখনত অবৈধ প্ৰব্ৰজনকাৰী থকাটো অস্বীকাৰ কৰা বুলি ধাৰণা হৈছে। কিন্তু কেন্দ্ৰীয় গৃহমন্ত্ৰী দপ্তৰৰ পৰিসংখ্যাই স্পষ্টভাৱে মুখ্যমন্ত্ৰীৰ উক্তিৰ বিপৰীত কথা কৈছে আৰু এইবুলি স্বীকাৰ কৰিছে যে ব্যাপকভাৱে হোৱা প্ৰব্ৰজনে ৰাজ্যখনৰ বিধান সভাৰ ১২৬ টা সমষ্টিৰ ভিতৰত ৫০ টাত সম্প্ৰদায়গত আৰু নিৰ্বাচনী ভাৰসাম্যৰ বিৰাট পৰিৱৰ্তন ঘটাইছে।

"পৰিসংখ্যাৰপৰা দেখা গৈছে যে ১৯৭১ চনৰপৰা ১৯৯১ চনৰ

ভিতৰত যে । জিলাত জনসংখ্যা ১০৪.৮৫%, কোকৰাঝাৰ জিলাত ৭৫%, কামৰূপত ৬৪.৬৮%, দৰঙত ৬২.৩১%, গোৱালপাৰাত ৫৬.৮% আৰু কাছাৰত ৪৭.৬% বাঢ়িছে। জনসংখ্যাৰ এনে অস্বাভাৱিক বৃদ্ধি বাংলাদেশৰপৰা হোৱা প্ৰব্ৰজনৰ ফলতে হোৱা বুলি গণ্য কৰা হৈছে।" কলিকতীয়া কাকতৰ এনে উক্তিৰ পিছত অসমৰ মুখ্যমন্ত্ৰীৰ পাভলুটিৰ স্বৰূপ বুজিবলৈ কাৰো কাৰণে বাকী নেথাকিব ।

দেশপ্ৰেমৰ মৰিশালি খনৰ চাৰিসীমা দেখুৱাই দিবলৈ আহি ১৯৯২ চন পালেহি। ১৯৯২ চনৰ বাকৰিত থিয় দি অসমৰ মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াই অসমত অনুপ্ৰৱেশকাৰী নাই বুলি কোৱা কথাষাৰ এটা ধাৰাবাহিক প্ৰক্ৰিয়াৰে প্ৰতিফলন মাত্ৰ । বিভিন্ন ন্যস্ত স্বাৰ্থৰ ওচৰত সকলো সময়তে বন্ধকীয়া খটা অসমৰ নেতৃত্বৰ থৰক-বৰক খোজে ক'তো খোপনি ৰাখিবই পৰা নাই। প্ৰব্ৰজনৰ বেলিকা আঠু ভগা নীতিৰ আশ্ৰয় লোৱা হেতুকেই লাইন-প্ৰথা, ট্ৰাইবেল বেল্ট, ট্ৰাইবেল ব্লক ৰসাতলে গ'ল। ঘাইকৈ কোনবোৰ মানুহে, কেনেকৈ আৰু কাৰ সহায়-সহযোগত এইবোৰ ৰক্ষণাবেক্ষণক বালিৰ ভেটালৈ ৰূপান্তৰিত কৰিলে তাৰ হুবহু ছবি এখন উদঙাই দেখুৱালেই সকলো কথা ওলাই পৰিব। ৰক্ষণাবেক্ষণ বিলুপ্ত হোৱা অঞ্চলৰ জন-গাঁথনিৰ এতিয়াৰ হিচাপটোৱেই পৰিস্থিতিৰ মূল্যাংকন কৰিব পাৰিব।

দেশৰ বিভাজনৰ আগতে যিবোৰ ক্ৰিয়া-কাণ্ড ঘটিছিল, দেশৰ বিভাজন আৰু স্বাধীনতাৰ পিছত সেয়ে সুকীয়া ৰূপত — অধিক উৎকট ৰূপত — দেখা দিলে। নেতৃত্ব, প্ৰশাসন, ৰাজনৈতিক দল আৰু জনসমষ্টিৰ এটা ভাগে এইবোৰ কামত সকলো প্ৰকাৰে লাগি ভাগি দিয়ে । সেই দেখি একালত মৈমনসিং আদি অঞ্চলৰপৰা আহি বেদখল কৰা লোকক উচ্ছেদ কৰা আঁচনি পঙ্গু হৈ পৰাৰ দৰে পৰৱৰ্তী কালতো সকলো উচ্ছেদকৰণ ব্যৱস্থা অথৰ্ব হৈ পৰিল। বাংলাদেশৰপৰা আহিয়েই 'বান-ভগনীয়া' বা 'খহনীয়া-পীড়িত' লোকলৈ প্ৰমোচন পাই অসমত মাটি পোৱাৰ যোগ্য হ'ল ।

## ফাইলৰ কাহিনী

সকলো চৰকাৰী ব্যৱস্থাও এই সকল লোকৰ স্বাৰ্থ-সাপেক্ষেহে সম্পাদিত হ'ল । ৰাজ্য চৰকাৰৰ প্ৰশাসনত গোঁজ পোতা স্বাৰ্থৰ প্ৰতিপত্তি ইমান্ বাঢ়িল

যে অসমৰ ৰাজধানী শ্বিলঙৰপৰা গুৱাহাটীলৈ স্থানান্তৰ কৰাৰ পিছতো সীমান্ত, ভগনীয়া, অনুপ্ৰৱেশ আদি বিষয়ৰ গুৰুত্বপৰ্ণ 'ফাইল'বোৰ ৰখীয়া নোহোৱা গবুৰ দৰে শ্বিলঙতে থাকিল । সেইবোৰ আনি দিছপুৰৰ নতুন কাৰ্যালয়ত ৰাখিবলৈ হেনো ঠাইৰ অভাৱ হোৱাত এনে ব্যৱস্থা লোৱা হ'ল!! তেতিয়াই অদৃশ্য হাতৰ পৰশে কি কৰিলে, সেই কথা জনাৰ কোনো উপায় নেথাকিল। প্ৰশাসনৰ মাজৰ পৰাইচলোৱা এনে পশ্চাৎঘাতী কাৰ্যৰ এয়ে অৱশ্যে একমাত্ৰ উদাহৰণ নহয় । পাকিস্তানী অনুপ্ৰৱেশ নিবাৰণী আঁচনিখনক অথৰ্ব কৰাৰ বেলিকাও ৰাজ্যিক প্ৰশাসনে বিশিষ্ট ভূমিকা ল'লে । তদুপৰি এটা সময়ত সীমান্ত বন্ধ কৰি দিয়াৰ কথা উঠোতে ৰাজ্য চৰকাৰত বিশিষ্ট স্থান অধিকাৰ কৰি থকা এটা ভাগেই আপত্তি জনালে এই বুলি যে তাকে কৰিলে সাম্প্ৰদায়িক বিভেদ সৃষ্টি হ'ব পাৰে !

## সীমান্ত-ৰক্ষা

কেন্দ্ৰত গোঁজ পুতি বহা চক্ৰ এটায়ো নিজৰ ৰবীয়াকৈ এনে কিছুমান ব্যৱস্থা ল'লে — যাৰ ফলত অনুপ্ৰৱেশ ৰোধ কৰাটো অসম্ভৱ হ'ল। একালত সীমান্ত ৰক্ষা কৰাৰো দায়িত্ব বহন কৰিছিল অসম পুলিচে। অনুপ্ৰৱেশৰ ক্ষেত্ৰত বাধা দিয়াৰ বেলিকা এই ব্যৱস্থা অকামিলা হোৱা নাছিল। সেই দেখি সেইটো বাট বন্ধ কৰাৰ বাবে অসম পুলিচক আঁতৰাই সীমান্ত ৰক্ষী বাহিনীৰ হাতত এই দায়িত্ব অৰ্পণ কৰা হ'ল। পোনতে সীমান্ত-ৰক্ষী বাহিনীও অসম চৰকাৰৰ সংশ্লিষ্ট বিভাগৰদ্বাৰা পৰিচালিত হৈছিল যদিও মূৰকত সেই দায়িত্বও কেন্দ্ৰৰ হাতলৈ নিলে। তাৰ পিছত কি হ'ল সেয়ে ইতিমধ্যে বুৰঞ্জী হৈ পৰিল।

## 'লবী'ৰ হাতৰ মুঠিত

নিৰ্বাচনী আয়োগকো যে বাংলাদেশী 'লবী'য়ে হাতৰ মুঠিত সুমাই ল'লে, তাৰো নিশ্চিত প্ৰমাণ পোৱা গ'ল। সদৌ অসম ছাত্ৰ সন্থাৰ দাবী মানি লৈ আয়োগে ১৯৮৯ চনৰ ১৭ মে' তাৰিখে জাৰি কৰা নিৰ্দেশিকাত কোৱা হৈছিল যে চাৰিখন মূল নথিৰ ভিত্তিতহে ভোটাৰ হোৱাৰ যোগ্যতা থকা বুলি

ধৰা হ'ব। সেই নথিবোৰ হ'ল-(১) ১৯৫১ চনৰ ভাৰতীয় নাগৰিক পঞ্জীৰ প্ৰমাণ-পত্ৰ, ২) ভাৰতীয় নাগৰিকত্বৰ প্ৰমাণ-পত্ৰ, ৩) জন্মৰ প্ৰমাণ-পত্ৰ আৰু ৪) ১৯৬৬ চনৰ ভোটাৰ তালিকাত নাম থকাৰ প্ৰমাণ-পত্ৰ।

কিন্তু আয়োগে লুটি বাগৰ মাৰিবলৈ অধিক সময় নল'লে। সেই বছৰৰে ১৯ জুলাই তাৰিখে আয়োগে নতুনকৈ নিৰ্দেশিকা জাৰি কৰিলে যে ১৯৬৬ চনৰ ভোটাৰ তালিকাত নাম থাকিলেই তেনে নাম বাদ দিব নোৱাৰিব। এইদৰে বাৰে বাৰে পৰস্পৰ-বিৰোধী নিৰ্দেশিকা জাৰি কৰি নিৰ্বাচনী আয়োগে যি বিভ্ৰান্তিৰ সৃষ্টি কৰিলে তাৰ সুযোগ লওঁতাসকলে ১৯৮৯ চনৰ ভোটাৰ তালিকাৰ বেলিকা পূৰ্ণ সুযোগ ল'লে। দুখন তালিকা প্ৰস্তুত কৰিবলৈ দি বিদেশী নাগৰিকৰ নাম ভৰ্তি কৰাৰ নতুন কৌশলহে উলিয়াই দিয়া হ'ল ।

প্ৰত্যক্ষভাৱে বা পৈতৃক সম্পৰ্ক যোগে ১৯৬৬ চনৰ ভোটাৰ তালিকাৰ লগত যিসকলৰ নামৰ সম্বন্ধ পোৱা নগৈছিল, সেইসকলৰ নাম দুই নম্বৰ তালিকাত ৰখাৰ ব্যৱস্থা কৰা হ'ল ।

এই দুই নম্বৰ তালিকাৰ বহুতো লোকে ১৯৬৬ চনৰ ভোটাৰ তালিকাত নাম থকা আৰু নিজৰ উপাধিৰ লগত মিল থকা একোজন ভোটাৰকে নিজৰ পিতৃ বুলি মিছা পৰিচয় দিলে আৰু তাৰ সত্যাসত্য নিৰূপণ কৰাৰ কোনো ব্যৱস্থা হাতত নোলোৱাকৈ সেইসকলৰ নাম ১ম তালিকালৈ নি ভোটাৰ ৰূপে গণ্য কৰা হ'ল। তদুপৰি দুই নম্বৰ তালিকাত ঠাই পোৱা বহুতৰ নাম সেই অঞ্চলত বাস কৰা কেতবোৰ লোকৰ মৌখিক উক্তিৰ ভিত্তিতে ১ নম্বৰ তালিকালৈ নিয়া হ'ল।

আনহাতে ১৯৫১ চনৰ ভাৰতীয় নাগৰিক পঞ্জীৰ প্ৰমাণ-পত্ৰ, ভাৰতীয় নাগৰিকত্বৰ প্ৰমাণ-পত্ৰ,মাটিৰ দলিল, খাজনাৰ ৰচিদ, বিদ্যালয়ৰ প্ৰমাণ-পত্ৰ আদি মূল নথি পৰীক্ষা নকৰাকৈয়ো বহুতৰ নাম ভোটাৰ হিচাপে ভৰ্তি কৰা হ'ল। কেতবোৰ ঠাইত ১ নম্বৰ তালিকাতে সন্দেহযুক্ত নাগৰিকৰ নাম ভৰোৱা হ'ল। লোক প্ৰতিনিধিত্ব আইনৰ ৩১ নম্বৰ ধাৰা মতে গণনাত ভুল তথ্য দিয়া লোকৰ বিৰুদ্ধে শাস্তিমূলক ব্যৱস্থা লোৱাৰ যি বিধান আছে, সেই বিধানলৈ বুঢ়া আঙুলি দেখুৱাই সংঘবদ্ধভাৱে এচাম লোকে আৰু প্ৰশাসনৰ এটা ভাগে জাল-জুৱাচুৰি কৰি ১৯৮৯ চনৰ ভোটাৰ তালিকাক ভেকোভাওনাৰ দলিললৈ ৰূপান্তৰিত কৰিলে ।

১৯৯০ চনৰ ১ অক্টোবৰত প্ৰকাশ কৰা ভোটাৰ তালিকাখন দৰাচলতে ১৯৮৯ চনৰ সংশোধন-বিহীন ভোটাৰ তালিকাৰে নতুন তাঙৰণ এটাহে। ফলত ভোটাৰ তালিকাত ভোটাৰৰ সংখ্যা অবিশ্বাস্যভাৱে বৃদ্ধি পালে। অসমত বিদেশী নাগৰিকে অবৈধভাৱে বসবাস কৰা অঞ্চলবোৰত ভোটাৰৰ সংখ্যা শতকৰা ৮০ ভাগৰপৰা শতকৰা ২৯৯.৪৮ ভাগলৈকে বাঢ়িল ।

অসমৰ ভোটাৰ তালিকাৰ অবিশ্বাস্য হিচাপে কিন্তু কেন্দ্ৰীয় চৰকাৰ, কেন্দ্ৰীয় গৃহমন্ত্ৰী দপ্তৰ, নিৰ্বাচনী আয়োগ — কাৰো টোপনি নেভাঙিলে। আনকি ৰহস্যজনকভাৱে তেতিয়াৰ গাদীত থকা অ গ প চৰকাৰেও গাত কথা নলগা মনোভাৱহে প্ৰদৰ্শন কৰিলে ।

নেহৰু-লিয়াকৎ চুক্তিয়ে অসমৰপৰা হিন্দু ভগনীয়াৰ প্ৰত্যাৱৰ্তনৰ পথ মুকলি কৰিব নোৱাৰিলে। কিন্তু অসমৰপৰা ভাগি যোৱা মুছলমান পমুৱাসকলক অসমলৈ ঘূৰাই অনাৰ বাট মুকলি কৰিলে। ইন্দিৰা -মুজিব চুক্তিয়েও মূল প্ৰসংগটোৰপৰা ফালৰি কাটি গৈ অসমৰ বোজা গধুৰ কৰাৰ ব্যৱস্থাহে কৰিলে।

বাংলাদেশী অনুপ্ৰৱেশকাৰী সম্পৰ্কে মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াই কোৱা কথাৰ সম্পূৰ্ণ বিপৰীত কথা প্ৰধানমন্ত্ৰী নৰসিংহ ৰাৱে ৩ জুলাই তাৰিখে(১৯৯২) গুৱাহাটীৰ বাজহুৱা সভাত ৰাইজৰ আগত ক'লে। অনুপ্ৰৱেশে অসমত সৃষ্টি কৰা সমস্যাৰ কথা স্বীকাৰ কৰাৰ লগতে প্ৰধানমন্ত্ৰীয়ে ক'লে যে বৰ্তমানে থকা আইন-কানুন অনুপ্ৰৱেশ ৰোধ কৰাৰ বাবে যথেষ্ট নহয়; সেই কাৰণে এই সন্দৰ্ভত থকা আইন-কানুন সংশোধন কৰাৰ প্ৰস্তাৱো প্ৰধানমন্ত্ৰীয়ে দিয়ে। প্ৰধানমন্ত্ৰীয়ে পোনপটীয়াভাৱে নক'লেও অবৈধ প্ৰব্ৰজন (ন্যায়াধিকৰণ যোগে চিনাক্তকৰণ) আইনখনৰ কথাও এই প্ৰসংগত উল্লেখ কৰা বুলি বুজিবলৈ কষ্ট কৰিব নেলাগে।

## উৰুলিকৃত হোৱাৰ কাৰণ নাই

কিন্তু সেই উক্তিৰ বাবে উৰুলিকৃত হোৱাৰ কাৰণ নাই। ইয়াৰ মাজত কি ৰাজনৈতিক পাক আছে, তাৰ আঁত উলিয়াব পাৰিলেহে আচল ৰূপটো উলিয়াব পৰা যাব। ৰাষ্ট্ৰপতিৰ নিৰ্বাচনৰ আগ মুহূৰ্তত প্ৰধানমন্ত্ৰীয়ে ভোটৰ জাল পেলাবৰ উদ্দেশ্যেৰেও এইবোৰ কথা ক'ব পাৰে। আনহাতে প্ৰধানমন্ত্ৰীৰ

মন্তব্যৰ বিপৰীতে অভিমত প্ৰকাশ কৰাৰ উপৰিও মুখ্যমন্ত্ৰীয়ে ন্যায়াধিকৰণ আইনখন সলনি নকৰে বুলি জেহাদ ঘোষণা কৰাৰ লগতে বিশেষ লোক সমষ্টিৰ মাজত প্ৰতিৰোধ গ্ৰোট গঠন কৰাৰ বাবেও অভিযান চলোৱা দেখি ধাৰণা হৈছে যে পৰস্পৰৰ মাজত ক'ৰবাত কিবা গোপন চুক্তি এখন সম্পাদিত হৈ আছে।

তদুপৰি ভোট-বেংকৰ স্বাৰ্থৰ বিপৰীতে প্ৰধানমন্ত্ৰী কিমান দূৰলৈ আগবাঢ়িব পাৰিব- সেই বিষয়তো সন্দেহ আছে। বিশেষকৈ কেন্দ্ৰত কংগ্ৰেছ (ই) চৰকাৰৰ সংখ্যালঘিষ্ঠ স্বৰূপটো তেতিয়াও সলনি হোৱা নাছিল যেতিয়া ৰাজনীতিৰ লাংচিং ডাল প্ৰধানমন্ত্ৰীৰ মূৰৰ ওপৰত ডেম'ক্লেছৰ তৰোৱালৰ দৰে ওলমি আছিল।

সেই দেখি নিমিলা অংকটো মিলাবলৈ টান হৈছে। ইপিনে কেন্দ্ৰীয় চৰকাৰৰ ন্যায়াধিকৰণ আইনখনৰ সম্পৰ্কত থকা পূৰ্বৰ মতিগতিৰ কথাও কোনেও নেপাহৰে। এই আইনখনৰ সংশোধনৰ নামত কেন্দ্ৰই এবাৰ ভেকোভাওনা পাতি থৈছে। ১৯৯১ চনতো ৰাজ্যসভাত অ গ প সদস্য নগেন শইকীয়াই অবৈধ প্ৰব্ৰজন (ন্যায়াধিকৰণৰ যোগেদি চিনাক্তকৰণ) আইনখন ৰদ কৰাৰ বাবে দাঙি ধৰা বেচৰকাৰী বিধেয়ক এখনৰ আলোচনা প্ৰসঙ্গত শাসক দলে নিজৰ চৰিত্ৰ আৰু এবাৰ উদঙাই দেখুৱালে। শাসক দলৰ বিভিন্ন সদস্যৰ মন্তব্যবোৰ মন কৰিবলগীয়া। কংগ্ৰেছ (ই) সদস্য এছ এছ আহলুৱালিয়াই অনুপ্ৰৱেশকাৰীসকলক আদৰি লোৱাৰহে পোষকতা কৰিলে। তেওঁ ভাৰত-বাংলাদেশক 'অনুভূতিৰ সীমান্ত' বুলি অভিহিত কৰি ভাৰতত সোমোৱা প্ৰব্ৰজনকাৰীসকলৰ বিৰুদ্ধে কোনো ব্যৱস্থা ল'ব নেলাগে বুলিহে ক'লে। আন এজন কংগ্ৰেছ (ই) সদস্য অজিত পি কে যোগীয়ে আইনখন ৰদ কৰিলে দেশৰ স্বাৰ্থহে হানি হ'ব বুলি আৰু কংগ্ৰেছ (ই) দলৰে অন্য এজন সদস্য ৰত্নাকৰ পাণ্ডেই বিধেয়কখনে দেশৰ বিভাজন ঘটাব বুলি ক'লে!!

এনে অৱস্থাত প্ৰধানমন্ত্ৰীয়ে গুৱাহাটীত দিয়া আশ্বাস কাৰ্যকৰী কৰাটো সম্ভৱপৰ হ'ব কেনেকৈ? ইতিমধ্যে ৰাজনীতিৰ চিকাৰীসকলে খেদা-চিকাৰ, মেলা-চিকাৰ আদিৰ আয়োজন পূৰ্ণাঙ্গ কৰি তোলালৈ চাই ধাৰণা হৈছে যে আমি চকৰিৰ পাকে পাকে ঘূৰি ঘূৰি পূৰ্বৰ স্থিতিতে উপনীত হ'ম আৰু

অন্ধকাৰৰ অনন্ত যাত্ৰাৰ পথিক হোৱাৰ বাহিৰে আমাৰ গত্যন্তৰ নাই।

## উদ্ভট ব্যৱস্থা

অসম আৰু বাংলাদেশৰ মাজৰ সীমান্তৰ নিচিনা উদ্ভট ব্যৱস্থা বোধকৰো পৃথিৱীৰ ক'তো বিচাৰি পোৱা নহ'ব। দেশে স্বাধীনতা লাভ কৰাৰ ৩ দিনৰ পিছতে ৰেডক্লিফ আয়োগে সীমান্ত নিৰূপণ সম্পৰ্কে ৰায় দিলে। কোনো প্ৰাকৃতিক বিভাজন বা বাস্তৱ বিচাৰ ইয়াৰ মাজত নাছিল। ভাৰতৰ কোনো নাগৰিকৰ পিচ চোতাল হয়তো বাংলাদেশৰ মাটিৰ ভিতৰলৈ সোমাই থাকিল; কাৰবাৰ মাটিৰ সীমা বাংলাদেশীৰ মাটিৰ সীমাৰ লগত হয়তো একাকাৰ হৈ থাকিল। মুঠতে চম্ভালিব নোৱৰা ব্যৱস্থা এটা কৰি ভৱিষ্যতৰ কাৰণে বিপদৰ কঠীয়া সিঁচি গ'ল। কিন্তু ক্ষমতাৰ খঁকুৱা আমাৰ কৰ্ণধাৰসকলৰ মনলৈ তেতিয়া এইবোৰ চিন্তা নাহিল। নৈৰ পাৰৰ ভিত্তিত বা উভয় দেশৰ মাজত এৰা-ধৰা কৰি পোনপটীয়াকৈ সীমা বান্ধি চম্ভালিব পৰা ব্যৱস্থা এটা নকৰা কাৰণেই এতিয়া হেজাৰ সীমান্তৰক্ষী বাহিনীয়েও সীমা ৰখিব নোৱৰা অৱস্থা এটা হ'ল। তাতে আকৌ সীমান্তত জনশূণ্য এলেকাৰ ব্যৱস্থা নকৰা, পৰিচয়-পত্ৰৰ ব্যৱস্থা নথকা-ইত্যাদি নানান কাৰণত পৰিস্থিতি আৰু জটিল হ'ল।

## অবাধ গতি

অৱশ্যে অনুপ্ৰৱেশ যে অকল সীমান্তৰ থল-পথেৰে হৈ আছে, সেইটোও নহয়। নদীয়েদি অবাধ গতিৰে অনুপ্ৰৱেশ চলি আছে। নাওবোৰৰ নামজাৰি কৰি নিয়ন্ত্ৰণ ৰখা, নদী-পথ নিয়ন্ত্ৰণ কৰাৰ বাবে ৰবৰৰ নাও,যন্ত্ৰ-চালিত নাও আদিৰ ব্যৱস্থা কৰা —— এইবোৰ ক্ষেত্ৰতো দূৰদৰ্শিতাৰ দৈন্য স্পষ্টভাৱে ধৰা পৰে। তদুপৰি অনুপ্ৰৱেশ ৰোধ কৰাৰ বাবে সমগ্ৰ উত্তৰ-পূব অঞ্চলকে সামৰি এটা সংহত নীতি হাতত ল'ব লাগিছিল আৰু সেয়ে নোহোৱাত চুবুৰীয়া ৰাজ্যৰ মাজেদিও ৰেল আদিৰে ব্যাপক হাৰত অনুপ্ৰৱেশ

চলি আছে; আনকি আন ৰাজ্যই বিতাৰণ কৰা অনুপ্ৰৱেশকাৰীও হেলাৰঙে অসমত সোমাইছেহি ।

## সীমান্তৰ বেৰ

অসম চুক্তি আখৰে আখৰে পালন কৰিবলৈ লোৱাৰ কথা কেন্দ্ৰীয় চৰকাৰে বাৰে পতি কৈ আহিছে। কিন্তু কাৰ্যক্ষেত্ৰত সেয়ে হোৱা নাই। চুক্তি মতে নিৰ্মাণ কৰিবলৈ লোৱা সীমান্ত-পথ আৰু কাঁইটীয়া তাঁৰৰ বেৰৰ উদাহৰণকে দিব পাৰি। পশ্চিম সীমান্তত পাকিস্তানী-অনুপ্ৰৱেশ ৰোধ কৰাৰ বাবে সীমান্তত কাঁইটীয়া বেৰ নিৰ্মাণ কৰাৰ বাবে সিদ্ধান্ত লোৱাৰ লগে লগে কামো আৰম্ভ হ'ল আৰু সেই কাম সম্পূৰ্ণ কৰা হ'ল। কিন্তু অসমৰ সীমান্তৰ পথ আৰু কাঁইটীয়া তাঁৰৰ বেৰৰ নিৰ্মাণ কাৰ্যৰ অগ্ৰগতি কিমান? ভাৰত-বাংলাদেশৰ সীমান্তত (অসমৰ সীমাত) ২৩০.৩৬ কিলোমিটাৰ পথ নিৰ্মাণ কৰাৰ বাবে ১২০ কোটি টকা খৰচ কৰাৰ ব্যৱস্থা কৰা হ'ল। কিন্তু ১৯৯০ চনলৈকে ( ছেপ্টেম্বৰ মাহলৈকে) মাত্ৰ ৫৩.৩৬ কিলোমিটাৰ পথহে নিৰ্মাণ কৰিলে আৰু ১২০ কোটি টকাৰ বিপৰীতে সেই সময়লৈকে কেন্দ্ৰই মাত্ৰ ২৭ কোটি টকাহে মঞ্জুৰ কৰিলে আৰু ১৯৮৬ চনৰপৰা ১৯৯০ চনলৈকে কাৰ্যতঃ ১২.৯০ কোটি টকাহে পোৱা হ'ল ।

কাঁইটীয়া তাঁৰৰ বেৰ দিয়া কামো নিৰাশজনকভাৱে মন্থৰ। এই ক্ষেত্ৰত অৱশ্যে যুক্তিৰো অভাৱ নহ'ল। সময়ত বাৰিষা হোৱা বুলি, কোনো সময়ত বাংলাদেশী লোকে বাধা দিয়া বুলি, সময়ত সা-সামগ্ৰী নোপোৱা বুলি কাম মন্থৰ হোৱাৰ কাৰণ দৰ্শোৱা হ'ল। শেহতীয়াভাৱে কোৱা হ'ল যে কাঁইটীয়া তাঁৰ উৎপন্ন কৰা প্ৰতিষ্ঠানে জোখাৰে কাঁইটীয়া তাঁৰ যোগন ধৰিব নোৱৰা হেতুকে ১৯৯৬ চনলৈকে এই কাম সম্পূৰ্ণ কৰাৰ সময়-সীমা বঢ়াই দিয়া হৈছে !!

কিন্তু নিৰ্মাণৰ এই সময়-সীমা আৰু পিছুৱাই দিলে কেন্দ্ৰীয় গৃহমন্ত্ৰী দপ্তৰে। ১৯৯২ চনৰ ১৭ জুলাই তাৰিখে প্ৰকাশ পোৱা বাতৰি মতে সংশোধিত কাৰ্যসূচী মতে ১৯৯৮ চনৰ মাৰ্চ মাহৰ ভিতৰতহে নিৰ্মাণৰ কাম সম্পূৰ্ণ হ'ব। লগতে কেন্দ্ৰীয় গৃহমন্ত্ৰী দপ্তৰৰ বাৰ্ষিক প্ৰতিবেদনত কোৱা হৈছে যে সামগ্ৰীৰ দাম বঢ়া হেতুকে এতিয়া সীমান্তৰ পথ আৰু কাঁইটীয়া তাঁৰৰ

বেৰ দিয়া কামত মুঠতে ৮৩১.১৭ কোটি টকা খৰচ হ'ব।

সীমান্তৰ পথৰ কথা নক'লোৱেই বা ! মাটি তুলি যিবোৰ বাট বন্ধা হৈছে সেইবোৰ বাট পানীয়ে উটাই নিবলৈ কিমান দিন লাগে, তাৰ খবৰ পাবলৈ আমি এতিয়া বাট চাব লাগিব। সীমান্তৰ কেতবোৰ অঞ্চলত বানপানীয়ে ভালকৈয়ে অতপালি কৰে। সময়ত সীমান্তত পোতা সীমাৰ খুটাকে পানীয়ে উটুৱাই নিয়ে। এনেস্থলত বালিচহীয়া মাটিৰ আলিবাট তিষ্ঠিব কেইদিন?

ৰহস্য আৰু ঘণীভূত কৰিছে উত্তৰ-পূব কংগ্ৰেছ (ই) সমন্বয়ৰক্ষী সমিতিৰ প্ৰতিবেদনে। যিসময়ত অসমৰ মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াই অসমত বাংলাদেশী অনুপ্ৰৱেশকাৰী নাই বুলি ঘোষণা কৰে, সেই সময়তে প্ৰধানমন্ত্ৰী নৰসিংহ ৰাৱে গুৱাহাটীত ওলোটা সুৰত কথা কোৱাৰ মুহূৰ্ততে উত্তৰ-পূব কংগ্ৰেছ (ই) সমন্বয়ৰক্ষী কমিটিয়ে (১৯৯২ চনৰ ৩ জুলাইৰ দিনা) অনুপ্ৰৱেশ সম্পৰ্কে প্ৰতিবেদন প্ৰকাশ কৰিলে। প্ৰতিবেদনত প্ৰশ্ন কৰিলে —— অসমলৈ অনুপ্ৰৱেশ নাই হোৱা বুলি ভাবিব পাৰিনে? লগতে পৰিসংখ্যা দাঙি ধৰি জনালে যে ১৯৭১ চনৰপৰা ১৯৮৯ চনলৈ মুঠতে ৭৫ লাখ ধৰ্মীয় সংখ্যালঘু লোক ভাৰতলৈ অহাৰ বিপৰীতে তাতকৈ বহুত বেছি মুছলমানলোকে ভাৰতত প্ৰৱেশ কৰিলে। কমিটীয়ে অনুপ্ৰৱেশকাৰীৰ খাটাং হিচাপ দিব নোৱাৰি বুলি কৈছে যদিও ৭৫ লাখৰ অধিক মুছলমান লোকে ভাৰতত প্ৰৱেশ কৰাটো কমিটীৰ প্ৰতিবেদনতে কাৰ্যতঃ স্বীকাৰ কৰা হ'ল ।

## হঠাৎ সচেতন !

হঠাৎ কংগ্ৰেছৰ (ই) এটা মহলৰ মাজত এই সচেতনতা কেনেকৈ হ'ল? কংগ্ৰেছৰ (ই) নেতৃত্বলৈ —— বিশেষকৈ হিতেশ্বৰ শইকীয়াৰ নেতৃত্বলৈ —— গুল্‌টি মৰাৰ উদ্দেশ্যেৰেই এই পন্থা লোৱা নাইতো! কিয়নো উত্তৰ-পূব অঞ্চলৰ কংগ্ৰেছী (ই) মহল কেতিয়াবাই সচেতন হ'ব লাগিছিল। সমগ্ৰ উত্তৰ-পূব অঞ্চলত কাকতি ফৰিঙৰ দৰে বাংলাদেশীৰ অনুপ্ৰৱেশ ঘটি থকা অৱস্থাত কংগ্ৰেছে চকু-কাণ মুদি থকাহে দেখা গ'ল । অসমত বাংলাদেশীৰ অনুপ্ৰৱেশৰ সম্পৰ্কত ৰাইজে চলোৱা আন্দোলনৰ বিৰুদ্ধে অসম চৰকাৰ তথা অসম প্ৰদেশ কংগ্ৰেছে(ই) ৰণং দেহি মনোভাৱ লৈহে কাৰ্য ব্যৱস্থা হাতত ল'লে।

মেঘালয়ৰ চৰকাৰেও অসম চৰকাৰৰ লগতে হাত উজান দিলে। নগালেণ্ডত বাংলাদেশী অনুপ্ৰৱেশকাৰীয়ে সমস্যাৰ সৃষ্টি কৰা সত্ত্বেও সেই ৰাজ্যৰ চৰকাৰ আওকণীয়া হৈ পৰিল। অৰুণাচল প্ৰদেশৰ কংগ্ৰেছৰ (ই) চৰকাৰ আৰু এঃ আগবাঢ়িল। অসমৰ আন্দোলনক বিভ্ৰান্ত কৰাৰ বাবে আৰু তেতিয়াৰ অসম চৰকাৰক বিব্ৰত (অ গ প) কৰাৰ বাবে মিছা তথ্য দিয়াকে ধৰি বিভিন্ন কাৰ্য ব্যৱস্থা হাতত লৈ দিল্লী আৰু অসমৰ কংগ্ৰেছ (ই) চৰকাৰক 'মদত' যোগালে ।

এনে অৱস্থাত, সমন্বয়ৰক্ষী কমিটীৰ এতিয়াৰ 'সচেতনতা' সন্দেহৰ উৰ্দ্ধলৈ যাব নোৱাৰিলে। ক'ৰবাত যেন কিবা এটা পাক আছে। তদুপৰি উত্তৰ-পূৱ কংগ্ৰেছ (ই) সমন্বয়ৰক্ষী কমিটীৰ প্ৰতিবেদনত ঢাকাৰ বুদ্ধিজীৱী তথা বিশ্ববিদ্যালয়ৰ অধ্যাপকে উত্তৰ-পূব অঞ্চলত বৃহত্তৰ বাংলাদেশ গঠনৰ লক্ষ্য আগত ৰাখি বাংলাদেশৰ মুছলমানসকলক ভাৰতলৈ অনুপ্ৰৱেশ ঘটাবৰ বাবে প্ৰৰোচিত কৰা বুলি এতিয়াহে গম পোৱাটোও আচৰিত কথা। কিয়নো অসমৰ ছবছৰীয়া আন্দোলনৰ কালছোৱাৰ ভিতৰতে এনে ধৰণৰ বিৱৰণ কাকতে-পত্ৰই প্ৰকাশ কৰা হৈছিল আৰু ৰাজ্যৰ কৰ্ণধাৰ সকলেই তেতিয়াই সেইবোৰ খবৰ ইতিকিং কৰি উৰাই দিছিল! জোৰ পুৰি হাত পোৱাব পিছতহে যদি নেতৃত্বই সঁচাকৈ নিজৰ টোপনি ভাঙিব পাৰিছে, তেন্তে সেয়াও নেতৃত্বৰ ফোপোলা স্বৰূপৰ প্ৰতীকহে !

## তেতিয়া আৰু এতিয়া

ইমানবোৰ বকলা মেলাৰ পিছত এতিয়া আগৰ সময়লৈ উলটি গ'লে অবাক হ'ব লগীয়া অৱস্থাৰ মুখত পৰিব লাগিব। বিশেষকৈ ১৯৮৬ চনৰ আগলৈকে অসমৰ আন্দোলনকাৰী, বাতৰি কাকত আদিয়ে অনুপ্ৰৱেশ সম্পৰ্কে যিবোৰ কথা কৈছিল, সেইবোৰক চি-আই-এৰ প্ৰৰোচনা, বৰ্ণ হিন্দুৰ দম্ভালি, অসমীয়া, অনা-অসমীয়া ঠেক গণ্ডীৰ বিচাৰ, সাম্প্ৰদায়িকতা, প্ৰাদেশিকতা আদি বিবিধ অলংকাৰেৰে বিভূষিত কৰি যিসকলে তেতিয়া আত্মপ্ৰসাদ লাভ কৰিছিল —— সেইসকলেই এতিয়া ঠিক একে সুৰতে অনুপ্ৰৱেশ সম্পৰ্কে বিষোদগাৰ কৰিছে। অসম, অসমীয়া আৰু অসমৰ বাতৰি কাকতৰ বিৰুদ্ধে কুৎসা ৰটনা কৰি অনুপ্ৰৱেশৰ প্ৰশ্নটোকে বাতিল কৰি কাকতৰ পৰিপুষ্টি

বড়োৱা কলিকতীয়া কাকত এতিয়া অনুপ্ৰৱেশৰ বিৰুদ্ধে মুখৰ হৈ পৰিছে। পশ্চিম বঙ্গ, ত্ৰিপুৰা আদি ৰাজ্যৰ কথাৰ সুৰ এতিয়া তেনেই বেলেগ ।

## অশ্বমেধ যজ্ঞৰ ঘোঁৰা

পৰিস্থিতিৰ এনে পৰিৱৰ্তনৰ আঁত বিচাৰিবলৈ অৱশ্যে টান নহয়। আগতে অস্তিত্বৰ সংগ্ৰাম অসমত চলিছিল। এতিয়া পশ্চিম বঙ্গ আৰু ত্ৰিপুৰাও অস্তিত্বৰ সংকটৰ মুখামুখি হৈছে। ব্যাপক অনুপ্ৰৱেশে সেইবোৰ অঞ্চলৰ সামাজিক-ৰাজনৈতিক-অৰ্থনৈতিক স্থিতি জোকাৰি পেলাইছে। কিন্তু অনুপ্ৰৱেশকাৰীৰ অশ্বমেধ-যজ্ঞৰ ঘোঁৰা অকল তাতে স্তব্ধ হোৱা নাই। বাংলাদেশী অনুপ্ৰৱেশকাৰী এতিয়া দিল্লী, বোম্বাই আদি বিভিন্ন মহানগৰী ভৰি পৰিছে। দিল্লীত ৫ লাখৰ অধিক বাংলাদেশী অনুপ্ৰৱেশকাৰী থকা বুলি স্বীকাৰ কৰা হৈছে। বিহাৰ বিধান সভাত অভিযোগ কৰা হৈছে যে বিহাৰত ১৮ লাখ বাংলাদেশী অনুপ্ৰৱেশকাৰী সোমাইছে। লগতে সদনত বিহাৰৰ ৪জন বিধায়ক আৰু এজন প্ৰাক্তন বিধায়কৰ নাগৰিকত্ব সম্পৰ্কেও সন্দেহ প্ৰকাশ কৰা হৈছে। মৌলবাদী ধ্যান-ধাৰণাৰ কাষৰে-পাঁজৰে বিচৰণ কৰা জনতা দলৰ নেতা চাহাবুদ্দিনৰ নিজা সমষ্টি কিষাণগঞ্জত বাংলাদেশী অনুপ্ৰৱেশকাৰী ভৰি আছে বুলিও কোৱা হৈছে।

সম্ভৱতঃ এনেবোৰ কথাৰ প্ৰভাৱ পৰা বাবেই এতিয়া সুৰ অলপ বেলেগ হৈছে। কিন্তু সেয়ে ঢোঁৰা সাপৰ ফোচফোচনি নে আন কিবা, তাৰ পৰিচয় সময়ে দিব। কিন্তু এটা কথা খাটাং যে ভাৰতৰ ওপৰত হেঁচা বাঢ়িবহে —— নকমে । বাংলাদেশত যি নতুন প্ৰৱাহ চলিছে, সেয়ে অশুভ ইঙ্গিত দিছে। বাংলাদেশত এতিয়া মৌলবাদী শক্তি অধিক টনকিয়াল হৈছে। বাংলাদেশৰ এতিয়াৰ চৰকাৰৰ প্ৰতি আৰু গণতান্ত্ৰিক ধ্যান-ধাৰণা পোষণ কৰা লোক-সমষ্টিৰ প্ৰতি প্ৰত্যাহ্বান জনাব পৰা শক্তি আহৰণ কৰা এই মৌলবাদী শক্তিয়ে এতিয়া বৃহত্তৰ বাংলাদেশৰ সপোন চৰিতাৰ্থ কৰাৰ বাবে ভাৰতলৈ অনুপ্ৰৱেশ বঢ়োৱাত অধিক মনোযোগ দিব।

## বহিষ্কৰণ নে সংৰক্ষণ

বিদেশী অনুপ্ৰৱেশকাৰীক চৰকাৰে ৰক্ষণাবেক্ষণ দি সমস্যা কেনেকৈ

জটিল কৰি তুলিছে, সেই বিষয়ে আলোচনা কৰি ১৯৮০ চনৰ ৩০ আগষ্টৰ দিনা দৈনিক অসমত প্ৰকাশ কৰা সম্পাদকীয় এটাত উদঙাই দিয়া হৈছিল। "বিদেশী বহিষ্কৰণ নে সংৰক্ষণ?"-এই শিতানৰ এই সম্পাদকীয়ত লিখা হৈছিল- স্ব'বধভাৱে অসম আৰু চুবুৰীয়া ৰাজ্য কেইখনত বিদেশী থকা কথা দেখাত সকলো পক্ষই মানি লৈছে। সেয়েহে চৰকাৰেও বিদেশী বহিষ্কৰণৰ মূল প্ৰশ্নটোৰ ওপৰতে অসমৰ আন্দোলনকাৰীসকলৰ লগত আলোচনাৰ দুৱাৰ এতিয়াও মুকলি আছে বুলি কৰ্তৃত্বশীল মহলৰ জৰিয়তে ঘোষণা কৰাই আছে। কিন্তু কথা আৰু কামৰ বিসঙ্গতি দেখি-শুনি, ৰাইজে উক্ত ঘোষণাও এটা সময় নিওৱাৰ কৌশল বুলিহে সন্দেহ কৰাৰ থল ওলাইছে। দীৰ্ঘকালৰ অসম আন্দোলনৰ মূৰত মধ্যস্থতাকাৰীৰ যোগেৰেই আলোচনাৰ মেজত বহাৰ পৰিৱেশ এটা কৰোৱা হৈছিল । চৰকাৰত অধিষ্ঠিত দলৰে হওক বা ব্যক্তিগত হওক, সেই প্ৰচেষ্টাৰ ভেটিতেই পতা ইম্ফলৰ বৈঠকত কেন্দ্ৰীয় গৃহমন্ত্ৰী দপ্তৰৰ উচ্চ দায়িত্বসম্পন্ন বিষয়াও উপস্থিত আছিল । গতিকে মধ্যস্থতাকাৰীৰ উক্ত প্ৰচেষ্টাৰ লগত কিছু পৰিমাণে হ'লেও ক্ষমতাধিষ্ঠ চৰকাৰৰ যোগসূত্ৰ আছিল। কিন্তু পিছত বহু প্ৰত্যাশিত শ্বিলং-বৈঠকত আগৰ মধ্যস্থতাকাৰীক বাদ দিয়া হ'ল ; হয়তো এই কাৰণেই যে সেই ব্যক্তিগৰাকীয়ে কিছুমান শুভেচ্ছামূলক পূৰ্ব ব্যৱস্থাৰ বাবে উভয় পক্ষৰপৰা 'ভদ্ৰজনোচিত সমৰ্থন' লাভ কৰিছিল । তেনে ব্যৱস্থা চৰকাৰেই সম্পূৰ্ণ নকৰাত মধ্যস্থতাকাৰীৰ সন্মুখত সেই প্ৰতিশ্ৰুতি-ভঙ্গৰ প্ৰশ্ন উঠাটো সংশ্লিষ্ট পক্ষই বিচৰা নাছিল । এয়াও এক বিদেশী আমোলৰ পৰা বহন কৰি অনা আমোলাতন্ত্ৰৰ প্ৰশাসনৰ নামত স্বেচ্ছাচাৰ চলোৱা কূট-কৌশলৰ নিদৰ্শন বুলি ভবাত আচৰিত হ'ব লগীয়া একো নাই।

"তাৰেই ফলত আলোচনা নহ'ল। আমোলা এচামৰ কূট চক্ৰান্ত জয়যুক্ত হ'ল। অসম বা উত্তৰ-পূৰ্বাঞ্চলৰ নাড়ী-নক্ষত্ৰৰ অকণো ভু নোপোৱাকৈয়ে কেন্দ্ৰৰ ৰাজ্যমন্ত্ৰী মাকৱানাই সেয়েহে অসমৰ ৰাজ্যপালৰ মুখ্য উপদেষ্টা আদিৰ কথাতে হয়ভৰ দি আঁতৰি গ'ল। এইদৰে অসমৰ ন্যায্য দাবীৰ আন্দোলনৰ ক্ষেত্ৰত ন্যস্ত স্বাৰ্থৰ এক আমোলা চক্ৰই ৰাজনৈতিক ক্ষমতা লোভীৰ ভোটৰ ভৰাল অটুট ৰখাৰ চক্ৰান্তৰ লগত হাত মিলোৱা পৰিস্থিতি এটাৰহে উদ্ভৱ হ'ল ।

"এনে অৱস্থাত বাৰে বাৰে মনলৈ প্ৰশ্ন আহে-অসমৰপৰা বিদেশী বহিষ্কৰণৰ ঠাইত বিদেশীক সংৰক্ষণ দিয়াৰহে চেষ্টা চলিছে নেকি? নহ'লে এটা ৰাষ্ট্ৰীয় স্বাৰ্থৰ বাবে চলোৱা আন্দোলন মষিমূৰ কৰাৰ বাবেহে প্ৰত্যক্ষ তথা পৰোক্ষভাৱে সমগ্ৰ প্ৰশাসনিক শক্তি আৰু কূটনীতি প্ৰয়োগ কৰাৰ কি অৰ্থ হ'ব পাৰে?

"অসমৰ গণ আন্দোলনৰ ঘাই খুটাবোৰত এমূৰৰপৰা আঘাত কৰাৰ ৰণ-কৌশলেৰে কূটনীতি - বিশাৰদ বুলি খ্যাত মুখ্য উপদেষ্টা চাৰিণে প্ৰথমে তথাকথিত সংখ্যালঘুৰ ছত্ৰ-ছায়াত ধৰ্মীয় আৰু ভাষিক বিচ্ছিন্নতাবাদক প্ৰশ্ৰয় দিয়া দেখা গ'ল । অনবৰত চলা এই প্ৰচেষ্টাত সাময়িকভাৱে হ'লেও অসমত কোনো কালে নোহোৱা ধৰ্মীয দৃষ্টিৰে সংঘৰ্ষৰ সূত্ৰপাত হ'ল। তাৰ পিছত আন্দোলন সফলতাৰে পৰিচালনাত অৰিহনা যোগোৱা অসমৰ মাতৃসকলৰ নৈতিক শক্তি ভঙ্গ কৰিবৰ উদ্দেশ্যে ল'ৰা-ছোৱালীহঁতৰ ওপৰত কলংক জাপি দিয়া ধৰণৰ উক্তি কৰি নাৰীসকলৰ মাজত আউল লগোৱাৰ চেষ্টা চলোৱা হ'ল। আনহাতে চাকৰিয়ালসকলক অৰ্থনৈতিকভাৱে ক্ষতিগ্ৰস্ত কৰাৰ লগতে তেওঁলোকৰ মাজতো সাম্প্ৰদায়িক ভাব বা সুবিধা বিতৰণৰ জৰিয়তে বিভেদ সৃষ্টি কৰাৰ অভিযান চলিল। ছাত্ৰ সমাজৰপৰা তেওঁলোকক বিচ্ছিন্ন কৰাৰ উদ্দেশ্যে ইম্ফল আৰু শ্বিলঙৰ বৈঠকৰ সময়লৈকে অযুক্তিকৰ অজুহাতত বিভিন্ন শাস্তি উঠাই লোৱাত হেমাহি কৰা হ'ল ।

"শেষত অসমৰ ছাত্ৰ-ছাত্ৰীসকলৰ পঢ়া-শুনা ক্ষতি হোৱাত যেন কূটনীতিজ্ঞসকলৰ নিজৰ চকুৰে টোপনি হৰিল। অথচ অসমৰ বছৰে বছৰে ওলাই থকা হেজাৰ হেজাৰ শিক্ষিত, অৰ্ধশিক্ষিত নিবনুৱাসকলক ৰাজ্যখনৰেই চাকৰি-বাকৰি বা উদ্যোগ-ব্যৱসায়ত স্বাধীনতাৰ পিছৰ ৩৩টা বছৰে এইসকল ছাত্ৰ-প্ৰেমী ৰাজনৈতিক বেপাৰী বা আমোলাচক্ৰই গভীৰভাৱে কিবা কাৰ্যকৰী চিন্তা কৰিছিল নে? এতিয়া বানপানীত সমগ্ৰ ৰাজ্য উটিবুৰি থকাৰ মাজতে হঠাতে সাতটা ৰাজনৈতিক দলো চাৰিণ-মাকৱানা আদি আমোলা মন্ত্ৰীৰ লগতে সুৰ মিলাই অসমৰ ছাত্ৰ-ছাত্ৰীক আৰক্ষী, চি আৰ পিৰ সাহায্যৰে হ'লেও শিক্ষাদান কৰাতহে ব্যস্ত হৈ পৰিল! আচলতে ৰাজনৈতিক এচাম নেতাৰ ভাব হৈছে যে কোনো মতে স্কুল-কলেজ খোলাই ছাত্ৰৰ দুটা দলক সংঘৰ্ষত ব্যস্ত ৰাখিব পাৰিলে বিদেশী বহিষ্কৰণৰ মূল সমস্যা গাপ দি থ'ব পৰা যাব।

ইতিমধ্যে অন্ততঃ বাকী থকা আঢ়ৈটা বছৰ চৰকাৰ পক্ষতে হওক বা বিপক্ষ দলতে হওক — ক্ষমতাত অধিষ্ঠিত হৈ কৃপা বিতৰণৰ পোহাৰ চলাব পৰা যাব। ফলত গণ আন্দোলন স্বাভাৱিক মৃত্যুৰ মুখত পৰিব আৰু পুনৰ দলীয় ভোট-ভৰালবোৰ খিতাপি লগাব পৰা হ'ব। এইসকল অসমবাসীৰ প্ৰতিনিধিৰ সেয়েহে কাৰ্যতঃ বিদেশী বহিষ্কৰণৰ বিষয়ে ৰাইজক ক'বলগীয়া একো নাই। সপ্তৰথীৰ দৰে একযোগে গণ আন্দোলনক দুৰ্বল কৰাৰ বাবে আন্দোলনৰ কৰ্ণধাৰ ছাত্ৰ-সমাজক চক্ৰবেহুত সুমুৱাবলৈহে তেওঁলোক তৎপৰ হৈ উঠিছে। জাতি, জনজাতি, উপজাতি, ধৰ্মীয়, ভাষিক সংখ্যালঘু আদি আঁহফলা কথাৰে এই সকল আৰু লগতে প্ৰশাসনীয় কূটনীতিবিদ চক্ৰই অসমৰ ছাত্ৰ-ছাত্ৰীৰ শিক্ষাৰ বাবে ঘঁৰিয়ালৰ চকুলো টোকা কথা সচেতন ৰাইজে নুবুজা নহয়।

"- - - - - - - অথচ প্ৰধানমন্ত্ৰীকো এই ন্যস্ত স্বাৰ্থৰ চক্ৰই ভুল তথ্য আৰু উপদেশেৰে বিভ্ৰান্ত কৰা যেন অনুমান হয়। সেয়ে তেওঁ কেতিয়াবা এই ন্যায্য দাবীৰ আন্দোলনত বিদেশীৰ হাত থকা বুলিও কয়; অথচ কোন সেই বিদেশী তাক নিৰ্দিষ্ট কৰি ক'ব পৰা তথ্য তেওঁৰো হাতত নাই। এনেদৰে চাপৰি মেঘ আঁতৰোৱাৰ প্ৰচেষ্টাই ক'ব নোৱাৰাকৈ অসম আৰু উত্তৰ-পূৰ্বাঞ্চলৰ লগতে সমগ্ৰ ৰাষ্ট্ৰখনৰে এটা বৃহৎ সমস্যাক ক্ৰমে জটিলতৰ কৰি আনিছে। আত্মঘাতী পথ লোৱা ৰাজনৈতিক দল বা ব্যক্তিসকলে এনেদৰে ৰাজ্যখনৰ আৰু দেশখনৰ ৰাজনৈতিক-সামাজিক-সাংস্কৃতিক নিৰাপত্তা বিপন্ন কৰা কথাই আমাক সচকিত কৰি তুলিছে। কিন্তু এষাৰ কথা যেন এই সকলে পাহৰি নেযায় যে ইতিহাসৰ বিচাৰত কোনো সাৰি নেযাব।"

## প্ৰহসন?

প্ৰশাসনৰ ওপৰ মহলৰ আশীৰ্বাদ লৈ বিষয়া কৰ্মচাৰী আদিয়ে বাংলাদেশী অনুপ্ৰৱেশকাৰীৰ সপক্ষে বিভিন্ন ক্ষেত্ৰত লোৱা ব্যৱস্থাৰ পূৰ্ণাঙ্গ তালিকা দিবলৈ হ'লে চন্তালিবলৈকে টান হ'ব। ভোটাৰ তালিকাৰ শুধৰণিৰ বেলিকা ১৯৮৫ চনত বিষয়া আৰু কৰ্মচাৰীৰ এটা ভাগে শাসকদলৰ নিৰ্দেশত অসমৰ স্বাৰ্থ কিদৰে হানি কৰিলে, তাৰে পৰিচয় দিবৰ কাৰণে ১৯৮৫ চনৰ ৪ মে' তাৰিখে দৈনিক অসমত প্ৰকাশিত সম্পাদকীয়ৰ ('সংশোধন নে

প্রহসন?) টুকুৰা এটাকে তুলি দিলোঁ—"- - - - খচৰা ভোটাৰ তালিকা শুধৰোৱাৰ বাবে কেন্দ্ৰীয় নিৰ্বাচনী আয়ুক্তই সকলো ৰাজনৈতিক দলক ১৯৭১ চনৰ ভোটাৰ তালিকাৰ দুটাকৈ প্ৰতিলিপি দিবলৈকো সৌ সিদিনাহে নিৰ্দেশ দিয়াৰ বাৰ্তা ওলাইছে। অথচ ইতিমধ্যে আশীটাৰো অধিক সমষ্টিৰ খচৰা ভোটাৰ তালিকা প্ৰকাশ হোৱাৰ পিছত শুধৰণিৰ সময়ো পাৰ হওঁ হওঁ হৈছে। আনহাতে ১৯৭১ চনৰ আগৰ ভোটাৰ তালিকাবোৰ, ১৯৭১ চনত ভাৰতত প্ৰকাশ কৰা বিদেশী নাগৰিকৰ তালিকা, পশ্চিম বঙ্গ বা ত্ৰিপুৰা চৰকাৰৰ নাগৰিকত্ব লৈ অনুপ্ৰৱেশ কৰাসকলৰ তালিকা, ১৯৫১ চনৰ ৰাষ্ট্ৰীয় নাগৰিক পঞ্জী আদিৰ চিনচাবেই নাই। সীমান্তৰ গুৰুত্বপূৰ্ণ পৰিস্থিতি আৰু বিদেশী অনুপ্ৰৱেশৰ জটিলতম সমস্যাৰ কথা ভাবি সংশোধিত বৈধ ভোটাৰ তালিকা প্ৰস্তুত কৰাৰ বাবে কিন্তু উক্ত সকলো নথি-পত্ৰৰ বিশেষ আৱশ্যক আছিল।

"দুখৰ কথা সৌ সিদিনাখনলৈকে ১৯৭১ চনৰ ভোটাৰ তালিকাও পাবলৈ নোহোৱা বুলি ৰাজ্য চৰকাৰ তথা সংশ্লিষ্ট পক্ষই কৈ আছিল। পিছে এতিয়া সেইখন তালিকা ওলাল কেনেকৈ? - - - - -"

চৰকাৰী উদ্যোগত এনে পশ্চাৎঘাতী কাৰ্য চলা সত্ত্বেও অসম বুলিয়েই কোনেও কাণ নকৰিলে আৰু এতিয়া আমি সকলোৱে এহাতৰ হুল দুহাতে কাঢ়িবলগীয়া হৈছে !

## অসমৰ প্ৰতি অবিচাৰ

অসমৰ জ্বলন্ত সমস্যাবোৰ দিল্লীৰ দৰবাৰত নিৰ্ভীকভাৱে উত্থাপন কৰাৰ উদাহৰণ কোনো সময়তে নাছিল — আনকি অসমৰ বাতৰি কাকতৰ বক্তব্যও অসম আন্দোলনৰ আগলৈকে অসমৰ সীমা চেৰাই বাহিৰ ওলাব পৰা নাছিল। কলিকতা আদিৰ শক্তিশালী বাতৰি কাকতবোৰৰ বক্তব্যই অসমৰ বক্তব্য বুলি পৰিগণিত হৈছিল।

এই পৰিবেশৰ মাজত অসমৰ প্ৰতি অবিচাৰ কৰাৰ দেখাৰ সুযোগ ওলাল। ভাৰতৰ বিভাজনৰ ফলত ভুগনীয়া হোৱা লোকসকলৰ দুখ-দুৰ্দশাৰ দায়িত্ব সমগ্ৰ ভাৰতবাসীয়ে লোৱাটো নিতান্ত কৰ্তব্য আছিল যদিও সৰহভাগ অঞ্চলতেই দেশৰ পূব অঞ্চলৰ ক্ষেত্ৰত এৰাই দেখুৱালে। ফলত পশ্চিমবঙ্গ,

অসম আৰু ত্ৰিপুৰাৰ ওপৰত মাধমাৰ পৰিল। অসমৰ ওপৰত ভগনীয়াৰ দুৰ্বহ বোজা চপাই দিবলৈ এসময়ত ব্যাপকভাৱে অপপ্ৰচাৰ চলাই অসমৰ নেতৃত্বক জব্দ কৰি পেলোৱা হৈছিল। চৰকাৰী হিচাপত অসমে যিমান ভগনীয়া ল'লে, তাতকৈ বহুত বেছি ভগনীয়া অদৃশ্যভাৱে অসম সোমালহি।

## অবিৰাম সোঁত

ভগনীয়াৰ উপৰিও স্বাধীনতাৰ বহুত বছৰৰ আগৰপৰাই তাহানিৰ পূববঙ্গৰপৰা পমুৱাৰ সোঁত বলে। তাৰ পিছত বাংলাদেশীৰ অবাধ অনুপ্ৰৱেশ। ইপিনে মিয়ানমাৰৰ (আগৰ ব্ৰহ্মদেশ) কাৰণে বিদ্ৰোহৰ সময়ৰপৰাই ভাৰতলৈ সোঁত বোৱা মুছলমানৰ কিমানখিনি সীমান্ত পাৰ হৈয়েই ধৰ্মীয় সংখ্যালঘুৰ ছাব লৈ অসমত সোমালহি তাৰ হিচাপ দিওঁতা নোলাব। সেইদৰে পূব পাকিস্তানৰ ঠাইত বাংলাদেশ প্ৰতিষ্ঠা হোৱাৰ পিছত ভাৰতত আটক হৈ থকা 'বিহাৰী মুছলমান' নামেৰে অভিহিত পাকিস্তানী নাগৰিকসকলক পাকিস্তানে গ্ৰহণ নকৰাত তেওঁলোক সুদীৰ্ঘকাল শিবিৰতে থাকিবলগীয়া হয়। ১৯৭২ চনৰ এটা হিচাপ মতে চাৰে সাত লাখ 'বিহাৰী মুছলমান' শিবিৰত আছিল। তাৰে মাত্ৰ ৩৩ হেজাৰক পাকিস্তানে গ্ৰহণ কৰিলে। কিন্তু এতিয়া শিবিৰত ২ লাখো 'বিহাৰী মুছলমান' নাই। বাকীবোৰ ভাৰতৰ ভিন ভিন ঠাইত সিঁচৰতি হৈ সোমাই পৰিল। তেওঁলোকৰ এভাগ অসমতো সোমালহি বুলি নিৰ্ভৰযোগ্য মহলৰপৰা জনা গৈছে। বাংলাদেশৰ স্বাধীনতা সংগ্ৰামৰ সময়ত সেই দেশৰপৰা ১ কোটি মুছলমান লোকো অসমলৈ ভাগি আহিছিল। স্বাধীনতাৰ পিছত বুজন ভাগটো স্বাধীন বাংলাদেশলৈ উলটি গ'ল। কিন্তু যিটো ভাগ নগ'ল তেওঁলোকক ঘূৰাই পঠোৱাৰ ব্যৱস্থাও কৰা নহ'ল আৰু তেওঁলোকৰ সংখ্যা সঠিকভাৱে নিৰূপণ কৰাৰ বাবেও কোনো তৎপৰতা দেখুওৱা নহ'ল।

## সৰু মাছ খোৱাৰ কৌশল

এইদৰে ইটোৰ পিছত সিটোকৈ অসমৰ ওপৰত হেঁচা বাঢ়ি গৈ আছে।

অসমলৈ অৱশ্যে ৰাজ্যৰ বাহিৰৰ মানুহৰ (অৰ্থাৎ অন্যান্য ৰাজ্যৰ) সোঁত অবিৰতভাৱে বৈ আছে । সেই সোঁত বন্ধ কৰাৰ কোনো উপায় নাই—কিয়নো ভাৰতৰ যিকোনো অঞ্চলৰ মানুহে যি কোনো অঞ্চললৈ গৈ বসবাস কৰিব পাৰে, চাকৰি, ব্যৱসায়, সা-সম্পত্তি কৰিব পাৰে। এয়া সাংবিধানিক অধিকাৰ। কিন্তু শোষণৰ হাতিয়াৰ স্বৰূপে এই অধিকাৰ প্ৰয়োগ কৰাৰ কথা সংবিধানৰ প্ৰণেতাসকলে ভৱা নাছিল। ভাৰতীয় সংঘৰ সৰ্বাঙ্গীন বিকাশ সধাহে ইয়াৰ লক্ষ্য আছিল। কিন্তু কাৰ্যক্ষেত্ৰত দেখা গ'ল যে ডাঙৰ মাছে সৰু মাছ খোৱাৰ কৌশল হিচাপেহে ঘাইকৈ এই ব্যৱস্থাৰ ব্যৱহাৰিক প্ৰয়োগ হৈছে। মূলধনৰ জোৰত নানান পন্থা অৱলম্বন কৰি মাটি-বাৰী হস্তগত কৰা, ব্যৱসায়-বাণিজ্যত একাধিপত্য বিস্তাৰ কৰাকে ধৰি বিবিধ কাৰ্যকলাপ চলি থকাৰ উপৰিও চাকৰি-বাকৰিৰ ক্ষেত্ৰতো শোষণৰ জাল বিস্তাৰ কৰা হৈছে। থলুৱা লোকক বঞ্চিত কৰি ৰাজ্যৰ বাহিৰৰ লোকক চাকৰি দিয়া হৈছে। বেংক আদিত অসমত খালি হোৱা পদৰ বাবে বাহিৰৰপৰা পদোন্নতি, বদলি আদিৰ দ্বাৰা মানুহ আমদানি কৰা হৈছে। উত্তৰ-পূব সীমান্ত ৰেলৰ চাকৰিত থলুৱা লোকৰ সংখ্যা কম; কিন্তু আন ঠাইৰ লোকৰ উপৰিও পূৰ্বৰ পূব পাকিস্তানৰ অসংখ্য লোকক চাকৰিত ভৰ্তি কৰা হৈছে। আনকি বিহাৰ, উত্তৰ প্ৰদেশ আদিৰ বিকলাঙ্গ ভিক্ষাৰীসকলকো ৰেলেৰে বিনা টিকটে কঢ়িয়াই আনি অসমত মেলি দিয়া হৈছে ।

## শক্তি-কেন্দ্ৰ

এনেবোৰ কাৰ্যকলাপৰ ফলত অৰ্থনৈতিক আৰু ৰাজনৈতিক ক্ষেত্ৰত এটা শক্তিশালী শক্তিকেন্দ্ৰই গঢ় লৈছে আৰু থলুৱা-স্বাৰ্থ -সেই অনুপাতে অপসাৰিত হৈছে। পিছে অকল আনক দোষ দি আমি অৱস্থাৰ প্ৰকৃত মূল্যাংকন কৰাটো সম্ভৱপৰ নহয়। অসমৰ মানুহ যেতিয়া অলস হৈ থাকে, সকলো কামতে আনক লগাই দি হাত সাৰটি থাকে, আজিৰ প্ৰতিযোগিতাৰ যুগত যেতিয়া নিজক সকলো প্ৰকাৰে যোগ্য কৰি তোলাৰ হকে আত্মনিয়োগ নকৰে, যেতিয়া থলুৱা মানুহৰ মাজত মূলধন গঠিত নোহোৱাৰ বাবে বাহিৰৰ মূলধনে শোষণৰ সাম্ৰাজ্য স্থাপন কৰে আৰু এই শোষকসকলৰ লগতে

যেতিয়া শাসকবৰ্গ, প্ৰশাসন, বেঙ্ক, ৰাজনৈতিক নেতা আদিয়ে হাত মিলাই দিয়ে তেতিয়া গোটেই বিষয়টোৱে এটা নতুন স্থিতি লয়। তাকে কেন্দ্ৰ কৰি যি সমস্যাৰ সৃষ্টি হয়, সেই সমস্যাৰ কদৰ্যতাক কিন্তু তুলসীপানী ছটিয়ায়ো নিকা কৰিব নোৱাৰি। শোষণৰ বাট ভেটা দিয়াৰ বাবে কেতবোৰ কঠোৰ ব্যৱস্থা হাতত লোৱাটো নিতান্তই প্ৰয়োজনীয় হৈ পৰে। থলুৱা মানুহখিনিক সম্পূৰ্ণৰূপে বাদ দি ৰাজ্যখনৰ সৰ্বাঙ্গীন উন্নতি সধাৰ প্ৰচেষ্টা চলোৱা বুলি ক'লে বাতুলতাৰ চিনাকি দিয়াহে হ'ব ।

সেইবুলি ৰাজ্যখনক পানী নসৰকা কুঠৰীৰ দৰে নিলগতে ৰখাৰ কথা কোৱা নাই। এনে অসন্মানজনক স্থিতিয়ে ৰাজ্যৰ মানুহখিনিক আৰু অসন্মানজনক পৰ্যায়লৈহে ঠেলি দিব। আমি সন্মানজনক স্থিতিত সমানে ফেৰ মাৰি টিকি থকাটোহে বিচাৰোঁ। কিন্তু শাসক, প্ৰশাসন আদি যাতে ক্ষমতাশালী চক্ৰৰ মেৰঘৰত নজৰবন্দী হৈ থাকিব লগা অৱস্থা নহয় — তাৰ বাবে দ্বি-নাগৰিকত্বৰ ব্যৱস্থা প্ৰৱৰ্তন কৰাৰ কথা আমি ভাবিবৰ হ'ল। তেতিয়াহে অসমীয়া মানুহখিনিৰ কাৰণে স্থিতি এটা থাকিব।

# ওলোটা সুৰ

ঘোষা আগতে পাঠ কৰিহে পদত ধৰিব লাগিছিল। পিচে আগতে পদ গায়েই বহুত সময় কটালোঁ। অৰ্থাৎ ১৯৮৬ চনৰ পিচৰ সময় ছোৱাৰ কথা বহলাই চালি-জাৰি চাবলগীয়া হ'ল। তেতিয়াহে পটভূমিৰ আচল চিনাকিটো ওলাব। অস্তিত্ব ৰক্ষাৰ সুদীৰ্ঘ কালৰ আন্দোলনক বহুতে (ৰাজ্যৰ ভিতৰৰ আৰু বাহিৰৰ) গৰিহণা দিলে। নানান বিকৃত প্ৰচাৰ চলিল। অবৈধ বিদেশী নাগৰিকৰ বিতাৰণৰ ভিত্তিত চলা আন্দোলনটোকে ধ্বংস কৰাৰ বাবে সৰ্বাত্মক প্ৰচেষ্টা চলোৱা হ'ল। কিন্তু যিসকলে তেতিয়া জেহাদ ঘোষণা কৰিছিল, সেইসকলেই এতিয়া সম্পূৰ্ণ ওলোটা সুৰত কথা কৈছে। তেওঁলোকৰ বক্তব্য আন্দোলনৰ

সময়ত অসমে তোলা ধ্বনিৰে প্ৰতিধ্বনি। ইতিমধ্যে উল্লেখ কৰা শেহতীয়া সময়ৰ কথাখিনি তাৰেই সাক্ষী।

অসমত যিটো দাবী তুলি দীঘলীয়া আন্দোলন চলোৱা হৈছিল, সেই কাৰ্যপন্থাই অসমত বিভাজন ঘটোৱাৰ থল উলিয়ালে বুলি যিসকলে কৈছিল- এতিয়া সেইসকলেই অসমৰ অস্তিত্ব সম্পূৰ্ণ বিলুপ্ত হোৱাৰ উপক্ৰম ঘটোতেও মাত মতাৰ আৱশ্যক বোধ কৰা নাই। যিসকলে এই কাৰ্যপন্থাক সময়োচিত হোৱা নাই বুলি কৈছিল, সেইসকল এতিয়া অসমৰ শৱ-যাত্ৰাৰ সহযাত্ৰী হোৱাৰ উপক্ৰম ঘটিছে। যিসকলে অসমৰ আন্দোলনক মাত্ৰ আৱেগ-চালিত আন্দোলন বুলি কাকতে-পত্ৰই থকা-সৰকা কৰি সমালোচনা কৰিছিল, সেইসকলেই এতিয়া স্বাধীন অসমৰ দাবীৰ আৱেগ-চালিত ঢৌত নিজকে উটাই দি আত্মপ্ৰসাদ লাভ কৰিছে। যিসকলে অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ সন্দৰ্ভত দৈনিক অসমক কুকুৰে কাঁইট নোখোৱাকৈ ককৰ্থনা কৰিছিল, সেইসকলে হয়তো অসমৰ অস্তিত্ব থকা-নথকা সম্পৰ্কে মূৰ নঘমায় । গজদন্তৰ মিনাৰত বহি সাংবাদিকতা নকৰাটো যদি দোষ হয়, তেন্তে তেনে দোষ জনমে-জনমে কৰি যোৱাতো আপত্তি নাই। যিসকলে ডেকা-শক্তিক ‘প্ৰশ্ৰয়’ দিয়া বুলি দোষাৰোপ কৰিব খোজে, সেইসকলৰ অৱগতিৰ অৰ্থে মাত্ৰ ইয়াকে ক’ব পাৰি যে বয়সীয়া চাম ন্যস্ত স্বাৰ্থৰ পলসত পোত গৈ থকা সময়ত নতুন শক্তি উদ্ভৱ হোৱাটো বুৰঞ্জীৰ নিৰ্দেশনা। এছিয়াৰ বুকুতে তাৰ অলেখ উদাহৰণ ওলাব। ডঃ ছীংমেন ৰীৰ দৰে প্ৰভূত শক্তিসম্পন্ন ৰাষ্ট্ৰপ্ৰধানক ডেকা শক্তিয়েই ওফৰাই দিলে। মিয়ানমাৰৰ (পূৰ্বৰ ব্ৰহ্মদেশ) সামৰিক একনায়কত্বক ডেকা-শক্তিয়েই নিৰ্বাচনৰ জৰিয়তে কঁপাই তুলিছিল। চীনত ৰক্ত-গঙ্গা বোৱাই দিয়া সৌ সিদিনাৰ আন্দোলনৰ গুৰিতো ডেকা-শক্তিয়েই আছিল । আনকি ১৯৪২ চনৰ স্বাধীনতা আন্দোলনৰ গতি সলাই স্বাধীনতাক কাষ চপাই অনাৰ ক্ষেত্ৰতো কংগ্ৰেছৰ ডেকা শক্তিৰ অপাৰ অৱদান আছিল।

অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনত ডেকা-শক্তিৰ নেতৃত্বৰ বাবে সেইদেখি চক খোৱাৰ কাৰণ নাই। ই অৱশ্যম্ভাৱী পৰিণতি। অৱশ্যে পিছত ডেকা-শক্তিৰ নেতৃত্বৰ স্খলন ঘটাটো সুকীয়া কথা। ক্ষমতাৰ মূৰ-ঘূৰণি, দলাদলি

ধন আৰু নিৰ্বাচনৰ লোভ, দুৰ্নীতি আদিয়ে সেই ডেকা-শক্তিকো পূৰ্বগামীসকলৰ পদাংক অনুসৰণ কৰিবলৈ অৱনমিত কৰাটো চৰম বিপৰ্যয় তথা জনসাধাৰণে স্থাপন কৰা বিশ্বাসৰ প্ৰতি অমাৰ্জনীয় অপমান।

অসমৰ প্ৰতি কৰা অবিচাৰৰ প্ৰকৃত মূল্যাংকন কৰিবলৈ হলে ১৯৯২ চন বা তাৰ সমসাময়িক কালৰ কথা কাণ্ডবোৰৰো বিচাৰ ললেহে পাতৰ তলৰ লাও ওলাই পৰিব। অসমৰ সুদীৰ্ঘ কালৰ আন্দোলনৰ সময়ত বিদেশী নাগৰিকৰ অনুপ্ৰবেশ সম্পৰ্কে কেন্দ্ৰীয় চৰকাৰে আৰু ভোটাৰ তালিকাত বিদেশী নাগৰিকৰ নাম সোমোৱা সম্পৰ্কে নিৰ্বাচনী আয়োগে লোৱা ভূমিকাৰ লগত ১৯৯২ চন বা তাৰ সম-সাময়িক কালৰ ভূমিকাৰ মিল নাই। ১৯৯২ চনৰ ছেপ্টেম্বৰ মাহত নিৰ্বাচনী আয়োগে ভোটাৰ তালিকাৰ শুধৰণি সম্পৰ্কে ৰাজ্য সমূহলৈ পঠোৱা নতুন নিৰ্দেশত সংশোধিত ভোটাৰ তালিকাত বিদেশী নাগৰিকৰ নাম নভৰাবলৈ সৰ্তক কৰি দিয়ে।

এই সম্পৰ্কত বাতৰি প্ৰতিষ্ঠানে দিয়া বাতৰি মতে এই উদ্দেশ্যেৰে বিস্তৰ কাৰ্য-সূচী যুগুতাই ৰাজ্য সমূহলৈ নিৰ্দ্দেশ পঠোৱা হয়। ৰাজ্যৰ মুখ্য নিৰ্বাচনী বিষয়া সকলক বিদেশী নাগৰিক সৰহকৈ থকা অঞ্চলবোৰ চিনাক্ত কৰি বিদেশী নাগৰিকৰ নাম ভোটাৰ তালিকাত সোমোৱাত বাধা দিবলৈ কোৱা হয়। লগতে কয় যে কোনো সমষ্টিৰে ভোটাৰ তালিকাৰ শুধৰণি প্ৰক্ৰিয়াত নিৰ্বাচনী আয়োগ যদি সন্তুষ্ট নহয়, তেন্তে সেই তালিকা বাতিল কৰি পুনৰ ভোটাৰ তালিকা শুধৰাবলৈ নিৰ্দেশ দিব। বাতৰিত কোৱা মতে নিৰ্বাচনী আয়োগৰ নিৰ্দেশনাত চিনাক্ত কৰা অঞ্চল সমূহত ভাৰতীয় নাগৰিক বুলি প্ৰমাণ দিয়াৰ দায়িত্ব ভোটাৰ হব খোজা সকলেহে ল'ব লাগিব। তদুপৰি বিদেশী নাগৰিকৰ নাম সোমোৱাৰ অভিযোগ উঠিলে নিৰ্বাচনী বিষয়া সকলকহে দায়ী কৰা হব বুলি বাতৰিটোত কোৱা হয়।

## ইমান বেলেগ কিয় ?

মুখ্য নিৰ্বাচনী আয়ুক্তৰ কথাৰ সুৰ ইমান বেলেগ হোৱাটো বিশেষ মন কৰিব লগীয়া কথা। আচল কথা হল - জোৰ পুৰি হাত পালেহি দেখি ধৰফৰণি

লাগে । অসমৰ নিচিনা 'উপনিবেশত' যি হৈছে, তালৈ গ্ৰাহ্য নকৰাকৈ থাকিব পাৰিলেও দিল্লী, বোম্বাই আদি বিভিন্ন ঠাইত লাখ লাখ বাংলাদেশী অনুপ্ৰবেশকাৰী ভোটাৰ তালিকাত নাম ভৰাবলৈ সক্ষম হব পৰা অৱস্থাত উপনীত হোৱা দেখি এতিয়া আৰু মৰুভূমিত উট চৰাইৰ দৰে বালিত মূৰ গুজি থাকিব নোৱৰা হৈছে। অসমৰ আন্দোলনৰ সময়ত আৰু পৰৱৰ্তী কালতো নিৰ্বাচনী আয়োগে যিহেতু বাৰে বাৰে কেন্দ্ৰীয় গৃহমন্ত্ৰী দপ্তৰৰ পৰা সমৰ্থন পালেহে কোনো ব্যৱস্থা লব পৰা হব বুলি যুক্তি দেখুৱাইছিল, সেইদেখি এতিয়াৰ ব্যৱস্থাৰ ক্ষেত্ৰত নিৰ্বাচনী আয়োগে কেন্দ্ৰীয় গৃহমন্ত্ৰী দপ্তৰৰ পৰাও সমৰ্থন আদায় কৰিছে বুলি ধাৰণা কৰিব পাৰি।

অৱশ্যে নিৰ্বাচনী আয়োগৰ 'কাৰ্যসূচী' কি, বিতং নিৰ্দেশনা কেনে ধৰণৰ এইবোৰ কথা জানিব পাৰিলেহে আচল পৰিচয় পোৱা যাব । তদুপৰি কেনে সময়-সীমা নিৰূপণ কৰি বিদেশী নাগৰিক বুলি গণ্য কৰা হব আৰু যি সকলে ইতিমধ্যে অবৈধ ভাৱে ভোটাৰ তালিকাত নাম ভৰালে তেওঁলোকৰ বেলিকা কি কৰা হব - এইবোৰ কথা এতিয়াও অস্পষ্ট হৈ আছে ।

নিৰ্বাচনী আয়োগে এনে দৃঢ়তা আগেয়ে প্ৰদৰ্শন কৰা হলে অসমত ইমান দীঘলীয়া আন্দোলন নচলিলহেঁতেন আৰু ইমানখিনি ৰক্তক্ষয়ো নহলহেঁতেন। অসমৰ ভোটাৰ তালিকাত বিদেশীৰ নাম সোমোৱাটো আজিৰ কথা নহয় । অকল নাম সোমোৱাই নহয়, বিদেশী নাগৰিকক যাতে ধৰা পেলাব নোৱাৰে তাৰ বাবে পূৰ্বৰ ভোটাৰ তালিকাৰ চিনমোকাম নোহোৱা কৰাকে ধৰি বিভিন্ন কাৰ্য-ব্যৱস্থা ব্যাপক ভাৱে হাতত লোৱা হল । এই ক্ষেত্ৰত প্ৰশাসনৰ এটা অঙ্গ, শাসনত অধিষ্ঠিত থকা সকলৰ এটা শক্তিশালী ভাগ, কেতবোৰ ৰাজনৈতিক দল (যাৰ ভোট বেংকৰ স্বাৰ্থ আছে) — এই সকলোবোৰে সহযোগ কৰিলে ।

## কি পৰিণতি ?

এনে পৰিবেশৰ মাজত কি পৰিণতি হল - তাৰ তুলনা মূলক বিশ্লেষণ এটা দাঙি ধৰিব পাৰি । ১৯৬৬ চনৰ তুলনাত ১৯৮৯ চনত অসমৰ কেতবোৰ

কেন্দ্ৰত ভোটাৰৰ শতকৰা হাৰ কিমান বাঢ়িল তাৰে চিনাকি এটা তলত দিয়া হল ঃ

(সমষ্টিৰ নামত বিপৰীতে পোনতে ১৯৬৬ চনৰ সংখ্যাৰ তুলনাত ১৯৮৯ চনত কিমান শতকৰা হাৰত বাঢ়িছে তাকে দেখুওৱা হৈছে)। শিলচৰ (১২১.০১); সোনাই (৯২.০২); হাফলং জনজাতীয় সমষ্টি (১৫১.৬২); বৈথালাংছু জনজাতীয় সমষ্টি (১৪৭.১৮); বোকাজান জনজাতীয সমষ্টি (৭৫.২৮); ধুবুৰী (১০০.৫৭); কোকৰাঝাৰ জনজাতীয় সমষ্টি (১০৩.০৫); ছিদলী জনজাতীয় সমষ্টি (১৩৪.৬০); সৰুক্ষেত্ৰী (১০৩.২৬); বকো (১২৭.৩৪); গুৱাহাটী পূব (১৩৩.১৬); গুৱাহাটী পশ্চিম (১৪৮.৬৮); জালুকবাৰী (১৫১.১৫); ওদালগুৰি জনজাতীয সমষ্টি (৮০.৭৫); ঢেকিয়াজুলি (১০১.৩৮); গহপুৰ (১২৯.০৫); ধিং (১৩৪.৯১); নগাওঁ (৯৩.৫১); যমুনামুখ (১০০.৪৩); হোজাই (১৩৫.৯৭); লামডিং (১০২.৩৫); সৰুপথাৰ (১১৩.৬৯); সোনাৰি (১১৩.৪২); ডিব্ৰুগড় (১০০.৩৫)।

১৯৬৬ চনত সমষ্টি হিচাপে নথকা কেতবোৰ ঠাইৰ ১৯৮৯ চনৰ ভোটাৰৰ হিচাপ অবিশ্বাস্য ভাৱে বাঢ়ে। আলগাপুৰত ১৪৬.২৪%, মাজবাটত ২৯৯.৪৮%, জনিয়াত ২৫১.৫৫% বৃদ্ধি হয়।

উল্লিখিত তালিকাত দেখিবলৈ পোৱা অবিশ্বাস্য হাৰৰ বৃদ্ধিৰ বাবে কিন্তু কোনেও মূৰ নঘমালে। আনহাতে জনজাতীয় লোকৰ কাৰণে চকুত তেল সানি কান্দোন জোৰা সকলে ভাবিবলৈ আজৰি নেপালে - জনজাতীয় অঞ্চলত অনুপ্ৰবেশে কি প্ৰৱল হেঁচা পেলাই জনজাতীয় লোকক অস্তিত্বৰ বাবে চিন্তিত কৰি তুলিছে।

১৯৮১ চনৰ পিয়ল নহল যদিও জনসংখ্যা বৃদ্ধিৰ স্বাভাৱিক হাৰৰ ভিত্তিত চৰকাৰে প্ৰকাশ কৰা আনুমানিক পৰিসংখ্যা মতে ১৯৮১ চনৰ অসমৰ জনসংখ্যা ২কোটি ৩ লাখ বুলি কোৱা হৈছিল। কিন্তু ভোটাৰৰ সংখ্যা সাধাৰণ ভাৱে শতকৰা ৪৫ জন বুলি ধৰিলে ১৯৮৫ চনৰ ভোটাৰ তালিকাৰ সংশোধনৰ ভিত্তিত অসমৰ জনসংখ্যা প্ৰায় ২ কোটি ৪০ লাখ হয়গৈ। অৰ্থাৎ ৫ বছৰত প্ৰায় ৩৭ লাখ লোক বাঢ়িল। সেইদেখি গোমৰ ফাঁক হৈ যোৱাৰ ভয়তে ১৯৯১ চনৰ পিয়লৰ যাদু কৰোতে অসমৰ জনসংখ্যা ২ কোটি ২০ লাখ বুলি দেখুৱাই ২০ লাখ চান কাঢ়ি থোৱা হল। ভোটাৰ তালিকাৰ সংশোধনৰ হিচাপ অনুসৰিয়েই

এই কথাও জনা গল যে থলুৱা লোকৰ বসতি-প্ৰধান অঞ্চলত ভোটাৰৰ বৃদ্ধিৰ হাৰ ৬০ শতাংশৰ বেছি নহয়; কিন্তু অনুপ্ৰবেশ ব্যাপক ভাৱে ঘটা অঞ্চলত বৃদ্ধিৰ হাৰ ৮০ শতাংশৰ পৰা ৩০০ শতাংশলৈকে হল ।

## এবছৰতে ৬.৩২ লাখ

ৰাজ্য বিধান সভাৰ নিৰ্বাচনৰ বাবে ১৯৭২ চনত যিখন ভোটাৰ তালিকা যুগুত কৰা হল, তাত এবছৰৰ ভিতৰতে ৬ ৩২ লাখ ভোটাৰ বঢ়া দেখা গল । এই বৃদ্ধি ৰহস্যজনক । ১৯৫২ চনৰ পৰা ১৯৭১ চনলৈকে যিবোৰ ভোটাৰ তালিকা যুগুত কৰা হৈছিল, সেইবোৰত ভোটাৰৰ সংখ্যা গড় হিচাপত ১.১৩ লাখকৈ বাঢ়িছিল । তাৰ পিচত একেবাৰতে ৬.৩২ লাখ বৃদ্ধি হোৱাৰ গুৰিত এনেবোৰ ৰাষ্ট্ৰ-বিৰোধী কথাই যি ক্ৰিয়া কলাপ চলালে, আন কোনো দেশত ভোটাৰ তালিকাৰ ক্ষেত্ৰত তাৰ দ্বিতীয় উদাহৰণ পোৱা নেযাব । যি সকলৰ প্ৰৰোচনাত এনে ৰাষ্ট্ৰ-বিৰোধী কাৰ্য চলিল, তেওঁলোক অৱশ্যে দেশপ্ৰেমিক তথা দেশৰ কৰ্ণধাৰ ৰূপে ফুলৰ মালা পিন্ধিবলৈ পোৱাৰ পৰা বঞ্চিত নহল । আনহাতে কেন্দ্ৰীয় গৃহমন্ত্ৰী দপ্তৰ আৰু ভাৰতৰ নিৰ্বাচনী আয়োগৰ পিৰালিত সিন্ধি খান্দি বাংলাদেশী 'লবী' বৰ ঘৰৰ ভিতৰ সোমাই ইমান গজগজীয়া হৈ বহি ললে যে সেইবোৰৰ উদ্যোগতে নিৰ্বাচনী আয়োগে এটা অদ্ভুৎ কাণ্ড কৰিলে । ভোটাৰৰ ভৰ্তিকৰণ 'কাৰ্ড' যুগুত কৰোতে আয়োগে 'ভাৰতীয় নাগৰিক' বুলি পূৰ্বতে উল্লেখ থকা শব্দ দুটাকে বাদ দি বিদেশী নাগৰিকৰ অবাধ ভৰ্তিকৰণৰ বাট উলিয়াই দিলে । দ্বিতীয়তে নাম ভৰ্তি কৰোতে মিছা ঘোষণা কৰা লোকক ফাটেক দিয়া আৰু জৰিমনা কৰা হব বুলি পূৰ্বতে উল্লেখ থকা কথাখিনিও এই 'কাৰ্ড'ৰ পৰা আয়োগে বাদ দি ভয়ংকৰ ব্যৱস্থা এটা কৰিলে ।

## উচ্চতম ন্যায়ালয়ৰ ৰায়

তেতিয়াহে ভাৰতৰ উচ্চতম ন্যায়ালয়ৰ কাষ চাপিব লগীয়া অৱস্থা

এটা হল । উচ্চতম ন্যায়ালয়ে ভোটাৰ ভৰ্তিকৰণ 'কাৰ্ড'ত "ভাৰতীয় নাগৰিক" এই শব্দ দুটা ভৰাবলৈ আৰু মিছা ঘোষণা কৰা লোক দণ্ডনীয় হব বুলি থকা কথাখিনি পুনৰ ভৰাই বিদেশী নাগৰিকৰ নাম বাদ দিয়া তালিকা এখন প্ৰস্তুত কৰিবলৈ নিৰ্বাচনী আয়োগক জনালে । সেইমতে নিৰ্বাচনী আয়োগে প্ৰতিশ্ৰুতি দিলে আৰু ১৯৮৫ চনত সেই ধৰণেৰে 'কাৰ্ড'ৰ সংশোধন ঘটোৱা হল ।

কিন্তু উচ্চতম ন্যায়ালয়ৰ ৰায় আৰু নিৰ্বাচনী আয়োগৰ নিৰ্দেশনাৰ বিপৰীত-ধৰ্মী কাৰ্য ৰোধ কৰিব পৰা নগল । এই বিষয়ে মাতোতাও কোনো নোলাল । এনে অৱস্থাত ১৯৯২ চনত ভাৰতৰ নিৰ্বাচন আয়োগে বিদেশীৰ নাম নথকা ভোটাৰ তালিক প্ৰস্তুত কৰাৰ বাবে দিয়া নিৰ্দেশ অন্ততঃ অসমত যে ভোটা হৈ যাব, সেই বিষয়ে সন্দেহ নাই ।

কাৰ্যতঃ ভোটাৰ তালিকাৰ নামত চলা ব্যভিচাৰ অব্যাহত থাকিল আৰু অসমৰ ৰাইজৰ প্ৰত্যাশা ধূলিৰ লগত মিহলি হৈ গল । বিদেশী নাগৰিক বাদ পৰাৰ ঠাইত নবাগত বিদেশীও ভোটাৰ তালিকাত নাম ভৰাবলৈ সক্ষম হল ।

সেই ক্ষোভতে "অসমৰ ভোটাৰ তালিকা" শিতানত দৈনিক অসমত সম্পাদকীয় স্তম্ভত লিখা হৈছিল - "গতানুগতিক ভাৱে আন সময়ত যুগুত কৰা তালিকাৰ দৰে এইখন তালিকা নহয় । বিস্তৃত সংশোধনী ঘটাই অসমৰ ভোটাৰ তালিকা যুগুত কৰি বিদেশী নাগৰিকৰ নাম নোহোৱা তালিকা প্ৰস্তুত কৰাৰ বাবে উচ্চতম ন্যায়ালয়ৰ ওচৰত দায়বদ্ধ হৈ ভাৰতৰ নিৰ্বাচনী আয়োগে এই তালিকা যুগুতাবলৈ লৈছিল । কিন্তু কাৰ্যতঃ কি হলগৈ, তাৰ বিচাৰ মুখ্য নিৰ্বাচনী আয়ুক্তই কি ধৰণেৰে ললে ? আনকি নিজে এবাৰ অসমলৈ আহি খা-খবৰ লোৱাৰো প্ৰয়োজন বোধ নকৰিলে । সেইদেখি নিৰ্বাচনী আয়োগৰ প্ৰতি এই প্ৰশ্ন তুলিব লগীয়া হৈছে - ১৯৮৫ চনৰ ১ জানুৱাৰীলৈকে (আৰু ক্ষেত্ৰ বিশেষে তাৰ পিচতো) অসমলৈ অহা বিদেশী নাগৰিকৰ নাম ভৰাবৰ বাবেই বিস্তৃত সংশোধনীৰ ধ্বনি তোলা হৈছিল নেকি ? আনহাতে উচ্চতম ন্যায়ালয়ৰ পৰাও আমি এই ক্ষেত্ৰত ন্যায়ৰ বিচাৰ আশা কৰাটো নিশ্চয় অপ্ৰাসঙ্গিক নহব । কিয়নো উচ্চতম ন্যায়ালয়ৰ নিৰ্দেশক্ৰমেই নিৰ্বাচনী আয়োগে এই দায়িত্ব লোৱাৰ প্ৰতিশ্ৰুতি দিছিল ।"

দুখৰ কথা যে উচ্চতম ন্যায়ালয়ে কোনো কাণষাৰেই নকৰিলে ।

ভাৰতৰ ঘোপ মৰা এন্ধাৰৰ মাজত একমাত্ৰ ন্যায়পালিকাই আমাৰ মাজত পোহৰৰ ৰেঙনি বিলোৱা বুলি আমি বিশ্বাস ৰাখি আহিছোঁ। এনে স্থলত উচ্চতম ন্যায়ালয়ো গজদণ্ডৰ মিনাৰত বহি থকা দেখিলে আমি বেদনাৰ ভৰত কোঙা হৈ পৰোঁ।

## আঠুৱা তলৰ মহ

'ভোটাৰ তালিকা' শীৰ্ষক সম্পাদকীয়ত কোৱা হৈছিল - "অসমৰ আন্দোলনৰ নেতৃবৰ্গই দিল্লীত ভাৰতৰ মুখ্য নিৰ্বাচনী আয়ুক্তক লগ ধৰি অসমৰ ভোটাৰ তালিকাৰ সন্দৰ্ভত আপত্তি দৰ্শোৱাৰ সম্পৰ্কত মুখ্য নিৰ্বাচনী আয়ুক্ত আৰ-কে-ত্ৰিবেদীয়ে কেতবোৰ মন্তব্য কৰিছে। মুখ্য নিৰ্বাচনীল আয়ুক্তই আপত্তি আদিৰ বাবে অধিক সময দিয়া, অস্বাভাৱিক ভাৱে ভোটাৰৰ সংখ্যা বৃদ্ধি পোৱা ক্ষেত্ৰত পুনৰ বিচাৰ লোৱা, আযোগৰ নিৰ্দেশনা মানি কাম কৰাৰ বাবে অসমৰ নিৰ্বাচনী বিষযা সকলক নিৰ্দেশ দিয়া ইত্যাদি কথা কৈছে।

"আচল কথা হল, সেই দায়িত্ব পালন কৰি কাম কৰিবলৈ ভাৰ পোৱা সকলৰ কাৰ্য কলাপৰ ওপৰতে সকলো কথা নিৰ্ভৰশীল। ঘাইকৈ অংশকালীন ভিত্তিত কাম কৰা এই সকল লোক ৰাজ্য চৰকাৰৰ আঠুৱা তলৰ মহ। সাম্প্ৰতিক ৰাজ্য চৰকাৰৰ মতিগতি দেখিয়েই সেই দেখি এই সকল লোকৰ সৰহ ভাগৰ ক্ষেত্ৰতে সেয়ে প্ৰতিফলিত হৈছে।

"এনে স্থলত এতিয়া মুখ্য নিৰ্বাচনী আয়ুক্তই দিল্লীত যিবোৰ মন্তব্য কৰিছে, সেইবোৰ কাৰ্য ক্ষেত্ৰত প্ৰতিফলিত হব বুলি আমি ভৰসা ৰাখিব পাৰো কেনেকৈ ? ভাৰতৰ নিৰ্বাচনী আয়োগে অতি পলমকৈ ১২।৭।৮৫ তাৰিখে অসমৰ নিৰ্বাচনী কৰ্তৃপক্ষলৈ যি নিৰ্দেশ পঠাইছে, সেই নিদেৰ্শ সেই একেখিনি মানুহে আখৰে আখৰে পালন কৰিব বুলি আমি বিশ্বাস ৰাখিম কেনেকৈ ? কিয়নো এই নিদেৰ্শত নাগৰিকৰ চাৰ্টিফিকেট আৰু ১৯৭১ চনৰ ভোটাৰ তালিকাৰ বাদে আন কোনো নথিৰ ওপৰত বিশ্বাস ৰাখি ভাৰতীয় নাগৰিক বুলি ভোটাৰ তালিকাত নাম

ভৰ্তি নকৰিবলৈ কোৱা হৈছে ।

"........ উচ্চতম ন্যায়ালয়ৰ নিৰ্দেশক্ৰমেই নিৰ্বাচনী আয়োগে অসমৰ ভোটাৰ তালিকাৰ ব্যাপক শুধৰণিৰ দায়িত্ব লৈছে । নিৰ্বাচনী আয়োগেও সেইদেখি ১২।৭।৮৫ তাৰিখে অসমৰ নিৰ্বাচনী কৰ্তৃপক্ষলৈ পঠোৱা শেহতীয়া নিৰ্দেশনাত সোঁৱৰাই দিছে যে মাত্ৰ ভাৰতীয় নাগৰিকৰ নামহে ভোটাৰ তালিকাত ভৰ্তি কৰাৰ বাবে সৰ্বোচ্চ পৰিমাণৰ সাৱধানতা লব লাগিব বুলি ১৯৮৪ চনৰ ২৮ ছেপ্টেম্বৰৰ ৰায়ৰ যোগেদি উচ্চতম ন্যায়ালয়ে নিৰ্দেশ দিছে । এনে স্থলত আমি উচ্চতম ন্যায়ালয়ৰো দৃষ্টি আকৰ্ষণ কৰিলোঁ । যদিহে উচ্চতম ন্যায়ালয়ে পোনপটীয়া ভাৱে এই ক্ষেত্ৰত হস্তক্ষেপ কৰাটো সম্ভৱপৰ নহয়, তেন্তে কি আইনগত ব্যৱস্থাৰ জৰিয়তে তেনে হস্তক্ষেপ বিচাৰিব পাৰি, সেই বিষয়ে অসমৰ আইনবিদ সকলে সময় থাকোঁতেই বিবেচনা কৰা উচিত ।"

## বাহিৰৰ হেঁচা

ভোটাৰ তালিকা সম্পৰ্কে ৬ বছৰীয়া আন্দোলনৰ সময়ছোৱাত প্ৰকাশিত বিভিন্ন সম্পাদকীয়ত নিৰ্বাচনী আয়োগৰ ভূমিকাৰ বিষয়ে আলোচনা কৰা হৈছিল । "ভোটাৰ তালিকাৰ সংশোধন" শিতানত সম্পাদকীয় লিখা হৈছিল "অৱশ্যে নিৰ্বাচনৰ ক্ষেত্ৰত ভাৰতৰ নিৰ্বাচনী আয়োগে নিজৰ কতৃত্ব খটুৱাই আৰু দেশৰ চলিত আইনৰ ভিত্তিত কাৰ্য ব্যৱস্থা হাতত লৈ আগবঢ়া হলে অসমত আজিৰ অনিশ্চতাই দেখা নিদিলেহেঁতেন । ৰাজ্যপালে (ভীষ্ম নাৰায়ণ সিঙে) পি-টি আইৰ আগত কোৱা মতে অসমৰ ভোটাৰ তালিকাৰ গোটেই বিষয়টো নিৰ্বাচনী আয়োগৰ হাতত আছে । কিন্তু কাৰ্যক্ষেত্ৰত আমি তাৰ ওলোটা ছবি এখনহে দেখা পাইছোঁ । নিৰ্বাচনী আয়োগতকৈ আয়োগৰ বাহিৰত চলা ৰাজনৈতিক হেঁচাইহে প্ৰাধান্য লাভ কৰি বিধি-পথালি দি আছে আৰু তাৰ বিপৰীতে নিৰ্বাচনী আয়োগে সবল স্থিতি এটা লব পৰা নাই ......।"

আয়োগে যে কোনো ক্ষেত্ৰতে নিজৰ স্থিতি ৰাখিব নোৱাৰিলে, তাৰ দেখাৰ প্ৰমাণ ওলাব। নিৰ্বাচনী আয়োগে ১৯৭১ চনৰ তালিকাৰ ভেটিত ভোটাৰ তালিকা শুধৰাবৰ বাবে চলোৱা প্ৰচেষ্টা বিফল কৰি দিয়া হল আৰু নিৰ্বাচনী আয়োগেও নিজৰ স্থিতি সলনি কৰি ১৯৭১ চনৰ তালিকাৰ কথা তল পেলাই ব্যাপক সংশোধনৰ কথাহে ক'লে। "ব্যাপক সংশোধন"ৰ ব্যৱস্থাই শেহতীয়া ভাৱে অনুপ্ৰবেশ কৰা অ-ভাৰতীয় লোককো ভোটাৰ তালিকাত নাম ভৰাবলৈ সুবিধা দিলে। এনে প্ৰসঙ্গত লিখা সম্পাদকীয়ত প্ৰশ্ন কৰা হৈছিল - "১৯৬৪ চনৰ পৰা অসমত ন্যায়াধিকৰণৰ কাম চলোৱা হৈছিল আৰু বহুতো বিদেশীক বিতাৰিত কৰা বুলি হিচাপ দি চৰকাৰে ঢোল কোবাই আছে। কিন্তু কোনোবাই ভোটাৰ তালিকা মিলাই চাইছেনে - বিতাৰিত কৰা বুলি যি সকলৰ নাম চৰকাৰী ভাৱে দিয়া হৈছে, তেওঁলোকৰ নাম এতিয়াও অসমৰ ভোটাৰ তালিকাত আছে নে নাই ?...."

## গৰু কিনা ৰচিদ

'ভোটাৰ তালিকাৰ শুধৰণি' শিতানত সম্পাদকীয়ত উল্লেখ কৰা হৈছিল - "অসমৰ সমস্যাৰ ক্ষেত্ৰত একো ব্যৱস্থা নলৈ সময়ৰ অজুহাত দেখুৱাই ১৯৮৩ চনত বলপূৰ্বক ৰক্তাক্ত নিৰ্বাচন পতা হল — শুধৰণি নোহোৱা ভোটাৰ তালিকাৰ ভিত্তিত। এইবাৰ সময়ৰ অজুহাত দেখুৱাই সকলো প্ৰতিশ্ৰুতি জলাঞ্জলি দি শুধৰণিৰ নামত পাল মাৰি (আৰু তাকে কৰি অসংখ্য অভাৰতীয়ৰ তথা ১৯৮৫ চনতো অসমলৈ অহা অভাৰতীয়ৰ নাম সুমুৱাই) চূড়ান্ত ভোটাৰ তালিকা প্ৰস্তুত কৰাৰ বাবে আগ বাঢ়িছে।

"নিৰ্বাচনী আয়োগে পৰস্পৰ বিৰোধী নিৰ্দেশনা দি গোটেই বিষয়টো খেলিমেলি লগাই দিয়াৰ ফলত এতিয়া গৰু কিনা ৰচিদ, জাল প্ৰমাণ পত্ৰও নাগৰিকত্বৰ প্ৰমাণ ৰূপে পৰিগণিত হৈছে।...... অসম চুক্তি মতে কেন্দ্ৰীয় চৰকাৰৰ হাততহে নাগৰিকত্বৰ প্ৰমাণ পত্ৰ দিয়াৰ ক্ষমতা আছুতীয়া ভাৱে ৰখাৰ

সিদ্ধান্ত লোৱা সত্বেও ৰাজ্যৰ বাহিৰৰ পৰা ডাক যোগে অহা প্ৰমাণ পত্ৰও বিতৰণ কৰি বিদেশীক ভাৰতীয় কৰা হৈছে। ভোটাৰৰ আবেদন নাকচ হোৱা লোকেও পশ্চিম বঙ্গ আদিৰ পৰা প্ৰমাণ পত্ৰ আনি নাম ভৰাব পৰিছে। এইবোৰ ক্ষেত্ৰত ভাৰতৰ নিৰ্বাচনী আয়োগে আৰু কেন্দ্ৰীয় চৰকাৰৰ একো দায়িত্ব নাই নেকি ?"

ছবছৰৰ জুৰি অসমত বিদেশী নাগৰিকৰ বিৰুদ্ধে আন্দোলন চলোৱা সত্বেও একো ফল নধৰিলে। বিদেশী কোন তাকেই নজনাৰ ভাও ধৰিলে চৰকাৰে। নাগৰিকত্বৰ নামত ফালেঙী সলোৱাৰ কাৰবাৰ চলিল। ভাৰতীয় নাগৰিকত্বৰ নামত এইখন দেশত যিমান ব্যভিচাৰ চলিল তাৰ দ্বিতীয় উদাহৰণ কতো পোৱা নেযাব।

## নাগৰিকত্ব সম্পৰ্কে ৰায়

অথচ ভাৰতৰ ৰাষ্ট্ৰীয় গাথনিৰ অন্যতম সৰ্বোচ্চ সৌধ ন্যায়পালিকাই এই ক্ষেত্ৰত সৌ সিদিনা স্পষ্ট নিৰ্দেশনা দিছে। ১৯৯১ চনত ভাৰতৰ উচ্চতম ন্যায়লয়ে ৩ জন বিদেশী লোকে ভাৰতীয় নাগৰিকত্ব লাভ কৰাৰ বাবে দাবী জনোৱা গোচৰৰ সম্পৰ্কত দিয়া যুগান্তকাৰী ৰায়ৰ কথা এই প্ৰসঙ্গতে উল্লেখ কৰিব পাৰি। এই বিদেশী নাগৰিক কেইজনৰ এজন হ'ল লু-দে ৰিড্ট। বেলজিয়ান পাৰপত্ৰধাৰী আৰু বৃটিছ 'ভিছা' থকা লোক। মিছনেৰী হিচাপে কাম কৰিবলৈ তেওঁ ১৯৩৭ চনতে ভাৰতলৈ আহে। আন দুজন হ'ল বি ই গেটাৰ আৰু তেওঁৰ পত্নী এছ-জে গেটাৰ, আমেৰিকান পাৰপত্ৰ লৈ তেওঁলোকেও মিছনেৰী হিচাপে কাম কৰিছিল।

তেওঁলোকে সংবিধানৰ ৩২ নম্বৰ ধাৰা মতে ভাৰতীয় নাগৰিকত্বৰ দাবী কৰিছিল। থকাৰ সময় অতিবাহিত হোৱা বুলি তেওঁলোকক দেশৰ পৰা পঠিয়াই দিয়াৰ নিৰ্দেশৰ পৰা তেওঁলোকক ৰেহাই দিব লাগে বুলিও তেওঁলোকে ন্যায়লয়ত আৰ্জি পেচ কৰিছিল। কিন্তু উচ্চতম ন্যায়লয়ে তেওঁলোকৰ নাগৰিকত্ব স্বীকাৰ নকৰিলে আৰু তেওঁলোকক দেশৰ পৰা ঘূৰাই পঠোৱাটোকে সমৰ্থন কৰিলে।

উচ্চতম ন্যায়লয়ৰ ৰায়ৰ মৰ্ম হ'ল—Home is where the heart lies. উচ্চতম ন্যায়লয়ৰ ৰায়ৰ মূল কথা খিনি হ'ল— (1) ( A foreigner does

not become entitled to Indian citizenship merely because the person has been living here much before the country adopted the constitution, he or she must have explicit intention to live here for good. (2) An intention to reside forever in a country where one has taken up residence is an essential element for the excercise of right to the domicile in that country, 3) Residence alone unaccompanied by his state of mind is insufficient to secure the citizenship ).

অৱশ্যে উচ্চতম ন্যায়ালয়ৰ ৰায় যিয়েই নহওক, অসমৰ বেলিকা কাৰ্যক্ষেত্ৰত তাৰ প্ৰতিফলন ঘটাটো আশা কৰাই মিছা। কিয়নো প্ৰায় ৮ বছৰৰ আগতে উচ্চতম ন্যায়লয়ে বিদেশী নাগৰিকৰ নাম অন্তৰ্ভুক্ত নোহোৱা ভোটাৰ তালিকা প্ৰস্তুত কৰিবলৈ দিয়া নিৰ্দেশ অনুসৰি নিৰ্বাচনী আয়োগে অসমত ভোটাৰ তালিকা শুধৰাবলৈ লৈয়ো ভেকোভাওনাহে দেখুৱালে।

অসমৰ প্ৰতি সকলো ক্ষেত্ৰতে চলা অবিচাৰৰ কথা উল্লেখ কৰি অসমৰ আন্দোলনৰ মাজতে "কেন্দ্ৰৰ উপেক্ষাৰ নিদৰ্শন" শিতানত লিখা সম্পাদকীয়ত কোৱা হৈছিল– " এই সমস্যা অসম বা উত্তৰ পূৱ ভাৰতৰ অন্যান্য ৰাজ্য সমূহত নহৈ দেশৰ আন যিকোনো অঞ্চলত হোৱা হ'লে কেন্দ্ৰৰ তৎপৰতাই সুকীয়া ৰূপ ল'লেহেতেন। আনকি সংসদৰ মজিয়াতো এই কথাৰ অৱতাৰণা কৰি আপত্তি দৰ্শোৱা হৈছে যে কাশ্মীৰলৈ পাকিস্থানৰ পৰা দুজনমান পাকিস্থানীৰ অনুপ্ৰবেশ ঘটিলেই যিদৰে হৈচৈ লাগে, তাৰ তুলনাত উত্তৰ পূৱ ভাৰতত ব্যাপক ভাৱে বিদেশী নাগৰিকৰ অনুপ্ৰবেশ ঘটিলেও কোনো তৎপৰতা পৰিলক্ষিত নহয়। কেন্দ্ৰীয় গৃহমন্ত্ৰী চৰনে অসমলৈ আহি মাত্ৰ মূৰ পুলুকা মৰা ধৰণে সকলো কথা কৈ গ'ল...... ।" (১৯৯২ চনত দিল্লী, বোম্বাই আদিত অনুপ্ৰবেশকাৰীয়ে হৈচৈ পেলোৱাৰ লগে লগে দিল্লীয়ে খদমদম লগোৱা কথাই এতিয়া উক্ত মন্তব্যৰ যথাৰ্থতা প্ৰমাণ কৰিলে।)

# আঁহফলা ৰাজনীতি

আঁহফলা ৰাজনীতিক হাতিয়াৰ স্বৰূপে ব্যৱহাৰ কৰাৰ দেখাৰ উদাহৰণ আন্দোলনৰ কালছোৱাত পোৱা গৈছিল।

অসমৰ আন্দোলনৰ সন্দৰ্ভতে বিশেষকৈ নিৰ্বাচন পতা সম্পৰ্কে নতুন দিল্লীত বিভিন্ন দলৰ সন্মিলন পাতোতে তেতিয়াৰ উপ প্ৰধানমন্ত্ৰী তথা কেন্দ্ৰীয় গৃহমন্ত্ৰী চৰনে যি মনোভাৱ প্ৰকাশ কৰিলে, পৰাধীন আমোলত বৃটিছ আৰু মুছলিম লীগৰ মূৰব্বী জিন্নাই অনুসূচিত জাতি আৰু অনুসূচিত জনজাতি সম্পৰ্কে অনুসৰণ কৰা আঁহফলা নীতিৰ পৰা ই সমূলি পৃথক নহয়। সেই দেখি 'দিল্লীৰ সন্মিলন' শিতানত প্ৰকাশ কৰা সম্পাদকীয়ত মন্তব্য কৰা হৈছিল -"বৰ্তমান ক্ষেত্ৰতো ভেদ-নীতি এটা আমদানি কৰাৰ পৰোক্ষ ইঙ্গিত এটা পোৱা গ'ল। উপ প্ৰধানমন্ত্ৰী তথা কেন্দ্ৰীয় গৃহমন্ত্ৰী চৰনে সন্মিলনত ক'লে যে অসমত নিৰ্বাচন পিচুৱালে অনুসূচিত জাতি আৰু অনুসূচিত জনজাতিৰ আসন সংৰক্ষণ সম্পৰ্কীয় বিধানৰ মিয়াদ অন্ত পৰাৰ ফলত সাংবিধানিক অসুবিধা এটাই দেখা দিব। সেই প্ৰসঙ্গৰ অৱতাৰণা কৰি একাংশ লোকক সাম্প্ৰতিক দাবীৰ প্ৰতি বিমুখ কৰি তোলাৰ প্ৰচ্ছন্ন ইঙ্গিত এটা কৰা যেন লাগিল। পিচে এই যুক্তিক এতিয়া হাতিয়াৰ স্বৰূপে ব্যৱহাৰ কৰোতাসকলক আমি সুধিব খোজোঁ — অসমকে ধৰি উত্তৰ-পূব অঞ্চলত সুদীৰ্ঘ কাল ধৰি চলা আন্দোলনৰ মাজতো আগতে কাৰো টোপনি ভগা নাছিল কিয় ? "

অসমৰ দুজন মন্ত্ৰীয়ে (এওঁলোক মন্ত্ৰী হ'বৰ সময়ত অসমৰ, কিন্তু বাকীসকলো ক্ষেত্ৰতে মনে-চিতে অসমৰ বাহিৰৰ) এই সন্মিলনত লোৱা ভূমিকা সম্পৰ্কে সম্পাদকীয়টোত লিখা হৈছিল "ৰাজ্যিক মন্ত্ৰীসভাৰ দুজন মন্ত্ৰীয়ে আকৌ সন্মিলনত বহুৱালি কৰি 'বিদেশী নাগৰিক আৰু বঙালী'-এইখিনি কথাক সমাৰ্থক শব্দৰূপে অসমৰ কিছুমানে গণ্য কৰে বুলি ক'লে আৰু বিদেশী নাগৰিক বুলি আপত্তি তোলোতাৰ বিৰুদ্ধেহে অভিযোগ তুলিলে। তেওঁলোকৰ কথাকাণ্ডৰ পৰা বাহিৰত এতিয়া ধাৰণা কৰিব পাৰিব যে অসমত বিদেশী নাগৰিক থকাৰ কোনো সমস্যাই নাই — মাত্ৰ গোকাট প্ৰাদেশিকতাৰ নিদৰ্শনহে প্ৰকাশ পাইছে।

"পিচে নেতৃত্বৰ মানসিক বিকৃতিয়ে জন জাগৰণক অপদস্থ কৰিব

পাৰিব বুলি আমি নেভাবো। দিল্লীলৈ এই আলোচনাৰ বাবে যোৱাসকল জুমুঠিহে — তেওঁলোকে জনমত নিৰ্ণয় কৰিব নোৱাৰে। সেই কথা কেন্দ্ৰই শীঘ্ৰে উপলব্ধি কৰাটো দেশৰ কাৰণেই মঙ্গলজনক।"

## চক্ৰৰ প্ৰচেষ্টা

অসমত আন্দোলন চলাৰ কালছোৱাত বিভিন্ন ধৰণেৰে বিভেদ সৃষ্টি কৰাৰ বাবে চৰকাৰী উদ্যোগত আৰু ৰাজ্যৰ বাহিৰৰ আৰু ভিতৰৰ কেতবোৰ চক্ৰৰ উদ্যোগত ধাৰাবাহিকভাৱে বিভিন্ন প্ৰচেষ্টা চলোৱা হৈছিল। অসম আন্দোলনৰ এটা সময়ত অসমৰ 'উন্নয়ণমূলক কাম খৰতকীয়া কৰা'ৰ নামত চিমেন্ট, লোহা আদি অনাতহে অগ্ৰাধিকাৰ দিয়া হ'ব বুলি কৈ খাদ্য-সামগ্ৰী অনাটো কমাই দিয়াৰ ব্যৱস্থা কৰা হৈছিল আৰু তাকে কৰি চাহ বনুৱাৰ বাবে আনিবলগীয়া খাদ্য-সামগ্ৰীৰ পৰিমাণ কমোৱাৰ প্ৰচেষ্টা চলোৱা হয়। চাহ বনুৱাসকলক বিতুষ্ট কৰি তেওঁলোকক ফালি নিয়াৰ লক্ষ্য আগত ৰাখিয়েই এই কূট কৌশল অৱলম্বন কৰা হৈছিল।

ৰাষ্ট্ৰপতিৰ শাসন চলাৰ কালত টেলেঙ্গানাৰ নায়ক এইছ-চি-চাৰিণ আৰু ৰাজ্যপালৰ অন্য উপদেষ্টাসকলৰ উদ্যোগত বিভাজন সৃষ্টি কৰাৰ বাবে সৰ্বাত্মক প্ৰচেষ্টা চলোৱা হৈছিল। চাৰিণৰ কাৰ্য-কলাপৰ বিষময় প্ৰতিক্ৰিয়া আজিও অব্যাহত আছে।

পশ্চিম বঙ্গৰ যুৱ কংগ্ৰেছৰ (ই) আৰু ছাত্ৰ পৰিষদে অসম অৱৰোধ কৰাৰ বাবে যি পৰিকল্পনা হাতত লৈছিল, তাৰ মূলতো অন্যান্য মহলৰ উপৰিও কেন্দ্ৰৰ পৃষ্ঠপোষকতা আছিল। এই পৰিকল্পনাৰ উদ্দেশ্য আছিল-অসমীয়া আৰু বঙালীৰ মাজত বিৰোধ বঢ়োৱাটো।

অসমীয়া-বঙালী, অসমীয়া-অনা অসমীয়া, হিন্দু-মুছলমান আদি সকলো পৰ্যায়তে সংঘাতৰ সৃষ্টি কৰাৰ বাবে চলোৱা প্ৰচেষ্টাৰ খতিয়ান দিয়াই টান হ'ব। অৱশ্যে সেইবোৰ পুৰণি ঘা খুচৰি বহলোৱাৰ প্ৰবৃত্তিও নাই। এটা কথা ঠিক যে ন্যস্ত স্বাৰ্থৰ উদ্যোগত ঘটোৱা কেতবোৰ বোমা বিস্ফোৰণ, সংঘৰ্ষ, আৰু

হত্যাকাণ্ডৰ মূলত এনেবোৰ শক্তিৰেই হাত আছিল । তদুপৰি চৰকাৰ তথা শাসকদল আৰু বিশেষ কেতবোৰ চক্ৰৰ প্ৰৰোচনাত জাত-কূল, ভাষা, ধৰ্ম আদিৰ ভিত্তিত অসংখ্য সংগঠন গঢ়ি তোলা হ'ল । উদ্দেশ্য ফটফটীয়া — ৰাইজৰ মাৰ ভাঙি দিয়া আৰু অসমৰ আন্দোলনক মষিমূৰ কৰা ।

জৰুৰী অৱস্থা, ৰাজ্যভাষা আন্দোলন, মাধ্যম আন্দোলন, অসমৰ ছবছৰীয়া আন্দোলন — ইত্যাদি সকলো ক্ষেত্ৰতে অসমৰ ৰাইজৰ মাজত বিভাজন অনাৰ বাবে সৰ্বাত্মক প্ৰচেষ্টা চলোৱা হৈছিল । সেইবোৰ প্ৰচেষ্টাৰ কুফল আমি এতিয়া নিতৌ দেখি আহিছোঁ । এতিয়া মনৰ চুবুৰী দেখাৰ হ'ল । আনকি জনজাতীয় ৰাইজৰ মাজত দেখা দিয়া অশৈৰ্যৰ গুৰিতো এনে কাৰ্য-কলাপৰ প্ৰভাৱ নথকা নহয় । বিভিন্ন ধৰণৰ পৃথক ৰাজ্যৰ দাবীৰ গুৰিত একালত যিসকলৰ উচটনি জড়িত আছিল, সেইসকলৰে মুখত আমি এতিয়া ৰাম-নাম শুনিছো আৰু ভণ্ডামিৰ ভৰালটোও দেখা পাইছোঁ ।

আজি জনজাতীয় ৰাইজৰ মাজতো যি আশংকা দেখা গৈছে সেয়া হ'ল অস্তিত্বৰ আশংকা । এটা দিন আছিল — যেতিয়া নানান বিভিন্নতা আৰু বিভেদ থকা সত্ত্বেও অসমৰ সকলো লোক একেটা গোটতে থকা বাবে সকলোৰে মনত এটা আত্ম-বিশ্বাসৰ ভাব হৈছিল । কিন্তু অসম যেতিয়া টুকুৰা-টুকুৰ হ'ল, ৰাজনৈতিক পাশটি খেলে যেতিয়া বিভাজনৰ জাল পেলালে, যেতিয়া অসমীয়া মানুহৰ বুজন ভাগটোৱেই অস্তিত্বৰ চিন্তাত নিমগ্ন হ'ল, তেতিয়া সৰু সৰু জনজাতীয় গোটবোৰ অধিক শংকিত হৈ পৰাটো নিচেই স্বাভাৱিক কথা । আজি গৰিষ্ঠ সংখ্যক অসমীয়াৰ ভাগটোৱে তেওঁলোকক ভাৰসা দিব নোৱাৰে । সেইদেখি নিজৰ পথ নিজে উলিওৱাৰ চিন্তা তেওঁলোকে কৰিছে ।

ইপিনে অসমৰ ছবছৰীয়া আন্দোলনে আৰু এটা দিশ মুকলি কৰি দিলে । বিদেশী নাগৰিকৰ অবাধ ৰাজত্বৰ বিৰুদ্ধেই অসমত আন্দোলন চলিছিল। যিহেতু বাংলাদেশৰপৰা হোৱা অবিৰাম জনস্ৰোতে অসমৰ জনজাতীয় অঞ্চলক বিশেষভাৱে ক্ষতিগ্ৰস্ত কৰিলে, সেইদেখি এই আন্দোলন জনজতীয় ৰাইজে নিজৰ অস্তিত্ব ৰক্ষাৰ আন্দোলন বুলি গণ্য কৰিব লাগিছিল । ইযাত জনজাতীয়, অ-জনজাতীয় প্ৰসঙ্গ উত্থাপিত হোৱাৰ কোনো থলেই নাছিল । অথচ সেয়ে হ'ল। এৰাংশ জনজাতীয় ৰাইজে বিৰোধিতাহে কৰিলে । এই ক্ষেত্ৰত বিশেষ কেতবোৰ

ৰাজনৈতিক দলেও তেওঁলোকক 'মদত' দিলে । চৰকাৰৰ কথা ক'বই নেলাগে। চৰকাৰী উচটনিয়ে বিবিধ ৰূপ ধাৰণ কৰি পৰিস্থিতি আৰু বিষময় কৰি তুলিলে।

## আত্ম-হননৰ স্বাক্ষৰ

সেইদেখি আন্দোলনৰ সময়ত বাতৰি কাকতৰ ভূমিকাৰ লগত একাংশ জনজাতীয় ৰাইজৰ সংঘাত ঘটাটোও এই প্ৰসঙ্গতে স্বীকাৰ কৰোঁ । তেনে মতাৱলম্বী জনজাতীয় নেতাৰ কেতবোৰ বিবৃতি আত্ম-হননৰ স্বাক্ষৰ ৰূপে আজিও বাতৰি কাকতৰ পিঠিত আছে । সেই সময়ত জনজাতীয় অ-জনজাতীয়ৰ মাজৰ সম্পৰ্কৰ এনে অৱনতিয়ে মন গধুৰ কৰি তুলিছিল যদিও কাকতৰ কোনো প্ৰচেষ্টাই পোহৰ পেলাব নোৱাৰিলে ।

যি সকলৰ পৃষ্ঠপোষকতাত জনজাতীয় ৰাইজৰ একাংশ অবাটে গৈছিল, সেই সকল ৰাজনৈতিক ধুৰন্ধৰে বা চৰকাৰৰ ৰাম-নামী কাপোৰ পিন্ধোতা সকলে এতিয়া জনজাতীয় লোকক একো পথৰ সন্ধান দিব পৰা নাই । মাত্ৰ বন্দুক প্ৰয়োগ কৰিব পৰা আৰু আটক কৰি ৰাখিব পৰা আইন আদিততহে তৎপৰতা দেখুওৱাটো পৰিলক্ষিত হৈছে । ১৯৮১ চনৰ পৰা ১৯৮৩ চনৰ ভিতৰত দৈনিক অসমত ওলোৱা 'ৰাইজলৈ আহ্বান', 'দেশবাসীৰ প্ৰতি আহ্বান', 'অসমবাসী ৰাইজলৈ গোহাৰি', 'গোহাৰি - জনজাতীয় ৰাইজলৈ' - ইত্যাদি সম্পাদকীয়বোৰো অৰণ্য ৰোদন হৈ থাকিল ।

## গাত কথা নলগা চৰকাৰ

জনজাতীয় লোকৰ ওপৰত পৰা হেঁচাৰ কথা উল্লেখ কৰি 'গাত কথা নলগা চৰকাৰ' -এই শিতানৰ সম্পাদকীয়ত লিখা হৈছিল - "কোকৰাঝাৰ অঞ্চলৰ বড়ো জনজাতীয় ৰাইজে নিজৰ ঘৰ-মাটি এৰি আহিবলগীয়া শোচনীয় অৱস্থা এটাৰ কথা এই কাকততে ইতিমধ্যে প্ৰকাশ পাইছে । সমগ্ৰ গোৱালপাৰা জিলাকে ধৰি অসমৰ ভৈয়াম অঞ্চলৰ বড়ো আদি ভৈয়ামৰ জনজাতীয় ৰাইজ আৰু অন্যান্য আৰ্থিকভাৱে দুৰ্বল দেখাৰ থলুৱা ৰাইজে নিজৰ ঠাই এৰি এতিয়া অনাই-বনাই

ফুৰিবলগীয়া হৈছে। নগালেণ্ড সীমান্তৰ হত্যাকাণ্ডৰ পিছত ভাগি অহা বিপুল সংখ্যক জনজাতীয়ৰ সংখ্যাটোৱেই এই সকল লোকৰ দুৰ্গতিৰ কথা স্পষ্টভাৱে দাঙি ধৰিছে। জনজাতীয় ৰাইজৰ স্বাৰ্থৰ কথা কৈ চকুপানী টোকা ৰাজনৈতিক ধুৰন্ধৰৰ অভাৱ এই ৰাজ্যত নাই। কিন্তু এই সকল ৰাইজৰ স্বাৰ্থৰ প্ৰকৃত সেৱকহে পাবলৈ নাই। সেয়েহে দেশী-বিদেশী বহিৰাগতৰ প্ৰবল হেঁচাত আজি এইসকল লোক চৰম বিপৰ্যয়ৰ সন্মুখীন হ'বলগীয়া হৈছে।

"জনজাতীয় আদি আৰ্থিকভাৱে দুৰ্বল শ্ৰেণীৰ ৰাইজে দায়িত্বহীনভাৱে নিজৰ ঘৰ-মাটি এৰি নাহে। তেওঁলোকে যি ঠাইত বাস কৰে, সেই ঠাইত নিচেই সৰুসুৰা বৃত্তি অৱলম্বন কৰি জীৱন নিৰ্বাহ কৰে। কিন্তু জন-বসতি যিমানে বাঢ়ে, সিমানে তেওঁলোকৰ বৃত্তিৰ বাবে থল নোহোৱা হৈ পৰে। ফলত তেওঁলোক উঠি আহিবলৈ বাধ্য হয়। আনহাতে এচাম শিয়াল লোকে প্ৰৱঞ্চনা কৰিও তেওঁলোকক মাটিৰপৰা বঞ্চিত কৰে। তদুপৰি নানান ধৰণেৰে জোৰ-জুলুম কৰি তেওঁলোকক উঠাই পঠোৱাৰ উদাহৰণো আছে। এই ক্ষেত্ৰত প্ৰশাসনৰে এচাম আৰু পাৱত গজা এচাম নেতাই যেতিয়া যোগ দিয়ে,তেতিয়া এই সকল লোক আৰু নিৰুপায়ত পৰে। সম্প্ৰতি বিদেশী অনুপ্ৰৱেশকাৰী আৰু অন্যান্য ৰাজ্যৰপৰা অহা কেতবোৰ লোকে প্ৰশাসনৰ ভিতৰৰ কিছুমান লোক আৰু এচাম নেতাৰ সহায়ত জনজাতীয় অঞ্চলত ছাটি ধৰিবলৈ বিশেষ সুযোগ পাইছে। ইতিমধ্যে নেতৃত্বৰ লীলাখেলা আৰু প্ৰশাসনৰ চৰম ব্যৰ্থতাৰ বাবে ট্ৰাইবেল বেল্ট আৰু ব্লকসমূহৰ চিন নোহোৱা হ'ল। ইমান চৰম অবিচাৰ এটা কৰাৰ মূৰত এতিয়া জনজাতীয় স্বাৰ্থৰ ধ্বনি তোলাৰ বাবে নৈতিক অধিকাৰ নেতৃবৰ্গই ক'ৰপৰা বিচাৰি পাইছে? ...."

## নিষিদ্ধ অঞ্চল

১৯৩৯ চনত অসম চৰকাৰে ঘাইকৈ জনজাতীয় আৰু পিছপৰা শ্ৰেণীৰ লোকে বাস কৰা অঞ্চল 'নিষিদ্ধ অঞ্চল' ৰূপে ঘোষণা কৰিছিল। সেই অঞ্চলত পমুৱা খেতিয়কে মাটি দখল কৰাটো নিষিদ্ধ কৰা হৈছিল। কিন্তু চৰকাৰী ভণ্ডামিৰ চূড়ান্ত নিদৰ্শন পৰৱৰ্তী ঘটনাৱলীয়ে দাঙি ধৰিলে। সেইবোৰ অঞ্চলৰপৰা

জনজাতীয় আদি লোক ফৰিং ছিটিকাদি ছিটিকি গ'ল। তাৰ পৰিণতিলৈ ১৯৮৮ চনত প্ৰকাশ কৰা ৰাজ্য চৰকাৰৰ হিচাপ এটাই আঙুলিয়াই দিব। সেই হিচাপ মতে কোকৰাঝাৰৰ মুঠ ৭,১০,০০০ জনসংখ্যাৰ মাজত অনুসূচিত জনজাতিৰ জনসংখ্যা হ'ল মাত্ৰ ২,০৪,০০০। সেইদৰে দৰং জিলাত মুঠ ৮,৩৪,০০০ জনসংখ্যাৰ ভিতৰত অনুসূচিত জনজাতিৰ লোক ১,২৮,০০০ আৰু শোণিতপুৰ জিলাত মুঠ ৯,০২,০০০ জনসংখ্যাৰ ভিতৰত অনুসূচিত জনজাতিৰ লোক হ'লগৈ ৫৭,০০০।

ট্ৰাইবেল বেল্ট আৰু ট্ৰাইবেল ব্লকবোৰ ৰক্ষা কৰাৰ ক্ষেত্ৰত চৰকাৰে আওকাণ কৰি জনজাতীয় ৰাইজৰ স্বাৰ্থ কি দৰে বিপন্ন কৰিলে, তাৰ বিৱৰণ আজি নতুনকৈ দিয়াৰো প্ৰয়োজন নাই।

## মাটি প্ৰত্যৰ্পণ

অথচ ১৯৭৪ চনতে ট্ৰাইবেল বেল্ট আৰু ব্লকৰ মাটি সম্পৰ্কে বিচাৰ ল'বলৈ অনুসূচিত জনজাতিৰ কল্যাণ উপদেষ্টা পৰিষদে এখন উপ সমিতি পাতি দিছিল। সেই সমিতিয়ে ১৯৭৬ চনত দিয়া প্ৰতিবেদনত কয় যে মাটি সংক্ৰান্ত বিধি উলংঘা কৰি বিষয়াসকলে বেল্ট আৰু ব্লকত অ-জনজাতীয়ক মাটি দিছে। সমিতিয়ে জনজাতীয় লোকৰ মাটি জনজাতীয় লোককে ২ বছৰৰ ভিতৰত ঘূৰাই দিব লাগে বুলি পৰামৰ্শ দিছিল।

জনজাতি কল্যাণ উপদেষ্টা পৰিষদে এই সমিতিৰ পৰামৰ্শ গ্ৰহণ কৰি মাটি হস্তান্তৰ নিষিদ্ধ কৰিবলৈ আইন কৰাৰ বাবে চৰকাৰক জনায় আৰু ইতিমধ্যে হস্তান্তৰ হোৱা মাটিও ঘূৰাই দিয়াৰ ব্যৱস্থা কৰিবলৈ কয়।

কিন্তু কাৰ্যত ঃ গোঁজ পোতা স্বাৰ্থৰে জয় হ'ল। জনজাতীয় লোকে মাটি ঘূৰাই নেপালে। আনকি জনজাতীয়ৰ মাটি হস্তান্তৰ কৰাটো নিষিদ্ধ কৰাৰ ব্যৱস্থা সাময়িকভাৱে কৰি পুনৰ সুৰুঙা উলিয়াই দি হস্তান্তৰৰ ব্যৱস্থা অব্যাহত ৰখা হ'ল। ল'ৰা পঢ়ুৱাবলৈ মাটি বেচাত বাধাগ্ৰস্ত হোৱা জনজাতীয় লোকৰ সমস্যা লাঘৱ কৰিবৰ বাবেহে এনে সুৰুঙা ৰাখিবলগীয়া হ'ল বুলি ধূৰ্তালি কৰি দেখুৱালে। অথচ জনজাতীয় লোকৰ নামত অসম চৰকাৰতকৈ কমকৈ ঢোল-

দগৰ বজোৱা মহাৰাষ্ট্ৰ চৰকাৰে ১৯৭৪ চনতে জনজাতিৰ হাতলৈ মাটি ঘূৰাই অনাৰ বাবে আইন কৰিলে।

জনজাতীয় লোকৰ মাজত গাহৰি বিলাই বা সেই পৰ্যায়ৰ কাৰ্য-ব্যৱস্থা হাতত লৈ জনজাতীয় ৰাইজৰ স্থিতি টনকিয়াল কৰাটো সম্ভৱপৰ নহয়। অৰ্থনৈতিক আদি বিষয়ৰ শোষণ দূৰ কৰিবলৈ কঠোৰ অৰ্থনৈতিক নীতি প্ৰয়োগ কৰিব লাগিব। মাটি-বাৰীৰ ক্ষেত্ৰত হোৱা সকলো অবিচাৰ দূৰ কৰাৰ লগতে পূৰ্বৰ ভুলো শুধৰাবলৈ কঠোৰ ব্যৱস্থা ল'ব লাগিব। দৰাচলতে জনজাতীয় লোকৰ মাজত সুস্থ নেতৃত্ব গঢ়া আৰু ব্যৱহাৰিক ক্ষেত্ৰত ফলদায়ক হোৱাকৈ অধিক ক্ষমতা সম্পন্ন পঞ্চায়ত ব্যৱস্থা প্ৰৱৰ্তন কৰি তৃণমূলৰপৰা গঢ় লোৱাৰ বাবে জনজাতীয় ৰাইজক সুবিধা দিলেহে কিছুমান ভুলৰ প্ৰায়শ্চিত হ'ব। অ-জনজাতীয় লোকক জনজাতীয় বুলি প্ৰমাণ-পত্ৰ দিয়া, জনজাতীয় লোকে পাবলগীয়া সুবিধা আনে গ্ৰহণ কৰা আদি বিষয়ৰ ব্যভিচাৰো তেতিয়া দূৰ কৰিব পৰা হ'ব। তদুপৰি জনজাতিৰ নামত মঞ্জুৰ হোৱা ধনৰ ব্যৱহাৰ সুনিশ্চিত কৰাৰ ক্ষেত্ৰতো এয়ে এটা দৃঢ় পদক্ষেপ হ'ব।

স্বাধীনতাৰ পিচৰপৰা এতিয়ালৈকে জনজাতিৰ কল্যাণৰ বাবে বিপুল পৰিমাণৰ ধন ব্যয় কৰা হ'ল। কিন্তু তাৰ কিমান শতাংশ প্ৰকৃততে জনজাতিৰ কামত লাগিল, তাৰ হিচাপ লোৱা নহ'ল। তাকে কৰা হ'লে বেদনাদায়ক ছবি এখন দেখিবলৈ পোৱা গ'লহেঁতেন। নেতৃত্বৰ এনে বিকাৰ দূৰ কৰিবলৈ হ'লে তৃণমূলৰপৰা নতুন নেতৃত্ব গঢ়াৰ উদ্যম জনজাতিৰ মাজৰ পৰাই হ'ব লাগিব।

নিৰপেক্ষ পৰ্যবেক্ষণে কিন্তু ইতিমধ্যে জনজাতীয় লোকৰ উন্নয়নৰ গতি কেনে ধৰণৰ, সেই বিষয়ে ছবি এখন দাঙি ধৰিছে। ১৯৭৪ চনতে খাদী আৰু গ্ৰামোদ্যোগ আয়োগে গঠন কৰা সমিতি এখনে দিয়া প্ৰতিবেদনত কৈছিল যে অসম, অৰুণাচল প্ৰদেশ, ত্ৰিপুৰাৰ পাৰ্বত্য আৰু সীমান্ত অঞ্চলত বাসকৰা লোকৰ অৱস্থা এটা দশকৰ ভিতৰত সমূলি উন্নত হোৱা নাই। প্ৰতিবেদনত কোৱা মতে প্ৰতি পৰিয়ালৰ বছৰি গড়ে আয় হয় ৫৩৭ টকা আৰু শতকৰা ৫৮ ভাগ পৰিয়াল সৰু সুৰা ব্যৱসায়ীৰ ওচৰত ধৰুৱা হৈ আছে আৰু এই ব্যৱসায়ীসকলে তেওঁলোকৰ পৰা শতকৰা ৫৯ ভাগৰপৰা শতকৰা ৪০০ ভাগলৈকে সুদ আদায় কৰে। এনে অৱস্থাত জুনুকা জোকাৰিয়েই জনজাতিৰ অৱস্থা উন্নত কৰিব পাৰিবনে ?

# ছ-বছৰীয়া আন্দোলন

অনুপ্ৰৱেশৰ সমস্যা চৰকাৰ, শাসক দল আৰু বিশেষ কেতবোৰ ৰাজনৈতিক দলে আঁৰ কৰি ৰাখিবলৈ চেষ্টা কৰিলেও সৰ্বসাধাৰণে ইতিমধ্যে তাৰ হেঁচা উপলব্ধি কৰে। সৰ্বসাধাৰণৰ বিচ্ছিন্ন প্ৰতিবাদ যিমানেই নহওক, ই ক্ষীণ হ'বলৈ বাধ্য। বাতৰি কাকতত্তো যথেষ্ট লিখালিখি চলে। দৈনিক অসমতো অবিৰতভাৱে এই বিষয়টো উত্থাপন কৰাৰ উপৰিও ১৯৭৫ চনৰ ৩ জুন তাৰিখে "বাংলাদেশীৰ অনুপ্ৰৱেশৰ আঁৰৰ গভীৰ চক্ৰান্ত" শিতানত প্ৰকাশিত সম্পাদকীয়ৰ যোগেদি সমস্যাৰ বিষয়ে সঁকীয়াই দিয়া হৈছিল।

পিচে প্ৰতিক্ৰিয়াই তেতিয়াই কোনো সংঘবদ্ধ প্ৰতিবাদৰ ৰূপ ধাৰণ নকৰিলে। নকৰিবৰ কথাই। কিয়নো ৰাজনৈতিক দলবোৰ আঁতৰি থাকিল। এনে অৱস্থাত অৰাজনৈতিক উদ্যমৰ প্ৰয়োজন হ'ল। সেই প্ৰয়োজনীয়তা পূৰণ কৰিলে সদৌ অসম ছাত্ৰ সন্থাই। পিচত আন্দোলনক অধিক শক্তি দান কৰাৰ বাবে সদৌ অসম গণ সংগ্ৰাম পৰিষদ গঠন কৰি আন্দোলনৰ নেতৃত্বৰ গণ্ডী বহলোৱা হ'ল।

১৯৭৯ চনৰ ১০ অক্টোবৰৰ দিনা সদৌ অসম ছাত্ৰ সন্থা আৰু সদৌ অসম গণ সংগ্ৰাম পৰিষদে বিদেশী অনুপ্ৰৱেশকাৰীৰ বিৰুদ্ধে আন্দোলন আৰম্ভ কৰিলে। ডেকা চামে পাতনি মেলা এই আন্দোলনে এটা শক্তিশালী ৰূপ ধাৰণ কৰিলে। প্ৰথম অৱস্থাত কিন্তু 'বহিৰাগত' বুলিহে আন্দোলনকাৰীসকলে উল্লেখ কৰিছিল। এই শব্দৰ প্ৰয়োগ ক্ষতিকাৰক হ'ব আৰু গোটেই আন্দোলনটোকে বিভ্ৰান্ত কৰিব বুলি বিভিন্ন মহলে সঁকীয়াই দিয়াৰ মূৰত 'বহিৰাগত' শব্দ পৰিহাৰ কৰি 'বিদেশী নাগৰিক' বুলি উল্লেখ কৰা হ'ল। ফলত 'বহিৰাগত' শব্দৰ ব্যৱহাৰৰ গাত ভেঁজা দি আন্দোলনৰ বিষয়ে বিকৃত ব্যাখ্যা দিওঁতা সকলৰ মুখ জাপ খালে যদিও অপচেষ্টাই বিভিন্ন সময়ত বিভিন্ন ৰূপ ল'লে। সময়ত বাংলাভাষীৰ বিৰুদ্ধে চলা আন্দোলন বুলি, সময়ত মুছলমান-বিৰোধী আন্দোলন বুলি, কোনো সময়ত আকৌ গোকাট প্ৰাদেশিকতাৰ প্ৰতিফলন বুলি চিনাকি দিবলৈ চেষ্টা কৰা হ'ল। আনহাতে চি- আই-এৰ প্ৰৰোচনাকে ধৰি নানান মনে সজা অভিযোগো উঠিল। তদুপৰি অনুপ্ৰৱেশকাৰীসকলক ধৰ্মৰ ভিত্তিত ভাগ

কৰাৰ চেষ্টা এটাও চলিল; এই মতাৱলম্বী সকলে হিন্দু অনুপ্ৰৱেশকাৰীক বাদ দিয়াৰ পোষকতা কৰিলে । এই ক্ষেত্ৰত বি জে পিয়ে লোৱা সক্ৰিয় ভূমিকা উল্লেখযোগ্য ।

কিন্তু আন্দোলনৰ নেতৃত্ব স্থিৰ পথত অচল-অটল হৈ থকাটো প্ৰশংসনীয় । অৱশ্যে আন্দোলনৰ আঁৰ লৈ নিজ নিজ পক্ষৰ কাৰণে বিশেষ কিছুমান মহলে সুবিধা আদায় কৰাৰ প্ৰচেষ্টাও সমান্তৰালভাৱে চলাই থাকিল । বিদেশী নাগৰিকৰ বিৰুদ্ধে চলা আন্দোলনক বঙালী-বিৰোধী আন্দোলনলৈ ৰূপান্তৰিত হ'বলৈ বাধ্য কৰিব পৰা পৰিৱেশ ৰচনা কৰাৰ বাবে ৰাজ্যৰ বাহিৰে-ভিতৰে এটা প্ৰণালীবদ্ধ প্ৰচেষ্টা চলিল । সেইদৰে হিন্দু-মুছলমানৰ প্ৰশ্ন লৈ চলা আন্দোলনলৈ ৰূপায়িত কৰাৰ উদ্যম হাতত লোৱা সকলো নিচেষ্ট হৈ থকা নাছিল।

আন আন মহলৰ চেষ্টাও কম নাছিল । অসমৰ থলুৱা লোকৰ এভাগে হয়তো আন্দোলনে সুকীয়া ৰূপ লোৱাটো বিচাৰিছিল । সেই দেখি কাকতলৈ এনে কথা লিখি চিঠি বা বাতৰি পঠাইছিল - যিবোৰে বিষাক্ত পৰিৱেশ ৰচনা কৰাতহে সহায় কৰিলেহেঁতেন । এইবোৰ প্ৰকাশ নকৰা বাবে মাৰি পঠিওৱা গালিৰ চপৰাবোৰ এই তপা মূৰতে পৰিছিলহি ।

মনত পৰে – এজন বিশিষ্ট অধ্যাপকে অতি বিদ্বেষমূলক ভাৱে কেতবোৰ চিঠি একাদিক্ৰমে দি আছিল – কাকতত প্ৰকাশ কৰিবৰ বাবে । কিন্তু এখনতো প্ৰকাশৰ মুখ নেদেখা বাবে অভিধানৰ এটাও বিশেষণ বাদ নিদিয়াকৈ কেইবাখনো চিঠি মোলৈ দি মনৰ পোৰণি মাৰ নিয়াইছিল । পিচত কিন্তু এইজন অধ্যাপক নিৰৱ হ'ল ; অকল সেয়ে নহয় – আন্দোলনক নিঃশেষ কৰাৰ বাবে উদ্যোগী হোৱা পক্ষৰ বিশ্বস্ত সহযোগী হৈ পৰিল ।

সন্দেহজনক লোকৰ বেলিকাও সতৰ্কতা অৱলম্বন কৰিবলগীয়া হৈছিল। আন্দোলনৰ ভৰপকৰ মাজতে এদিন এজন লোক চুচুক-চামাককৈ আহি সম্পাদকৰ কোঠাত সোমাইছিল । পৰিচয় সোধাত ক'লে যে তেওঁ কলিকতাত থকা মাৰ্কিন 'কনচুলেট'ৰ এজন ভাৰতীয় পদাধিকাৰী । তেওঁ অসমৰ আন্দোলনৰ সম্পৰ্কত 'দিহা পৰামৰ্শ' দিবলৈ চেষ্টা কৰোতে তেওঁক পনীয়া সম্ভাষণ জনাই অবিলম্বে কোঠা খালী কৰিবলৈ টান মুখেৰে কোৱা হৈছিল আৰু লগতে জনাই দিয়া হৈছিল যে অসমীয়া 'পেটেন্টে'ই কাম দিব, মাৰ্কিন 'পেটেন্ট'ৰ প্ৰয়োজন নাই । তেওঁ

ওলাই গৈছিল - কিন্তু মুনাফা বিচৰা চোৰাং চিকাৰী যে দেশে -দেশান্তৰে আছে, তাৰ চিন থৈ গ'ল ।

আন্দোলনৰ নেতৃবৰ্গই সকলো দিশ চম্ভালি গতি অব্যাহত ৰাখিছিল বুলি ক'ব লাগিব । অৱশ্যে নহ'ব লগীয়া কেতবোৰ ঘটনাও ঘটিল । আন্দোলনৰ শান্তিপূৰ্ণ স্বৰূপত ছিটিকনি পৰিল । কিন্তু তাৰে বুজন সংখ্যক ঘটনা (হত্যা, বোমা বিস্ফোৰণ আদি) বিশেষ স্বাৰ্থ জড়িত মহলৰ যোগেদি সৃষ্টি হৈছিল। কিন্তু অত্যুৎসাহ আৰু তৰাং মন লৈ এভাগ উদগু লোকে বাওঁপন্থী ৰাজনৈতিক দলৰ লোকক আক্ৰমণ কৰোতে আন্দোলনৰ গুৰি ধৰোতা নেতাক জনাইছিলোঁ যাতে এনে ভুল পন্থাক প্ৰশ্ৰয় দিয়া নহয় । সেইদৰে গুৱাহাটী শোধনাগাৰৰ মুৰব্বী বিষয়া এজন আক্ৰান্ত হওঁতেও উতনুৱা লোকক এনে কাৰ্যৰপৰা নিৰস্ত কৰাৰ বাবে চোকা দৃষ্টি ৰাখিব লাগে বুলি সঁকীয়াই দিছিলোঁ । অহিংস স্বৰূপটোৱেই আন্দোলনৰ আচল শক্তি বুলি সম্পাদকীয় যোগেও সোঁৱৰাই দিয়া হৈছিল । তথাপি এভাগ ঘটনা অদূৰদৰ্শী কেতবোৰ লোকে তৰাং মন লৈ সংঘটিত কৰিছিল. ।

বৰ্জন কাৰ্যসূচী ৰূপায়িত কৰাৰ ক্ষেত্ৰত সময়ত জপে-মধে ব্যৱস্থা লোৱা যেন ধাৰণা হৈছিল । যিটো ধৰণেৰে বৰ্জন কৰিবলৈ আৰম্ভ কৰা হৈছিল, তাৰ ফলত এদিন বৰ্জিত লোকেই সংখ্যাগৰিষ্ঠতা লাভ কৰি আন্দোলনকাৰীসকলক সংখ্যালঘিষ্ঠ কৰিবগৈ বুলি ধাৰণা হৈছিল । সেই দেখি এই ক্ষেত্ৰত সতৰ্ক হৈ সুচিন্তিতভাৱে আগ বঢ়াৰ পৰামৰ্শ দিয়া হৈছিল । সন্তোষৰ কথা যে এই পৰামৰ্শ অগ্ৰাহ্য নহ'ল । ঠিক সেইদৰে 'বন্ধ'ৰ ঘোষণাও সময়ত বৰ শিথিলভাৱে কৰিবলৈ লোৱা দেখা গ'ল । 'বন্ধ' ঘোষণা কৰাৰ প্ৰয়োজন নথকা বিষয়তো তেনে ঘোষণা কৰা হৈছিল । তদুপৰি আন্দোলনৰ উচ্চতম কৰ্তৃপক্ষ আগতীয়াকৈ অৱগত নোহোৱাকৈ একো ঠাইত সেই অঞ্চলৰ গোটে 'বন্ধ' ঘোষণা কৰিছিল । সেই দেখি 'বন্ধ'ৰ ঘোষণা কৰা ব্যৱস্থা কেন্দ্ৰীভূত হোৱাৰ ওপৰত গুৰুত্ব দিছিলোঁ ।

আন্দোলনৰ নেতৃত্ব কৰা সদৌ অসম ছাত্ৰ সন্থা আৰু সদৌ অসম গণ সংগ্ৰাম পৰিষদে মূলতঃ সমিল-মিলভাৱে আগবাঢ়িছিল যদিও সময়ত মতভেদ ঘটাৰ উমান পোৱা গৈছিল । কিন্তু গণ-চেতনাৰ সঁকীয়নিয়ে সকলো জেওা মাৰিব পাৰিছিল ।

দিল্লীয়ে অৱশ্যে অসমৰ আন্দোলনলৈ পোনতে গ্ৰাহ্য কৰা নাছিল ।

১৯৭৯ চনৰ ১০ অক্টোবৰত আৰম্ভ হৈছিল যদিও ১৯৮০ চনৰ ২ ফেব্ৰুৱাৰী তাৰিখেহে পোনপ্ৰথম বাৰলৈ চৰকাৰে আন্দোলনকাৰীসকলৰ সৈতে আলোচনা কৰে। তাৰ পিছতো কেইবালানিও আলোচনা হ'ল যদিও কোনো মীমাংসা নহ'ল। প্ৰতিবাৰৰ আলোচনা সম্পৰ্কে কেন্দ্ৰীয় চৰকাৰে একোখন শ্বেতপত্ৰ প্ৰকাশ কৰা হ'লে হয়তো আলোচনাৰ আঁত ৰখা আৰু গতি নিৰ্ণয় কৰাত সহায়ক হ'লহেঁতেন। আনহাতে আন্দোলনকাৰীসকলৰ প্ৰতিনিধি দলৰ সদস্য ঘনাই সলনি হৈ থকাৰ ফলতো সময়ত আলোচনাৰ আঁত ৰখাটো টান হৈছিল। সেই দেখি পূৰ্বতে মীমাংসা হোৱা একোটা কথাও পৰৱৰ্তী আলোচনাত পুনৰ মুকলি কৰাৰ নিচিনা পৰিণতি ঘটিছিল।

## অচলাৱস্থা

আলোচনাৰ এটা পৰ্যায়ত ১৯৬১ চনতে সময়-সীমা বন্ধাৰ আপোচ ব্যৱস্থা প্ৰায় হৈছিলেই। ১৯৬১-৭১ চনৰ সময়ছোৱাৰ কথা লৈহে সংকটে দেখা দিছিল। এইছোৱা সময়ৰ ক্ষেত্ৰতো প্ৰাক্তন প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে পোনতে যি কথা কৈছিল, সেই কথাও কেতবোৰ ৰাজ্যৰ পৰা পোৱা হেঁচাৰ মূৰত তল পৰিল। (আলোচনাৰ পৰ্যায়ক্ৰমে চৰকাৰে শ্বেত-পত্ৰ প্ৰকাশ নকৰাৰ মুনাফা চৰকাৰে এইদৰেই গ্ৰহণ কৰিলে)। তেতিয়া ১৯৭১ চনৰ সময়-সীমাকে চৰকাৰে টানমুঠীয়াকৈ ধৰি থকাত অচলাৱস্থাই দেখা দিলে।

## অদৃশ্য হেঁচা

আলোচনা প্ৰসঙ্গত আৰু সামগ্ৰিকভাৱে গোটেই সমস্যাটোৰ সমাধানৰ বাবে আঁত উলিয়াবলৈ চেষ্টা কৰা সকল অদৃশ্য শক্তিৰ হেঁচাত বাদ পৰা অৰ্থাৎ নিজৰ পদৰ স্থানৰপৰা আঁতৰি যোৱাৰ ৰহস্যজনক ঘটনাবোৰ বহুতৰ চকুত নপৰাকৈয়ে থাকি গ'ল।

অসমৰ মুখ্য সচিবৰ পদৰ পৰা হঠাৎ আঁতৰি যাবলগীয়া হোৱা পৰম শিৱম, কেন্দ্ৰৰ গৃহমন্ত্ৰীৰ পদৰপৰা আচম্বিতে আঁতৰি যাবলগীয়া হোৱা তেতিয়াৰ

কেন্দ্রীয় গৃহমন্ত্ৰী আৰ -ৰেংকটৰমন, ১৯৫১ চনতে সীমা-ৰেখা বান্ধিব লাগে বুলি ব্যৱস্থা আগবঢ়োৱাৰ পিচতেই দীৰ্ঘকাল ৰাজনৈতিক মঞ্চৰপৰাই প্ৰায় নিৰ্বাসিত অৱস্থাত থাকিবলগীয়া হোৱা মণিপুৰৰ তেতিয়াৰ মুখ্যমন্ত্ৰী ডোৰেন্দ্ৰ সিং এইখন নাটৰে অংশীদাৰ ।

আন্দোলনৰ নেতৃবৰ্গৰ সৈতে দিল্লীয়ে এৰা-ধৰাকৈ চলোৱা আলোচনাৰ ক্ষেত্ৰত আৰু এটা মন কৰিবলগীয়া কথা আছিল । যেতিয়াই দেশৰ কোনো অঞ্চলত উপ নিৰ্বাচন বা আন নিৰ্বাচনৰ আয়োজন কৰা হয় , তেতিয়াই নিৰাপদ দূৰত্ব ৰাখি আলোচনা স্থগিত ৰখা হয় - অৰ্থাৎ এই আলোচনাৰ সন্দৰ্ভত নিৰ্বাচনত শাসকদল কিবা প্ৰকাৰে ভোট বেংকৰ ক্ষেত্ৰত বাধাগ্ৰস্ত হয় বুলি সদায় সন্ত্ৰস্ত হৈ থাকে । এয়া প্ৰকৃততে ভোট-বেংকৰে পৌনঃপৌনিক অংক ।

বাৰে বাৰে আলোচনা স্থগিত ৰাখোতে একো সময়ত একো কাৰণ দেখুওৱা নাছিল । কোনো কোনো সময়ত অজুহাত দেখুওৱা হৈছিল । এবাৰ সদৌ অসম গণ সংগ্ৰাম পৰিষদৰ প্ৰতিনিধিও আলোচনাত ভাগ লোৱাৰ বাবে অন্তৰ্ভূক্ত হোৱাত আলোচনা স্থগিত ৰাখে । এইটো কাৰণ অৱশ্যে চৰকাৰীভাৱে দেখুওৱা নাছিল । একাংশ বাতৰি কাকতত ওলোৱা বাতৰিৰ যোগেদিহে এই কথা জানিব পৰা গৈছিল ।

## ভেটি মজবুত নহ'ল

দিল্লীৰ আলোচনাৰ ভেটি মজবুত নোহোৱাৰ বিবিধ কাৰণ ওলাব । কেন্দ্ৰই আন্দোলনকাৰীসকলৰ লগত আৰু ভিন ভিন সময়ত ৰাজনৈতিক দলসমূহৰ লগত কৰা আলোচনাৰ শ্বেতপত্ৰ একোখন প্ৰকাশ কৰাৰ ব্যৱস্থা কৰা হ'লে কেন্দ্ৰই কথাই কথাই মূৰ পুলুকা মৰাৰ কোনো থল নোলালহেঁতেন । আলোচনা প্ৰসঙ্গত চৰকাৰৰ তৰফৰপৰা দিয়া বিভিন্ন আশ্বাস আৰু প্ৰতিশ্ৰুতিক একাষৰীয়া কৰাৰ বাবে কেন্দ্ৰই তেতিয়া সুবিধা নেপালেহেঁতেন ।

আনহাতে আন্দোলনৰ নেতৃবৰ্গই ঘনাই আলোচনাৰ বাবে প্ৰতিনিধি সলাই থকাটোৱেও সময়ত বাধাৰ সৃষ্টি কৰিছিল । তদুপৰি একাদিক্ৰমে নিবাৰণ বৰা, খনীন্দ্ৰ চন্দ্ৰ বৰুৱা, হিৰণ্য কুমাৰ ভট্টাচাৰ্য আদি জ্যেষ্ঠ লোকসকলক বাদ

দিয়া ব্যৱস্থায়ো প্ৰকৃতপক্ষে প্ৰতিনিধি দলৰহে বল কমালে ।

## ঢোকাতে কল

একাদিক্ৰমে আলোচনা ব্যৰ্থ হোৱাৰ মূৰত ১৯৮২ চনৰ ২ নবেম্বৰ তাৰিখে অসমত নিৰ্বাচন পিচুৱাবৰ বাবে সংবিধান সংশোধন কৰিবলৈ কেন্দ্ৰই প্ৰস্তাৱ দিয়ে যদিও বিৰোধী দলসমূহৰ লগত আলোচনা কৰাৰ মূৰত সেই প্ৰস্তাৱ প্ৰত্যাহাৰ কৰে । অৰ্থাৎ কেন্দ্ৰই ঢোকাতে কল আৰু কলতে ঢোকা দিয়াৰ ব্যৱস্থা কৰে । ১৯৮৩ চনৰ ভোটাৰ তালিকাৰ ভিত্তিত সেই বছৰৰে ১৪, ১৭ আৰু ১৯ ফেব্ৰুৱাৰি তাৰিখে অসম বিধান সভাৰ নিৰ্বাচন পতা হ'ব বুলি নিৰ্বাচনী আয়োগে ঘোষণা কৰে ।

দিল্লীত কেন্দ্ৰীয় চৰকাৰে আন্দোলনৰ নেতৃবৰ্গৰ সৈতে কৰা আলোচনা ব্যৰ্থ হোৱাৰ পিচ মুহূৰ্ততে এই ঘোষণা কৰাৰ পিচদিনাই (৭ জানুৱাৰী, ১৯৮৩) দিল্লীৰ পৰা উলটি অহা সদৌ অসম ছাত্ৰ সন্থা আৰু সদৌ অসম গণ সংগ্ৰাম পৰিষদৰ নেতৃবৰ্গক বৰঝাৰ বিমান-কোঠত গ্ৰেপ্তাৰ কৰা হয় ।

তেতিয়া অসম জুৰি পৰিস্থিতি উত্তপ্ত হৈ পৰে । আন্দোলনৰ নেতৃবৰ্গই নিৰ্বাচন বন্ধ কৰাৰ বাবে ১১ দিন জোৰা আন্দোলনৰ কাৰ্যসূচী ঘোষণা কৰে । পৰিস্থিতিলৈ লক্ষ্য ৰাখি বি জে পি, জনতা আৰু লোক দলৰ দুয়োটা ভাগে অসমৰ নিৰ্বাচন পিচুৱাবলৈ জনোৱা অনুৰোধ তেতিয়াৰ প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে আৰু নিৰ্বাচনী আয়োগে প্ৰত্যাখ্যান কৰে (১৭ জানুৱাৰী) আৰু লগে লগে বলপূৰ্বকভাৱে পতা ৰক্তাক্ত নিৰ্বাচনে অসমত তেজৰ নৈ বোৱাই দিয়াৰ প্ৰতিক্ৰিয়া আৰম্ভ কৰে । নিৰ্বাচনী আয়োগ আৰু প্ৰধানমন্ত্ৰীয়ে যিবোৰ যুক্তিৰে অসমত নিৰ্বাচন পতাৰ পোষকতা কৰিলে, সেইবোৰ যুক্তি কিন্তু পৰৱৰ্তী কালত কেন্দ্ৰীয় চৰকাৰ আৰু নিৰ্বাচনী আয়োগে আন ৰাজ্যৰ ক্ষেত্ৰত চাহ এৰা দিয়াৰহে উদাহৰণ পোৱা গ'ল । অন্য ৰাজ্যৰ নিৰ্বাচন স্থগিত ৰখাৰ দেখাৰ উদাহৰণ পৰৱৰ্তী কালত পোৱা গ'ল - য'ত ১৯৮৩ চনৰ অসমৰ নিৰ্বাচন স্থগিত ৰাখিব নোৱৰাৰ যুক্তিবোৰ অলংঘনীয় বুলি প্ৰতিপন্ন নহ'ল ।

অসমত ১৯৮৩ চনত বলেৰে পতা নিৰ্বাচনৰ বেলিকা শাসক দলৰ

ৰাজনীতিৰ অংক, বাংলাদেশী 'লবী'ৰ প্ৰভাৱ, ধৰ্ম আৰু ভাষাৰ ভিত্তিৰ ন্যস্ত চক্ৰ আৰু বিষয়াৰ এটা চক্ৰই মুখ্য ভূমিকা লৈ অসমৰ ৰাইজক গৌণ স্থান দিলে। ৰাজ্যৰ বাহিৰৰ পৰা প্ৰকাশিত কেতবোৰ কাকতে আকৌ নিৰ্বাচনৰ সম্পৰ্কত শ্ৰুতলিপিকে দিলে - কেনেকৈ নিৰ্বিঘ্নে নিৰ্বাচন পাতিব পৰা হ'ব , কোন বোৰ সমষ্টি নিৰাপদ, কোনবোৰ আংশিকভাৱে নিৰাপদ আৰু কোনবোৰত বিপদ হ'ব পাৰে - তাৰ শ্ৰেণী বিভাগো এইবোৰ কাকতেই কৰিলে। সেই 'বিশেষজ্ঞ'সকলে সজা পানীৰ ঔটেঙাৰ পৰিচয় অৱশ্যে দেশবাসীয়ে পিছত পালে।

## ৰেখাপাত নকৰিলে

বলপূৰ্বকভাৱে লোক সভা আৰু ৰাজ্য বিধান সভাৰ নিৰ্বাচন পতা প্ৰসঙ্গত দৈনিক অসমকে ধৰি অসমৰ কাকতে কৰা মন্তব্যই কোনো ৰেখাপাত নকৰিলে।

ৰাজ্য বিধান সভাৰ নিৰ্বাচন বলেৰে পাতি সৰ্বনাশ কৰিয়াই নানিবলৈ দৈনিক অসমত ধাৰাবাহিকভাৱে লিখা হৈছিল। লোক সভাৰ নিৰ্বাচন বলেৰে পতাৰ বেলিকাও কাকতত চোকা মন্তব্য কৰা হৈছিল। 'বৰ্বৰতাৰ বিৰুদ্ধে প্ৰত্যাহ্বান' - শিতানৰ সম্পাদকীয়ত কোৱা হৈছিল - "জন জাগৰণক ভৰিৰে গচকি অসমত লোক সভাৰ মধ্যকালীন নিৰ্বাচন পাতিবলৈ বদ্ধপৰিকৰ হোৱা দিল্লী আৰু দিছপুৰৰ চক্ৰ এটাই কি হীন পন্থা অৱলম্বন কৰিছে, তাৰ স্পষ্ট নিদৰ্শন দাঙি ধৰিলে - গুৱাহাটীৰ পৰা বৰপেটালৈ যোৱাৰ বাটত কৰ্তৃপক্ষই পতা নৰমেধ যজ্ঞৰ নাৰকীয় ঘটনাই! এই শক্তিশালী চক্ৰত সদস্যভুক্ত হোৱা সকলৰ পৰিচয় ৰাইজে পোৱা উচিত। কেন্দ্ৰীয় গৃহমন্ত্ৰী দপ্তৰে — কি কাৰণে আমি নেজানো — অসমৰ জনমতক শত্ৰুৰূপে গণ্য কৰি সেইমতেই ব্যৱস্থা লৈছে। ভাৰতৰ মুখ্য নিৰ্বাচনী আয়ুক্ত শাকধেৰে তেওঁৰ স্বতন্ত্ৰ পদ মৰ্যাদাক ধূলিৰ লগত মিহলাই দি কেন্দ্ৰীয় গৃহদপ্তৰৰ কাৰ্যালয়ৰ সহকাৰীৰ পদৰ লগত নিজক চামিল কৰি দিছে।

"কিন্তু চক্ৰৰ তালিকা তাতে শেষ হোৱা নাই। অসমতো তাৰ শাখা-প্ৰশাখা বিয়পি আছে। অসম চৰকাৰক অথৰ্ব কৰি ৰখা যিটো চক্ৰই আঁৰৰ পৰা কাৰ্যনিৰ্বাহ কৰি আছে, সেই চক্ৰই এই সন্ধিক্ষণত বিভিন্নমন্ত্ৰীক পদত্যাগ কৰিবলৈ

বাধ্য কৰি পাৰিলে ৰাষ্ট্ৰপতিৰ শাসন প্ৰৱৰ্তন কৰি হ'লেও শক্তিৰ পয়োভৰ দেখুৱাই নিৰ্বাচন পাতিবলৈ বিচাৰে।"

দিল্লীয়ে বিদেশী নাগৰিকৰ চিনাক্তকৰণৰ চন তাৰিখ সম্পৰ্কে খোপনি নেৰা বা ৰ আন্দোলনকাৰী নেতৃবৰ্গৰ সৈতে কৰা আলোচনা বাৰে বাৰে ব্যৰ্থ হ'ল। ইপিনে সেই বিষয়ৰ মীমাংসা নোহোৱা বাবেই অসমত পিয়লো নহ'ল আৰু নিৰ্বাচনৰ বেলিকাও বিপৰ্যয়ৰ সন্মুখীন হ'বলগীয়া হ'ল।

অসমৰ সকলো কথা কেন্দ্ৰই যে সুৰীয়া দৃষ্টিকোণৰপৰা চায়, তাৰ বহুতো উদাহৰণ আমি পাইছোঁ। তাৰে এটা উদাহৰণ আকৌ দাঙি ধৰিব খুজিছোঁ। কেন্দ্ৰত পি-চি-শেঠী গৃহমন্ত্ৰীৰূপে থাকোতে লোক সভাত বি-জে-পি নেতা অটল বিহাৰী বাজপেয়ীয়ে পশ্চিমবঙ্গ আৰু বিহাৰৰ সীমান্তৱৰ্তী জিলা সমূহত অস্বাভাৱিকভাবে জনসংখ্যা বৃদ্ধি হোৱা বিষয়ে প্ৰশ্ন কৰাত কেন্দ্ৰীয় গৃহমন্ত্ৰীয়ে পশ্চিম বঙ্গ আৰু বিহাৰৰ সীমান্তৱৰ্তী অঞ্চলত বিশেষ পিয়ল কৰাৰ পৰামৰ্শ মানি লৈ এই বিষয়ে ভাৰতৰ পিয়ল আয়ুক্তক জনাব বুলি কথা দিছিল। কিন্তু অসমৰ বেলিকা তেনে প্ৰতিশ্ৰুতি আমি কোনো কালে পালোঁনে?

# শামুকীয়া গাঁঠি

কোনখন ভোটাৰ তালিকাৰ ভিত্তিত ভোটাৰ তালিকা পুনৰাই শুধৰাই নিৰ্বাচন পাতিব, সেই শামুকীয়া গাঁঠি খোল নোখোৱাৰ কাৰণ হ'ল –অসমত সোমোৱা বাংলাদেশী নাগৰিকক কোন চনটোক ভিত্তিৰূপে লৈ চিনাক্ত আৰু বহিষ্কাৰ কৰা হ'ব - তাক নিৰ্ণয় কৰিব নোৱৰাটো। আন্দোলনৰ নেতৃবৰ্গই প্ৰথমতে ১৯৫১ চনতে সীমা-ৰেখা বন্ধাৰ দাবী তুলিছিল যদিও পিচলৈ সেই সীমা কিছু হোঁহকাই নিয়াৰ অনুকূলেও মনোভাৱ প্ৰকাশ কৰিছিল। কিন্তু কেন্দ্ৰীয় চৰকাৰ ১৯৭১ চনতে কোৰামুঠীয়াকৈ লাগি আছিল।

অৱশ্যে লালন প্ৰসাদ সিং অসমৰ ৰাজ্যপাল হৈ থাকোতে এদিন শ্বিলঙৰ পৰা এজন বিষয়াই আহি জনালে যে ৰাজ্যপালে তেওঁক মোৰ ওচৰলৈ পঠাইছে – যাতে ১৯৬৫ চনকে সীমা-ৰেখা ৰূপে ধৰিবলৈ আন্দোলনৰ নেতৃবৰ্গক

মই বুজাওঁ। মই অৱশ্যে কেইবাজনো নেতাক কৈছিলোঁ ; কিন্তু তেওঁলোকে বিশেষ গুৰুত্ব দিয়াটো পৰিলক্ষিত নহ'ল।

জনমতক গচকি কেন্দ্ৰীয় চৰকাৰ আগবঢ়াৰ বিষয়ে আলোচনা কৰি 'দম্ভালিৰ নিদৰ্শন' শিতানৰ সম্পাদকীয়ত উল্লেখ কৰা হৈছিল -"জনমতৰ গচকি প্ৰশাসনীয় দম্ভালি প্ৰতিপন্ন কৰাৰ প্ৰচেষ্টা বৃটিছৰ দিনতো যিমান নিৰ্মম ভাৱে প্ৰদৰ্শিত হোৱা নাছিল,-তাতোকৈ নিৰ্মমভাৱে এতিয়া অসমত প্ৰদৰ্শিত হৈছে। ...."

"এই ক্ষেত্ৰত এটা ভয়ংকৰ কথাও পৰিলক্ষিত হৈছে – যাৰ পৰা বুজা গৈছে যে দিল্লী প্ৰশাসন আৰু নিৰ্বাচনী আয়োগৰ মাজত সোমোৱা কোনোবা এটা শক্তিশালী চক্ৰৰ অখণ্ড কৰ্তৃত্ব প্ৰতিষ্ঠিত হৈছে। ফলত কেতবোৰ লুকাভাকু খেল নিৰ্লজ্জভাৱে চলোৱাটো পৰিলক্ষিত হৈছে। মাজতে বাতৰি ওলাল যে ৰাজ্যপাল আৰু অসম চৰকাৰে আংশিকভাৱে অসমত নিৰ্বাচন নেপাতি নিৰ্বাচন পিচুৱাব লাগে বুলি দিল্লীক অনুৰোধ জনাইছিল। কিন্তু দিল্লীৰপৰা তেনে অনুৰোধ পোৱা নাই বুলি ঘোষণা কৰা হ'ল। তেতিয়া অসমত চৰকাৰী বিজ্ঞপ্তিযোগে জনোৱা হ'ল যে তেনে অনুৰোধ জনোৱাটো সঁচা কথা। এতিয়া বাতৰি ওলাল যে (বাতৰি প্ৰতিষ্ঠানৰ বাতৰিত) অসমৰ মুখ্য নিৰ্বাচনী বিষয়াই সাম্প্ৰতিক পৰিৱেশত অসমত আংশিকভাৱে নিৰ্বাচন পতাটো সম্ভৱপৰ নহ'ব বুলি দিল্লীক জনাই দিছে। এইবাৰো দিল্লীৰ পৰা জনালে যে অসমৰ মুখ্য নিৰ্বাচনী বিষয়াই তেনে মন্তব্য কৰা নাই। এইবোৰ লুকাভাকু খেল চলাৰপৰা আমাৰ ধাৰণা জন্মিছে যে কোনোবা এটা অদৃশ্য মদগৰ্বী চক্ৰই কিবা কাৰ্যকলাপ চলাই আছে। ....."

## নিৰ্বাচনৰ প্ৰহসন

ৰাইজৰ প্ৰবল প্ৰতিবাদ আৰু সকলো অসহযোগিতা নেওচি অসমৰ ১৪টা লোক সভা সমষ্টিৰ ভিতৰত ১২টাত নিৰ্বাচন পাতিব নোৱাৰিলেও ২ টা সমষ্টিত (শিলচৰ আৰু কৰিমগঞ্জ) নিৰ্বাচন পতা হ'ল। ফলত কাৰ্যতঃ অসমৰ প্ৰতিনিধিত্ব নোহোৱাকৈ লোকসভাৰ কাম চলিল। সেইখন লোকসভায়ো অসম সম্পৰ্কে বিভিন্ন সিদ্ধান্ত লৈ গণতন্ত্ৰক ভেঙুচালি কৰিলে।

১৯৮৩ চনত এঁকে প্ৰক্ৰিয়াৰে ৰাজ্য বিধান সভাৰ নিৰ্বাচনৰ নামতো ভেকোভাওনা চলোৱা হ'ল। মানুহৰ তেজেৰে নৈ বোৱাই অসমৰ বিপুল সংখ্যক ৰাইজৰ অসহযোগিতা সত্ত্বেও পতা নিৰ্বাচনৰ সম্পৰ্কত 'লতা কটা ৰণৰ শেষত .... ' এই শিতানত দৈনিক অসমৰ সম্পাদকীয়ত কোৱা হৈছিল "বন্দুকৰ বলেৰে আৰু তেজৰ নৈ বোৱাই গণতন্ত্ৰ আৰু সংবিধানৰ 'পূজাৰী'সকলে নিৰ্বাচন পাতিলে আৰু লতা কটা ৰণত জিকি ইন্দিৰা কংগ্ৰেছ চৰকাৰো পাতিলে। অৱশ্যে এনেকৈ চৰকাৰ নেপাতিলে ইন্দিৰা কংগ্ৰেছৰ বাবে আন উপায়ো নাই। কাৰ্যতঃ ইন্দিৰা কংগ্ৰেছ বুলি কোনো দলেই নাই — ই মাথোন এগৰাকী সম্ৰাজ্ঞীৰ এখন সাম্ৰাজ্য - য'ত ব্যক্তিগত স্বাৰ্থই অন্ধ কৰা কিছুমান লুভীয়া মানুহ পুতলা নাচৰ ভাৱৰীয়া হৈ আছে। য'ত কোনো নীতি, আদৰ্শ নাই আৰু প্ৰতিষ্ঠাই য'ত শেষ কথা, তাত কোনো কাৰ্য ব্যৱস্থাই অগ্ৰহণীয নহয়। সেই দেখি অসমত তাৰে চূড়ান্ত নিদৰ্শন দেখা গ'ল।

"অসমত চৰকাৰ গঠন কৰা সকলে যিমান আত্মপ্ৰসাদ লাভ কৰিছে, তাতকৈ বহুত বেছি গুণে আমি লজ্জিত হৈছোঁ। এয়ে তেন্তে গণতন্ত্ৰ, এয়ে সংবিধানৰ মৰ্যাদা ? তেজৰ নৈ বোৱাই,পৰিকল্পিতভাৱে অনাচাৰ, অত্যাচাৰ, সংঘৰ্ষৰ সৃষ্টি কৰাই আৰু জনসাধাৰণৰ শতকৰা ৯০ ভাগৰো সৰহখিনিৰ অসহযোগিতাৰ মূৰতো নাগৰিকৰ স্বাধীনতাৰ নিম্নতম অস্তিত্বও নেৰাখি আৰু পুলিচ, চি- আৰ-পিৰ উন্মত্ত আচৰণৰ মাজত পতা নিৰ্বাচনো বৈধ হৈ পৰিল।"

ৰাষ্ট্ৰপতিৰ শাসনৰ অধীনত বলপূবকভাৱে পতা নিৰ্বাচনৰ মূৰত ১৯৮৩ চনৰ ২৭ ফেব্ৰুৱাৰীৰ দিনা হিতেশ্বৰ শইকীয়াৰ নেতৃত্বও অসমত কংগ্ৰেছ (ই) মন্ত্ৰীসভা গঠিত হ'ল। যি প্ৰক্ৰিয়াৰে এই নিৰ্বাচন হৈ গ'ল, সেই প্ৰক্ৰিয়া বুৰঞ্জীত কলংক ৰূপে থাকি গ'ল।

কিন্তু আন্দোলন নিঃশেষ নহ'ল। 'জনপ্ৰিয়' চৰকাৰ আৰু ৰাইজৰ মাজত সংঘাত চলি থাকিলে কি পৰিণতি হ'বগৈ পাৰে, অন্ততঃ সেই কথা বুজিব পৰা শক্তিকণ কেন্দ্ৰৰ আছিল বুলি ধাৰণা হয। সুদীৰ্ঘ কাল আওকণীয়া হৈ থকাৰ মূৰত কেন্দ্ৰই আন্দোলনকাৰীসকলৰ সৈতে পুনৰ আলোচনা চলালে। সেই সম্পৰ্কতে 'নিঃশেষ হোৱা নাই' শীৰ্ষক সম্পাদকীয়ত লিখা হৈছিল " এইবাৰ তেনে লীলা-খেলাৰ পুনৰাবৃত্তি নহ'ব বুলি আৰু নতুন প্ৰধানমন্ত্ৰীয়ে তেওঁৰ ঘোষণাৰ মৰ্যাদা ৰাখি কাৰ্যব্যৱস্থা হাতত ল'ব বুলি আমি আশা কৰিছোঁ। চৰকাৰে

কপটতা পৰিহাৰ কৰিলে আৰু আন্দোলনৰ নেতৃবৰ্গয়ো কিছু এৰাধৰা কৰিলে সমস্যাৰ সমাধান-সূত্ৰ এটা নিশ্চয় ওলাব । ”

## চুক্তি সম্পাদন

অৱশেষত আপোচ-সূত্ৰৰ ভেটিতে ১৯৮৫ চনৰ ১৫ আগষ্টৰ দিনা তেতিয়াৰ প্ৰধানমন্ত্ৰী ৰাজীৱ গান্ধীৰ আমোলত বিদেশী নাগৰিক সংক্ৰান্ত অসম চুক্তি সম্পন্ন হ'ল । আগৰ সীমা-ৰেখা বাদ দি আন্দোলনৰ নেতৃবৰ্গই ১৯৬৬ চনৰ ১ জানুৱাৰীৰ সীমা-ৰেখাকে মানি ল'লে । কেন্দ্ৰয়ো ১৯৭১ চনৰ খোপনি সলালে । ১৯৬৬ চনৰ ১ জানুৱাৰীৰ পিচৰপৰা ১৯৭১ চনৰ মাৰ্চ মাহৰ ২৫ তাৰিখলৈকে অহা বাংলাদেশীসকলৰ ভোটাধিকাৰ দহ বছৰলৈ ৰদ কৰাৰ ব্যৱস্থা ৰখা হ'ল আৰু ১৯৭১ চনৰ ২৫ মাৰ্চৰ পিছত অহাসকলক বহিস্কাৰ কৰাৰ বাবে চুক্তিত ব্যৱস্থা দিয়া হ'ল । আনহাতে আন্দোলনৰ নেতৃবৰ্গই ৰাষ্ট্ৰপতিৰ শাসন বিচাৰিছিল যদিও তিনি মাহলৈ তত্ত্বাৱধায়ক চৰকাৰ ৰখাৰ সিদ্ধান্তহে লোৱা হ'ল। তাৰ বাহিৰেও কাঁইটীয়া তাঁৰৰ বেৰ নিৰ্মাণ, উন্নয়ণমূলক কেতবোৰ প্ৰকল্প হাতত লোৱা, অসমীয়া জাতিৰ কাৰণে সংৰক্ষণমূলক ব্যৱস্থা ৰখা ইত্যাদি বিষয়ো চুক্তিৰ অন্তৰ্ভুক্ত হ'ল ।

কিন্তু চুক্তিৰ শব্দ গাঁথনি ইমান দুৰ্বল হ'ল আৰু বিদেশী নাগৰিকক ধৰা পেলোৱা সম্পৰ্কীয় ব্যৱস্থা ইমান টুলুঙা হ'ল যে চুক্তিৰপৰা মূৰ পুলুকা মাৰবলৈ কেন্দ্ৰৰ কাৰণে অপাৰ সুবিধা ওলাল । বিদেশীক ধৰা পেলোৱা ব্যৱস্থা ইমান শিথিল, গোলমলীয়া আৰু অনুপ্ৰৱেশকাৰীৰ স্বাৰ্থ-সাপেক্ষ হ'ল যে চুক্তিত অনুপ্ৰৱেশকাৰীক ধৰা পেলোৱা, ভোটাধিকাৰৰপৰা এভাগক দহ বছৰলৈ বঞ্চিত কৰা আৰু এভাগক বহিষ্কাৰ কৰা ব্যৱস্থা তেনেই অকামিলা হৈ পৰিল ।

অৱশ্যে চুক্তি কৰাৰ প্ৰাক মুহূৰ্তত কেন্দ্ৰই লোৱা কাৰ্য-ব্যৱস্থাৰ কথা হয়তো বহুতে নেজানে । আলোচনাৰ বাবে যোৱা আন্দোলনৰ নেতৃবৰ্গক এটা কোঠাত কাৰ্যত ঃ আৱদ্ধ কৰি ৰাখি চুক্তিৰ খচৰাখন দি তাত সন্মতি জনাবলৈ কোৱা হৈছিল (অশালীনভাৱে ক'বলৈ হ'লে বাধ্য কৰা হৈছিল) । ১৯৮৩ চনৰ ৭ জানুৱাৰীৰ দিনা দিল্লীৰপৰা আলোচনা কৰি উলটি অহা আন্দোলনৰ নেতৃবৰ্গক বৰঝাৰ বিমান-কোঠতে গ্ৰেপ্তাৰ কৰাৰ প্ৰায় অনুৰূপ পৰিৱেশৰ মাজত এই চুক্তিৰ

বাবে সন্মতি আদায় কৰা হৈছিল ।

তথাপি এই চুক্তিকে মানি লোৱাৰ বাবে কাকতৰ যোগেদিও পোষকতা কৰা হৈছিল । তাৰ কাৰণ কেইবাটাও আছিল ঃ ভাঙনমুখী ক্রিয়া-কলাপৰ প্ৰৰোচনাই এনে এটা পৰিৱেশ ৰচনা কৰিছিল — য'ত একমুঠ হৈ থকাটো টান হৈ পৰিছিল । দ্বিতীয়তে আন্দোলনৰ চোক কিছুমান নগৰীয়া অঞ্চলত কমি গৈছিল । দৰাচলতে গাঁও অঞ্চলতহে চোক বাঢ়িছিল । সুদীর্ঘ কাল মূক হৈ থকা, বঞ্চনা আৰু অৱহেলাই বিভ্রান্ত কৰি তোলা গাঁৱৰ ৰাইজে অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ মাজতে নতুন পোহৰ দেখা পাইছিল । সেই সময়তে শিলে সাৰ পালে - গাঁৱৰ মূক জনতা মুখৰ হৈ পৰিল । নির্বাচন বন্ধ কৰাৰ বাবে পথ-বন্ধ আদি আন্দোলন চলাওঁতে নগৰীয়া চামৰ বুজন ভাগ দূৰদর্শন লৈ ব্যস্ত থকাৰ পৰত ঘাইকৈ গাঁৱৰ ডেকাইহে বুকু পাতি লৈ জীৱন উছর্গা কৰিছিল ।

## হত্যাকাণ্ড

অস্তিত্ব ৰক্ষা কৰাৰ বাবে অসমত চলা আন্দোলনৰ কালছোৱাত আন্দোলনকাৰী আৰু সমর্থনকাৰীসকলৰ ওপৰত পুলিচ, অৰ্দ্ধসামৰিক বাহিনী আদিৰ হতুৱাই চলোৱা অত্যাচাৰ আৰু হত্যাকাণ্ডৰ লেখ উলিওৱা টান হ'ব । তদুপৰি চৰকাৰী উচটনিত বিশেষ কেতবোৰ মহলে চলোৱা কাণ্ডবোৰো পাতৰ তলৰ লাওৰ দৰেই থাকি গ'ল । চৰকাৰী স্বীকৃতিৰ প্রমাণসিদ্ধ হ'ব নোৱৰা এইবোৰ ঘটনা কাললৈ কলংকৰূপে থাকি গ'ল ।

বলপূর্বকভাৱে অসমত নির্বাচন পাতিবলৈ লোৱাৰ বাবে সিদ্ধান্ত লোৱাৰ পিছৰপৰা অৱশ্যে মৃত্যু-যজ্ঞ মুকলিভাৱে পতা হ'ল । ১৯৮৩ চনৰ ৮ ফেব্রুৱাৰীৰ দিনা পুলিচৰ গুলীত আৰু বোমা বিস্ফোৰণৰ ঘটনাত ১১ জন লোকৰ মৃত্যু হ'ল। তেতিয়াৰ প্ৰধানমন্ত্রী ইন্দিৰা গান্ধী নির্বাচনৰ বাবে অহাৰ আগমুহূর্তত ফেব্রুৱাৰী মাহৰ দহ তাৰিখলৈকে ৪৮ জন লোকে প্রাণ হেৰুৱালে । তাৰ এদিনৰ মূৰতে নিহত লোকৰ সংখ্যা ৬২ জনলৈ বৃদ্ধি হ'ল । সেয়ে আৰম্ভণি । তাৰ পিচত নিহত হোৱা লোকৰ ক্রমিক হিচাপ উলিয়াবলৈকে টান হ'ব । অৱশ্যে সংসদত চৰকাৰৰ তৰফৰপৰা ১৯৮৩ চনৰ ২ মে' তাৰিখে ঘোষণা কৰা হয় যে অসমত

নির্বাচন পাতিবলৈ লোৱাৰ পৰা নির্বাচন সম্পন্ন হোৱালৈ ১,৭৭৪ জন লোক নিহত হয় ।

## খতিয়ানত পাক

এইটো মুঠ হিচাপৰ মাজতো অৱশ্যে পাক থাকি গ'ল । কিয়নো নির্বাচন নিবিচৰা লোকৰ মাজত মৃত্যুৱে কিৰিলি পৰাৰ উপৰিও আন কেতবোৰ পৰিস্থিতিতো বহুতো মানুহৰ মৃত্যু হৈছিল । সেইবোৰ ঘটনাকো সামৰি লৈ যদি সংসদত ১,৭৭৪ জনৰ হিচাপ দিয়া হৈছে, তেন্তে ক'বলগীয়া হ'ব যে চৰকাৰী যন্ত্ৰই মৃত্যু ঘটোৱা লোকৰ সংখ্যা কমকৈ দেখুওৱা হৈছে । কিয়নো সাম্প্ৰদায়িকতাক ঢালৰূপে ব্যৱহাৰ কৰি অসমৰ আন্দোলনৰ বিৰুদ্ধে যুঁজিবলৈ আগবঢ়াৰ ফলত কামৰূপ আৰু লক্ষীমপুৰ জিলাত প্ৰাণ হেৰুৱা ১১ জন, দৰং জিলাত ঘটা ঘটনাত প্ৰাণ হেৰওৱা ৫০ জন আৰু ফেব্ৰুৱাৰীৰ ২০ তাৰিখে নগাঁও জিলাৰ নেলীত ঘটা কলংকিত ঘটনাত জীৱন হেৰওৱা প্ৰায় এহেজাৰ লোকৰ হিচাপো এই ১,৭৭৪ জনৰ ভিতৰত ধৰিলে চৰকাৰী যন্ত্ৰৰ হাতত প্ৰাণ হেৰওৱা লোকৰ সংখ্যা নিচেই পাতল হৈ পৰিব । সেয়া মাত্ৰ সত্যৰ অপলাপ হ'ব ।

## প্ৰকৃতি বেলেগ বেলেগ

ছবছৰীয়া আন্দোলনৰ সময়ছোৱাত ঘটা ঘটনাসমূহৰ প্ৰকৃতি বেলেগ বেলেগ আছিল । বৃজন অংশৰ ঘটনাৰ মূল উদ্দেশ্য আছিল –আন্দোলনক বাধাগ্ৰস্ত কৰা, অসমৰ মানুহৰ মাজত বিভাজন ঘটোৱা আৰু চৰকাৰৰ ককঁালৰ বল বঢ়োৱা । সেইবোৰ কামৰ গুৰিত চৰকাৰী যন্ত্ৰ তথা ন্যস্ত স্বাৰ্থজড়িত মহল আছিল । আনহাতে নেলী, গহপুৰ আদিৰ শোকাবহ ঘটনাৰ মূলত যিয়েই নথাকক তাৰ বাবে আমিয়েই দায়ী । এইবোৰ ঘটনাই অসমলৈ কলংক কঢ়িয়াই আনিলে আৰু আমি আজিও মূৰ তুলি চাবলৈ সংকোচ বোধ কৰি থাকিবলগীয়া হৈছে । আন কেতবোৰ ঘটনাও অল্পবুদ্ধিৰ উতনুৱা এজাকে ঘটাই আমাৰ সমস্যা বঢ়ালে।

কিন্তু বাতৰি কাকতে লক্ষ্যভ্ৰষ্ট গতি লোৱা নাছিল । 'সুমেৰু-কুমেৰু'

শিতানৰ সম্পাদকীয়ত কোৱা হৈছিল -- "সমাজ-বিৰোধী কাৰ্যকলাপৰ বিৰুদ্ধে সকলোৱে নিশ্চয় দৃঢ়তাৰে মাতিব -- বিশেষকৈ সাম্প্ৰতিক আন্দোলনক শান্তিপূৰ্ণ ৰূপত অব্যাহত ৰখাৰ বাবে জীৱন-পণ কৰা অসমৰ ৰাইজে এই ক্ষেত্ৰত আৰু দৃঢ়তাৰে মাত মাতিব । চৰকাৰে সমাজ-বিৰোধী কাৰ্যকলাপ আৰু সাম্প্ৰদায়িক শক্তিৰ বিৰুদ্ধে কঠোৰ ব্যৱস্থা লোৱাটোকে আমি বিচাৰোঁ । কিন্তু সেইবোৰ ঘটনাৰ গাত ভেজা দি আন্দোলনক বিকৃত ৰূপত উপস্থাপন কৰাটো ৰাইজে নিবিচাৰে।"

যিহেতু দেশবাসীৰ জনমতৰ শক্তি অপাৰ, সেইদেখি অসমৰ সন্ধিক্ষণত দেশবাসীৰ প্ৰতি ও কাকতৰ যোগেদি আবেদন জনাই 'দেশবাসীলৈ আবেদন' শিতানৰ সম্পাদকীয়ত লিখা হৈছিল - "অসমৰ সাম্প্ৰতিক সমস্যাৰ ক্ষেত্ৰত দেশবাসীয়ে গাত কথা নলগা ধৰণেৰে চলিলে ভৱিষ্যতে সমগ্ৰ দেশ আৰু ডাঙৰ বিপদৰ সন্মুখীন হ'ব লাগিব আৰু দেশৰ বিপদৰ মুহূৰ্তত সমুচিত ব্যৱস্থা নললে ভণ্ডামিৰ আশ্ৰয় লোৱা বুলি গঞ্জনা খাবলগীয়া হ'ব । আমি সুনিশ্চিতভাৱে জানো যে দেশবাসীৰ মাজত কোনো ন্যস্ত স্বাৰ্থই ক্ৰিয়া কৰা নাই । তেনে ন্যস্ত স্বাৰ্থৰ ক্ৰিয়া চলিছে কেন্দ্ৰৰ আমোলাচক্ৰ, দিছপুৰৰ আমোলাচক্ৰ আৰু ভোট-বেংকে নাকত ধৰি চাকত ঘূৰোৱা ৰাজনৈতিক চক্ৰ কেইবোৰতহে । কিন্তু সেইবোৰ চক্ৰৰ জোটাশলীয় প্ৰচেষ্টাৰে কাৰ্যত ঃ অসমক বাংলাদেশৰ উপৰাজ্যত পৰিণত কৰি এই চক্ৰবোৰৰ প্ৰতিপত্তি অটুট ৰখাৰ অভিযান নিৰ্বিবাদে চলাই থাকিবলৈ দেশৰ অৱশিষ্ট অংশৰ দেশবাসীয়ে এৰি দিবনে ?

সময় পাৰ হৈ যোৱাৰ আগতে আমি দেশবাসীৰপৰা ইয়াৰ উত্তৰ বিচাৰিছোঁ । "

## বুজিবলৈ চেষ্টা কৰিলেনে ?

কিন্তু দেশবাসীয়ে অসমৰ প্ৰকৃত অৱস্থা বুজিবলৈ কিমান চেষ্টা কৰিলে? সুদীৰ্ঘ কাল ধৰি চৰকাৰী প্ৰচাৰ মাধ্যমৰ অপপ্ৰচাৰেই ভাৰত ছাটি ধৰিলে। তাৰে আঁৰ লৈ পুলিচ, অৰ্দ্ধ সামৰিক বাহিনীৰ অত্যাচাৰ চলাই থকা হ'ল। হালে-হালে সাঙুৰি পংকাত গুলীয়াই হত্যা কৰা বিষয়াই পদোন্নতি পাই বদলি হৈ যোৱাৰ সুবিধাহে পালে । ৰহস্যানজক সংঘৰ্ষ আৰু ৰহস্যজনক বোমা বিস্ফোৰণবো পোহাৰ চলি থাকিল ।

অকল সেয়ে নহয় - পোহনীয়া দল আৰু সংগঠনৰ জৰিয়তে বিভাজন সৃষ্টি কৰাৰ বাবেও সৰ্বাত্মক প্ৰচেষ্টা চলিল । ইপিনে বাহিৰৰপৰা বিষয়া আনি দিছপুৰ ভৰাই পেলোৱা হ'ল । ৰাজ্যিক সেৱাৰ বিষয়াসকলক কৰ্তৃত্বৰপৰা আঁতৰাই ৰখা হ'ল । এটা সময়ত দিছপুৰকে ধৰি সমগ্ৰ অসমতে কোনো দায়িত্বপূৰ্ণ পদতে এজনো অসমীয়া বিষয়া ৰখা নাছিল ।

নিৰ্বাচনৰ পিচতো বিশেষ আইনৰ শাসন অব্যাহত ৰখা হৈছিল । আগতে বাতৰি কাকত 'চেন্সৰ' কৰা হৈছিল । তাৰ পিছত 'জনপ্ৰিয়' চৰকাৰৰ আমোলত বছা বছা লোকৰ চিঠি-পত্ৰ, তাঁৰ-বাৰ্তা আদি খুলি চাই আৰক্ষী অধীক্ষকক জনোৱাৰ নিৰ্দেশ দিয়া হ'ল; ১৮৮৫ চনৰ ভাৰতীয় ডাক-তাঁৰ আইনৰ গাত ভেজা দি এই ব্যৱস্থা কৰা হৈছিল । উল্লেখযোগ্য যে অকল ব্ৰহ্মপুত্ৰ উপত্যকাত প্ৰয়োগ কৰাৰ বাবেহে এইপাত শেল হাতত লোৱা হৈছিল ।

## আঁৰে-আঁৰে

তাৰ বিপৰীতে আঁৰে আঁৰে ঘটা ঘটনাবোৰ ঘটিয়েই থাকিল । সেই সন্দৰ্ভতে "লতা কটা ৰণৰ শেষত ... " শিতানৰ সম্পাদকীয়ত কোৱা হৈছিল – "তাতোকৈ অবাক হ'বলগীয়া কথা এয়ে যে কুখ্যাত 'ৰাজাকৰ' বাহিনীৰ আবিৰ্ভাৱৰ প্ৰয়োজন হ'বলগীয়া হ'ল । গহপুৰৰ নৰহত্যাত ভাগ লোৱা জনৈক লোকৰ মৃত্যুকালীন উক্তিত বিশেষ ৰাজনৈতিক দলক জড়িত কৰি যিখিনি কথা কোৱা বুলি অভিযোগ উঠিছে আৰু 'ৰাজাকৰ' বুলি নগাঁও জিলাত ধৰা পৰা লোকে বিশেষ ৰাজনৈতিক দলৰ নেতাৰ নাম উল্লেখ কৰি যি অভিযোগ তুলিছে বুলি বতৰি ওলাইছে তাৰ তাৎপৰ্য দেশবাসীয়ে উপলব্ধি কৰিব নোৱৰাটো দুৰ্ভাগ্যৰ কথা ।"

পিচে সেই দুৰ্ভাগ্যৰ মিয়াদ এতিয়াও অন্ত পৰা নাই; কিয়নো ১৯৯২ চনৰ ডিচেম্বৰ মাহত নগাঁও জিলাত হোৱা ব্যাপক সংঘৰ্ষতো 'ৰাজাকৰ'ৰ আবিৰ্ভাৱ ঘটা সম্পৰ্কে থাপিথুপি থোৱাৰ প্ৰচেষ্টাহে চলা দেখা গ'ল ।

কেন্দ্ৰীয় চৰকাৰে প্ৰভেদমূলক ব্যৱস্থাৰে অসমত প্ৰয়োগ কৰা অবৈধ প্ৰব্ৰজনকাৰী (ন্যায়াধিকৰণৰ দ্বাৰা নিৰ্ণয়কৰণ) আইন, ১৯৮৩ নামৰ আইনখনৰ

জৰিয়তে কাৰ্যতঃ বাংলাদেশী বিদেশী নাগৰিকক অসমত নিগাজীভাৱে ৰখাৰহে ব্যৱস্থা কৌশলেৰে কৰিলে। কেন্দ্ৰীয় গৃহমন্ত্ৰী দপ্তৰত একাধিপত্য চলোৱা বাংলাদেশী 'লবী'ৰে এয়া ভেল্কীবাজি। এই আইনখনৰ বিৰুদ্ধে অসমৰ ৰাইজ আৰু বাতৰি কাকতে প্ৰবল প্ৰতিবাদ জনোৱা সত্ত্বেও আইনৰ সংশোধন কৰা নহ'ল। অৱশ্যে সুদীৰ্ঘ কালৰ মূৰত সৰু সুৰা দুটামান বিষয়ৰ সালসলনি ঘটাই পাল মাৰি থোৱা হ'ল।

কিন্তু আইনৰ মূল ত্ৰুটিবোৰ থাকি গ'ল। প্ৰভেদমূলক বিচাৰৰ চূড়ান্ত নিদৰ্শন আমি ইয়াৰ মাজতে দেখা পালোঁ। আইন কেতিয়াও প্ৰভেদমূলক হ'ব নোৱাৰে। তদুপৰি একেটা বিষয়ৰ বাবে ৰাজ্য ভেদে বেলেগ বেলেগ আইন প্ৰয়োগ কৰাৰ ব্যৱস্থাও থাকিব নোৱাৰে। কিন্তু অসমৰ ক্ষেত্ৰত সেয়ে হ'ল। বিদেশী নাগৰিকক ধৰা পেলাই বহিষ্কাৰ কৰাৰ বাবে ১৯৪৬ চনৰ 'বিদেশী সংক্ৰান্ত আইন' দেশৰ আন আন ৰাজ্যত প্ৰযোজ্য হৈ আছে। কিন্তু অসমত সেইখন আইন প্ৰয়োগ কৰাটো বন্ধ ৰাখি ১৯৮৩ চনৰ অবৈধ প্ৰব্ৰজনকাৰী (ন্যায়াধিকৰণৰ দ্বাৰা নিৰ্ণয়কৰণ) আইনখনহে প্ৰয়োগ কৰা হ'ল।

১৯৪৬ চনৰ বিদেশী সংক্ৰান্ত আইন খনত কোনো লোক বিদেশী হয় নে নহয়, সেই বিষয়ে প্ৰমাণ কৰাৰ দায়িত্ব অভিযুক্ত বিদেশী লোকৰ ওপৰত ন্যস্ত কৰা হৈছিল আৰু চুম্বক প্ৰক্ৰিয়াৰে বিষয়টো নিষ্পত্তি কৰাৰ বাবে এই আইনত ব্যৱস্থা দিয়া হৈছিল।

কিন্তু অসমত প্ৰয়োগ কৰা আইনখনে কোনো লোক বিদেশী হয় নে নহয়, তাক প্ৰমাণ কৰাৰ দায়িত্ব আপত্তিকাৰী লোকৰ ওপৰতহে (অৰ্থাৎ কোনো লোক বিদেশী বুলি অভিযোগ কৰি আপত্তি জনোৱা লোকৰ ওপৰতহে) ন্যস্ত কৰিলে। আনহাতে ন্যায়াধিকৰণ আইনৰ বিচাৰ ব্যৱস্থা ইমান বাহুল্য আৰু পাক লগা কৰি তোলা হ'ল যে বিদেশী নাগৰিকৰ কাৰণে সেয়ে ৰক্ষাকবচ হৈ পৰিল। তদুপৰি ন্যায়াধিকৰণৰ সদস্যৰ অৰ্হতা নিৰূপণৰ ব্যৱস্থা এনেদৰে কৰা হ'ল যাতে তেনে সদস্য পোৱাটো সহজ নহয়। আনহাতে ১৯৮৩ চনৰ আইনত উদ্দেশ্যমূলকভাৱে 'বিদেশী নাগৰিক'ৰ ঠাইত 'প্ৰব্ৰজনকাৰী' শব্দ প্ৰয়োগ কৰি 'বিদেশী নাগৰিক' শব্দাৱলীৰ আইনগত অৰ্থৰপৰা ফালৰি কাটি বিদেশী নাগৰিক সংক্ৰান্ত আইনৰ লগতে ভাৰতৰ নাগৰিকত্ব আইনৰ বিপৰীত ব্যৱস্থা কিছুমান

সান্তুৰি দিয়া হ'ল ।

মূল আইনখনত ব্যৱস্থা দিয়া হৈছিল যে যিজনে কোনো লোকৰ ক্ষেত্ৰত বিদেশী নাগৰিক বুলি অভিযোগ তুলিব খোজে তেওঁ সেই অভিযুক্ত লোকজন থকা ঠাইৰপৰা ৩ কিলোমিটাৰ দূৰত্বৰ ভিতৰৰ ঠাইৰ মানুহ হ'ব লাগিব । পিচত আইনৰ সংশোধন ঘটাই একে থানাৰ এলেকাৰ ভিতৰৰ মানুহেহে অভিযোগ তুলিব পাৰিব বুলি ব্যৱস্থা দিয়া হয় । অৰ্থাৎ বাংলাদেশী-অধ্যুষিত অঞ্চলৰ কোনে লোকে তেনে অভিযোগ তুলি নিজৰ জীৱন বিপন্ন কৰি তোলাৰ বাবে সকলো 'সুবিধা' মূল আইন আৰু সংশোধিত আইনত ৰখা হ'ল ।

অকল সেয়ে নহয় - জৰিমনা ভৰিহে তেনে অভিযোগ তুলিব পৰা হ'ব । ভাৰতীয় নাগৰিকৰ স্বাৰ্থৰক্ষা কৰাটো চৰকাৰৰ কৰ্তব্য আৰু চৰকাৰেই প্ৰচলিত আইনৰ ব্যৱস্থা মতে বিদেশী নাগৰিকক ধৰা পেলাব লাগে । কিন্তু অসমত এই দায়িত্ব ৰাইজৰ গালে ঠেলি দিলে- অকল ঠেলি দিয়াই নহয়, প্ৰতিটো অভিযোগৰ বাবে অভিযোগকাৰীয়ে ২৫ টকাকৈ (সংশোধিঘত আইনত ১০ টকা কৰা হ'ল ) মাচুল দিব লাগিব । এনে উদ্ভট পৰিকল্পনা কেন্দ্ৰীয় গৃহ দপ্তৰৰ বাংলাদেশী 'লবী'ৰ বাহিৰে আন কোনেও কৰিব নোৱাৰে । (অথচ ভাৰত চৰকাৰৰ দৰে শিয়াল-বাগি নিদি ইংলণ্ডৰ নিচিনা দেশে বিদেশী নাগৰিকৰ গোটেই প্ৰসঙ্গটো প্ৰশাসনৰ একচেটিয়া কৰ্তৃত্বৰ ভিতৰত ৰাখিছে ।

## 'দেশপ্ৰেমী' বিড়াল তপস্বী

এইদৰে বিদেশী নাগৰিকৰ সুৰক্ষাৰ বাবে ভাৰতীয় নাগৰিকতকৈ তেওঁলোকক অধিক সা-সুবিধা দি দেশৰ কৰ্ণধাৰ সকল দেশপ্ৰেমৰ বিড়াল তপস্বী হৈ পৰিল । বিদেশী নাগৰিক সংক্ৰান্ত বিষয়টোৰপৰা চৰকাৰ ফালৰি কাটি যোৱাৰ ফলত প্ৰশাসনীয় এলেকাৰ বিষয় এটা ন্যায়পালিকাৰ এলেকালৈ স্থানান্তৰ কৰা হ'ল। ফলত গোটেই কথাটো গোলমলীয়া হৈ পৰিল । ইপিনে ১৯৪৬ চনৰ 'বিদেশী সংক্ৰান্ত আইন'ৰ বান্ধ মোকল খাই পৰাৰ ফলত বিদেশী নাগৰিকৰ হকে প্ৰকাশ্যে পক্ষাৱলম্বন, তেওঁলোকৰ ৰক্ষণাবেক্ষণ আদি নিৰ্বিবাদে চলিবলৈ ধৰিলে । ১৯৭১ চনৰ 'দি ফৰেইনাৰ্চ ৰিপৰ্ট টু পুলিচ অৰ্ডাৰ'ত উল্লেখিত ১৯৭১

চনত জাৰি কৰা অধ্যাদেশ (১৯৪৬ চনৰ 'বিদেশী সংক্ৰান্ত আইন'ৰ ভিত্তিত কৰা) খনত নিৰ্দিষ্ট কৰা ব্যৱস্থা সমূহো অসমৰ বেলিকা কাৰ্যত ঃ এলাগী হৈ পৰিল। এই অধ্যাদেশত বিদেশী নাগৰিক কোনো লোকৰ ঘৰত থাকিলে তেনে লোকে ওচৰৰ পুলিচ থানা, পঞ্চায়ত আদিক জনোৱাটো আইনমতে বাধ্যতামূলক কৰা হৈছিল। কিন্তু আজি অসমত আমি ৰাইজৰ একাংশ, প্ৰশাসনৰ এটা অংশ, এভাগ বিধায়ক, মন্ত্ৰী আৰু কোনো কোনো ৰাজনৈতিক দলে জোটাশলীয়াভাৱে বিদেশী নাগৰিকক সকলো প্ৰকাৰে ৰক্ষণাবেক্ষণ দিয়াহে দেখিবলৈ পাইছোঁ। এনে অৱস্থাই 'অসম শ্মশান নোহে কোনে কয়' বুলি কমলাকান্ত ভট্টাচাৰ্যৰ সুৰত সুৰ মিলাবলৈ বাধ্য কৰিছে।

## ঠগিলেহে!

অসম চুক্তিৰ ওপৰত কেন্দ্ৰই কেনেদৰে গুৰুত্ব আৰোপ কৰিছিল, তাৰ নিদৰ্শন প্ৰাক্তন প্ৰধানমন্ত্ৰী ৰাজীৱ গান্ধীয়েই দাঙি ধৰিলে। গুৱাহাটীত ১৯৯০ চনৰ ২৫ জুন তাৰিখে কংগ্ৰেছ (ই) কৰ্মীৰ সভাত ৰাজীৱ গান্ধীয়ে ৰাজহুৱাভাৱে ঘোষণা কৰিলে যে তেওঁ চুক্তিৰ দ্বাৰা ঠগিলেহে – প্ৰব্ৰজনকাৰীসকলক ৰক্ষণাবেক্ষণ দিয়াৰ বাবেহে এই চুক্তি কৰা হ'ল।

আনহাতে চুক্তিৰ ৬ নম্বৰ দফাত কোৱা হৈছিল যে অসমীয়া মানুহৰ সাংস্কৃতিক, সামাজিক আৰু ভাষিক পৰিচয় আৰু ঐতিহ্য ৰক্ষা, সংৰক্ষণ আৰু বিকাশৰ বাবে সাংবিধানিক, আইনগত আৰু প্ৰশাসনীয় ৰক্ষাকৱচ দিয়া হ'ব।

কিন্তু দিয়া হ'ল নে? ইতিমধ্যে বিভিন্ন মহলৰপৰা (সদৌ অসম ছাত্ৰ সন্থাকে ধৰি) জাপে জাপে পৰামৰ্শ এই ক্ষেত্ৰত আগবঢ়োৱা হ'ল। কিন্তু কাৰ্যক্ষেত্ৰত একো কৰা নহ'ল। চৰকাৰৰ কপটালি মুকলিভাৱে প্ৰকাশ কৰি দিলে তেতিয়াৰ গৃহমন্ত্ৰী বুটা সিঙে। ১৯৮৮ চনৰ ১৬ মাৰ্চ তাৰিখে কেন্দ্ৰীয় গৃহমন্ত্ৰী সিঙে ৰাজ্য সভাত ক'লে যে 'অসমীয়া মানুহৰ সাংস্কৃতিক, সামাজিক আৰু ভাষিক পৰিচয় আৰু ঐতিহ্য ৰক্ষা, সংৰক্ষণ আৰু বিকাশৰ বাবে' আৱশ্যকীয় ব্যৱস্থা ল'বলৈ শিক্ষা আৰু সাংস্কৃতিক দপ্তৰক কোৱা হৈছে। বিভাগে এই ক্ষেত্ৰত কেতবোৰ ব্যৱস্থা ল'বলৈ আৰম্ভ কৰিছে। এইবোৰ ব্যৱস্থাৰ ভিতৰত আছে ·

- অসমীয়া ভাষাৰ শিক্ষকক (স্কুলৰ) প্ৰশিক্ষণ দিয়া কাৰ্যসূচী, ষ্টেটবেংক অৱ ইণ্ডিয়াৰ বিষয়াসকলক অসমীয়া ভাষাৰ প্ৰশিক্ষণ দিয়া, ৰাষ্ট্ৰীয় পুলিচ একাডেমীত অসমীয়া শিক্ষকসকলক প্ৰশিক্ষণ দিয়া, অনা-অসমীয়া লোকে শিকিবৰ বাবে কেছেট-যোগে অসমীয়া শিকোৱাৰ ব্যৱস্থা আদি !

লগতে কেন্দ্ৰীয় গৃহমন্ত্ৰীয়ে অসম চুক্তিকে নাকচ কৰি সদনত মন্তব্য কৰিলে যে অসমীয়া মানুহৰ সাংস্কৃতিক ঐতিহ্য আৰু পৰিচয় সংৰক্ষণ কৰাৰ বাবে ৬ নম্বৰ দফাৰ প্ৰতিশ্ৰুতি পূৰণ কৰিবলৈ কোনো আইন কৰাৰ প্ৰয়োজন নাই । সেয়ে হ'ল কেন্দ্ৰৰ লুটি-বাগৰৰ নমুনা ! অকল শোধনাগাৰ, আই-আই-টি, কেন্দ্ৰীয় বিশ্ববিদ্যালয় পতাৰ বাবে অসম চুক্তি কৰা হোৱা নাছিল । এইবোৰ কামৰ বাবে চুক্তি কৰাৰে প্ৰয়োজন নাই । কিন্তু চুক্তিৰ মূল কথাবোৰ উপেক্ষিত হৈ থাকিল ।

১৯৯০ চনত প্ৰবীণ কংগ্ৰেছ নেতা উমা শংকৰ দীক্ষিতে কংগ্ৰেছৰ (ই)ৰ কথা কাণ্ডৰ প্ৰতিবাদকল্পে কংগ্ৰেছ (ই) ৱৰ্কিং কমিটীৰ পৰা পদত্যাগ কৰাত "কংগ্ৰেছ ফ'ৰাম ফৰ একচনৰ" তৰফৰপৰা দিয়া বিবৃতিত কৈছিল- "সাম্প্ৰতিক তিক্ততাৰ পৰা ইয়াৰে প্ৰমাণ পোৱা হৈছে যে ক্ষমতা অটুট ৰখাৰ বাবে বা ক্ষমতা দখল কৰাৰ বাবে সাময়িক ৰাজনৈতিক লাভৰ হকে কৰা মকামিলাই হ্ৰস্বম্যাদী ভিত্তিত দলক উপকাৰ দিব পাৰে । কিন্তু মূৰকত ই ৰাষ্ট্ৰৰ ক্ষতি সাধিব । সাময়িক লাভৰ কাৰণে ৰাষ্ট্ৰৰ স্বাৰ্থ বিসৰ্জন দিয়া অনুচিত .... । "

এইষাৰ কথা আজি অসমৰ বেলিকা কিমান সত্য, তাক অসমৰ বাইজৰ বাহিৰে আনে হয়তো নুবুজিব । ক্ষমতাৰ খঁকত অসমক বেচিবলৈ ৰাষ্ট্ৰ-বিৰোধী কাৰ্যত পোনপটীয়াভাৱে জড়িত হৈয়ো 'দেশপ্ৰেম'ৰ ভাওনা পতা সকলক লেকাম লগাবলৈ ৰাষ্ট্ৰীয় জনমত আগবাঢ়ি নাহিলে কিন্তু পিছত বহুত পলম হ'ব।

## ভেকোভাওনা

ন্যায়পালিকাক কাৰ্যপালিকাৰপৰা পৃথক কৰাৰ নামত ভেকোভাওনা পাতি অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ সময়ত কংগ্ৰেছ (ই) চৰকাৰে বিভিন্ন সময়ত বিভিন্ন ব্যৱস্থা ল'লে । কেতবোৰ দায়িত্ব আচুতীয়াভাৱে কাৰ্যপালিকাৰ হাতত

(ন্যায়পালিকাৰ পৰা নি) অৰ্পণ কৰিলে । যোগ্যতা, জ্যেষ্ঠতা আদিৰ বিচাৰ নোলোৱাকৈ বিশেষ বিশেষ স্বাৰ্থ পূৰণ কৰাৰ বাবে নিযুক্তি দিয়া ঘটনাও ব্যতিক্ৰম নহৈ নিয়ম হৈ পৰিল ।

এই প্ৰসঙ্গতে 'ন্যায়পালিকা' শীৰ্ষক সম্পাদকীয়ত (দৈনিক অসম) কেন্দ্ৰই ন্যায়পালিকাৰ বিৰুদ্ধে চলোৱা অভিযানৰ লগতে অসমৰ অৱস্থাৰ বিষয়ে উল্লেখ কৰি কোৱা হৈছিল - "ন্যায়পালিকাৰ বিৰুদ্ধে চলা এই অভিযান অসমত ৰাজ্যিক ভিত্তিতো চলিছে । অসমৰ ন্যায়পালিকা সম্পৰ্কে যি আপত্তিকৰ মন্তব্য চৰকাৰী মহলৰ তৰফৰ পৰাই কেতবোৰ প্ৰসঙ্গত প্ৰকাশ কৰিছে, তাৰ তুলনা আন ক'তো পাবলৈ নাই। এতিয়া ৰাজ্য চৰকাৰ আৰু এখোজ আগবাঢ়িছে, ন্যায়পালিকাৰ কৰ্তৃত্ব হ্ৰাস কৰাৰ বাবে। ইতিমধ্যে এই প্ৰসঙ্গত অসমৰ অধিবক্তা সকলে আদালত বৰ্জন কৰি এই সন্দৰ্ভত প্ৰতিবাদ সাব্যস্ত কৰিছে। চৰকাৰৰ অধ্যাদেশ যোগে ফৌজদাৰী কাৰ্যবিধি সংশোধন কৰি ন্যায়ালয়ৰ ক্ষমতা হৰণ কৰা হৈছে, ন্যায়পালিকাৰ কৰ্তৃত্ব সংকুচিত কৰা হৈছে । এই অধ্যাদেশে কাৰ্যতঃ ন্যায়পালিকা আৰু কাৰ্যপালিকাৰ পৃথককৰণ ব্যৱস্থাকে বাতিল কৰি কাৰ্যবাহী দণ্ডাধীশক বিশেষ ক্ষমতা দান কৰিছে। অৱশ্যে পুলিচেও কাৰ্যতঃ বিশেষ ক্ষমতা পাইছে। এনেয়েই অসমত পুলিচ-ৰাজ চলি আছে; এতিয়া তাৰ ভেটি আৰু টনকিয়াল কৰি চৰকাৰে 'গণতন্ত্ৰ'ৰ মহিমা প্ৰকাশ কৰাৰ বাবে আসুৰিক প্ৰচেষ্টা হাতত লৈছে।"

চৰকাৰী জাল খন অৱশ্যে আৰু বহলাই মেলা হয়। আন্দোলনৰ ভৰপকৰ মাজতে — যি সময়ত নিৰ্বিচাৰে মানুহৰ ওপৰত অত্যাচাৰ চলোৱা হৈছিল—চৰকাৰে নিয়ম জাৰি কৰিলে যে চাকৰি কালৰ কামৰ বাবে চাকৰিয়াল সকল বিচাৰৰ সন্মুখীন হ'ব নোৱাৰিব অৰ্থাৎ সংশ্লিষ্ট পুলিচ আৰু প্ৰশাসনীয় বিষয়াসকলক আদালতত থিয় দিয়াৰ পৰা বিৰত ৰখা হ'ল।

এনেদৰেই আইনৰ শাসন ভোটা তৰাৰ দৰে জিলিকি থাকিল!

# অসুস্থ পন্থা

যি সকলে সুস্থ মনোভাৱৰ কথা দিনে-ৰাতিয়ে কৈ থাকে আৰু ক্ষমতাত অধিষ্ঠিত হৈ থকাৰ বলতে কথাই কথাই বিৰোধী পক্ষৰ বদনাম ৰটনা কৰে, সেই সকলেই সময়ত মুখা খুলি দিয়ে। আমাৰ দেশৰ দুৰ্যোগৰ অন্যতম কাৰণ হ'ল—এনে কপট আচৰণেই। ১৯৮৪ চনৰ ১৯ অক্টোবৰৰ দিনা দৈনিক অসমত এনে বিকাৰৰ কথাকে আলোচনা কৰি 'অসুস্থ পন্থা' শিতানৰ সম্পাদকীয়ত লিখা হৈছিল—"সদ্যহতে প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে বিভিন্ন ঠাইত যিবোৰ ভাষণ দিছে, সেই সকলোবোৰ সমাগত নিৰ্বাচনলৈ চকু ৰাখি দিয়া ভাষণ। সেইদেখি নিৰ্বাচনী স্বাৰ্থৰ—অৰ্থাৎ দলীয় নিৰ্বাচনী স্বাৰ্থৰ—পৰিপূৰণৰ আশা ৰাখিয়েই সকলো কথা কোৱা হৈছে। ফলত মাত্ৰাধিক্য ঘটাও পৰিলক্ষিত হৈছে। উদাহৰণ স্বৰূপে বিহাৰৰ কাটিহাৰত ভাষণ দিওঁতে প্ৰধান মন্ত্ৰীয়ে সংখ্যালঘুৰ স্বাৰ্থ ৰক্ষাৰ কথা উল্লেখ কৰা প্ৰসঙ্গতে কয় যে "কিছুমান ঠাইত হিন্দু সম্প্ৰদায়ক উংখাট কৰাৰ প্ৰচেষ্টা চলোৱা হৈছে।" প্ৰধান মন্ত্ৰীৰ মুখৰ পৰা এনে অসংযত মন্তব্য ওলোৱাটো দুখৰ কথা—কিয়নো ইয়াৰ প্ৰতিক্ৰিয়া বিভিন্ন ধৰণেৰে হ'ব পাৰে। বিৰোধী দলৰ পক্ষৰ পৰা এনে মন্তব্য দিয়া হলে পোনতে প্ৰধান মন্ত্ৰীয়েই তেনে মন্তব্যৰ বিৰুদ্ধে কঠোৰ সমালোচনা আগবঢ়ালে হেঁতেন। পিচে এতিয়া নিৰ্বাচনী স্বাৰ্থত প্ৰধান মন্ত্ৰীয়ে নিজেই এনে পন্থা বাছি ল'লে। অৱশ্যে কিছু দিনৰ পৰা আমি মন কৰিছোঁ যে উত্তৰ ভাৰতত হিন্দু ভোটাৰৰ ভোট আদায় কৰাৰ স্বাৰ্থত প্ৰধান মন্ত্ৰীকে ধৰি শাসক দলে ধাৰাবাহিক ভাৱে কেতবোৰ ব্যৱস্থা লৈ আহিছে। বৰ্তমানৰ মন্তব্যই সেই ধাৰাবাহিকতাকে ৰক্ষা কৰিছে বুলি ধাৰণা হয় ।

"প্ৰধান মন্ত্ৰীয়ে বিৰোধী দলবোৰক সমালোচনা কৰি সুস্থ পন্থা লোৱাৰ কথা কৈ নিজেই অসুস্থ পন্থা লোৱাটো দুৰ্ভাগ্যৰ কথা"।

# ভেদ-নীতিৰ স্বৰূপ

ভেদ-নীতিক অস্ত্ৰ ৰূপে লৈ শাসক বৰ্গ কিমান দূৰলৈ যাব পাৰে, তাৰে ছবি এখন ১৯৮৩ চনৰ ১১ মাৰ্চৰ দিনা "চাহ বনুৱা আৰু চক্ৰান্তকাৰী"

শিতানৰ সম্পাদকীয় যোগে দৈনিক অসমত দাঙি ধৰা হৈছিল। তাত কোৱা হৈছিল—"বিভিন্ন জনগোষ্ঠীৰ মিলন-কেন্দ্ৰ অসমত এই সকলৰ মাজত থকা যুগমীয়া মিলা-প্ৰীতি আৰু সামাজিক অৰ্থনৈতিক ক্ষেত্ৰৰ একাত্মবোধৰ বিপৰীতে এচাম খিয়য়াই আৰু ৰাজনৈতিক চক্ৰই ক্ষুদ্ৰ ব্যক্তি-স্বাৰ্থ তথা গোষ্ঠী-স্বাৰ্থ পূৰণৰ বাবে বিভেদৰ জাল তৰিছে। তাৰ ফলতে শান্তিপূৰ্ণ অসম ভূমিত গোষ্ঠী সংঘাতে দেখা দিলে। বিশেষকৈ বলেৰে জাপি দিয়া অবৈধ নিবাচনৰ পৰিপ্ৰেক্ষিতত স্বাৰ্থপৰ 'ৰাজনৈতিক ব্যৱসায়ী' এচামে অসমৰ জনজাতীয়, অ-জনজাতীয় খিলঞ্জীয়া লোক সকলৰ মাজত ভুল বুজাবুজি সৃষ্টি কৰোৱাৰ ঘৃণনীয় চক্ৰান্ত চলাইছিল। তেনে অকল্যাণকৰ কাৰ্যত ৰাজ্যৰ আমোলা কিছুমানৰ গতিবিধিও ইতিমধ্যে ৰাইজৰ দৃষ্টিগোচৰ হৈছে। জনজাতীয় ৰাইজে সমানেই—আনকি ক্ষেত্ৰ বিশেষে বেছি ধৰণেহে— সন্দেহযুক্ত বিদেশীৰ পৰিকল্পিত 'আক্ৰমণ'ত ধন-জন-ঘৰবাৰী হেৰুৱাই সৰ্বস্বান্ত হৈছে। আনহাতে নিৰ্বাচনত যোগ দিয়া জনজাতীয় দল কেইটাকো উক্ত ধৰণৰ সন্দেহযুক্ত নাগৰিকৰ সমৃহীয়া ভোটে পৰাজিত কৰাৰ কথা তেওঁলোকে বুজি পাইছে আৰু মুকলি বিবৃতিৰে সেইকথা সদৰি কৰিছে।

"আনহাতে অসমৰ চাহ বাগিচা বোৰত কাম কৰিবলৈ আহি ৰাজ্য খনৰ সামাজিক, সাংস্কৃতিক, অৰ্থনৈতিক স্বাৰ্থৰ লগত জীণ যোৱা চাহ-শ্ৰমিক সকলৰ গণ আন্দোলনলৈ দিয়া সমৰ্থন আৰু সক্ৰিয় সহযোগ উল্লেখযোগ্য। সেই কাৰণে ভেদ-নীতিৰে ক্ষমতা আহৰণ কৰা চক্ৰান্তকাৰী ৰাজনীতিৰ 'ব্যৱসায়ী' সকল সহজ-সৰল চাহ-বনুৱাৰ মাজতো অপপ্ৰচাৰ চলাই আন খিলঞ্জীয়া সকলৰ লগত ভুল বুজাবুজি সৃষ্টি কৰিবলৈ তৎপৰ হৈছে। ট্ৰেড ইউনিয়ন সংগঠনৰ নামতো ৰাজনৈতিক সুবিধাবাদী সকলে নিৰ্বাচনৰ আগতে, নিৰ্বাচনৰ সময়ত আৰু এতিয়া নিৰ্বাচনৰ পিছতো বিক্ষিপ্ত ভাৱে চাহ বনুৱা সকলক উচটাই সংঘাত সৃষ্টি কৰোৱাৰ কথা সেই সমাজৰে সচেতন লোক সকলে বুজি পাইছে।

"নিৰ্বাচনত ভাগ লোৱা ৰাজনৈতিক দল বিশেষৰ পৰাজয়ৰ পিচত উৰহৰ খং ভগা ঢাৰিত জৰাৰ দৃষ্টিৰে উক্ত দলৰ কিছু লোকে উজনিৰ চাহ বাগিচা কিছুমানত উৰা বাতৰি বিলাই উত্তেজনা বৃদ্ধি কৰিছে। এই কথা অসমৰ চাহ-মজদুৰ সাহিত্য-সংস্কৃতি পৰিষদ, অসম চাহ মজদুৰ সংঘ, অসম চাহ কৰ্মচাৰী সংঘৰ পৰা আঙুলিয়াই দিয়া হৈছে আৰু উক্ত অনুষ্ঠানবোৰে অসমৰ চাহ-বনুৱা

সকলক চক্ৰান্তকাৰীৰ অপপ্ৰচাৰ আৰু উচটনিৰ পৰা আঁতৰত থাকিবলৈ গোহাৰি জনাইছে। তেওঁলোকে বুজি পাইছে যে নিজৰ ক্ষুদ্ৰ স্বাৰ্থৰ কাৰণে সৰ্বভাৰতীয় ৰাজনৈতিক দল বিশেষে বিভেদ ভাবৰ সৃষ্টি কৰিবলৈ এনে চক্ৰান্ত কৰিছে।

"............. অসমৰ চাহ বনুৱা সকলৰ পৰা অসমৰ সাহিত্য-সংস্কৃতি তথা ৰাজনীতি-অৰ্থনীতিৰ ক্ষেত্ৰলৈ আগবঢ়োৱা অমূল্য অৱদান খিলঞ্জীয়া অসমবাসীয়ে সদায় শিৰত তুলি লৈ আহিছে.........।"

"আমি আচৰিত হওঁ এই কাৰণে যে যি দলবোৰে বা চৰকাৰী আমোলা-বিষয়াই অহৰহ বিভিন্ন জনগোষ্ঠীৰ মাজত মিলা-প্ৰীতিৰ বাণী আওঁৰাই তৎ নেপায়, সেই সকলৰে কিছুমানে গোপনে উচটনি দি আৰু অপপ্ৰচাৰ চলাই বিভিন্ন জনগোষ্ঠীৰ মাজত সংঘাতৰ সৃষ্টি কৰাত বৰঙনি যোগায়। তেনে ঘটনা অকল গহপুৰতে নহয়, আৰু কেইবা ঠাইতো ঘটাৰ অভিযোগ উঠিছে। আনকি মৃত্যু মুখীৰ স্বীকাৰোক্তিৰ মাজতো তেনে তথ্য প্ৰকাশ পোৱা বুলি বাতৰি পোৱা গৈছে।"

## 'ৰ', এছ-এছ-বি

ৰাজ্যত অ-গ-প চৰকাৰ থাকোতে বড়ো আন্দোলনৰ প্ৰতি নিজৰ ৰাজনৈতিক স্বাৰ্থ পূৰোৱাৰ উদ্দেশ্যেৰে কংগ্ৰেছ(ই) আৰু কেন্দ্ৰৰ কংগ্ৰেছ(ই) চৰকাৰে উচটনি দিয়াৰ নানান অভিযোগ উঠে। বিশেষকৈ অ-গ-প চৰকাৰৰ দিনৰ পৰা বড়ো আন্দোলনৰ নামত চলা ব্যাপক হিংসাত্মক ঘটনা আৰু বোমা বিস্ফোৰণেও তালৈকে আঙুলিয়াই দিছিল। বোমা বিস্ফোৰণৰ কেইটা মান ঘটনা সম্পৰ্কে অসম পুলিচ বিভাগৰ বিশেষ শাখাই চলোৱা তদন্তত কেন্দ্ৰীয় চৰকাৰৰ অধীনস্থ 'ৰ' (বিশেষ চোৰাংচোৱা শাখা) আৰু এছ-এছ-বি (স্পেচিয়েল ছাৰ্ভিচ বুৰ') জড়িত থকা বুলি সন্দেহ প্ৰকাশ কৰিছিল। কোকৰাঝাৰ জিলাৰ গৌৰাঙ্গ নৈৰ দলংখন 'ৰিমুট কন্ট্ৰল' ব্যৱস্থাৰে বিস্ফোৰণ ঘটাই ধ্বংস কৰা হৈছিল। বিস্ফোৰণৰ এনে কৌশল এছ-এছ-বিৰ লোকেহে জনাটো সম্ভৱপৰ বুলি ধাৰণা কৰা হৈছিল। দৰং জিলাত হোৱা ঘটনাৰ পিছত ঘটনা স্থলত পোৱা বিস্ফোৰক 'প্লাষ্টিক টিউব' বোৰত বুৰকেল্লাৰ আই-ডি-এল কেমিকেলছৰ ছাব পোৱা গৈছিল। এনেবোৰ

বিস্ফোৰক সামগ্ৰী একমাত্ৰ চৰকাৰী নিৰাপত্তাৰক্ষী বিভাগৰ ব্যৱহাৰৰ কাৰণেহে নিয়োজিত হয়। তদুপৰি আই-ডি-এল কেমিকেলছৰে হায়দৰাবাদত থকা কাৰখানাত উৎপন্ন কৰা প্ৰায় ৮ হেজাৰ বিস্ফোৰক সামগ্ৰী শিলচৰৰ ৰেল ষ্টেচনত ধৰা পৰা ঘটনায়ো সন্দেহ ঘণীভূত কৰে। কিয়নো এছ-এছ-বি জড়িত থকা বুলি অভিযোগে তোলাৰ বাবে এইবোৰকে প্ৰমাণ বুলি ক'ব পাৰি।

ইপিনে 'ৰ'ৰ এভাগ চাকৰিয়ালৰ সংগঠন এটাই তোলা গুৰুতৰ অভিযোগে উচিত গুৰুত্ব পোৱা হলে বহুত কথা পোহৰলৈ আহিলহেঁতেন। কিন্তু সকলো কথা থাপিথুপি থোৱা হ'ল। 'ৰ'ৰ চাকৰিয়াল সকলৰ "ফৰাম ফৰ দি ৰেষ্টৰেচন অৱ চিভিল লিবাৰটিজ ইন ৰ" নামৰ সংগঠন এটাই তেতিয়াৰ প্ৰধান মন্ত্ৰী ৰাজীৱ গান্ধীলৈ দিয়া চিঠি এখন বাতৰি কাকততো প্ৰকাশ পোৱাত চাঞ্চল্যৰ সৃষ্টি হৈছিল। এই চিঠিত বড়ো আন্দোলনৰ নামত চলা হিংসাত্মক কাৰ্যৰ লগত 'ৰ' জড়িত থকা বুলি স্পষ্ট ভাৱে অভিযোগ তোলা হৈছিল। চিঠিখনত 'ৰ'ৰ পুজিৰ পৰা ধ্বংসাত্মক কাৰ্য চলাবৰ বাবে ৩ কোটি টকা দিয়া, প্ৰশিক্ষণ দিবৰ বাবে 'ৰ'ৰ ২০ জন লোকক পঠোৱা, 'অপাৰেচন ঝুম' নামেৰে অভিহিত ধ্বংসাত্মক কাৰ্যৰ আচনি ৰূপায়িত কৰাৰ বাবে 'ৰ'ৰ উচ্চপদস্থ বিষয়া সকল ঘনাই অসমলৈ অহা—ইত্যাদি অভিযোগ কৰা হৈছিল।

অ-গ-প চৰকাৰক ওফৰাবলৈ ইমান দূৰলৈকে আগবাঢ়ি গৈছিল! তদুপৰি কংগ্ৰেছৰ(ই) তৰফৰ পৰাও শিলিগুৰি আৰু জলপাইগুৰিত বড়ো সন্ত্ৰাসবাদীৰ লগত যোগাযোগ ৰাখি অস্ত্ৰ-শস্ত্ৰ আৰু ধনৰ যোগান ধৰা বুলি সততে অভিযোগ উঠিছিল। এই ক্ষেত্ৰত অসমৰ প্ৰাক্তন কংগ্ৰেছ(ই) মন্ত্ৰী এজনে যোগ-সূত্ৰ স্থাপন কৰিছিল বুলি কাকতত বাতৰি ওলাইছিল। অৱশ্যে সেইজন নেতাৰে পৰিয়ালৰ এগৰাকী নাৰী সন্ত্ৰাসবাদীৰ কবলত পৰাৰ পিচৰ পৰা এই নেতাজনৰ কাৰ্যকলাপো সেমেকি যোৱা বুলি জনা গৈছিল।

# সীমা খোঁচৰা বেমাৰ

এইছ-এম-পেটেল কেন্দ্ৰীয় গৃহমন্ত্ৰীৰ পদত থাকোতে অসম আৰু নগালেণ্ডৰ সীমা-বিবাদ সম্পৰ্কে হোৱা আলোচনা ব্যৰ্থ হোৱাৰ মূৰত দৈনিক অসমৰ সম্পাদকীয় স্তম্ভত কেন্দ্ৰৰ আন্তৰিকতাৰ বিষয়ে প্ৰশ্ন তুলি লিখা হৈছিল "......কিয়নো কেন্দ্ৰীয় চৰকাৰে যদি ৰাজ্য গঠন কৰাৰ সময়ত থকা সীমাকে খাটাং সীমা বুলি ধৰিছেই আৰু এই প্ৰসঙ্গ পুনৰ মুকলি কৰাৰ কথা ভবাই নাই, তেন্তে বিবাদ চোঁচৰাই তিক্ততা বঢ়াই থকাৰ কাৰণ কি? নে অসমৰ ওপৰত হেঁচা দিয়াৰ কৌশল অৱলম্বন কৰা হৈছে? ......... অসম চৰকাৰে অসমৰ ৰাইজক ৰক্ষা কৰাৰ বাবে সীমান্তত পুলিচ ৰখাটোও এতিয়া অপৰাধৰ কথা! অথচ অসম ৰাইফলছ বাহিনীত প্ৰাক্তন নগা বিদ্ৰোহীক মকৰল কৰি অসমৰ সীমান্তত ৰাখি 'ভাৰসাম্য' ৰক্ষা কৰা হৈছে। সেইদৰে কাৰ উৰ্বৰ মস্তিস্কৰ সৃষ্টি অনুসৰি অসমৰ সীমান্তত প্ৰাক্তন নগা বিদ্ৰোহীক সংস্থাপিত কৰি এন 'ভাৰসাম্য' গজগজীয়া কৰা হ'ল? ........সীমান্তত বিবাদ সৃষ্টি কৰা অঞ্চলত বাংলাদেশী নাগৰিকক বহুৱাই নগালেণ্ডে অসমৰ সীমা ঠেলাৰ কামত নিয়োগ কৰি নতুন ষড়যন্ত্ৰ ৰচিছে।"

কেন্দ্ৰীয় চৰকাৰৰ আন্তৰিকতা থকা হ'লে সুন্দৰম কমিটীৰ প্ৰতিবেদনৰ সহায়ত বিবাদ নিস্পত্তি কৰিব পাৰিলেহেঁতেন। অসম আৰু নগালেণ্ড চৰকাৰে প্ৰতিবেদনৰ ব্যৱস্থা মানি লোৱাৰ চৰ্তত কেন্দ্ৰীয় চৰকাৰে সুন্দৰম কমিটী নিয়োগ কৰিছিল। কিন্তু সুন্দৰম কমিটীয়ে যিহেতু অসমৰ বক্তব্যকে মানি লৈ ৰায় দিলে, সেইদেখি নগালেণ্ড চৰকাৰে এই কমিটীৰ ৰায় অগ্ৰাহ্য কৰিলে আৰু ফলত কেন্দ্ৰয়ো গা এৰা দিলে।

সেইদৰে নগালেণ্ডে সীমান্তৰ অশান্তি জীয়াই ৰাখিলে আৰু নতুন নতুন দাবী আৰু কাৰ্য-ব্যৱস্থাৰে পৰিস্থিতি জটিল কৰি তোলাৰ লগতে অসমৰ মাটিত নগালেণ্ডৰ কৰ্তৃত্ব বিস্তাৰ কৰি কাৰ্যালয় আদিও পাতিলে। ফলত ইটোৰ পিছত সিটোকে সীমান্তত নৰমেধ যজ্ঞ অনুষ্ঠিত হ'ল। ১৯৭৯ চনত চুঙাজানত, ১৯৮৫ চনত মেৰাপানীত, ১৯৮৯ চনত ৰাজপুখুৰীত (এই সকলোবোৰ ঠাই অসমৰ ভিতৰৰ ঠাই) আৰু ১৯৯২ চনত গোলাঘাট জিলাৰ লকটা মনিপুৰীত নগালেণ্ডে পাইকাৰী হাৰত অসমৰ মানুহক হত্যা কৰিলে। ইমান শোকাবহ ঘটনা ঘটা

সত্ত্বেও কেন্দ্ৰৰ গা নলবিল। আনকি নৰহত্যাৰ ধুম উঠা সত্ত্বেও সংসদত বা সৰ্বভাৰতীয় দলৰ ফালৰ পৰা সময়মতে মাত মতাৰ আগ্ৰহ পৰিলক্ষিত নহ'ল। এবাৰ সীমান্তৰ এটা ঘটনাত নগালেণ্ডে অসমৰ বহুতো লোকৰ প্ৰাণ হানি কৰা সত্ত্বেও সৰ্বভাৰতীয় দলবোৰে নিমাতে থকা দেখি দৈনিক অসমত চোকা সমালোচনা কৰাৰ মূৰতহে সেই সৰ্বভাৰতীয় দলবোৰে মুখ খুলিছিল।

অসম-নগালেণ্ডৰ সীমা-বিবাদে মূৰকত কি ৰূপ লয়গৈ, সেই কথা ক'ব নোৱাৰি। কেন্দ্ৰ বা অসম চৰকাৰে 'স্থিতাৱস্থা' অব্যাহত ৰখাৰ নামত অসমৰ মাটিত নগালেণ্ডৰ কৰ্তৃত্ব গজগজীয়া কৰি তোলাৰ বাহিৰে আন একোকে কৰা নাই।

নগালেণ্ড ৰাজ্য কেন্দ্ৰীয় চৰকাৰে গঠন কৰি ১৯২৫ চনৰ অধিসূচনাৰ ভিত্তিত সেই ৰাজ্যৰ সীমা নিৰ্দ্ধাৰণ কৰি দিছিল। এই ক্ষেত্ৰত অসম চৰকাৰৰ একো হাত নাছিল আৰু নগালেণ্ডৰ চৰকাৰেও তেতিয়া সীমাৰ কথা লৈ ওজৰ তোলাও নাছিল।

ৰহস্যজনক ভাৱে পিছতহে এই প্ৰসঙ্গই গুৰুতৰ ৰূপ ধাৰণ কৰিলে। অৱশ্যে পূৰ্বৰ পৰাই বিদ্ৰোহী নেতা ফিজোৰ কাৰ্য-কলাপ আৰু নগা পাহাৰৰ বিদ্ৰোহ ৰহস্যাবৃত হৈ আছিল—বিশেষকৈ বিদ্ৰোহ মূলক কাৰ্যৰ আঁৰত থকা পৃষ্ঠ-পোষকতাৰ প্ৰসঙ্গত। এতিয়া সেই প্ৰসঙ্গ পুৰণি হ'ল—সেইকাৰণে সেইবোৰ কথা খুঁচৰি তিক্ততা বঢ়োৱাৰ পৰা একো লাভ নাই।

তথাপি চৰকাৰী কাৰ্য-ব্যৱস্থাৰ দৈন্যৰ কথা পাহৰিব নোৱাৰি। উচ্চ মহলৰে এটা ভাগৰ মনোভাৱ সন্দেহাতীত হৈ নেথাকিল। এই সন্দৰ্ভতে এটা উদাহৰণ দিব পাৰি। যি সময়ত নগাপাহাৰলৈ যোৱাৰ ক্ষেত্ৰত বিশেষ বাধা-নিষেধ প্ৰৱৰ্তিত হৈছিল, যি সময়ত অসমীয়া মানুহৰ কাৰণে প্ৰায় প্ৰৱেশ নিষেধৰ ব্যৱস্থা চলিছিল, সেই সময়ৰ কথা।

তেতিয়া দৈনিক অসমৰ কাৰণে পি-টি-আইৰ বাতৰি লোৱা হৈছিল। পি-টি-আইৰ কৰ্তৃপক্ষই শাখা সমূহৰ লগতো টেলিপ্ৰিন্টাৰ যোগে যোগাযোগ ৰক্ষা কৰে। অৱশ্যে এনে যোগাযোগ কৰোতে টেলিপ্ৰিন্টাৰৰ বিশেষ চাবি বন্ধ কৰি কাকতৰ কাৰ্যালয়ত থকা টেলিপ্ৰিন্টাৰত তেনে যোগাযোগৰ কথা লিপিবদ্ধ হোৱাটো বন্ধ কৰি ৰাখে। সেইদিনা কিন্তু এনে ব্যৱস্থা লবলৈ পাহৰিলে। ফলত দৈনিক

অসমৰ কাৰ্যালয়ত থকা টেলিপ্ৰিন্টাৰতো তলত উল্লেখ কৰা কথা খিনি লিপিবদ্ধ হ'ল--Please ask............to go to kohima immediately and cover the activities of evangelist Billy Graham who has already reached there. Graham is an evangelist and is due to address Christian groups there. But he is also a person close to Nixon and there may be some politics involved in this whole thing..........

এয়া বাতৰি প্ৰতিষ্ঠান এটাই বাতৰি গোটাবৰ বাবে দিল্লীৰ কাৰ্যালয়ৰ পৰা দিয়া এটা নিৰ্দেশ। দেখাত অতি সাধাৰণ কথা। পিচে গ্ৰাহাম কহিমালৈ যোৱাৰ খবৰ আৰু তেওঁৰ ভ্ৰমণৰ তাৎপৰ্যৰ কথা চৰকাৰী সূত্ৰৰ পৰাই নিশ্চয় পাইছিল। তাৰ অৰ্থ হ'ল–চৰকাৰে সজ্ঞানে এনে এজন লোকক স্পৰ্শকাতৰ অঞ্চল এটা ভ্ৰমণ কৰিবলৈ অনুমতি দিলে। এনে ধৰণৰ পক্ষপাতমূলক বিচাৰেই আমাৰ সমস্যা অনুক্ৰমে বঢ়াই নিছে। ভাৰতীয় নাগৰিকৰ ক্ষেত্ৰত এটা বিচাৰ আৰু সাত সাগৰ তেৰ নৈৰ সিপাৰৰ মানুহৰ ক্ষেত্ৰত এটা বিচাৰ! এনে পক্ষপাতমূলক অনুকম্পাৰ ফলতে অসমৰ কেতবোৰ অঞ্চলত আজিও কিছুমান ৰাজনৈতিক সমস্যাই পোৱালি মেলিছে বুলি উদ্বেগ প্ৰকাশ কৰাৰ যথেষ্ট থল থকা কাৰণেই এই প্ৰসঙ্গৰ অৱতাৰণা কৰা হ'ল।

দিল্লীৰ পক্ষপাতমূলক দৃষ্টিকোণৰ লেখ দিব পৰা উদাহৰণৰ অৱশ্যে অভাৱ নহব। সুন্দৰম কমিটীৰ প্ৰতিবেদনৰ প্ৰসঙ্গটোও তাৰে এটা উদাহৰণ। নগালেণ্ড ৰাজ্য গঠন কৰোতে কেন্দ্ৰীয় চৰকাৰে ১৯২৫ চনৰ অধিসূচনাৰ ভিত্তিত যি সীমা নিৰ্দ্ধাৰণ কৰি দিছিল, সুনদৰম কমিটীয়ে কাৰ্যতঃ প্ৰায় সেই সীমাকে অব্যাহত ৰখাৰ পৰামৰ্শ দিলে। অৱশ্যে অসমৰ হাতত থকা প্ৰায ৩০০ বৰ্গ মাইল সংৰক্ষিত হাবি নগালেণ্ডৰ হাতত অৰ্পণ কৰাৰ দিহা দিলে। কিন্তু নগালেণ্ডৰ ভোক পলুৱাবলৈ সেয়ে যথেষ্ট নহ'ল; কিয়নো নগালেণ্ডে অসমৰ ৪০ হেজাৰ বৰ্গ মাইল ঠাই দাবী কৰিছিল।

নগালেণ্ডে দাবী কৰা ৪০ হেজাৰ বৰ্গ মাইল ঠাইৰ ভিতৰত সংৰক্ষিত হাবিৰ পৰিমাণেই বেছি। এইবোৰ হাবিৰ কাষৰে-পাজৰে কাঠ ফলা কলৰো অভাৱ নাই। সেইদেখি এই দাবীৰ লগত নগালেণ্ড চৰকাৰৰ লগতে কাঠৰ কলৰ ব্যৱসায়ী

মঁহলৰ স্বাৰ্থও সাঙোৰ খাই পৰিছিল। এই ব্যৱসায়ী মহলৰ 'লবী'ৰ শক্তি কহিমাৰ পৰা দিল্লীলৈকে সম্প্ৰসাৰিত হৈ আছে। তাতে আকৌ সুন্দৰম কমিটীয়ে ডিমাপুৰ অঞ্চলক দুনাই অসমৰ লগত চামিল কৰাৰ বাবে পৰামৰ্শ দি যেনিবা কোঁদো বাহত জুইহে দিলে। কেন্দ্ৰই অসমক নজনোৱাকৈ তোষণ-নীতিৰ আশ্ৰয় লৈ ডিমাপুৰক নগালেণ্ডৰ লগত সাঙুৰি দিছিল। সেই ডিমাপুৰেই এতিয়া নগালেণ্ডৰ ৰাজনীতি আৰু অৰ্থনীতিৰ শক্তি-কেন্দ্ৰ; এই অঞ্চলৰ অ-নগা শক্তি ইমান প্ৰতাপী হৈ পৰিল যে তেওঁলোক কাৰ্যতঃ নগালেণ্ডৰ ভাগ্য-নিয়ন্তা হৈ পৰিল। সেইদেখি এইটো 'লবী'ও সুন্দৰম কমিটীক বাতিল কৰিবলৈ উঠি পৰি লাগিল।

সেই দেখি সুন্দৰম কমিটীৰ প্ৰতিবেদনৰ হাড়ত বন গজিল আৰু দুয়োখন ৰাজ্যৰ সীমান্তৰ বিবাদৰ নামত নগালেণ্ডে আয়োষিত যুদ্ধ চলাই থকাৰ সুযোগ পালে। মেৰাপানীৰ সীমান্তৰ সংঘৰ্ষত নগালেণ্ডৰ পুলিচ আৰু অসমৰ পুলিচৰ মাজত যিখন 'যুদ্ধ' চলিল, তাৰ দ্বিতীয় উদাহৰণ ভাৰতৰ কোনো ৰাজ্যতে পোৱা নেযাব। তথাপি কেন্দ্ৰীয় চৰকাৰ কপট নিদ্ৰাতে মগ্ন থাকিল। অসমৰ সীমান্তৰ হেজাৰ-বিজাৰ ৰাইজৰ বিননিয়েও কাৰো টোপনিত ব্যাঘাত নজনালে।

তাৰ মাজতো অৱশ্যে গোঁজ পোতা মহলৰ কাৰ্যকলাপ অব্যাহত থকা দেখা গ'ল।

১৯৮৭ চনৰ ৪ আগষ্টৰ দিনা ৰাজ্যসভাত ৰাজস্থানৰ এম-পি (নিৰ্দলীয়) কৃষ্ণকুমাৰ বিৰলাই উত্তৰ পূৰ অঞ্চলৰ ৰাজ্য সমূহৰ সীমা-বিবাদ সম্পৰ্কে অকাই-পকাই প্ৰশ্ন তুলি বিষয়টো সুকীয়া স্থিতিলৈ নিয়াৰ প্ৰয়াস কৰিছিল বুলি সন্দেহ কৰাৰ থল ওলাইছিল। এই ৰাজ্য সমূহৰ সীমা বিবাদৰ সম্পৰ্কত এটা আয়োগ গঠন কৰি নতুনকৈ সীমা নিৰ্ণয় কৰাৰ প্ৰস্তাৱ চৰকাৰৰ হাতত আছে নেকি বুলিও তেওঁ প্ৰশ্ন কৰি বিষয়টোত পাক লগাবৰ বাবে চেষ্টা কৰিছিল আৰু ইয়াৰ আঁৰত এটা শক্তিশালী চক্ৰৰ প্ৰতিফলন দেখিবলৈ পোৱা গৈছিল। অৱশ্যে তেতিয়াৰ গৃহদপ্তৰৰ ৰাজ্যমন্ত্ৰী চিন্তামনি পানিগ্ৰাহীয়ে চৰকাৰৰ হাতত তেনে কোনো প্ৰস্তাৱ নাই বুলি কৈছিল।

# খৰাং বতৰ মানুহৰ সৃষ্টি

অ-গ-প চৰকাৰৰ দিনত ৰাজ্য বিধান সভাত তেতিয়াৰ কৃষিমন্ত্ৰী গৰাকীয়ে খৰাং বতৰৰ ফলত অসমত হোৱা পৰিস্থিতি প্ৰায় আফ্ৰিকাৰ ইথিয়পিয়াত হোৱা খৰাং বতৰৰ পৰিস্থিতিৰ দৰে হোৱা বুলি কৈছিল। গছ-গছনি কাটি খান্তাং কৰাৰ ফলতে ইথিয়পিয়াত বৰষুণ নোহোৱা হ'ল আৰু খৰাং বতৰে ছাটি ধৰাৰ ফলত অসংখ্য লোকে অনাহাৰত প্ৰাণ হেৰুৱালে।

'খৰাং বতৰ মানুহৰ সৃষ্টি'—এই শিতানত দৈনিক অসমত লিখা সম্পাদকীয়ত সকলোৰে মনোযোগ আকৰ্ষণ কৰি লিখা হৈছিল—'অসমৰ সাম্প্ৰতিক খৰাং বতৰৰ ফলত খেতি-বাতিৰ সৰ্বনাশ হৈছে। তাৰ পৰিণাম আমি অদূৰ ভৱিষ্যতত ভুগিব লাগিব। বৰ্তমান সময়ত বৰষুণ নোহোৱাটো ভাবি নোৱৰা কথা। কিন্তু সেয়ে হৈছে । প্ৰকৃতিৰ ভাৰসাম্য আমিয়েই ধ্বংস কৰিলোঁ। ৰাজনীতিৰ খেলে আমাৰ ৰাজ্যৰ হাবি-বন খান্তাং কৰিলে। বেদখলকাৰী, চোৰাংকাৰবাৰী আৰু ধুৰন্ধৰ ৰাজনীতিবিদৰ যুটীয়া উদ্যোগত অনুক্ৰমে অসমৰ হাবি-বন, সংৰক্ষিত হাবি শেষ হৰলৈ ধৰিলে ।

ৰাজ্যত বৈজ্ঞানিক হিচাপ মতে মুঠ মাটি-কালিৰ এক তৃতীয়াংশত হাবি থাকিব লাগে । কিন্তু সেই পৰিমাণৰ হাবি ৰাজ্যখনত নাই । হাবি কমিলে কি সমস্যা হয়, সেইকথা সৰ্বসাধাৰণে উপলব্ধি কৰিব নোৱাৰে কাৰণেই ৰাজনৈতিক ধুৰন্ধৰ জাকে নিজৰ স্বাৰ্থ পূৰণৰ বাবেই সকলোৰে সৰ্বনাশ সাধি আহিছে। অসমত বৰষুণ কমাৰ প্ৰধান কাৰণ হ'ল—হাবি-বন কমি যোৱাটো। ১৯৮২ চনত দিল্লীৰ ৰাষ্ট্ৰীয় বিজ্ঞান প্ৰতিষ্ঠানে প্ৰকাশ কৰা সমীক্ষা মতে তিনিটা দশকৰ ভিতৰত অসমৰ বৰষুণৰ মাত্ৰা শতকৰা ৩.২ ভাগ পৰিমাণে কমিছে। সেই কথাৰ গুৰুত্ব ৰাইজে তেতিয়া উপলব্ধি কৰিব পৰা নাছিল। কিন্তু ইতিমধ্যে হাবি-বন ধ্বংস কৰাৰ মাত্ৰা আৰু বঢ়াৰ ফলত বৰষুণ কমাৰ মাত্ৰাও বাঢ়িল আৰু এতিয়া বাৰিষা বতৰতো অসমত বৰষুণ নোহোৱা দেখি আমি হাঁহাকাৰ লগাইছোঁ..............অসমৰ ১৬.৪২ লাখ হেক্টাৰ হাবিৰ ভিতৰত ১৩,৪৭১৩ হেক্টাৰ সংৰক্ষিত হাবি বেদখলকাৰীৰ কবলত থকা বুলি চৰকাৰী ভাৱে স্বীকাৰ কৰা হৈছে। এই অৱক্ষয়ৰ বিৰুদ্ধে কঠোৰ ব্যৱস্থাৰ প্ৰয়োজন। সাম্প্ৰতিক সংকটে

যদি আমাৰ মাজত এটা নতুন সচেতনতা সৃষ্টি কৰিব পাৰে, তেন্তে আমি ভৱিষ্যতলৈ আশাৰ চকুৰে চাব পাৰিম।"

## ৰাজনীতিৰ কামধেনু

অসমৰ হাবি উৎখাট কৰি ৰাজনৈতিক উদ্দেশ্য পূৰণ কৰাৰ বাবে কংগ্ৰেছী চৰকাৰে চলোৱা কাৰ্যৰ বিৰুদ্ধে মাত মতা বন বিভাগীয় উচ্চ পদস্থ বিষয়া কেনেদৰে বিপন্ন হৈছিল আৰু এই ঘটনাবোৰৰ বিষয়ে দৈনিক অসমৰ যোৰহাটৰ নিজা বাতৰি দিওঁতা বদন বৰুৱাই সাহসেৰে কেনে তথ্যপূৰ্ণ বাতৰি পৰিবেশন কৰিছিল, সেই বিষয়ে ইতিমধ্যে লিখা হৈছে। এই সমস্যাটো কিমান গুৰুতৰ আছিল, তাৰ পূৰ্ণাঙ্গ ছবিখন অৱশ্যে পৰৱৰ্তী কালত ওলাই পৰে।

নিৰ্বাচনী পুজি গঠন কৰাৰ বাবে গছ কটাৰ অনুজ্ঞা-পত্ৰ দি অসমত কিদৰে ধ্বংস যজ্ঞ পতা হৈছিল, তাৰ পৰিচয় পোৱা যাব—ফেণী-কমিটীৰ প্ৰতিবেদনৰ পৰা। অ-গ-প চৰকাৰৰ দিনত জ্যেষ্ঠ আই-এ-এছ বিষয়া এছ-ডি-ফেণীক লৈ গঠিত বনাঞ্চল সম্পৰ্কীয় এজনীয়া তদন্ত কমিটীয়ে ১৯৮৩ চনৰ ২৭ ফেব্ৰুৱাৰীৰ পৰা ১৯৮৫ চনৰ ২৩ ডিচেম্বৰ পৰ্যন্ত কালছোৱাৰ ভিতৰত হিতেশ্বৰ শইকীয়াৰ কংগ্ৰেছী মন্ত্ৰী সভাই গছ কটাৰ বাবে দিয়া অনুজ্ঞা-পত্ৰৰ বিচাৰ লৈ এখন চাঞ্চল্যকৰ প্ৰতিবেদন দিছিল। সেই সময়ছোৱাৰ ভিতৰত সকলো নিয়ম-নীতি ভঙ্গ কৰি অবৈধ ভাৱে ২১.৬০ কোটি টকা মূল্যৰ গছ কটাৰ অনুমতি দিয়াৰ স্পষ্ট প্ৰমাণ পোৱা গ'ল। যি সকল ডি-এফ-অ'ৰ পৰা প্ৰতিবেদন পোৱা গৈছিল, তাৰ ভিত্তিত এই হিচাপ পোৱা গৈছিল। সেই হিচাপৰ উপৰিও কিছুমান ডি-এফ-অ'ৰ পৰা কমিটীয়ে তথ্য পোৱা নাছিল। সেইবোৰ অঞ্চলৰো হিচাপ ধৰিলে প্ৰায় ৩৪.৫০ কোটি টকা বুলি অনুমাণ কৰা হয়।

কমিটীৰ প্ৰতিবেদনত কয় যে অবৈধ ভাৱে গছ কটাৰ সুবিধা ঘাইকৈ ওলাইছে—বনাঞ্চলত হোৱা বেদখলৰ পৰা। সেইদেখি বেদখল নিবাৰণী নীতি এটা ৰাজনীতিৰ উৰ্দ্ধত নিৰ্দ্ধাৰণ কৰাৰ বাবে কমিটীয়ে পৰামৰ্শ দিয়ে। বেদখল স্থগিত কৰি বেদখলকাৰীক অধিক উৎসাহ যোগোৱাহে হৈছে বুলিও কমিটীয়ে মত প্ৰকাশ

কৰে। প্ৰতিবেদনত কোৱা হয় যে দুগৰাকী মুখ্য বন-সংৰক্ষক শশীধৰ ৰাজখোৱা আৰু এইছ-কে নাথে জধে মধে গছ কটাৰ বিৰুদ্ধে দৃঢ় মত প্ৰকাশ কৰা সত্ত্বেও বন বিভাগীয় অন্য বিষয়া, বন বিভাগীয় ৰাজ্য মন্ত্ৰী আৰু মুখ্য মন্ত্ৰীয়ে গছ কটাৰ বাবে অনুমতি দিছিল। এনেদৰে অবৈধ ভাৱে বন্টন কৰাৰ ফলত প্ৰধানকৈ উপকাৰ পাওঁতা সকলৰ ভিতৰত আছিল—আগৰৱালা, ৰাজবীয়া, মালপানি, ব্ৰাহ্মিণ, গোৱেল, ৰাজাজ আদি উপাধিধাৰী লোকৰ কল-কাৰখানা।

# গণ-চেতনাৰ দৈন্য

বাইজৰ চকুৰ আঁৰত ঘটা ঘটনায়ো সময়ত পোহৰৰ মুখ দেখা পায়। নতুন অসমীয়াত থকা কালছোৱাৰ ভিতৰতে ডালডা সম্পৰ্কীয় বাতৰি এটা ওলাইছিল। ইয়াত ইজ্জত নগৰত চলোৱা গৱেষণাৰ খবৰ দি কোৱা হৈছিল যে ডালডাৰ প্ৰস্তুতিৰ সময়ত সংমিশ্ৰিত হোৱা ক্ষতিকাৰক পদাৰ্থই মানুহৰ অপকাৰ কৰিব পাৰে। গৱেষণা কৰি পোৱা তথ্য দাঙি ধৰি কোৱা হৈছিল যে ডালডা খুওৱা এন্দুৰৰ ওপৰত গৱেষণা চলাই দেখা গ'ল–তৃতীয় প্ৰজন্মত এন্দুৰ অন্ধ হৈ যায়। কেওপিনে হুলস্থূল লাগিল। ডালডা উদ্যোগেও ব্যাপক প্ৰচাৰ অভিযান চলালে আৰু জনালে যে নতুন কিবা এটা ওলালেই ৰক্ষণশীল মহলে তাক গ্ৰহণ কৰিব নোখোজে। এই ক্ষেত্ৰত উদাহৰণ দি কোৱা হ'ল যে ইংলণ্ডত ৰেলগাড়ী পোনতে ওলাওঁতেও ৰেলৰ ইঞ্জিনৰ ধোঁৱা আৰু শব্দৰ ফলত খেতি নষ্ট হব আৰু গায়ে গাখীৰ নিদিয়া হ'ব। তাৰ বিপৰীতে কিন্তু আন কোনো পক্ষৰ প্ৰচাৰ নচলিল। মাজতে মাত্ৰ ইজ্জতনগৰৰ গৱেষণা বন্ধ হৈ গ'ল। কিন্তু ডালডা থাকিল। (অৱশ্যে প্ৰতিযোগিতাত তিষ্ঠিব নোৱাৰি গৰু আৰু ম'হৰ ঘিঁউৰ কাৰবাৰ হয় মুজুৰা লাগিল নতুবা নিঃশেষ হৈ গ'ল। )

কাকতত চলোৱা আলোচনায়ো অৱস্থাৰ কোনো পৰিবৰ্তন নেসাধিলে। জনসাধাৰণৰ মাজত এই বিষয়ে একো প্ৰতিক্ৰিয়া নহ'ল। পৰিতাপৰ বিষয় যে তাৰ কেইবাটাও দশকৰ পিছত —১৯৯২ চনতো জনসাধাৰণৰ নিৰ্লিপ্ততা আৰু চৰকাৰী পক্ষপাতদুষ্ট নীতিৰ পৰিৱৰ্তনৰ চিন দেখা নগল, অনুৰূপ আন এটা ঘটনাৰ ক্ষেত্ৰত। ১৯৯২ চনত লক্ষ্ণৌৰ পৰিবেশ গৱেষণা প্ৰতিষ্ঠানৰ ডাঃ এন-চি-ছাক্সেনাই গৱেষণা কৰি প্ৰতিবেদন দিলে যে চকলেটত নিকেলৰ পৰিমাণ বেছি হোৱাৰ কাৰণে স্বাস্থ্যৰ — বিশেষকৈ ল'ৰা-ছোৱালীৰ — ক্ষতি হ'ব পাৰে। এই প্ৰতিবেদনে ব্যৱসায়ী মহলত তোলপাৰ লগালে। প্ৰতিবেদনৰ বক্তব্য খণ্ডন কৰাৰ বাবে অভিযান চলিল। আচৰিত কথা যে কেন্দ্ৰীয় চৰকাৰৰে দুটা মন্ত্ৰী দপ্তৰ এই বিষয়ত প্ৰতিদ্বন্দ্বী স্বৰূপ হৈ পৰিল। এটা দপ্তৰে প্ৰতিবেদনৰ বক্তব্য মানি লব নুখুজিলে আৰু আনটো দপ্তৰে প্ৰতিবেদনৰ ওপৰত গুৰুত্ব দি এই সম্পৰ্কত ব্যৱস্থা লোৱাৰ পোষকতা কৰিলে। মুঠতে চকলেট ব্যৱসায়ী, চৰকাৰ আৰু

বিশেষজ্ঞৰ মাজত বৈঠক পাতি আলোচনা কৰা হ'ল। শেষত গোটেই প্ৰসঙ্গটোকে তাহানি ভালভাৱ প্ৰসঙ্গটো গাপত দি থোৱাৰ দৰে গাপত দিয়াৰ কাৰবাৰহে চলিল। জনসাধাৰণৰ মাজত কিন্তু একো প্ৰতিক্ৰিয়া নহল । নিজৰ নিৰ্লিপ্ততাৰ দ্বাৰা জনসাধাৰণে এই দৰে নিজকে ক্ষতিগ্ৰস্ত কৰি আহিছে ।

## জল-বিদ্যুৎ প্ৰকল্প

ঠিক সেইদৰে মনত পৰে জল-বিদ্যুৎ প্ৰকল্পৰ সম্পৰ্কক সৰ্বসাধাৰণৰ নিৰ্লিপ্ততাৰ কথা। অসমত জল-বিদ্যুৎ উৎপাদনৰ অপাৰ থল আছে। ইয়াৰ যোগেদি আপেক্ষিক ভাৱে সস্তাত জলবিদ্যুৎ উৎপন্ন কৰিব পৰা হ'ব। এনে বিষয়ে বাতৰি কাকতত লিখালিখি চলিছিল; লগতে চৰকাৰক সঁকীয়াই দিয়া হৈছিল যে জল-বিদ্যুৎ প্ৰকল্পবোৰ একে ঠাইতে সীমিত কৰি ৰখাটো উচিত নহ'ব। ভৱিষ্যতে কিবা ৰাজনৈতিক পৰিবৰ্তন ঘটিলে সমস্যাৰ সন্মুখীন হব লগীয়া হ'ব পাৰে আৰু উৎপাদিত বিদ্যুতৰ বিতৰণৰ ক্ষেত্ৰতো সমস্যাৰ সৃষ্টি হ'ব পাৰে বুলি সঁকীয়াই দিয়া হৈছিল। অসম বিধান সভায়ো মুৰকত প্ৰফুল্ল চন্দ্ৰ বৰুৱাৰ নেতৃত্বত এখন কমিটী পাতি দি এই বিষয়ে বিচাৰ লোৱাৰ বাবে ভাৰ দিছিল। এই কমিটীয়েও জল-বিদ্যুৎ প্ৰকল্পৰ বিকেন্দ্ৰীকৰণৰ বাবে পৰামৰ্শ দিছিল।

পিছে গজদন্তৰ মিনাৰত বহি থকা উচ্চ পদস্থ বিষয়া বৰ্গক চৰকাৰে লৰাব নোৱাৰিলে। ফলত মেঘালয় ৰাজ্য গঠিত হোৱাৰ মূৰত আমি এহাতৰ হুল দুহাতে কাঢ়িব লগীয়া হ'ল। সময় মতে গণ-চেতনা হোৱা হ'লে আমি হয়তো উদ্ধাৰৰ পথ বিচাৰি পালোহেঁতেন। ইপিনে তেতিয়াৰ বিদ্যুৎ দপ্তৰৰ মন্ত্ৰী কামাখ্যা প্ৰসাদ ত্ৰিপাঠীয়ে বিদ্যুৎ বিভাগৰ ভাৰপ্ৰাপ্ত বিষয়া কাপুৰৰ নাম বুৰঞ্জীত সোণৰ আখৰেৰে লিখিব বুলি কৈ আমোলাতন্ত্ৰক কান্ধত তুলিহে ল'লে।

## মথাউৰি

সেইদৰে মথাউৰিৰ প্ৰসঙ্গটোলৈকো মনত পৰে। অপৰিকল্পিত ভাৱে মথাউৰি নিৰ্মাণ কৰাৰ ফলত বানপানীৰ সমস্যা বাঢ়িছে বুলি আৰু মথাউৰিও

পানীৰ হেঁচাত তিষ্টিব পৰা নাই বুলি কাকতত সুদীৰ্ঘ কাল ধৰি সমালোচনা কৰা হৈছিল। মূৰকত ৰাজ্য বিধান সভাই মহেন্দ্ৰ মোহন চৌধুৰীৰ নেতৃত্বত এখন কমিটী পাতি দি মথাউৰি সম্পৰ্কে বিচাৰ লোৱাৰ ব্যৱস্থা কৰিলে। কিন্তু কমিটীৰ প্ৰতিবেদন আলমাৰীতে বন্দী হৈ থাকিল; মথাউৰিৰ নামত অৰাজকতা অব্যাহত থাকিল ; কাৰিকৰী মতামততকৈ ৰাজনৈতিক মতামতেহে প্ৰাধান্য পালে। কাৰ সমষ্টিৰ মাজেদি মথাউৰি যাব লাগিব, কোন ঠাইত মথাউৰি বান্ধিব লাগিব– এইবোৰৰ চূড়ান্ত সিদ্ধান্ত ৰাজনৈতিক ভাৱেহে লোৱা হ'ল। ফলত সমস্যাই পোৱালি মেলিলে । কামৰূপ জিলাৰ বৰভাগৰ নিচিনা ঠাই চিৰকালৰ বাবে পানীৰ তলত থকাটো ভাগ্যৰ লিখন বুলি মানি লোৱা হ'ল। গণ-চেতনাৰ চৰম দৈন্য এই ক্ষেত্ৰতো পৰিলক্ষিত হ'ল ।

## অৰণ্য ৰোদন

অসম গণ পৰিষদৰ চৰকাৰ পাতোতেই নতুন মন্ত্ৰী, মুখ্য মন্ত্ৰীৰ অনভিজ্ঞতাৰ প্ৰতি লক্ষ্য ৰাখি আৰু বিভিন্ন ন্যস্ত স্বাৰ্থ-জড়িত চক্ৰৰ তলগুজীয়া কাৰ্যকলাপে সৃষ্টি কৰিব পৰা সমস্যাৰ প্ৰতি লক্ষ্য ৰাখিয়েই "অসম গণ পৰিষদৰ চৰকাৰ সম্পৰ্কে" এই শিতানৰ সম্পাদকীয় এটাত লিখা হৈছিল 'অৱশ্যে নতুনকৈ নিৰ্বাচিত হোৱা সকলৰ সৰহ ভাগেই কম বয়সীয়া আৰু অনভিজ্ঞ বুলি কেতবোৰ মন্তব্য শুনা গৈছে। এই ক্ষেত্ৰত যদি কিবা বাধাৰ সন্মুখীন হ'ব লগীয়া হয়, তেন্তে তাৰ প্ৰতিকাৰৰ বাবেও শাসক দলে ব্যৱস্থা কৰিব পাৰে। বিভিন্ন বিষয়ৰ বিশেষজ্ঞ ৰূপে পৰিগণিত লোক এভাগক লৈ শাসক দলে বিশেষজ্ঞ সমিতি পাতি সহায় ল'ব পাৰে–যাতে তেনে মহলৰ পৰামৰ্শ সহায়ক হৈ উঠে।' কিন্তু তেনে ব্যৱস্থা লোৱা নহ'ল। কিছুমান কেঁচা লোকৰ বেহ এটাহে গঢ়ি তোল হ'ল। ফলত বহুত বিষয়ত উজুতি খাই বাধাগ্ৰস্ত হ'ব লগীয়া হ'ল। ইপিনে অসহিষ্ণুতাৰ পৰিবেশ এটায়ো চামনি বান্ধিলে; ফলত অভিজ্ঞ বয়সস্থ লোক সকল উপেক্ষিত হ'ল। সুদীৰ্ঘ কাল ধৰি চলা আন্দোলনৰ বেলিকা অকৃত্ৰিম ভাৱে সহযোগ কৰা কিছুমান গুণী লোকক এঘৰীয়া কৰি ৰখাৰ প্ৰৱণতা প্ৰবল হোৱাৰ ৰহস্যও বুজিব

পৰা নগ'ল। জ্যেষ্ঠ বিষয়াৰ এটা চামৰ লগতো সংঘাত বাঢ়ি গ'ল।

প্ৰতি ক্ষেত্ৰতে কাকতে সময় মতে সকলোকে সঁকীয়াই দিছিল। ছবছৰীয়া আন্দোলনৰ সমাপ্তি ঘটাই অসম চুক্তি সম্পাদিত কৰাত 'সমাধানৰ পদক্ষেপ' শিতানৰ সম্পাদকীয়ত লিখা হৈছিল 'এতিয়া অসমৰ ৰাইজ তথা আন্দোলনৰ নেতৃবৰ্গৰ দায়িত্ব বাঢ়িছেহে। কিয়নো চুক্তি কাৰ্যকৰী কৰা ক্ষেত্ৰত চিৰন্তন সতৰ্কতা আৰু সংগঠনৰ প্ৰয়োজন। উল্লাসৰ শৃংখলাহীনতাৰ ঠাইত এতিয়া চৰম শৃংখলাৰ প্ৰয়োজন। ৰাজনৈতিক পাক-চক্ৰ তথা অপপ্ৰচাৰে যি তিক্ততা, বিভাজন আদিৰ সৃষ্টি কৰিছিল, সেইবোৰ দূৰ কৰাৰ প্ৰয়োজনীয়তা এতিয়া বাঢ়িল। প্ৰশান্তি আৰু বিশ্বাসৰ নতুন পৰিবেশ গঢ়িব লাগিব....।'

আজি অৱশ্যে স্বীকাৰ কৰিছো যে এয়া মাত্ৰ অৰণ্য ৰোদনহে হ'লগৈ।

# চুটি গাঁতৰ নিগনিৰ দৰে

বাতৰি কাকতত কাম কৰা দিনৰ নানান কথাই চুটি গাঁতৰ নিগনিৰ দৰে আহি জুমুৰি দি ধৰে। মনত পৰে বিষ্ণু কিঙ্কৰ কলিতালৈ। ডিব্রুগড়ৰ পৰা আহি অসম বাণীত কাম কৰিছিল। কলিতাই সময় পালেই আহি দৈনিক অসমত ব্যৱহৃত শব্দ বা আখৰ জোটনি সম্পৰ্কে মন্তব্য কৰে। কলিতাৰ কথাবোৰৰ সুৰ খহটা হ'লওে তাৰ মাজৰ পৰাই সাৰ বস্তুখিনি উলিয়াই লৈছিলোঁ। কলিতাই শুধৰাই দিয়া মতেই দৈনিক অসমত ব্যৱহৃত 'পাঠ্য-বছৰ'ৰ ঠাইত 'শিক্ষা-বছৰ' বুলি লিখাৰ ব্যৱস্থা কৰা হৈছিল। এনে উদাহৰণ আৰু ওলাব--কিন্তু সকলোবোৰ মনত পৰা নাই। শব্দ বোটলাৰ অভিযান এনেদৰে অব্যাহত ৰখা হৈছিল। সতীৰ্থ যোগেশ দাসৰ 'পাৰ্শ্ব জ্যোতি' (Side light) আদি বিবিধ শব্দও কাকতৰ শব্দ সম্ভাৰৰ মাজত সোমাইছিলহি। বাকীবোৰ সূত্ৰৰ বিষয়ে ইতিমধ্যে বৰ্ণনা দিয়া হৈছেই।

## বাতৰি-প্ৰতিষ্ঠান

বাতৰি প্ৰতিষ্ঠানৰ ঘটনা এটাও মনত পৰিছে। একালত প্ৰেছ ট্ৰাষ্ট অৱ ইণ্ডিয়া (পি-টি-আই) একমাত্ৰ বাতৰি প্ৰতিষ্ঠান আছিল। এই প্ৰতিষ্ঠানৰ পৰাই দৈনিক অসমে বাতৰি লৈছিল। ইয়াৰ গুৱাহাটীৰ কাৰ্যালয়ৰ দায়িত্বত থকা এজন পদাধিকাৰীয়ে বাতৰিৰ আঁৰে আঁৰে ৰাজনীতি খেলি অসম সংক্ৰান্ত বাতৰি যুগুতাই দিওঁতে অসমীয়াৰ স্বাৰ্থ-বিৰোধী কথাৰ ফোড়ন মৰাত তাৰে প্ৰতিবাদ স্বৰূপে পিটি-আইক বাদ দি নতুনকৈ অহা ইউ-এন-আই নামৰ বাতৰি প্ৰতিষ্ঠানৰ পৰা বাতৰি লোৱাৰ ব্যৱস্থা কৰা হ'ল।

## এটা 'কাহঁদী'ৰ কথা

'চেন্সৰ'ৰ প্ৰতাপত অতিষ্ঠ হোৱাৰ সময়ৰ কথা। বাতৰি কাটি থকা-

সৰকা কৰা 'চেন্সৰ'কাৰী কৰ্তৃপক্ষৰ অতপালি দেখি দেখি তিক্ত হোৱাৰ মূৰত এদিন তাৰে চূড়ান্ত নিদৰ্শন এটা পোৱা গ'ল। 'চেন্সৰ'ৰ কেঁচি লগাব নলগীয়া নিমাৰিত বাতৰি এটাও কাটি-কুটি সাং কৰা দেখি এভাগ সহকৰ্মী প্ৰতিবাদ-মুখৰ হৈ পৰিল। তেতিয়া তেওঁলোকক এই বুলি বুজালোঁ যে 'চেন্সৰ'কাৰী সকলৰ দৌৰ কিমান, তাৰে এটা পৰীক্ষা 'কাইলে চাম'। এই বুলি কৈ পিচ দিনাৰ কাকতত ওলাব লগীয়া কাহিঁনী এটা যুগুতাই দিয়া হ'ল। চেন্সৰে গম ধৰিব নোৱৰাকৈ প্ৰচ্ছন্ন ভাৱে সমালোচনামূলক এই কাহিঁনীটো পিচ দিনা চেন্সৰৰ ডেওনা সৰকি প্ৰকাশ হৈ গ'ল। লগে লগে দিছপুৰত তোলপাৰ লাগিল। প্ৰকাশ কৰিবলৈ কোনে অনুমতি দিলে তাৰ সন্ধান লোৱাত ৰৰমূৰীয়া সকল তৎপৰ হৈ পৰিল। (সেই কাহিঁনীটো ইয়াত উল্লেখ কৰিব পৰা হলে ভাল আছিল। কিন্তু পাহৰি গ'লো আৰু কাকত খুঁচৰিও বিচাৰি নেপালোঁ; দুজন মান প্ৰাক্তন সহকৰ্মীকো সুধিছিলোঁ--তেওঁলোকৰো মনত নাই ।)

## কাৰ্টুন; ফটো

কাকতত নিজা শিল্পীয়ে অঁকা কাৰ্টুন প্ৰথম অৱস্থাত প্ৰকাশ হোৱা নাছিল । শংকৰছ উইক্লীৰ লগত বন্দৱস্ত কৰি কাৰ্টুন প্ৰকাশ কৰা হৈছিল। (অৱশ্যে বাপট নামৰ এজন শিল্পীক নিযুক্তি দি ৰাধা গোবিন্দ বৰুৱাই আছাম ত্ৰিবিউন কাকতত কাৰ্টুন প্ৰকাশ কৰাইছিল। ) পিচত ত্ৰৈলোক্য দত্ত আৰু মহম্মদ ইউছুফে অঁকা কাৰ্টুন দৈনিক অসমত প্ৰকাশ হ'বলৈ ধৰিলে আৰু এটা নতুন দিশ মুকলি হ'ল।

বাতৰিৰ লগতে বাতৰি সংক্ৰান্ত ফটো প্ৰকাশ কৰাৰ ক্ষেত্ৰতো অসুবিধাৰ অন্ত নাছিল । তেনে ফটো দিওঁতা লোকৰো অভাৱ। সেইদেখি ৰাজ্যৰ বাহিৰৰ প্ৰতিষ্ঠানৰ পৰা ফটো কিনি প্ৰকাশ কৰিব লগীয়া হৈছিল। সেইবোৰ অৱশ্যে অসম সংক্ৰান্ত ফটো নাছিল । মূৰকত থলুৱা ডেকা সকলৰ মাজৰ পৰা এনে দায়িত্ব লবলৈ আগবাঢ়ি অহা লোক ওলাল। এই সকলৰ ফটো আজিকালি কাকতে পত্ৰই ওলাই আছে। পিচে ইয়াকে বৃত্তি হিচাপে লব পৰাকৈ তেওঁলোকক

সা-সুবিধা এতিয়াও দিব নোৱৰাটো দুৰ্ভাগ্যৰ কথা । এই বিষয়ত কাকত সমূহে তৎপৰতা দেখুওৱা উচিত।

শাসক বৰ্গয়ো সংবাদ-ফটো লোৱা ফটোগ্ৰাফাৰ সকলক কেনে দৃষ্টিৰে চায়, তাৰো অলেখ নিদৰ্শন পোৱা গৈছিল। জৰুৰী অৱস্থাকে ধৰি বিভিন্ন সময়ত পুলিচ, চি-আৰ-পিয়ে ফটোগ্ৰাফাৰৰ ওপৰত অবাধ নিৰ্যাতন চলাইছিল । ফটোৱে পুলিচ, চি-আৰ-পিৰ অপকৰ্মৰ দলিল সন্দেহাতীত ভাৱে ৰাখি থোৱাটো তেওঁলোকে নিবিচাৰিছিল আৰু শাসনৰ গুৰিত থকা সকলেও তেনে মতকে পোষণ কৰিছিল কাৰণেই চৰকাৰেও মৌনতাৰ আশ্ৰয় লৈছিল । (এনে প্ৰক্ৰিয়া আজিও অব্যাহত আছে । ১৯৯১-৯২ চনতো অসমত সেনাই অভিযান চলাওঁতে সংবাদ-ফটো লওঁতা সকলক নানান ধৰণেৰে জুলুম কৰিছিল । আনকি ১৯৯৩ চনতো শিৱসাগৰত অসম সাহিত্য সভাৰ অধিবেশন বহোঁতে গোনা ম'হৰ দৰে চোঁচা লৈ চি-আৰ-পি য়ে 'পৰম্পৰা' ৰক্ষা কৰি সংবাদ- ফটো লওঁতা বিশিষ্ট ফটোগ্ৰাফাৰ মহেন্দ্ৰ বৰুৱাৰ আগদাঁত ভাঙি, কেমেৰা নষ্ট কৰি অপাৰ বীৰত্ব প্ৰদৰ্শন কৰাৰ লোভ সামৰিব নোৱাৰিলে ।

## উজনি-নামনি

উজনি-নামনিৰ প্ৰচ্ছন্ন যুদ্ধ খন যাতে কাকতত প্ৰতিফলিত নহয়, তাৰ বাবে সততে সতৰ্কতা অৱলম্বন কৰা হৈছিল। তাৰ বাবে পোৱা ককৰ্থনাৰ ভাগো কম নাছিল। ৰাজধানী স্থানান্তৰ কৰা প্ৰসঙ্গ লৈ উজনি-নামনিৰ আঁহ-ফলা কথাই কিৰিলি পাৰি ফুৰা সময়ত যথেষ্ট কষ্ট স্বীকাৰ কৰিব লগীয়া হৈছিল। (অৱশ্যে এই বেমাৰৰ যে জইন মৰা নাই, তাৰ প্ৰমাণ পৰৱৰ্তী কালতো পাইছিলোঁ । ১৯৮৮ চনত শৰৎ চন্দ্ৰ গোস্বামীৰ শতবাৰ্ষিকী উপলক্ষে পতা অনুষ্ঠানত স্বৰ্গীয় গোস্বামী আৰু চন্দ্ৰকান্ত অভিধান সম্পৰ্কে আলোচনা কৰি দিয়া ভাষণ এটাত উজনি-নামনিৰ টনা-আজোৰাৰ ফলত হোৱা কেতবোৰ অবিচাৰৰ বিষয়ে মুকলি ভাৱে, পোনপটীয়াকৈ উল্লেখ কৰিছিলোঁ । কিন্তু সেইবোৰ কথাই সম্যক ভাৱে

কাকতে-পত্ৰই প্ৰকাশৰ মুখ নেদেখাত নিশ্চিত হ'ব পাৰিলোঁ যে 'ভাইৰাছ' আঁতৰা নাই ।)

# দিল্লী হনুজ দূৰ্ অস্ত্

অসমৰ গুৰুত্বপূৰ্ণ বিষয়ো দিল্লীত উপেক্ষিত হোৱাটো প্ৰায় চিৰাচৰিত কথা । চৰকাৰী মহলৰ কথাই নাই, সৰ্বভাৰতীয় ৰাজনৈতিক দলবোৰৰ ক্ষেত্ৰতো — এই কথা প্ৰযোজ্য। আনকি বাতৰি কাকতেও — বিশেষকৈ সৰ্বভাৰতীয় বাতৰি কাকত — সমূহে উপেক্ষাৰ দৃষ্টিৰেহে অসমৰ সমস্যালৈ চায়। তাৰ একমাত্ৰ ব্যতিক্ৰম অসমৰ ছবছৰীয়া আন্দোলনৰ সময়ত ঘটিছিল।

এনে অৱস্থাত অসমৰ সমস্যাৰ কথা নিৰ্ভাজ ৰূপত উপস্থাপন কৰাৰ বাবে দিল্লীত অসম চৰকাৰে শক্তিশালী ব্যৱস্থা এটা ৰখা উচিত আছিল। এই ক্ষেত্ৰত অসমৰ বাতৰি কাকতৰো এটা দায়িত্ব আছে। দিল্লীত কাৰ্যালয় পাতি (অৱশ্যে নামত নহয়, কামত) উপযুক্ত দায়িত্ব দি সাংবাদিক এজনক ৰাখিলে বিশেষ ফল পোৱা যাব। এসময়ত আছাম ট্ৰিবিউন আৰু দৈনিক অসমৰ কাৰণে দিল্লীত পূৰ্ণাঙ্গ কাৰ্যালয় আছিল আৰু নৰেশ ৰাজখোৱা এই কাৰ্যালয়ৰ দায়িত্বত আছিল। ৰাজখোৱাই আগবঢ়োৱা সেৱাৰ কথা আনে নুসুঁৱৰিলেও প্ৰবীণ সাংবাদিক সকলে আজিও শ্ৰদ্ধাৰে সোঁৱৰে। দুখৰ বিষয় যে পিচলৈ সেই ব্যৱস্থা পৰিহাৰ কৰা হ'ল। ৰাজখোৱা দিল্লীত থাকোতে বাতৰি প্ৰতিষ্ঠানৰ বাতৰিত ঠাই নোপোৱা অসম সংক্ৰান্ত বাতৰিয়েও গুৰুত্ব সহকাৰে প্ৰকাশৰ মুখ দেখা পাইছিল। তাৰ পিচত আমি 'পুনৰ মুষিক' হ'লোঁ। এই সন্দৰ্ভতে এটা কথাই আজিও খোঁচা-বিন্ধা কৰি থাকে। প্ৰাক্তন প্ৰধান মন্ত্ৰী এজনৰ আমোলত অসমৰ পৰিস্থিতি উত্তপ্ত হৈ থকাৰ পৰতে প্ৰধান মন্ত্ৰীৰ এখন গুৰুত্বপূৰ্ণ সাংবাদিক মেল বহিছিল। ইয়াত উপস্থিত থকা দেশৰ বিভিন্ন অঞ্চলৰ কাকতৰ প্ৰতিনিধিয়ে কৰা প্ৰশ্নৰ উত্তৰত প্ৰধান মন্ত্ৰীয়ে দেশৰ বিভিন্ন সমস্যাৰ বিষয়ে মন্তব্য কৰিলে। কিন্তু অসমৰ বিষয়ে প্ৰশ্ন তুলিবলৈ কোনো নথকাত অসমৰ কোনো কথাৰে অৱতাৰণা নহ'ল আৰু প্ৰধান মন্ত্ৰীয়েও অসমৰ বিষয়ে উল্লেখ কৰাৰ কোনো প্ৰয়োজন বোধ নকৰিলে।

অসমৰ প্ৰধান বাতৰি কাকত সমূহে এই দিশত চিন্তা কৰি উপযুক্ত ব্যৱস্থা লোৱাটোকে আশা কৰোঁ। অৱশ্যে উত্তৰ-পূব অঞ্চলৰ বিভিন্ন ঠাইতো প্ৰতিনিধি ৰাখি বা – বাতৰি পৰিবেশন কৰাৰ বিশেষ ব্যৱস্থা অসমৰ বাতৰি কাকতে ল'ব লাগে । চুবুৰীয়া মেঘালয়, অৰুণাচল প্ৰদেশ, মিজোৰাম, মণিপুৰ আৰু নগালেণ্ডৰ লগত বাতৰি কাকতৰ যোগেদি আমাৰ মাজৰ সম্পৰ্ক গাঢ় কৰি তোলাৰ বাবে বিশেষ ব্যৱস্থা হাতত লোৱা উচিত।

# জনজাতীয় ৰাইজৰ সমস্যা

অৰ্থনৈতিক ক্ষেত্ৰত আমূল পৰিবৰ্তন সধাৰ ব্যৱস্থা নহ'লে জনজাতীয় ৰাইজৰ সমস্যা দূৰ নহয়। আমাৰ সংবিধানে অৰ্থনৈতিক, সামাজিক ক্ষেত্ৰত স্থিতাৱস্থা বাহাল ৰাখি মাত্ৰ তথাকথিত সংৰক্ষণৰ ব্যৱস্থা দিয়াৰ ফলত এতিয়া সমস্যা বাঢ়িছেহে—কমা নাই। সংৰক্ষণৰ ব্যৱস্থাই এটা নতুন.ন্যস্ত স্বাৰ্থ প্ৰসৱ কৰিলে মাথোন। সৰ্বসাধাৰণ জনজাতীয় ৰাইজৰ মৌলিক সমস্যাবোৰ সমাধান কৰাত সহায় কৰা নাই। অৰ্থনৈতিক, সামাজিক শোষণ অব্যাহত আছে। জনজাতীয় ধাৰাৰ ওপৰত বিভিন্ন ফালেদি আক্ৰমণ চলিছে। অৰ্থনৈতিক, সামাজিক ক্ষেত্ৰৰ স্থিতাৱস্থা দূৰ কৰি এটা আমূল পৰিবৰ্তিত অৰ্থনৈতিক, সামাজিক ব্যৱস্থা গঢ়ি তুলিলেহে জনজাতীয় ৰাইজৰ প্ৰগতি প্ৰকৃত স্থিতিত উপনীত হ'ব পাৰিব। অকল সংৰক্ষণ-ব্যৱস্থাই এই চাহিদাক সৰ্বকালৰ বাবে আঁৰ কৰি ৰাখিব নোৱাৰিব।

# ভুলৰ মাচুল

তদুপৰি সংৰক্ষণ-ব্যৱস্থাই কাৰ্যতঃ পৃথক মনোভাৱৰ বাবেও উচটনি দিছে বুলিহে ক'ব পাৰি। ৰাজ্য পুনৰ গঠন আয়োগে কেইবাটাও দশকৰ আগতে দিয়া সঁকীয়নি আছিল —— সংহতি-প্ৰক্ৰিয়াত বাধা দিয়া বা পৃথক মনোভাৱক স্থায়ী ৰূপ দিয়া ধৰণেৰে সংৰক্ষণ ব্যৱস্থাৰ ৰক্ষাকৱচ সমূহ কামত খটুৱাব নেলাগে। আজি আমাৰ সমুখত দেখা দিয়া কেতবোৰ সমস্যা সেইদেখি দেশৰ কৰ্ণধাৰ সকলৰ ভুল নীতিৰে পৰিণতি বুলিয়েই চিনাক্ত কৰিব লাগিব। সেইদেখি শোষণ-মুক্ত সমাজৰ নিশ্চয়তা দিব পৰাকৈ অৰ্থনৈতিক, সামাজিক ক্ষেত্ৰত বৈপ্লৱিক পৰিবৰ্তন সাধিহে জনজাতীয় ৰাইজক বাস্তৱ-ক্ষেত্ৰত প্ৰগতিৰ বাট দেখুৱাব পৰা হ'ব।

ৰাষ্ট্ৰীয় উন্নয়ন পৰিষদে নিয়োগ কৰা পাণ্ডে কমিটীয়ে ১৯৬৯ চনতে 'অনগ্ৰসৰ অঞ্চল' নিৰূপণ কৰাৰ বাবে ৬ টা লক্ষণ নিৰ্দ্ধাৰণ কৰি দিছিল। সেইকেইটা হ'ল—মূঠ জনমূৰি আয়, উদ্যোগ আৰু খনিৰ পৰা হোৱা জনমূৰি আয়, কল-কাৰখানাত কাম কৰা শ্ৰমিকৰ সংখ্যা, বিদ্যুতৰ জনমূৰি বছৰি হোৱা

ব্যৱহাৰ, জনসংখ্যা আৰু ৰাজ্যৰ মুঠ ৰাজ্য ক্ষেত্ৰৰ তুলনাত পথৰ দৈৰ্ঘ্য আৰু ৰেলপথৰ দৈৰ্ঘ্য। এতিয়া দেখা গ'ল যে জনজাতীয় ৰাইজৰ অনগ্ৰসৰতাৰ জোখ এই সূত্ৰয়ো দিব নোৱাৰিব, কিয়নো জনজাতীয় অঞ্চলবোৰ তাতকৈ বহুত তলত, বহুত অনগ্ৰসৰ অৱস্থাত আছে। সেইদেখি গাহৰি পোহা, হাঁহ-কুকুৰা পোহা আচনিয়েই জনজাতীয় অঞ্চলৰ উন্নয়নৰ শেষ কথা নহয় ।

অৱশ্যে এইকথা স্বীকাৰ কৰিব লাগিব যে জনজাতীয় ৰাইজৰ উন্নয়নৰ বাবে হাতত লোৱা বিভিন্ন আচনিৰ শিতানত দেখাৰ ধন মঞ্জুৰ আৰু খৰচ কৰা হৈছে । পিচে খৰচ কৰা ধনৰ হিচাপেই উন্নয়নৰ জোখ নহয়। আমাৰ দেশৰ প্ৰশাসনীয় গাথনিয়ে যি আমোলাতন্ত্ৰ আৰু চৰকাৰী বিধি-ব্যৱস্থাৰ মেৰজাল পাতিছে, সেয়ে উন্নয়নৰ গতি স্থবিৰ কৰি ৰাখিছে। ১৯৭৮ চনতে পৰিকল্পনা আয়োগে চলোৱা অধ্যয়ণত প্ৰকাশ পাইছিল যে জনসংখ্যাৰ সৰ্বনিম্ন স্থানত থকা ২০% লোকে চৰকাৰী ব্যয়ৰ পৰা হোৱা সুফলৰ ১১ শতাংশ ভাগহে পায়। আনহাতে সৰ্বোচ্চ স্থানত থকা ২০% লোকে চৰকাৰী ব্যয়ৰ পৰা হোৱা সুফলৰ ৩৫% ভাগ পায়। এইটোৱেই হ'ল অথন্তৰৰ মূল। ৰঙা ফিটাৰ মেৰপেচৰ কাৰণে, দুৰ্নীতিৰ কাৰণে, সৰ্বসাধাৰণৰ অজ্ঞতাৰ কাৰণে, আৰু সমাজৰ একাংশৰ মাজত থকা ৰক্ষণশীল মনোভাৱৰ কাৰণে জনজাতীয় ৰাইজৰ বুজন অংশই চৰকাৰী সুবিধাৰ সুফল ভোগ কৰিবলৈ পোৱা নাই। লিখিব-পঢ়িব নজনা কাৰণে, ফাইলৰ মহিমা নুবুজাৰ কাৰণে, অফিচলৈ তাঁত-বাটি কৰাদি অহা-যোৱা কৰি হাইৰান হৈ আৰু দালালৰ কৱলত পৰি অসংখ্য জনজাতীয় লোক নিজৰ প্ৰাপ্য আদায় কৰাৰ পৰা বঞ্চিত হৈ আছে। আনহাতে ঋণ, নলী-নাদ আদি বিভিন্ন চৰকাৰী সুবিধা দিয়াৰ ক্ষেত্ৰত যিবোৰ কটকটীয়া নিয়ম আছে— সেইবোৰ হেঙাৰ সৰকি যোৱাটো নিঃস্ব জনজাতীয় লোকৰ পক্ষে সম্ভৱপৰ নহয় আৰু সেইকাৰণেই যি সকলে ঘাইকৈ সাহায্য পাব লাগে, তেওঁলোকেই সেই সাহায্য নেপায়। দালাল, একাংশ চাকৰিয়াল আৰু ৰাইজৰ এভাগ প্ৰতিনিধিৰ মাজত হোৱা সমাহাৰৰ ফলতে ৫ হেজাৰ টকাৰ মঞ্জুৰী পাবলগীয়া জনজাতীয় লোক জনে ৫ হেজাৰ টকা পোৱা বুলি টিপ-চহী দিলেও প্ৰকৃততে ২ হেজাৰ টকাও নেপায়। শোষণৰ এইখন জাল ক্ৰমে বহল হৈ যোৱাটো উদ্বেগৰ কথা।

অৱশ্যে এনে শোষকৰ মাজত অকল যে অজনজাতীয় লোকহে আছে, এনে নহয়। সুবিধাজনক স্থিতিত থকা আৰু জনজাতীয় লোকৰ প্ৰতিনিধিত্ব কৰা

জনজাতীয় মুখিয়াল লোক কিছুমানো আছে। জনজাতীয় বাবে গঠিত নিকায় আদিৰ বিষয়বাব খোৱা একাংশ জনজাতীয় লোকো এনে দোষত দোষী ।

## হাজিৰাৰ দা

অৱশ্যে বেচৰকাৰী ক্ষেত্ৰতো শোষণৰ জাল খন বিস্তাৰিত হৈ আছে। ইয়াত জনজাতীয়-অজনজাতীয় সকলো পৰ্যায়ৰ লোক জড়িত হৈ আছে। ধেমাজিৰ মিচিং লোকৰ দুটামান কথা এই প্ৰসঙ্গতে উল্লেখ কৰিব পাৰি। ধেমাজি নগৰৰ নিচেই কাষতে বাস কৰা একাংশ মিচিং লোক ইমান দুখীয়া যে তেওঁলোকে হাজিৰা কৰিয়েই ভাত মোকলাব লাগে যদিও দা খন কিনাৰ সামৰ্থ্যও তেওঁলোকৰ নাই। তেওঁলোকে অৱস্থাপন্ন স্থিতিত থকা জনজাতীয় লোকৰ পৰা দিনে ৩ টকা হাৰত ভাৰা ভৰি দা যোগাৰ কৰি হাজিৰা কৰেগৈ। ইপিনে চৰকাৰে বান্ধি দিয়া হাৰত হাজিৰাও তেওঁলোকে নেপায়। সেইদৰে কোনো কোনো ঠাইত মাটিহীন মিচিং লোকে মাটি থকা জনজাতীয় লোকৰ মাটিত খেতি কৰি শতকৰা ৫০ ভাগ পৰিমাণে ধান দিব লগীয়া হয় যদিও সেই সম্পৰ্কত থকা আইনৰ চোক তেওঁলোকৰ ক্ষেত্ৰত ভোটা হৈ পৰে।

স্বাধীনতাৰ চাৰিটা দশকৰো অধিক কালৰ পিছতো ধেমাজি নগৰৰ ৰেলষ্টেচনৰ ৰেল-পথৰ সিপাৰৰ মিচিং গাওঁ কেইখনেই দেশৰ প্ৰগতিৰ সৈতে চিনাকি হ'ব পৰা নাই। এখন নগৰৰ পৰা বিং মাৰিলেই শুনা দূৰত থকা গাওঁবেই যেতিয়া এনে অৱস্থা তেন্তে ঘোকোটত সোমাই থকা দূৰৰ জনজাতীয় ৰাইজে কনে অৱস্থাত বাস কৰিছে? ১৯৭১ চনৰ পিয়লৰ মতে ৰাজ্যৰ মুঠ জনসংখ্যাৰ তুলনাত মিচিং জনজাতীয় লোক শতকৰা ১.২১ ভাগ। কিন্তু সেই পিয়লৰ হিচাপ মতেই তেতিয়াৰ অবিভক্ত ডিব্ৰুগড় জিলাত ১৭.৯৩ শতাংশ মিচিং লোক আছিল--অৰ্থাৎ এতিয়াৰ ডিব্ৰুগড় আৰু লক্ষীমপুৰ জিলাতে মিচিং লোকৰ সংখ্যা বেছি। এনে অৱস্থাত ধেমাজি আৰু ইয়াৰ কাষৰীয়া অঞ্চলৰ মিচিং ৰাইজেই যেতিয়া চৰম দুৰ্দশাৰ মাজত বাস কৰিব লগীয়া হৈছে, তেন্তে ৰাজ্যৰ ভিন ভিন ঠাইত সিঁচৰতি হৈ থকা তাকৰীয়া সংখ্যাক মিচিং ৰাইজৰ স্থিতিৰ পৰিচয়ো সেয়ে দাঙি ধৰিব।

ধেমাজি অঞ্চলৰ মিচিং গাওঁৰ যি সকলৰ মাটি আছে, তেওঁলোকৰ সৰহ ভাগৰে মাটি নিচেই কম । উদাহৰণ স্বৰূপে জামুগুৰি মিৰি গাওঁত ৩২

ঘৰৰ ভিতৰত ৫ ঘৰৰ মাটি সমূলি নাই। তেনে মাটিহীন এঘৰে অকল কুছিয়া মাৰি পেট প্ৰবৰ্তায়।

ভাতৰ এটা পিটিকি সিজা ভাতৰ গম ধৰাদি মিচিং ৰাইজৰ এনে উদাহৰণেই আন সকলো জনজাতীয় লোকৰ ক্ষেত্ৰতে খাটিব।

## মাটিৰ সমস্যা

মাটিৰ সমস্যাটো জনজাতীয় লোকৰ কাৰণে প্ৰধান সমস্যা। ধন ধাৰলৈ লৈ, সকাম-নিকামৰ বাবে মাটি বন্ধকত থৈ ধন লৈ, অৱস্থাপন্ন লোকৰ হেঁচাত অথবা প্ৰলোভনত পৰি (এনে উদাহৰণো আছে—য'ত জনজাতীয় লোকক মদ খুৱাই টিং কৰি লোৱাৰ মূৰত উকা কাকতত টিপ চহী লৈ মাটি হস্তগত কৰা হৈছে) বহুতো জনজাতীয় লোকে মাটি হেৰুৱাইছে। সকাম-নিকামৰ দৰে সামাজিক কামৰ সংস্কাৰ সাধি ব্যয়বহুলতা কমোৱা নাইবা মাটি হেৰুৱাব লগীয়া হোৱা অৱস্থাৰ প্ৰতিবিধান স্বৰূপে কিবা ব্যৱস্থা লোৱাৰ ক্ষেত্ৰত সচেতন মহলত কোনো মানসিকতাই গঢ় লোৱা নাই। মাটি এৰি আন ঠাইলৈ উঠি নেযাবলৈ বা কোনো কাৰণতে মাটি নেবেচিবলৈ জনমত গঠন কৰা ব্যৱস্থা আনকি জনজাতীয় সংগঠনবোৰেই লোৱা নাই। বৃটিছৰ দিনৰ আওপুৰণি লেণ্ড মেনুৱেল'ৰ পৰিৱৰ্তন সাধি জনজাতীয় লোকক পট্টা দিয়াৰ ব্যৱস্থা কৰাৰ বাবে প্ৰবল জনমতেও গঢ় লোৱা নাই।

বানপানী আৰু খহনীয়াই অঘৰী কৰাৰ উপৰিও সুদীৰ্ঘ কাল ধৰি চলা প্ৰব্ৰজন আৰু বিদেশীৰ অনুপ্ৰবেশৰ ফলতো অজস্ৰ জনজাতীয় লোকে মাটি হেৰুৱাইছে। ট্ৰাইবেল বেল্ট আৰু ব্লকৰ মাটি জনজাতীয় লোকৰ হাতৰ পৰা গুচি গ'ল। তাৰ বাবে নপুংসক নেতৃত্ব আৰু ব্যাপক দুৰ্নীতিয়েই দায়ী।

কাকতত ট্ৰাইবেল বেল্ট আৰু ব্লক সম্পৰ্কে বহুত বাৰ লিখালিখি কৰা হৈছিল। কোৱা হৈছিল যে ট্ৰাইবেল বেল্ট আৰু ব্লক পুনৰ জনজাতীয় লোকৰ বাবে সংৰক্ষিত হ'ব লাগে। লগতে এই বুলিও কোৱা হৈছিল যে ইতিমধ্যে ঘটা বিবৰ্তনৰ বাবে যদি কোনো বেল্ট বা ব্লকত পুনৰ এনে ব্যৱস্থা কৰাটো এতিয়া

সম্ভৱপৰ নহয়, তেন্তে বিকল্প, সুবিধাজনক স্থানত নতুনকৈ বেল্ট আৰু ব্লক গঠন কৰিব লাগে। লগতে অন্যায় ভাৱে হস্তান্তৰ হোৱা সকলো মাটি ঘূৰাই দিয়াৰ বাবে কঠোৰ ব্যৱস্থা লোৱাৰ লগতে জনজাতীয় লোকৰ মাটি অজনজাতীয়ৰ হাতলৈ হস্তান্তৰিব হোৱাটো সম্পূৰ্ণ ভাৱে বন্ধ কৰিব লাগে। ইয়াৰ লগতে কল-কাৰখানা আদি পতাকে ধৰি বিবিধ কামৰ বাবে জনজাতীয় লোকৰ মাটি অধিগ্ৰহণ কৰা নীতি বন্ধ কৰিব লাগে।

চৰকাৰৰ ক্লীৱত্ব, জনজাতীয় আৰু অ-জনজাতীয় নেতৃত্বৰ ফোঁপোলা স্বৰূপে ৰাজ্যৰ অন্যান্য অঞ্চলৰ দৰেই জনজাতীয় অঞ্চলতো বিশেষ সমস্যা এটাৰ পট্টন ঘটালে। অসম হাবি-বননিৰে ভৰা বুলি কবিতাত থাকিলেও বাস্তৱত সেইটো স্বৰূপ নাই। হাবিৰ ওপৰত চলা অত্যাচাৰৰ ফলত প্ৰায়বোৰ হাবি উদং হ'ল। বৃক্ষ-ৰোপন আচনি বাস্তৱমুখী নহৈ প্ৰচাৰ ধৰ্মী হৈয়েই থাকিল। গছ-গছনি আমাৰ কাৰণে কিমান প্ৰয়োজনীয় সেই কথা মানুহৰ মনত সাঁচ বহাকৈ সুমুৱাই দিয়াৰ কোনো উদ্যম লোৱা নহ'ল। আনকি হাবি কাটি দখল কৰাত উৎসাহ যোগাই ৰাজনীতি কৰি তেনে কাম কৰা লোকক ৰক্ষণাবেক্ষণ দিবলৈ উঠি পৰা লাগিল।

জনজাতীয় অঞ্চলতো বিকৃত ধাৰণাৰে নেতৃত্বই বিপথে পৰিচালনা কৰিলে। হাবি-বননি উপান্ত কৰাৰ বাবে উৎসাহ দিয়া হ'ল। তাৰ পৰিণতি কি হ'ল, এতিয়া বুজাবলৈ বাকী নাই। বানপানী, খহনীয়াক হাত বাউল দি মাতি অনাৰ উপৰিও মাটিৰ উৰ্বৰতা নাশ কৰা হ'ল। বতৰৰ বলিয়ালিয়ে খৰাং বতৰৰো সূচনা কৰিলে। ইপিনে খৰি-খেৰ, বাঁহ-কাঠ আদিৰ বেলিকা গুৰুতৰ সমস্যাই দেখা দিলে। তাৰ ফলত এতিয়া কি অৱস্থা হৈছে, তাকে চাবলৈ জনজাতীয়, অজনজাতীয় গাওঁবোৰলৈ গ'লেই হ'ল। এনেয়ে আমাৰ দেশৰ হাবি-বননিয়ে চাহিদা পূৰাব পৰা নাই। হাবি যিমানে সংকুচিত হৈ গৈছে, সিমানে আমাৰ খৰি-খেৰ, বাঁহ-কাঠৰ চাহিদা বাঢ়ি গৈছে। ১৯৮৩ চনতে কেন্দ্ৰীয় চৰকাৰে দিয়া হিচাপ মতে উদ্যোগৰ কাৰণে দেশত ২৫ নিযুত ঘন মিটাৰ কাঠৰ প্ৰয়োজন—তাৰ ঠাইত ১১ নিযুত ঘন মিটাৰ কাঠহে উৎপন্ন হয়। আনহাতে ৰন্ধা-বঢ়া কামৰ বাবে প্ৰয়োজন হয়—১৮৪ নিযুত ঘন মিটাৰ খৰি; তাৰ ঠাইত ১৭ নিযুত ঘন মিটাৰ খৰিহে পোৱাৰ থল আছে। ইতিমধ্যে হাবি আৰু সংকুচিত হ'ল যেতিয়া এই

পৰিসংখ্যা আৰু ভয়াহব হৈ উঠিছে বুলি নিশ্চিত হ'ব পাৰি। সেইদেখি শত শগুণ পৰাদি যেয়ে য'তে পাইছে গছ-গছনি কাটি খাস্তাং কৰিছে। আজি চৰু জুৰিবলৈ খৰি নাই; ঘৰ সাজিবলৈ খেৰ নাই — পালেও খেৰৰ দাম টিন পাতৰ দামৰ প্ৰায় সমান হৈছেগৈ।

## খৰিও কিনিব লাগে

জনজাতীয় অঞ্চলত এই পৰিস্থিতিৰ প্ৰভাৱ কিমান, তাৰ চিনাকি এটা ল'বলৈ ধেমাজি অঞ্চলৰ মিচিং গাওঁতে এভুমুকি মাৰিব পাৰি। কাৰিচুক মিচিং গাওঁকে ধৰি বিভিন্ন গাওঁৰ মানুহে খৰি কিনিব লাগে। আন ঠাইৰ পৰা চাইকেলত বান্ধি অনা খৰি কিছুমান মানুহে গাওঁত বিক্ৰী কৰেহি। ঘৰ সাজিবলৈকো খেৰ নাই। মিচিং সকলে চাং ঘৰ সাজিবলৈকো বাঁহ নেপায়।

এই শোকাবহ অৱস্থাৰ প্ৰতিকাৰৰ বাবে কোনো পদক্ষেপ লোৱা নাই। নাইবা নাগৰিকৰ মাজত নতুন চেতনা গঢ়াৰ বাবেও ব্যৱস্থা লোৱা হোৱা নাই। লাগনি খৰিৰ প্ৰয়োজন পূৰাব পৰাকৈ ৰাইজৰ সমূহীয়া চেষ্টাৰে গছ ৰোৱাৰ অভিযান সুবিধাজনক স্থানত, বাৰীৰ চৌহদত আৰু আলিৰ দুয়ো কাষে চলালে শুধৰণিৰ পথ ওলাল হেঁতেন। তাৰ লগতে জালুক, ধপাত আদিৰ অৰ্থকৰী খেতিৰ বাবে উৎসাহিত কৰি তুলিলে আৰ্থিক দিশত সহায় কৰাৰ লগতে নতুন মানসিকতা গঢ়াতো সহায় পোৱা হ'লহেঁতেন। কাগজ-কলৰ বাবে বাঁহৰ চাহিদা বঢ়ালৈ চাই জনজাতীয় আৰু অজনজাতীয় গাওঁত বাঁহ ৰোৱাৰ ব্যাপক অভিযান চলোৱাটোও বিশেষ ভাৱে প্ৰয়োজনীয়। অৱশ্যে দালাল আৰু ঠিকাদাৰৰ ভোজ হোৱাৰ থলো এই ক্ষেত্ৰত বন্ধ কৰাটো প্ৰয়োজনীয়। উত্তৰ কাছাৰৰ মাইবাং অঞ্চলৰ পৰা দালাল, ঠিকাদাৰ আদিয়ে আগতে আধামূলীয়াকৈ মানুহৰ পৰা বাঁহ কিনি কাগজৰ কলত যোগান ধৰিছিল। কিন্তু পিচত গাওঁৰ খেতিয়ক সকলক সংগঠিত কৰা হ'ল। কোনেও ব্যক্তিগত ভাৱে বাঁহ নেবেচা হ'ল। খেতিয়ক সকলে সংগঠিত হৈ সমূহীয়া ভাৱে বাঁহ বেচিবলৈ ল'লে—ফলত আগতকৈ বেছি দামত বাঁহ বেচাৰ সুবিধা ওলাল।

সংযোগ ব্যৱস্থাৰ উন্নয়নে জনজাতীয় ৰাইজৰ উন্নয়নতো সহায় কৰিব। অৱশ্যে আগতীয়া সতৰ্কতাৰ অভাৱ ঘটিলে সংযোগৰ উন্নয়নে জনজাতীয় অঞ্চলত 'পেগোৰাৰ বাকচ' মুকলি কৰি দিবও পাৰে। বাট-পথৰ সুব্যৱস্থা হ'লে, ৰেল-গাড়ী চলিলে জনজাতীয় অঞ্চললৈকো ধনবান ব্যৱসায়ী, উদ্যোগপতি আদি যাব আৰু মূৰকত উদ্যেগকৰণ আৰু নগৰীয়া অঞ্চলৰ সম্প্ৰসাৰণে জনজাতীয় ৰাইজকে আঘাত কৰিব। সেইদেখি এই ক্ষেত্ৰত বিশেষ ৰক্ষা কৱচৰ আৱশ্যক হ'ব।

## বেনামী ব্যৱসায়

এই ক্ষেত্ৰত পাৰ্বত্য অঞ্চলৰ জনজাতিৰ বেলিকা লোৱা সকলো ব্যৱস্থা ব্যৰ্থ হোৱা কথাটো বিশেষ ভাৱে উল্লেখযোগ্য। সংবিধানে দিয়া ৰক্ষাকৱচ সমূহ কাৰ্যক্ষেত্ৰত সম্পূৰ্ণভাবে বিফল হৈছে। পাৰ্বত্য ৰাজ্যত অজনজাতীয় লোকে বেনামীকৈ মাটি হস্তগত কৰিছে। জনজাতীয় লোকক সাক্ষী গোপাল স্বৰূপে ৰাখি বেনামীকৈ ব্যৱসায়, বাণিজ্য কৰিছে, কল-কাৰখানা পাতিছে। ইপিনে এনে বেনামী ব্যৱস্থাই একাংশ জনজাতীয় লোকক দুৰ্নীতিত বান্ধ খুৱাই অকামিলা কৰি তুলিছে। জনজাতীয়ৰ নামত অনুজ্ঞা-পত্ৰ লৈ তেনে জনজাতীয় লোকক মাহে এটা নিৰ্দিষ্ট পৰিমাণৰ ধন দি দুৰ্নীতিৰ পোহাৰ মেলিছে। মেঘালয়, নগালেণ্ড আৰু অৰুণাচল প্ৰদেশত বেনামীকৈ অজনজাতীয় লোকে ব্যৱসায়, বাণিজ্য, ঠিকা আদি সকলো হস্তগত কৰি অৰ্থনৈতিক ক্ষমতা নিজৰ হাতৰ মুঠিলৈ আনি সামাজিক, সাংস্কৃতিক ক্ষেত্ৰতো প্ৰভাৱ বিস্তাৰ কৰিছে আৰু জনজাতীয় ধাৰাকে অনুক্ৰমে নিষ্প্ৰভ কৰি পেলাইছে। ফলত এইবোৰ অঞ্চলত নতুন চামটো জনজাতীয় ধাৰাৰ পৰাই সম্পূৰ্ণ ৰূপে বিচ্ছিন্ন হৈ পৰাৰ উপক্ৰম ঘটিছে।

পাৰ্বত্য জনজাতিৰ বাবে সুকীয়াকৈ পতা ৰাজ্য কেইখনত প্ৰৱৰ্তিত বিশেষ কেতবোৰ ব্যৱস্থায়ো বিহ গছ কইছে। এইবোৰ ৰাজ্যৰ জনজাতীয় লোকে ব্যৱসায়-বাণিজ্যৰ বাবে আয়কৰ দিব নেলাগে, বিক্ৰী-কৰ দিব নেলাগে। ফলত সেইবোৰ ৰাজ্য চৰকাৰৰ আয়ৰ বাট কম। প্ৰায় সম্পূৰ্ণভৱে কেন্দ্ৰীয় অনুদানৰ ওপৰত নিৰ্ভৰ কৰিব লাগে। ফলত ৰাজ্যৰ বিকাশৰ বাট সংকুচিত হোৱাৰ

উপৰিও ৰাজ্যক আত্ম নিৰ্ভৰশীল কৰাৰ বাটো বন্ধ হৈছে। ইপিনে জনজাতীয় লোকৰ মাজতে বৈষম্য বাঢ়িছে। শ্বিলঙৰ নগৰীয়া এলেকাৰ একো ঘৰত ৩।৪ খনকৈ মটৰ গাড়ী থকাটো খাছী জনসাধাৰণৰ উন্নয়নৰ জোখ নহয় ।

## সুযোগ লৈছে কোনে?

ইয়াৰ বাহিৰেও এটা গুৰুতৰ সমস্যাৰ সৃষ্টি হৈছে। পাৰ্বত্য ৰাজ্যবোৰত এনে ব্যৱস্থা থকাৰ পূৰ্ণ সুযোগ লৈ দুৰ্নীতিৰ পোহাৰ মেলিছে—সেইবোৰ অঞ্চলত বেনামীকৈ কাৰবাৰ চলোৱা অজনজাতীয় ব্যৱসায়ী আৰু উদ্যোগ পতিয়ে। আয়কৰ, বিক্ৰীকৰ দিব নেলাগে কাৰণে মেঘালয় বা অৰুণাচল প্ৰদেশৰ নাম লৈ তেওঁলোকে বিনা কৰে অসমলৈ ব্যৱসায় আদিৰ সা-সামগ্ৰী অনা-নিয়া কৰি প্ৰচুৰ ধন ঘটি আছে আৰু প্ৰাপ্য ধনৰ পৰা বঞ্চিত হৈ অসম বিশেষ ভাৱে ক্ষতিগ্ৰস্ত হৈছে। এইবোৰ কথা জানিও কেন্দ্ৰীয় চৰকাৰ আওকণীয়া হৈ আছে।

## জনজাতীয় শিপিনী

জনজাতীয় শিপিনীৰ তাঁত-শালখনে নতুন গুৰুত্ব পাব লাগে। বড়ো, মিচিং, কাৰবি আদি শিপিনী সকলে সপোনৰ ফুল বাছি সৃষ্টি কৰা অনুপম নিদৰ্শন যাতে যান্ত্ৰিক বস্ত্ৰ-উদ্যোগে নিঃশেষ কৰিব নোৱাৰে (যি দৰে অসমৰ ভৈয়াম অঞ্চলৰ সাতামপুৰুষীয়া অলেখ তাঁত-শালক স্তব্ধ কৰি দিলে) আৰু এই শিপিনী সকলে আত্মনিৰ্ভৰশীলতাৰ হকে চলোৱা সাধনা যাতে অটুট থাকে—তাৰ বাবে সৰ্বাত্মক প্ৰচেষ্টাৰ প্ৰয়োজন। শিপিনী সকলে সূতা আদি সহজে আৰু ন্যায্য দামত পোৱাৰ নিশ্চয়তা লাভ কৰিব লাগিব। তেওঁলোকে পৰম্পৰাগত ভাৱে ৰং বোলেৱা সূতা নিজে প্ৰস্তুত কৰাৰ যি ঐতিহ্য আছে, তাক ৰক্ষা কৰাৰ ব্যৱস্থা হ'ব লাগে। গৱেষণা চলাই উন্নত কৌশল প্ৰয়োগ কৰি খৰচ আৰু সময় ৰাহি কৰিব পাৰিলে আৰু উৎপাদিত সামগ্ৰীৰ বজাৰৰ সুস্থ ব্যৱস্থা কৰিলে এই তাঁত শিল্প আৰু উধাব পাৰিব। তদুপৰি নতুন দিশলৈ সম্প্ৰসাৰিত কৰাৰ কথাও ভাবিব পাৰি। 'টাই' ডালত-নগা যাঠিডালৰ ফুল তুলি যদি বিশ্বৰ বজাৰত প্ৰতিষ্ঠা লাভ

কৰিব পাৰিছে, তেন্তে বড়ো, মিচিং আদি শিপিনীৰ অনুপম ফুল আৰু ৰং-বিৰঙৰ সমাহাৰেৰে পৰ্দা, মেজৰ ঢাকনি, পুৰুষৰ চোলা আদিৰ বহল বজাৰ একোখনো উলিয়াব পাৰিব। এই খিনিতে উল্লেখযোগ্য যে কাৰবি আঙলঙৰ এগৰাকী মহিলাই (জিতেমাই বেপী) কাৰবি তাঁত শিল্পজাত সামগ্ৰীৰ বেলিকা নিজৰ সৃজনী মূলক প্ৰতিভাৰ বলত বিস্ময়কৰ সফলতা লাভ কৰিছে। সেই গৰাকী মহিলাই এটা সফল উদ্যোগ গঢ়ি তোলাৰ লগতে প্ৰশিক্ষণৰ জৰিয়তে এটা নতুন চামো গঢ়ি তুলিছে আৰু উৎপাদিত সামগ্ৰীৰ বজাৰ ক্ৰমে বহলাই নিছে।

## বাস্তৱ পদক্ষেপ

অৰ্থনৈতিক ভেটি বহলোৱাৰ বাবে ওপৰত উল্লেখ কৰা সকলো উপায় অৱলম্বন কৰিলেহে জনজাতীয় ৰাইজৰ প্ৰকৃত উনয়নৰ পথ বিচাৰি পোৱা যাব। আজি ভৈয়ামৰ জনজাতীয় গোষ্ঠী সমূহৰ মাজত যি অসন্তোষৰ সৃষ্টি হৈছে তাক হেয় কৰিয়েই নোহোৱা কৰিব নোৱাৰিব। বহুদিনীয়া অৱহেলা, অবিচাৰ আৰু শোষণৰ ফলত সৃষ্টি হোৱা পুঞ্জীভূত বেদনাৰ উপশমৰ বাবে বাস্তৱ পদক্ষেপৰ প্ৰয়োজন। অৰ্থনৈতিক, সামাজিক স্থিতাৱস্থা নিঃশেষ কৰি, গোঁজ পোতা স্বাৰ্থ উঘালি কঠোৰ ব্যৱস্থা ল'ব লাগিব।

সেইদেখি ভৈয়ামৰ জনজাতিৰ অৰ্থনৈতিক, সামাজিক আৰু সাংস্কৃতিক স্বাৰ্থ ৰক্ষা কৰাৰ বাবে বিচ্ছিন্ন প্ৰশাসনীয় গোট গঠন কৰাটোৱেই ফলদায়ক বিকল্প হ'ব নোৱাৰে। পাৰ্বত্য ৰাজ্য কেইখনৰ জনজাতীয় ৰাইজ বৰ্তমান সন্মুখীন হোৱা পৰিস্থিতিয়েই তাৰ সাক্ষী। ঘাই সুঁতিৰ লগত ৰাখিয়েই কাৰ্যকৰী বিকল্প বিচাৰিব লাগিব। তাৰ বাবে উপযুক্ত পৰিবেশ ৰচনা কৰিবৰ বাবে জনজাতীয় ৰাইজৰ সৈতে ভ্ৰাতৃত্ববোধ আৰু সাংস্কৃতিক সমন্বয় স্থাপন কৰি, তেওঁলোকৰ মনত ঠাই পোৱা সংশয় আৰু অবিশ্বাসৰ ভাব দূৰ কৰিব লাগিব আৰু লগতে তেওঁলোকৰ মনলৈ এটা নতুন আত্মবিশ্বাসৰ ভাব অনাত সহায় কৰিব লাগিব।

এই ক্ষেত্ৰত সকলো ৰাইজৰে একোটা দায়িত্ব আছে। উচ্চাত্মিকা ভাব পৰিহাৰ কৰি সকলোৱে পাৰস্পৰিক শ্ৰদ্ধা আৰু পাৰস্পৰিক সহনশীলতাৰ ভাব পোষণ কৰিলে, আগৰ ৰক্ষণশীল সমাজৰ অৱশেষখিনি নিঃশেষ কৰি উম লগা

হাত আগবঢ়াই দিবলৈ এটা মিলিত প্ৰচেষ্টা চলাটো সম্ভৱপৰ হ'ব।

## বড়োলেণ্ড-প্ৰসঙ্গ

বড়োলেণ্ড সংক্ৰান্ত আন্দোলনৰ সন্দৰ্ভত এইবোৰ কথা হয়তো বহুতে অপ্ৰাসঙ্গিক বুলি ভাবিব। কিন্তু আমি নেভাবোঁ। এইটো ঠিক যে বড়োলেণ্ডৰ আন্দোলনে অসমৰ সংহতি, পৰম্পৰা, অসমীয়া মানুহৰ বান্ধ — সকলো জোকাৰি পেলালে। বহুতৰ তেজেৰে নৈ বৈ গ'ল। কিন্তু সময়ে হাত বুলাই পোৰণি দূৰ কৰিব বুলি আমি আজিও ভাবোঁ। আমি যিমান অসমীয়া, বড়ো সকল তাতকৈ কম অসমীয়া নহয়। আমাৰ সকলোৰে মনৰ উমৰ ডাঠ চামনিয়েই অসমৰ ভাষা, সংস্কৃতি আদি সকলোৰে আধাৰ–তাক আমি অস্বীকাৰ কৰিব নোৱাৰোঁ। বড়ো সকলেও নোৱাৰে। সেইদেখি ৰোহ ভাগিলে বতৰ মুকলি হ'ব বুলি আমি এতিয়াও আশা কৰোঁ।

অৱশ্যে বড়ো সকলৰ যে কেতবোৰ মৌলিক সমস্যা আছে, তেওঁলোক যে অন্যায়, অবিচাৰ, শোষণৰ বলি হৈ আছে সেই কথা স্বীকাৰ কৰিবই লাগিব। সেইবোৰৰ প্ৰতিকাৰৰ ব্যৱস্থা লাগিবই। তাৰ বাবে সৰ্বাত্মক ভাৱে সম্ভৱপৰ সকলো ব্যৱস্থা লোৱা উচিত। কিন্তু তাৰ বাবে অসমক খণ্ডিত কৰি সুকীয়া ৰাজ্য গঠন কৰাৰ প্ৰশ্ন নুঠে। বড়ো সকলৰ বিতুষ্টিৰ ভেটিত ৰাজনৈতিক সুবিধা আদায় কৰাৰ বাবে ৰাজনীতিৰ চিকাৰীয়ে নিজৰ ভূমিকা নোলোৱা হ'লে হয়তো এনে দাবী নুঠিলহেঁতেন। জৰুৰী অৱস্থাৰ সময়ত দেশ জুৰি প্ৰতিবাদৰ খলকনি উঠোতে বড়ো সকলৰ মাজৰ পৰা কিছুমানক নিজৰ ফলীয়া কৰিবৰ বাবে শাসক দলেই মিছা প্ৰলোভন দেখুৱাইছিল। জনতা চৰকাৰৰ দিনতো শাসনৰ গাদীৰ পৰা জনতা দলক আঁতৰাই পঠাবলৈকো তেতিয়া বিৰোধী পক্ষত স্থান লোৱা এইটো দলে এই ভূমিকা বাদ দিয়া নাছিল। অসম আন্দোলনৰ সময়ত বড়ো সকলক ঘাই সুঁতিৰ পৰা আঁতৰাই নিয়াৰ বাবে সেই একে শাসক দলেই সৰ্বাত্মক ভাৱে একে উদ্দেশ্যেৰে মিছা আশা দেখুৱাই বিভ্ৰান্তিৰ সৃষ্টি কৰিছিল আৰু অ-গ-প চৰকাৰৰ দিনতো সেই দলেই অসমত বিৰোধী দলৰ আসনৰ পৰা ভাঙনৰ

জালখন আৰু বহলাই পাতি দিছিল।

সেইদেখি অকল বড়ো আন্দোলনকাৰী সকলৰ ওপৰত ভাঙনমুখী ভাবৰ দায়িত্ব জাপি দিয়াটো উচিত নহয়। আনহাতে অসমৰ সকলো বড়ো ৰাইজ এই ক্ষেত্ৰত অংশীদাৰো নাছিল।

## স্বায়ত্ত শাসিত পৰিষদ

(১৯৯৩ চনে বড়োলেণ্ড আন্দোলনৰ সমাপ্তি ঘটায়। হঠাৎ বড়োলেণ্ড স্বাযত্ত শসিত পৰিষদৰ পট্টন ঘটোৱা হ'ল। পূৰ্বতে অসমৰ বিভাজনৰ বেলিকা কেন্দ্ৰই যিদৰে অসমৰ ৰাইজৰ বক্তব্যলৈ আওকাণ কৰিছিল, বড়োলেণ্ড স্বায়ত্ত শাসিত পৰিষদ গঠন কৰাৰ বেলিকাও তেনে পন্থাকে অনুসৰণ কৰিলে। কিন্তু তাৰ মাজতো সন্তোষৰ কথা এয়ে যে অসমৰ পুনৰ বিভাজন নঘটাই, সুকীয়া ৰাজ্য গঠন নকৰাকৈ, অসমৰ ভিতৰতে এখন স্বায়ত্ত শাসিত পৰিষদ গঠন কৰি বড়ো সকলৰ ইচ্ছা-আকাংক্ষা পূৰণ কৰাৰ বাবে উদ্যম হাতত লোৱা হয়। পৰিষদৰ হাতত ৩৮ টা বিভাগৰ দায়িত্ব অৰ্পণ কৰা হৈছে। কিন্তু পুলিচ আৰু আইন শৃংখলাৰ দায়িত্ব ৰাজ্য চৰকাৰৰ হাতত থাকিব।)

এতিয়া সংঘাতৰ ঠাইত সুস্থ পৰিবেশ ৰচিত হোৱা আৰু বড়ো সকলে উদগতি লাভ কৰাটোকে আমি কামনা কৰিম। কিন্তু ভৱিষ্যত সুনিশ্চিত বুলি ক'ব পৰা স্থিতিও আমি উপনীত হোৱা নাই। পৃথক ৰাজ্যৰ দাবী বড়ো আন্দোলনকাৰী সকলে পৰিহাৰ কৰিছে বুলি নিশ্চিত হ'ব নোৱাৰি। তাহানি মেঘালয় ৰাজ্য গঠন হোৱাৰ আগতো প্ৰায় অনুৰূপ ব্যৱস্থাকে কৰা হৈছিল। কিন্তু মুৰকত কেন্দ্ৰই পৃথক ৰাজ্য গঠন কৰিব লগীয়া হ'ল। দ্বিতীয়তে বড়োলেণ্ড স্বায়ত্ত শাসিত পৰিষদৰ অন্তৰ্ভুক্ত এলেকাত বিপুল সংখ্যক অ-জনজাতীয়, অ-বড়ো লোকো থাকিব। সেই সকল লোকৰ ভৱিষ্যতৰ প্ৰশ্নটো এই পৰিষদৰ কাৰ্যকাৰিতাৰ লগত জড়িত হ'ব। তৃতীয়তে বড়োলেণ্ড স্বায়ত্ত শাসিত পৰিষদৰ অন্তৰ্ভুক্ত এলেকা যাতে বিচ্ছিন্ন হৈ থাকিব লগীয়া নহয়, তাৰ বাবে শতকৰা ৫০ ভাগতকৈ বহু কম সংখ্যক বড়ো লোক থকা অঞ্চলো এই পৰিষদৰ ভিতৰুৱা কৰাৰ ব্যৱস্থা কৰা হৈছে। এই ব্যৱস্থাই বিৰূপ প্ৰতিক্ৰিয়া সৃষ্টি কৰাৰ সম্ভাৱনা

আছে। তদুপৰি বড়োলেণ্ড স্বায়ত্ত শাসিত পৰিষদে এতিয়া অসমৰ অন্যান্য জনজাতীয় জনগোষ্ঠীৰ মাজতো কেনে প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে সেইটোও লক্ষ্য কৰিব লগীয়া বিষয় হ'ব। সদৌ অসম কোঁচ-ৰাজবংশী ক্ষত্ৰিয় সন্মিলনীয়ে ইতিমধ্যে গভীৰ অসন্তুষ্টি প্ৰকাশ কৰিছে। এই সন্মিলনীৰ মতে বড়োলেণ্ড স্বায়ত্ত শাসিত পৰিষদৰ এলেকাধীন অঞ্চলৰ ১৮ লাখ লোকৰ ভিতৰত ৬ লাখ বড়োলোক, বাকী ১২ লাখেই অ-বড়ো জনজাতীয় ; তাৰে ৮ লাখ কোচ-ৰাজবংশী লোক। আনহাতে সদৌ অসম ট্ৰাইবেল সংঘই আন জনজাতিৰ বাবেও স্বায়ত্ত শাসন দিয়াৰ দাবী জনাইছে। সেইদৰে বড়োলেণ্ড স্বায়ত্ত শাসিত পৰিষদৰ ভিতৰত কেতবোৰ চাহ বাগিচাও অন্তৰ্ভুক্ত হোৱাত অসন্তুষ্টিৰ সৃষ্টি হৈছে।

চিন্তাৰ বিষয়ৰ খতিয়ান ইমানতে শেষ হোৱা নাই। বড়ো আন্দোলনকাৰী সকলে ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰৰ বড়ো সকলৰ কাৰণেও সুকীয়া ব্যৱস্থাৰ দাবী জনাইছে। এতিয়া সেয়ে কি ৰূপ লয়গৈ, তাৰো নিশ্চয়তা নাই। কাৰবি আংলং জিলা পৰিষদ গঠন হোৱাৰ পিচত কামৰূপ জিলা, নগাওঁ জিলা আদিত থকা ভৈয়ামৰ কাৰবি সকল বিশেষ সুবিধাৰ পৰা বঞ্চিত হোৱা বুলি ক্ষুদ্ধ হোৱা আৰু এই সন্দৰ্ভত তেওঁলোকে তেওঁলোকৰ সমস্যা সমাধান কৰাৰ বাবে বহুত দিনৰ পৰা বিভিন্ন দাবী জনাই থকাৰ কথাও আমি জানো।

## নতুন মূল্যাংকন

এনে অৱস্থাত এটা নতুন মূল্যাংকনৰ প্ৰয়োজন হৈছে। বিভিন্ন জনগোষ্ঠীৰ মাজত উমি উমি থকা ক্ষোভ আঁতৰাবৰ বাবে সঠিক পদক্ষেপেৰে আগবাঢ়ি সমুখৰ গোমোৰা বতৰ ফৰকাল কৰাৰ কামত আত্মনিয়োগ কৰিব লাগে। সম্ভৱতঃ তৃণমূলতে বিকেন্দ্ৰীভূত ব্যৱস্থা প্ৰৱৰ্তন কৰি এটা নতুন পৰীক্ষা চলাব পাৰি। এই উদ্দেশ্যেৰে পঞ্চায়ত ব্যৱস্থাক নতুন ৰূপত গঢ় দি অধিক ক্ষমতা সম্পন্ন কৰি পঞ্চায়তৰ যোগেদি স্থানীয় সমস্যাৰ সমাধানৰ কাৰ্যকৰী ব্যৱস্থাৰ উপায় দিব পাৰি। তাকে কৰিলে জনগোষ্ঠী সমূহৰ মাজত তৃণমূলতে নতুন নেতৃত্ব গঢ়াৰ লগতে নতুন আশাও বিৰিঙাব পাৰিব।

স্বৰ্গীয় ৰাজীৱ গান্ধীৰ প্ৰধান মন্ত্ৰীত্বৰ দিনত যদি ৰাজনৈতিক

উদ্দেশ্যেৰে পঞ্চায়তক নতুন গঢ় দিয়াৰ চেষ্টা কৰিব পাৰিছিল, তেন্তে অসমক ৰক্ষা কৰিবৰ বাবে জনজাতীয় ৰাইজক মাটিকে ধৰি অৰ্থনৈতিক ক্ষেত্ৰত্তু ৰক্ষা-কৱচ দিব পৰাকৈ আৰু তেওঁলোকৰ ইচ্ছা-আকাংক্ষা পূৰোৱাৰ বাবে নতুন গঢ়ৰ, কৰ্তৃত্ব সম্পন্ন পঞ্চায়ত গঠন কৰাৰ পদক্ষেপ ল'ব নোৱাৰিব কিয়? অসমৰ অনগ্ৰসৰ জনজাতীয় আৰু অজনজাতীয় অঞ্চলত এনে ব্যৱস্থাৰ যোগেদি ক্ষমতাৰ বিকেন্দ্ৰীকৰণ ঘটাই নতুন যুগৰ সূচনা কৰিব পৰা হ'ব আৰু ৰাজনীতি সৰ্বস্ব ৰাগি এটাৰ পৰা ৰাজ্যখনৰ মানুহখিনিক উদ্ধাৰ কৰিব পৰা হ'ব।

এতিয়া নতুন চিন্তাৰ প্ৰয়োজন হৈছে। আমাৰ চকুৰ পতা জাপ খাই থকা হেতুকেই ইতিমধ্যে অসমৰ গাওঁ-ভূঁইত শেহতীয়া নিৰ্বাচনৰ যোগেদি গঠিত পঞ্চায়ত সমূহ কোনবোৰ মহলৰ কুক্ষিগত হৈ পৰিল, সেই কথা গমি চাবলৈ হয়তো কাৰো আজৰি নোলাল। এইবোৰ পঞ্চায়তে আমাৰ সমস্যা সমাধান নকৰে, বঢ়াবহে। সেইদেখি সময় খহি যোৱাৰ আগতেই সচেতন হোৱা দৰকাৰ।

স্বায়ত্ত শাসিত বড়োলেণ্ড পৰিষদ গঠন হোৱাৰ পিছতো আমি মনত আশাৰ জীপ দি বাট চাই থাকিম — বড়োসকলৰ ইচ্ছা-আকাংক্ষা পূৰণ হওক আৰু আমাৰ মাজৰ সম্পৰ্কৰ ডোলডালে পুনৰ টনটনীয়া হৈ আমাক বান্ধ খুৱাই ৰাখক।

বড়ো সকলকে ধৰি বিভিন্ন জনজাতীয় জনগোষ্ঠী সমূহৰ লগত থকা সম্পৰ্ক চিৰকালৰ বাবে বিচ্ছিন্ন নহয় বুলি আমি আশাবাদী হৈ আছোঁ এই কাৰণেই যে বাস্তৱে আমাৰ সকলোকে এদিন নহয় এদিন শিকনি দিবই। আমি অজনজাতীয় সকলে মনৰ কৰাল গুচাই আমি কৰা অবিচাৰৰ প্ৰায়শ্চিত্ত কৰিবলৈ আগবাঢ়িলেই আৰু জনজাতীয় সকলেও ক্ষোভ-সৰ্বস্ব মনোভাৱ পৰিহাৰ কৰি, বাস্তৱ দৃষ্টিকোণ ল'লেই আমি পোহৰৰ পথ বিচাৰি পাম।

মেঘালয় ৰাজ্যৰ কথা মনত পেলালেই হ'ল। সম্পৰ্ক ছেদ কৰিলেই সোণসেৰীয়া পথৰ সন্ধান পোৱা নেযায়। দৰাচলতে ক'বলৈ গ'লে মেঘালয়ত এতিয়াহে অস্তিত্বৰ আচল সংকটৰ সৃষ্টি হৈছে। মূলতঃ অসমীয়া মানুহ আৰু অসমীয়া ভাষাৰ বিৰুদ্ধে চানমাৰি পাতিয়েই মেঘালয় ৰাজ্য পতা হ'ল যদিও ৰাজ্য গঠন হোৱাৰ মূৰত কিন্তু মেঘালয়ৰ অৰ্থনৈতিক, ৰাজনৈতিক চাবি-কাঠি হাতৰ মুঠিৰ পৰা সুলকি পৰিল। যি সকলে প্ৰৰোচনা যোগাইছিল, সেইসকলেই ৰক্ষকেই

ভক্ষক হোৱাৰ স্বৰূপ ধাৰণ কৰিলে। অসমৰ ভৈয়ামৰ জনজাতি সমূহৰ প্ৰতি এয়ে সুঁকীয়নি হোৱা উচিত। এই সঁকীয়নি অ-জনজাতীয় সকলৰ প্ৰতিও। মুঠ বান্ধি থকাটোহে শক্তিৰ উৎস। পৃথক গোটৰ ভিত্তিত জনজাতীয় সমস্যা সমাধান কৰাৰ বাট উলিয়ালে কাৰ্যতঃ কৰ্তৃত্ব কাৰ হাতলৈ যাব ? জনজাতীয় লোকৰ হাতত ব্যৱসায়, বাণিজ্য, উদ্যোগ আদি নাই। মূলধনৰ বলো তেওঁলোকৰ হাতত নাই। ইপিনে জনজাতীয় অঞ্চলৰ সৰহ ভাগ মাটি কোনবোৰ লোকৰ হস্তগত হৈছে, তাৰ সূক্ষ্ম বিচাৰ ল'লেও কেতবোৰ চাঞ্চল্যকৰ তথ্য প্ৰকাশ পাব । পৃথক গোটে এনেবোৰ শক্তিকহে খোপনি ল'বলৈ সুযোগ দিব। সেই দেখি এনেবোৰ শক্তিয়েও পৃথক গোটৰ বাবেই প্ৰৰোচনা যোগাব। চকুৰ আগতে জনজাতীয় ৰাইজে দেখা পাইছে — পূৰ্ণাঙ্গ ৰাজ্যৰ ছত্ৰছায়াত থকা সত্ত্বেও ভৈয়ামত সেই একে শক্তিয়ে আমাক প্ৰায় দোলাভাৰীত পৰিণত কৰিছে ; এনেস্থলত জনজাতীয়ৰ সৰু গোটত সেই হেঁচা অতি প্ৰবল হ'ব।

আমি যিমানে ভাগ ভাগ হওঁ, সিমানে এনেবোৰ শক্তিৰ কাৰণে সুবিধা বাঢ়িব। সেইদেখি অদূৰ ভৱিষ্যতত পৃথক গোটৰ উজান উঠাৰ সম্ভাৱনাই বেছি। সেই কাৰণেই সকলো সতৰ্ক হোৱাটো প্ৰয়োজনীয়। আজি মেঘালয়ে মন মোকলাই অসম আৰু অসমীয়াৰ প্ৰতি সুকীয়া মনোভাৱৰ আভাস দেখুওৱাৰ মূলতো এই সমস্যাৰ ৰবঙণি আছে।

## পিঠা ভগোৱা সাধু

কেন্দ্ৰীয় চৰকাৰে সংহতিৰ স্বাৰ্থতে অসমৰ জনজাতীয় সমস্যাৰ ক্ষেত্ৰত যি ভূমিকা লোৱা উচিত আছিল , সেই ভূমিকা লোৱা দেখা নগ'ল। বৰং মেকুৰীয়ে পিঠা ভগোৱা সাধুটোৰ দৰেই কেন্দ্ৰই আন উদ্দেশ্য পূৰণ কৰাৰ উদ্যোগহে হাতত লোৱা দেখা গ'ল। বড়ো সকলে মাতৃভাষাৰ উপৰিও কি ভাষা বিদ্যালয়ত গ্ৰহণ কৰিব সেই বিষয়ে বিতৰ্কৰ সৃষ্টি হওঁতে আৰু বড়োসকলে ৰোমান লিপি গ্ৰহণ কৰাৰ বাবে দাবী উঠোতে হঠাৎ দিল্লীৰ 'পিঠা ভগোৱা' নীতি তৎপৰ হৈ উঠিল। হিন্দী আৰু দেৱনাগৰী লিপিৰ বাবে ওকালতি চলিল।

এই সন্দৰ্ভতে "ভাষাৰ প্ৰসঙ্গত" শিতানৰ সম্পাদকীয়ত দৈনিক অসমত এইবুলি লিখা হৈছিল – "জনজাতীয় জনগোষ্ঠীৰ তৰফৰ পৰা উঠা আপত্তিৰ সন্দৰ্ভতো বিচাৰ-বিবেচনা কৰা উচিত । ৰাজ্যখনৰ এই চাম থলুৱা জনগোষ্ঠীৰ মন মুকলি কৰাৰ বাবে সৰ্বাত্মক প্ৰচেষ্টা হাতত লোৱাটোকে আমি বিচাৰোঁ। এই ক্ষেত্ৰত এৰা-ধৰাৰ নীতি হাতত লোৱাৰ বাবে কোনো কুণ্ঠাৰ ভাব থাকিব নেলাগে । অৱশ্যে অসমীয়া ভাষাক স্থিতিহীন অৱস্থা এটালৈ ঠেলি নিয়াৰ পোষকতা আমি নকৰোঁ । যদি হিন্দী ভাষাই অসমীয়া ভাষাক কাৰ্যতঃ অৰ্থহীন অৱস্থা এটালৈ নিয়াৰ নিচিনা পৰিৱেশ এটা ৰাজ্যত সৃষ্টি হয়, তেন্তে হিন্দী ভাষাৰ সম্পৰ্কতো আমি নতুনকৈ চিন্তা কৰিবলগীয়া হ'ব । "

## উত্তপ্ত কাৰ্বি আংলং

কাৰ্বি আংলং জিলাৰ উত্তপ্ত পৰিস্থিতিৰ বাবে এতিয়া সকলো উদ্বিগ্ন হৈ পৰিছে । কিন্তু মূলতঃ আমাৰ সকলোৰে অৱহেলাৰে উপজাত সামগ্ৰী হ'ল -- - এতিয়াৰ পৰিস্থিতি । কলাগুৰু বিষ্ণু ৰাভাই অসমৰ কলঘাহ বুলি অভিহিত কৰা কাৰ্বি সকল সুদীৰ্ঘ কাল উপেক্ষিত হৈয়েই থাকিল । মিছনেৰীসকলে এই অঞ্চলত চলোৱা প্ৰচেষ্টাৰ বিপৰীতে আন চৰকাৰী, বেচৰকাৰী প্ৰচেষ্টা তেনেই নগণ্য আছিল । ১৮৭৫ চনতে শিৱসাগৰৰ মিছনেৰীয়ে অসমীয়া লিপিত কাৰ্বি ভাষাৰ কিতাপ ছপাই উলিয়াইছিল । পিছত অৱশ্যে মিছনেৰী সকলৰ নীতি সলনি হ'ল । তেওঁলোকে ৰোমান লিপিতহে কাৰ্বি ভাষাৰ কিতাপ উলিয়াবলৈ ল'লে ।

কাৰ্বি সকল কেনেকৈ উপেক্ষিত হৈ থাকিল, তাৰে অন্যতম উদাহৰণ হ'ল - জিলা গঠনৰ প্ৰসঙ্গটো । ১৯৩৭ চনতে কাৰ্বি সকলে জিলা বিচাৰিছিল। যথেষ্ট তিক্ততাৰ মূৰত ১৯৬১ চনত তেওঁলোকে সুকীয়া জিলা এখন পালে; কিন্তু ইতিমধ্যে তিক্ততাৰ বীজে ছাটি ধৰিলে ।

যিসময়ত অসমত সুকীয়া পাৰ্বত্য। ৰাজ্যৰ দাবী উঠিছিল, তেতিয়া কাৰ্বি সকলে সুকীয়া ৰাজ্যৰ দাবী তোলা নাছিল । কিন্তু অঞ্চলটোৰ পুঞ্জীভূত

সমস্যাই আৰু বিশেষ কেতবোৰ মহলৰ প্ৰচাৰে তেওঁলোকৰ মন সলনি কৰিলে। ১৯৬৪ চনৰপৰা অসন্তুষ্টিয়ে স্পষ্ট গঢ় ল'লে ।

## দুৰ্নীতিৰ পয়োভৰ

ইতিমধ্যে জিলা পৰিষদ গঠিত হ'ল যদিও জিলা পৰিষদে কাৰ্বি সকলৰ ইচ্ছা-আকাংক্ষা পূৰাব নোৱাৰিলে ।

এফালে আমোলাতান্ত্ৰিক কেন্দ্ৰীভূত ব্যৱস্থা আৰু আনফালে দুৰ্নীতিৰ পয়োভৰে জিলা পৰিষদক অথৰ্ব কৰি তুলিলে । আৰ্থিক বিষয়ত ইমান কেন্দ্ৰীভূত ব্যৱস্থা ৰখা হ'ল যে পৰিষদৰ বিষয়-ববীয়া সকলে হাত ভৰি বন্ধা অৱস্থাৰে কাম কৰিবলগীয়া হ'ল; চৰকাৰী পদাধিকাৰীৰ প্ৰাধান্যহে অব্যাহত থাকিল । এই বিষয়ে কাকতত আলোচনা কৰি পৰিষদৰ হাতত অধিক কৰ্তৃত্ব দিয়া আৰু আমোলাতান্ত্ৰিক প্ৰাধান্য কমোৱাৰ হকে পৰামৰ্শ দিয়া হৈছিল । তদুপৰি দুৰ্নীতি সম্পৰ্কেও চোকা সমালোচনা কৰা হৈছিল । কাৰ্বি আংলং জিলা পৰিষদত দুৰ্নীতিচক্ৰ কিমান দূৰলৈ শিপাইছিল, তাৰে আলোচনা কৰোতে কাকতত উনুকিয়াই দিয়া হৈছিল যে একোটা কল ৮ টকাত আৰু একোটা বাল্টিং দুশ টকাত কিনা বুলি হিচাপ দেখুওৱা হৈছিল । এনে দুৰ্নীতিৰ লগত কাৰ্বি ৰাইজৰ প্ৰতিনিধি ৰূপে নিৰ্বাচিত লোক আৰু আমোলাতন্ত্ৰৰ লোক জড়িত আছিল । কিন্তু কাকতৰ সমালোচনাই কোনো পৰিৱৰ্তন ঘটাব নোৱাৰিলে ।

## ব্যাপক প্ৰব্ৰজন

উমি উমি জ্বলি থকা অসন্তুষ্টিৰ তাপ ক্ৰমে বাঢ়ি গ'ল । দেশৰ বিভাজনৰ পিছত কাৰ্বি আংলং জিলাত কিমান ডাঙৰ হেঁচা পৰিল, সেই বিষয়ে অৱশিষ্ট অসমে তথা অসম চৰকাৰে – লগতে কেন্দ্ৰয়ো - সমূলি কাণ নিদিলে। জনসংখ্যাৰ হেঁচা অভাৱনীয়ভাৱে বৃদ্ধি হ'ল । ১৯৫১-৬১ চনৰ পিয়লত কাৰ্বি আংলং জিলাত জনসংখ্যা বৃদ্ধিৰ হাৰ আছিল ৩০.৯৬ শতাংশ । সেইদৰে ১৯৬১-৭১ চনত ৭৯.২১% আৰু ১৯৭১-৮১ চনত ৬৮.২৩% হাৰত জনসংখ্যা

বাঢ়িল । এনে ভয়াৱহ হাৰৰ বৃদ্ধিৰ ফলত কাৰবি ৰাইজৰ ওপৰত আৰু তেওঁলোকৰ মাটিৰ ওপৰত অসহনীয় হেঁচা পৰিল । অন্য ৰাজ্যৰ আৰু ভাৰতৰ বাহিৰৰ পূৰ্বৰ পূব পাকিস্তান আৰু পৰৱৰ্তী কালৰ বাংলাদেশৰ অজনজাতীয় লোকে কাৰ্বি আংলং জিলা ছাটি ধৰিলে । সংবিধানৰ ষষ্ঠ অনুসূচী আৰু জিলা পৰিষদৰ ব্যৱস্থা তেনেই অথৰ্ব হৈ পৰিল । আনকি কাৰ্বি ৰাইজৰ দখলৰপৰা অজনজাতীয় লোকৰ হাতলৈ যোৱা মাটিৰ ক্ষেত্ৰতো কাৰ্বি ৰাইজে আদালতৰ পৰা একো প্ৰতিকাৰ নেপালে ।

এনে অৱস্থাত দৰাচলতে কাৰ্বি ৰাইজৰ অসন্তুষ্টিয়ে শীৰ্ষ বিন্দু লাভ কৰাটো অৱশ্যম্ভাৱী কথা । একে অৱস্থাই উত্তৰ কাছাৰ পাৰ্বত্য জিলাতো দেখা দিলে । অতিশয় পিছপৰা অৱস্থাত থকা এই জিলাৰ ওপৰত অজনজাতীয় লোকৰ প্ৰব্ৰজন আৰু ব্ৰাংলাদেশী লোকৰ অনুপ্ৰৱেশে সৃষ্টি কৰা গুৰুতৰ সমস্যালৈ চৰকাৰে সম্পূৰ্ণভাৱে আওকাণ কৰিলে । আনকি জিলাৰ সদৰ হাফলঙতে বাংলাদেশী লোকে চৰকাৰী মহলৰ চকুৰ আগতে প্ৰাধান্য বিস্তাৰ কৰিলে । ১৯৮২ চনতে ৰাজ্য সভাত দিয়া হিচাপ মতে কাৰ্বি আংলং জিলাৰ ৪৮০৬.৯৯ হেক্টাৰ আৰু উত্তৰ কাছাৰৰ ১১৪.৫২ হেক্টাৰ সংৰক্ষিত হাবি বেদখল হয় । মাটি গ্ৰাস কৰা এনে অভিযান সকলো পৰ্যায়ৰ মাটিৰ ক্ষেত্ৰতে চলিবলৈ ধৰিলে । তাৰ ফলত সৰ্বসাধাৰণ কাৰ্বি ৰাইজৰ মাজত সৃষ্টি হোৱা হাঁহাকাৰৰ খবৰ লওঁতা কোনো নোলাল । সংবিধানৰ ষষ্ঠ অনুসূচী, জিলা পৰিষদ, ৰাজ্য চৰকাৰ, আদালত – কোনেও তেওঁলোকৰ মাটি তেওঁলোকক ঘূৰাই দিব নোৱাৰিলে । ১৯৭১ চনৰ পিয়লৰ মতে অসমত জনমূৰি খেতিৰ উপযোগী মাটিৰ পৰিমাণ ০.১৯ । তাৰ বিপৰীতে সৰ্বভাৰতীয় হাৰ আছিল ০.৩২ । অবিৰাম জনস্ৰোতে এই হেঁচা আৰু বঢ়ালে । ১৯৭১ চনত অসমত জন বসতিৰ ঘণতা আছিল - প্ৰতি বৰ্গ কিলোমিটাৰত ১৮১; ১৯৯১ চনত সেয়ে বাঢ়ি ২৮৪ হোৱাটোৱেই ভয়াৱহ অৱস্থাৰ সাক্ষী ।

## দেশ বিভাজনৰ পিছত

দেশ বিভাজনৰ পিছত তেতিয়াৰ পূব পাকিস্তানৰ সীমান্তৱৰ্তী অসমৰ পাৰ্বত্য জিলা কেইখন (এতিয়া সেইকেইখন পাৰ্বত্য ৰাজ্যত পৰিণত হ'ল)

গুৰুত্বৰ সমস্যাৰ সন্মুখীন হয়। তেজপাত, পাণ, সুমথিৰাকে ধৰি নানা তৰহৰ সামগ্ৰীৰ বেচা-কিনা বন্ধ হৈ যায়। পূব পাকিস্তান আৰু অসমৰ সীমান্তৰ বজাৰ স্তব্ধ হৈ পৰাৰ ফলত সীমান্তৱৰ্তী ৰাইজৰ মাজত ব্যাপকভাৱে অৰ্থনৈতিক সংকটে দেখা দিয়ে। বিষয়টোৰ গুৰুত্ব বুজি ৰজাৰৰ বিকল্প ব্যৱস্থা চৰকাৰে কৰিব নোৱাৰিলে আৰু তাকে কৰাৰ হকে তৎপৰতাও নেদেখুৱালে। এই বিষয়ে সেই সময়ত কাকতত বিশেষভাৱে লিখালিখি কৰা হৈছিল যদিও পৰৱৰ্তী কালত চৰকাৰে লোৱা ব্যৱস্থাই বিশেষ সুফল লাভ কৰিব নোৱাৰিলে। এফালে অৰ্থনৈতিক সমস্যা আৰু আনফালে ব্যাপকভাৱে হোৱা প্ৰব্ৰজনে মিজোৰামকে ধৰি (তেতিয়া অৱশ্যে মিজোৰাম নামকৰণ হোৱা নাছিল) পাৰ্বত্য জিলা কেইখনত অস্থৈৰ্য আৰু ক্ষোভৰ সূত্ৰপাত ঘটালে। মিজোৰামত হোৱা সশস্ত্ৰ বিদ্ৰোহ এনেবোৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াৰে পোনপটীয়া পৰিণতি। নগালেণ্ডৰ বিদ্ৰোহৰ মূলত যিবোৰ শক্তিৰ পৰোক্ষ আৰু প্ৰত্যক্ষ প্ৰৰোচনা জড়িত হৈ আছিল, সেইবোৰ শক্তিৰ বৰঙণি মিজোৰামৰ বিদ্ৰোহৰ ক্ষেত্ৰতো থকা বুলি সন্দেহ কৰাৰ থল আছে।

## শান্ত নহ'ল

তাৰ পিছত কেইবাটাও দশকৰ মূৰত বহুতো ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ অন্তত স্বৰ্গীয় ৰাজীৱ গান্ধীৰ আমোলত মিজোৰাম চুক্তি সম্পাদিত হোৱালৈকে মিজোৰামত বহুতো পৰিৱৰ্তন ঘটিল। কিন্তু ইতিপূৰ্বে গঠিত মিজোৰাম ৰাজ্যই আৰু বিদ্ৰোহৰ অৱসান ঘটোৱা চুক্তিয়ে মিজোৰামক প্ৰকৃততে শান্ত কৰিলে বুলি নিশ্চিত হ'ব পৰা নগ'ল।

ৰাজ্যখনৰ মৌলিক সমস্যাবোৰ আঁতৰিল বুলি ধৰিলে ভুল হ'ব। অৱশ্যে এইটো ঠিক যে সাক্ষৰতাৰ ক্ষেত্ৰত মিজোৰামে বিস্ময়জনক সফলতা লাভ কৰিছে। মিজোৰামে নাৰীৰ সাক্ষৰতাৰ ক্ষেত্ৰত ভাৰতৰ ভিতৰত দ্বিতীয় স্থান লাভ কৰিছে। মিজোৰামৰ নাৰীৰ সাক্ষৰতাৰ হাৰ শতকৰা ৭৮.০৯ ভাগ (সৰ্বভাৰতীয় হাৰ ৩৯.৪২)। সেইদৰে মিজোৰামৰ পুৰুষৰ মাজত সাক্ষৰতাৰ হাৰ ৮১.২৩ %। সেই সূত্ৰে ভাৰতৰ ভিতৰত দ্বিতীয় স্থানত আছে। এই সফলতাৰ বাবে কৃতিত্বৰ দাবী কৰিব পাৰিব মিছনেৰী সকলেহে। পিছে সাক্ষৰতাৰ এই সুদৃঢ় ভেটিত থিয় কৰায়ো ৰাজ্যখনৰ মানুহখিনিক অৰ্থনৈতিক

ভেটিত "সুপ্ৰতিষ্ঠিত কৰিব পৰা হোৱা নাই । যুৱ শক্তিক উদ্যোগ, বাণিজ্য আদিত সংগঠিত কৰিব নোৱৰাৰ ফলত অ-মিজো মহলে নিজৰ স্থিতি গজগজীয়া কৰি লৈছে আৰু সেয়ে এদিন মিজোৰামৰ যুৱ-শক্তিৰ এতিয়াৰ মোহ ভঙ্গ কৰিব বুলি আশংকা হয় ।

## ৰাজনীতি আৰু গীৰ্জা

মিজোৰামত মূল সমস্যালৈ চকু দিয়াতকৈ কংগ্ৰেছৰ কৰ্তৃত্ব স্থাপন কৰাৰ ওপৰতহে অধিক গুৰুত্ব দিয়াৰ ফলত সমুদায় কাৰ্য ব্যৱস্থা সেই দিশলৈ পৰিচালিত হৈছে । যিহেতু মিজোৰামৰ ৰাজনীতিত গীৰ্জাৰ প্ৰভাৱ বেছি, সেইদেখি কংগ্ৰেছ তথা কংগ্ৰেছ চৰকাৰেও এই ক্ষেত্ৰত আপোচ কৰি ধৰ্ম-নিৰপেক্ষতাৰ সকাম পাতি থলে । ১৯৮৯ চনত মিজোৰামত হোৱা নিৰ্বাচনত কংগ্ৰেছে (ই) গীৰ্জাৰ লগত জোটাশলীয়াভাৱে যুঁজি নিৰ্বাচনী নীতি-নিয়ম সম্পূৰ্ণভাৱে জলাঞ্জলি দি মিজোৰামত এটা অসুস্থ মানসিকতা গঢ়ি তুলিলে । যিকোনো প্ৰকাৰে চৰকাৰ গঠন কৰাৰ লক্ষ্য আগত লৈ আগবঢ়া বাবে মিজোৰামত বিশেষ ধৰণৰ ৰক্ষণশীলতাৰ ভেটি সুদৃঢ় কৰাৰ ফলত জনমানসত স্থবিৰতাৰ বিৰুদ্ধে এটা জাগৰণ সৃষ্টি কৰাত বাধা জন্মিল আৰু তাৰ ফলতে মিজোৰামত পৰৱৰ্তী সমস্যাবোৰে মূৰ দাঙি উঠিবলৈ চল পালে ।

মিজো নেচনেল ফ্ৰণ্টৰ সভাপতি লালদেঙ্গাৰ চৰকাৰ খাৰিজ কৰি চাৰে চাৰি মাহ কাল ৰাষ্ট্ৰপতিৰ শাসন চলাই সকলো নিৰ্বাচনী বিধি-ব্যৱস্থা লংঘন কৰি নিৰ্বাচনৰ বাবে যি প্ৰস্তুতি চলোৱা হ'ল, সেই বিষয়লৈ চকু কাণ দিয়াৰ আৱশ্যকতা নিৰ্বাচনী আয়োগ আৰু কেন্দ্ৰীয় চৰকাৰে অনুভৱ নকৰিলে । সেই সময়ত মিজোৰামত ৰাজ্যপাল ৰূপে থকা হিতেশ্বৰ শইকীয়াৰ ভূমিকাও পাতৰ তলৰ লাওৰ দৰেই আঁৰ হৈ থাকিল । অৱশ্যে কাকতে-পত্ৰই আৰু কেতবোৰ বিৰোধী দলে মিজোৰামত চলা অনাচাৰৰ বিৰুদ্ধে মাত মাতিছিল ।

## সাম্প্ৰদায়িক প্ৰচাৰৰ নমুনা

উদাহৰণ স্বৰূপে 'দি ষ্টেটছমেন' কাকতৰ ১৯৮৯ চনৰ ১৬ আৰু ৩০

জানুবাবীৰ সংখ্যাৰ বাতৰিৰ কথা ক'ব পাৰি । "মিজোৰামত কংগ্ৰেছ (ই) খৃষ্টিয়ানসকলৰ দল হৈ পৰিল" – এই শিতানত ওলোৱা বাতৰিত সকলো ভেদ ভাঙি দিছিল । যিহেতু মিজোৰামৰ শতকৰা ৯০ ভাগ ভোটাৰ খৃষ্টিয়ান, সেইদেখি কংগ্ৰেছৰ (ই) নিৰ্বাচনী ইস্তাহাৰত দিয়া বিভিন্ন প্ৰতিশ্ৰুতিৰ নমুনা 'দি ষ্টেটছমেন' কাকতত দাঙি ধৰা হৈছিল ।

মিজো ভাষাত প্ৰচাৰিত নিৰ্বাচনী প্ৰচাৰ পত্ৰত লিখিছিল "মিজো সকলৰ কাৰণে আৰু খৃষ্ট ধৰ্মৰ কাৰণে আমি কংগ্ৰেছৰ (ই) সপক্ষে ভোট দিওঁ আহক । " আনহাতে ইংৰাজী ভাষাত প্ৰকাশিত কংগ্ৰেছৰ (ই) নিৰ্বাচনী ইস্তাহাৰত দিয়া প্ৰতিশ্ৰুতিৰ কেতবোৰ নমুনা ঃ " (1) "To establish a Government in tandem with Christian principles' (2) "As Christians it is our bounden responsibility to proclaim gospel" (3) "It is but reasonable that the Christians should lend support to the Congress (I)." (4) Congress would revise the school syllabus on the basis of Mizo culture and Christian Principles."

ইমান গোকাট সাম্প্ৰদায়িক নিৰ্বাচনী প্ৰচাৰেও কংগ্ৰেছক (ই) ধৰ্ম-নিৰপেক্ষতাৰ ভকত কৰিয়েই ৰাখিলে । কিন্তু এনে ব্যভিচাৰে মিজোৰামৰ ৰাজনৈতিক ধাৰাক বিষাক্ত কৰি তুলি মিজো সকলক সুদীৰ্ঘ কালৰ বাবে কিদৰে বাধাগ্ৰস্ত কৰি ৰাখিলে, তাৰ বিচাৰ কৰি চাওঁতা নোলাল। গীৰ্জা আৰু মিজো নেচনেল ফ্ৰণ্টৰ নেতা লালদেঙ্গাৰ মাজত হোৱা বিৰোধৰ গুৰি ধৰি কংগ্ৰেছে (ই) মিজোৰামৰ পশ্চাদপসৰণৰ গতিহে খৰতকীয়া কৰিলে । অথচ এম-এন-এফ নেতা লালদেঙ্গাই ধৰ্মীয় সংগঠনে ৰাজনীতিত হস্তক্ষেপ কৰিব নেলাগে বুলি দাবী তোলাৰ ফলতহে গীৰ্জাৰ লগত তেওঁৰ বিৰোধৰ সূত্ৰপাত ঘটিছিল ।

## ভুলৰ খতিয়ান

পাৰ্বত্য জনজাতীয় অঞ্চলক আচুতীয়াকৈ ৰাখি ধৰ্মৰ বেহ ৰচনা কৰাৰ বাবে বৃটিছে অনুসৰণ কৰা নীতি দেশৰ স্বাধীনতাৰ পিছতো কাৰ্যতঃ টিকি থাকিল। নগালেণ্ডৰ (তেতিয়াৰ নগা পাহাৰ জিলা) পৰিস্থিতিৰ আঁত বিচাৰিবলৈ গ'লেও

তাতেই খুঁচৰি চাব লাগিব । 'দৈনিক অসমীয়া'ৰ দিনৰ পৰা এইবোৰ প্ৰসঙ্গ উনুকিয়াই থকা হৈছিল । নগা পাহাৰ জিলাৰ বেলিকা চৰকাৰে কৰা অন্যান্য ভুলৰ হিচাপ দিওঁতে নগা বিদ্ৰোহ দমন কৰাৰ বাবে চৰকাৰে লোৱা ব্যৱস্থাৰ কথাও উল্লেখ কৰিব লাগিব । সশস্ত্ৰ বাহিনীক আসুৰিক ব্যৱস্থা ল'বলৈ লগাই দি পৰিস্থিতি অধিক জটিল নকৰিবলৈ সেই সময়তে 'দৈনিক অসমীয়া'ত সকীয়াই দিয়া হৈছিল । বিদেশী ৰাষ্ট্ৰৰ বিৰুদ্ধে অৱলম্বন কৰা কাৰ্য-ব্যৱস্থাৰ লেখিয়া ব্যৱস্থা লৈ দৰাচলতে নগা বিদ্ৰোহক জীপ দিয়াহে হ'ল । সেই বিদ্ৰোহৰ উকি আজি প্ৰায় ৫ টা দশকৰ মূৰতো আমি শুনি থাকিব লগীয়া হ'ল । বিদ্ৰোহী নেতৃত্বৰ লগত চুক্তি হোৱাৰ মূৰতো আৰু ভাৰতৰ অন্যতম ৰাজ্যৰূপে নগালেণ্ড ৰাজ্য গঠিত হোৱাৰ মূৰতো বিদ্ৰোহীৰ কাৰ্য-কলাপৰ জইন নমৰিল ।

ইপিনে নগালেণ্ডত ধৰ্ম আৰু ৰাজনীতিৰ লুথুৰিৰে যি নেতিবাচক ধাৰা এটা প্ৰৱৰ্তিত হৈছিল, সেই ধাৰা অটুট থকাৰ ফলত দেশৰ অৱশিষ্ট অংশৰপৰা নগালেণ্ডৰ ৰাজনৈতিক ধাৰাও সুকীয়া ৰূপতে থাকি গ'ল । ৰাজনীতিত গীৰ্জাৰ অখণ্ড প্ৰতাপ থকাটো দূৰ কৰাৰ বাবে পদক্ষেপ হাতত লোৱাটো দূৰৰ কথা, চৰকাৰে নিজেই সেই ধাৰাৰ আয়ুস বঢ়োৱাৰ বাবে পট্টা দি থ'লে । তাহানি নগা-বিদ্ৰোহৰ অৱসান ঘটাবৰ বাবে সাত সাগৰ তেৰ নৈৰ সিপাৰৰপৰা গীৰ্জাৰ প্ৰতিভূ স্বৰূপ ৰেভাৰেণ্ড মাইকেল স্কটক মাতি আনি আগভাগ ল'বলৈ দিয়াটো চুটি বুধিৰ নমুনা আছিল । তেতিয়া অসমত মুখ্যমন্ত্ৰী ৰূপে থকা বিমলা প্ৰসাদ চলিহাই, এই উদ্যোগত ভাগ লোৱা বাবে সেই সময়ত কাকতে-পত্ৰয়ো সমালোচনা কৰা হৈছিল । নগা বিদ্ৰোহৰ ক্ষেত্ৰত গীৰ্জাৰ সন্দেহজনক ভূমিকালৈ চাই আৰু বিদ্ৰোহী নেতা ফিজো ভাৰতৰ পৰা পলোৱাৰ সুবিধা উলিয়াই দিয়াৰ বাবে যোৰহাটৰ মিছন হাস্পতালত ফিজোৰ প্লাষ্টিক ছাৰ্জাৰী কৰি (সেই সময়ত ভাৰতত প্লাষ্টিক ছাৰ্জাৰী আচহুৱা কথা হৈ আছিল) মুখৰ সাঁচ সলোৱাৰ নিচিনা ঘটনা ঘটালৈ চাই চৰকাৰে চিটিকাত ভৰি দি অদূৰদৰ্শিতাৰ নিদৰ্শনহে দাঙি ধৰিলে।

## ৰক্ষা-কৱচ বিকল

ষষ্ঠ অনুসূচীকে ধৰি সাংবিধানিক ব্যৱস্থা সমূহে পাৰ্বত্য জনজাতীয় লোকক ৰক্ষা-কৱচ দিব পৰা নাই । ১৯৯১ চনৰ পিয়লৰ তথ্য মতে যোৱা দুটা

দশকৰ ভিতৰত অসমৰ পাৰ্বত্য অঞ্চলৰ জনজাতীয় বসতি-প্ৰধান জিলাবোৰত উদ্বেগজনকভাৱে জনসংখ্যা বাঢ়ি গৈছে। ৰাজ্যৰ আনবোৰ জিলাত যি হাৰত জনসংখ্যা বাঢ়িছে, এই জনজাতীয় বসতি-প্ৰধান জিলাবোৰত বৃদ্ধিৰ হাৰ বহুত বেছি —— আনকি দুগুণতকৈয়ো বেছি হাৰত বাঢ়িছে। দুটা দশকৰ ভিতৰত অসমত বৃদ্ধিৰ হাৰ ৫৩.২৬%। কিন্তু কাৰ্বি আংলং জিলা আৰু উত্তৰ কাছাৰ পাৰ্বত্য জিলাত এই হাৰ ৭০% ৰো বেছি।

## ১০৭.৫০%

ভৈয়ামৰ জনজাতীয় বসতি-প্ৰধান অঞ্চলবোৰৰ ক্ষেত্ৰতো একেটা সংকটেই দেখা দিছে। ১৯৯১ চনৰ পিয়লৰ মতে ধেমাজি জিলাত ১০৭.৫০% হাৰত জনসংখ্যা বাঢ়িল। কোকৰাঝাৰ জিলাতো ৭.০%ৰো অধিক হাৰত বৃদ্ধি হ'ল।

## ভোটাৰ বাঢ়িল ১৫১.৬২%

তদুপৰি ভোটাৰ তালিকাৰ তুলনামূলক বিশ্লেষণ কেতবোৰৰ পৰাও কিছুমান চাঞ্চল্যকৰ তথ্য পোৱা যাব। ১৯৬৬ চন আৰু ১৯৮৯ চনৰ ভোটাৰ তালিকাৰ ভোটাৰৰ মাজৰ ব্যৱধানৰ হিচাপ ল'লেই দেখা যাব যে আমি আওকণীয়া হৈ থকাৰ সময়তে অনুক্ৰমে পৰ্বত-ভৈয়াম সকলোতে 'ভোটাৰ'ৰ (?) সংখ্যা অবিশ্বাস্যভাৱে বাঢ়ি গ'ল। হাফলঙৰ অনুসূচিত জনজাতিৰ বাবে সংৰক্ষিত সমষ্টিত ১৯৬৬-১৯৮৯ চনৰ ভিতৰত ভোটাৰৰ সংখ্যা শতকৰা ১৫১.৬২ ভাগ পৰিমাণে বাঢ়িল। সেইদৰে বৈঠালাংচু, কোকৰাঝাৰ (পশ্চিম) আৰু ছিদলিৰ অনুসূচিত জনজাতিৰ বাবে সংৰক্ষিত এই কেইটা সমষ্টিতো এইছোৱা সময়ৰ ভিতৰত যথাক্ৰমে শতকৰা ১৪৭.১৮ ভাগ, ১০৩.০৫ ভাগ আৰু ১৩৪.৬০ ভাগ ভোটাৰ বাঢ়িল। সেইদৰে ভৈয়ামৰ অসংৰক্ষিত সমষ্টি কেতবোৰৰ তুলনামূলক হিচাপেও একেটা ভয়াবহ ৰূপকে প্ৰকাশ কৰিব। ১৯৬৬ চন আৰু ১৯৮৯ চনৰ ভিতৰত জনিয়াৰ্ত শতকৰা ২৫১.৫৫ ভাগ, জাগীৰ'ডত শতকৰা ১১১.৮ ভাগ, ধুবুৰীত শতকৰা ১০০ ভাগ, গোসাঁইগাৱঁত শতকৰা ৮৭.৬২ ভাগ,

ৰঙাপাৰাত শতকৰা ৮৫.৬২ ভাগ, গৌৰীপুৰত শতকৰা ৮৩.৪১ ভাগ ভোটাৰ বাঢ়িল। এয়া নমুনাহে। এনে অৱস্থা প্ৰায় সকলোবোৰ সমষ্টিতে কম-বেছি পৰিমাণে দেখিবলৈ পোৱা যাব।

এনে অভাৱনীয় বৃদ্ধিৰ ফলত কি পৰিস্থিতিৰ সৃষ্টি হ'ল -তাৰ দুটা মাত্ৰ উদাহৰণ দিয়া হৈছে ঃ কোকৰাঝাৰ পূব সমষ্টিৰ ৯৮,৪৯০ জন ভোটাৰৰ ভিতৰত ৪৯,৯৩৫ জনহে অনুসূচিত জাতিৰ ভোটাৰ। ছিদলি সমষ্টিৰ ১১,৩৮৭০ জন ভোটাৰৰ ভিতৰত ৪৯,৯০৮ জনহে অনুসূচিত জনজাতীয় ভোটাৰ।

## পিয়ল নিমাত

অসমৰ পিয়লৰ তথ্য প্ৰকাশ কৰোতে তাহানি মুলানে চাহাব আৰু পৰৱৰ্তী কালত ভাগাইৱালাই নিৰ্ভীকভাৱে অস্বাভাৱিক বৃদ্ধি সম্পৰ্কে যিদৰে বিশ্লেষণ দাঙি ধৰিছিল, তাৰ পৰৱৰ্তী কালত কিন্তু তেনে বিশ্লেষণ পোৱা নেযায়। কিবা অদৃশ্য শক্তিৰ হেঁচাত আচল তথ্য প্ৰকাশ কৰাৰ পৰা পলাবলৈ চেষ্টা কৰাটোহে পৰিলক্ষিত হয়। ১৯৯১ চনৰ পিয়লৰ তথ্য প্ৰকাশ কৰা প্ৰসঙ্গত অসমৰ পিয়লৰ সঞ্চালকে ১৯৯২ চনৰ জানুৱাৰী মাহত জনালে যে জনজাতীয় লোকৰ বসতি-প্ৰধান জিলাসমূহত জনসংখ্যা বৃদ্ধি হোৱা সম্পৰ্কে সঙ্গত ব্যাখ্যা দিয়াটো বৰ 'অসুবিধাজনক কথা'। অথচ ১৯৯১ চনৰ পিয়লতে স্বীকাৰ কৰিছে যে উত্তৰ পূব অঞ্চলৰ ৰাজ্যসমূহত দশকটোৰ ভিতৰত জন্মৰ হাৰ সৰ্বভাৰতীয় হাৰতকৈ কম।

## মেঘালয়ৰ অৱস্থা

মেঘালয় ৰাজ্যৰ পৰিস্থিতিও জটিল হৈছে। বাংলাদেশী অনুপ্ৰৱেশকাৰী আৰু নেপালীকে ধৰি অজনজাতীয় লোকৰ ব্যাপক প্ৰব্ৰজনে ৰাজ্যখনৰ জন-গাঁথনিকে ওলট-পালট কৰি দিছে। শ্বিলং পৌৰ নিকায়খনলৈ মন কৰিলেই দেখা যাব যে খাছী আদি জনজাতীয় সদস্যৰ সংখ্যা নিচেই নগণ্য। এনে পৰিস্থিতিৰ বাবেই সুকীয়া ৰাজ্য হোৱা সত্ত্বেও মেঘালয় বিধান সভাৰ ৬০ খন আসনৰ ভিতৰত ৫৫ খন আসন সেইৰাজ্যৰ জনজাতীয় সকলৰ কাৰণে সংৰক্ষিত

কৰিবলগীয়া হোৱা অৱস্থাটোৱে বাৰু প্ৰকৃততে কি সূচাইছে ?

মেঘালয়ৰ গাৰো পাহাৰ অঞ্চল আপেক্ষিকভাৱে পিছপৰা আৰু সুযোগ লওঁতাসকলে সেইদেখি অক্টোপাছৰ হাঁতোৰাৰ দৰে চেপিবলৈকো সুবিধা পাইছে। বাংলাদেশৰ পৰা হোৱা অনুপ্ৰৱেশে সমস্যা আৰু গুৰুতৰ কৰি তুলিছে ।

সেইদেখি গাৰো পাহাৰকে ধৰি সমগ্ৰ মেঘালয়ত প্ৰচ্ছন্নভাৱে অস্থৈৰ্যই গা কৰি উঠিছে । কিন্তু পোহৰৰ বাট ওলোৱা নাই । ৰাজনৈতিক পৰিপক্কতাই গঢ় ল'ব পৰা নাই – কিয়নো এপিনে ন্যস্ত স্বাৰ্থ আৰু আনপিনে ধৰ্মই ৰাজনীতিক এৰাল দি থৈছে । ফলত দল বাগৰা বিকাৰকে ধৰি বিভিন্ন বিকাৰে চৰকাৰকো সুস্থিৰ কৰিব নোৱৰা অৱস্থা এটা হৈছে । ইটোৰ পিছত সিটোকে চৰকাৰ সলনি হৈ আছে । মেঘালয় আৰু নগালেণ্ড উভয় ৰাজ্যতে এই ব্যাধিয়ে লগ লৈছে । এই ব্যাধি আঁতৰাবৰ বাবে মানসিকতাৰ ৰূপান্তৰ ঘটোৱাৰ কাৰণে এটা নতুন সবল পদক্ষেপৰ প্ৰয়োজন ।

## নগালেণ্ডৰ চিনাকি

নগালেণ্ডৰ চিনাকিও ১৯৯১ চনৰ পিয়লেই দিছে । পিয়লৰ হিচাপ মতে জনসংখ্যা বাঢ়িল এটা দশকত শতকৰা ৫৬.৮৬ ভাগ পৰিমাণে । এই হাৰ ভাৰতৰ ভিতৰতে সৰ্বোচ্চ । সৰ্বভাৰতীয় হাৰ হ'ল ২৩.৫০% । নগালেণ্ডলৈ যোৱা মানুহৰ এই সোঁতে নগালেণ্ডৰ জন-গাঁথনি ওলট-পালট কৰাৰ উপৰিও ৰাজ্যখনৰ অৰ্থনৈতিক, সামাজিক, ৰাজনৈতিক ক্ষেত্ৰতো উদ্বেগজনকভাৱে সাল-সলনি ঘটাইছে । পাৰ্বত্য জনজাতীয় ৰাজ্য হোৱা সত্বেও হেঁচাৰ সন্মুখত তিষ্টিব নোৱাৰি নগালেণ্ডে ৰাজ্য বিধান সভাৰ ডিমাপুৰ সমষ্টিৰ বাহিৰে ৰাজ্য বিধান সভাৰ বাকী সকলোবোৰ সমষ্টি নগা জনজাতিৰ বাবে সংৰক্ষিত কৰিব লগীয়া হ'ল । তথাপি আজি নগালেণ্ডৰ অৰ্থনৈতিক আৰু ৰাজনৈতিক জীৱনৰ নিয়ন্তা হৈ পৰিল ডিমাপুৰহে । নগালেণ্ডৰ বিভিন্ন খেলৰ মাজৰ অৰিয়া-অৰিৰ কাৰণেই যে নগালেণ্ডত আজি সুস্থিৰ চৰকাৰ এটা গঠন কৰাটো সম্ভৱপৰ হোৱা নাই - সেইটো নহয় । ডিমাপুৰৰ শক্তিশালী চক্ৰবোৰৰ পাশাটি খেলেহে একোটা চৰকাৰৰ আয়ুস নিৰ্ধাৰণ কৰিছে । ৰাজনৈতিক দলাদলিৰ মুনাফা লুটি নিয়াসকল হ'ল -- এই অ-জনজাতীয় চক্ৰবোৰ ।

অৰ্থনৈতিক জীৱনতো ৰাজ্যখনে একোটা বিকাৰতে ভুগিছে। সাংবিধানিক ৰক্ষা-কৱচ পোৱা সত্ত্বেও নগালেণ্ডৰ ব্যৱসায়, বাণিজ্য, উদ্যোগ আদি নামত বা বেনামত এই অজনজাতীয় মহলেহে হস্তগত কৰিছে। ইপিনে নগা মানুহৰ ঐতিহ্যপূৰ্ণ মানসিকতাও কালৰ বুকুত হেৰাই যাবলৈ ধৰিছে। বিৱৰ্তনে দুৰ্নীতিৰ শিপা মেলাতো সহায় কৰিছে। তাহানি এহেজাৰ টকীয়া নোটৰ প্ৰচলন বন্ধ কৰাৰ সময়ত উত্তৰ পূব অঞ্চলৰ ভিতৰত নগালেণ্ডতে সৰ্বোচ্চ সংখ্যক এহেজাৰ টকীয়া নোট চৰকাৰৰ হাতত জমা দিয়া হৈছিল। এইটো এটা বিস্ময়কৰ হিচাপ। যিখন ৰাজ্যত উদ্যোগ, বেপাৰ-বাণিজ্যৰ থল আপেক্ষিকভাৱে সীমিত, সেইখন ৰাজ্যত ইমানবোৰ এহেজাৰ টকীয়া নোটৰ প্ৰচলন স্বাভাৱিক প্ৰক্ৰিয়াতে হোৱা বুলি ভবাৰ থল নাই। ইপিনে আন্তঃৰাষ্ট্ৰীয় চোৰাং চালান, ড্ৰাগৰ বেপাৰ আৰু প্ৰচলন আদিৰ উপসৰ্গযো মানুহক পঙ্গু কৰাৰ উপক্ৰম ঘটিছে। কৰ্মমুখৰ, পৰিশ্ৰমী নগা মানুহৰ মানসিকতাৰো পৰিৱৰ্তন ঘটিবলৈ লৈছে। সস্তীয়া শ্ৰমিকৰ লোভত বাংলাদেশী অনুপ্ৰৱেশকাৰীক প্ৰশ্ৰয় দিয়াৰ ফলত অনুপ্ৰৱেশকাৰী বাংলাদেশী নগালেণ্ডত ভৰি পৰিছে। খেতি কৰা, গছ কটা আদি কামত এইসকল লোক নিয়োজিত হৈছে। সীমান্তৰ কেতবোৰ ঠাইত এনেবোৰ লোকে মাটি-বাৰী লৈয়ো বহিবলৈ পাইছে। ডিমাপুৰত যিমান অট'ৰিক্সা আছে, সেই সংখ্যাই বোধকৰো গুৱাহাটীৰ অট'ৰিক্সাৰ লগতো ফেৰ মাৰিব পাৰিব। কিন্তু এই অট'ৰিক্সাবোৰ চলাইছে কোনে ? ঘাইকৈ বাংলাদেশীকে ধৰি অজনজাতীয় লোকেহে বেনামীকৈ এইবোৰ চলাবলৈ সুবিধা পাইছে।

নগালেণ্ডৰ মানুহৰ মানসিকতাৰ অৱক্ষয় ৰোধ কৰাৰ বাবে দৈনিক অসমত কেন্দ্ৰীয় চৰকাৰক আহ্বান জনোৱাৰ লগতে এই পৰিণতিৰ বাবে কেন্দ্ৰকে দোষাৰোপ কৰা হৈছিল। কিন্তু কেন্দ্ৰৰ ওপৰ চকুৱা দৃষ্টি ওপৰে ওপৰেই গ'ল আৰু সমস্যাবো শামুকীয়া গাঁথি কটকটীয়া হৈ পৰিল।

## নেহৰুৰ নিৰ্দেশ

বিষ্ণুৰাম মেধি অসমৰ মুখ্যমন্ত্ৰীৰ পদত থাকোতেই 'নতুন অসমীয়া'ত গুৰুত্ব সহকাৰে প্ৰকাশ কৰা এটা বাতৰিয়ে সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল।

বাতৰিটোত কোৱা হৈছিল যে নেফালৈ অসমীয়া মানুহ যোৱাটো নিয়ন্ত্রিত হ'ব লাগে ——এয়া আছিল প্রধানমন্ত্রী নেহৰুৰ চৰকাৰী নির্দেশ। অতি নির্ভৰযোগ্য সূত্রৰপৰা প্রমাণসিদ্ধ ভাৱে জানিয়েহে বাতৰিটো প্রকাশ কৰা হৈছিল (অৱশ্যে কোন সূত্রৰপৰা নথি চাই এই প্রমাণ উলিয়াইছিলোঁ - সেই কথা আজিও মই প্রকাশ নকৰোঁ)। বাতৰিটোৱে অসম বিধান সভাত হৈ-চৈ লগোৱাত মুখ্যমন্ত্রী বিষ্ণুৰাম মেধিয়ে বিধান সভাত বাতৰিটো সম্পূর্ণ ভিত্তিহীন বুলি বিবৃতি দিলে। মুখ্যমন্ত্রীয়ে একো ভু নোপোৱাকৈ মাজতে সোমাই এনে বিবৃতি দিলে যদিও কিছুদিনৰ মূৰত লোক সভাত কেন্দ্রীয় চৰকাৰৰ তৰফৰপৰাই স্বীকাৰ কৰা হ'ল যে নেফালৈ অসমীয়া মানুহ যোৱাটো নিয়ন্ত্রিত কৰাৰ বাবে প্রধানমন্ত্রী নেহৰুৱে নির্দেশ দিয়াটো সঁচা। জনজাতীয় লোকৰ ওপৰত যাতে শোষণ নহয়, সেই উদ্দেশ্যেৰে এনে নির্দেশ দিয়া হৈছিল।

## নতুন উপনিবেশ

আচলতে নেফাত এবিধ নতুন 'উপনিবেশ' পতাৰ সেয়ে আৰম্ভণি। তাৰ পিচৰপৰা নেফাত পলিটিকেল এজেণ্ট ৰূপে কার্যনির্বাহ কৰা সুযোগ্য অসমীয়া বিষয়াসকলক এজন এজনকৈ আঁতৰাই পঠোৱা হ'ল। অন্যান্য পদৰ পৰাও অসমীয়া মানুহক আঁতৰাই বিশেষ বিশেষ ৰাজ্যৰ পৰা নতুন আমদানি কৰা হ'ল। বিদ্যালয়ত অসমীয়া শিকোৱাটোও অনুক্রমে সংকুচিত কৰি নি পৰৱৰ্তী কালত অৰুণাচল প্রদেশ হোৱাৰ পিছত কার্যতঃ নিঃশেষ কৰি দিয়া হ'ল। সেই অঞ্চলৰ ছাত্র-ছাত্রীক অসমত শিক্ষা গ্রহণ কৰাৰ ঠাইত দিল্লী আদিত শিক্ষা গ্রহণ কৰিবলৈ উৎসাহ যোগোৱা হ'ল।

## তেতিয়া আৰু এতিয়া

আজিৰ অৰুণাচল প্রদেশ আৰু তাহানিৰ নেফাৰ (নর্থ ইষ্ট ফ্রণ্টিয়াৰ এৰিয়া) মাজত এতিয়া সুমেৰু-কুমেৰুৰ পার্থক্য। নেফাৰ মানুহৰ লগত পূর্বতে অসমৰ মানুহৰ মনৰ সম্পর্ক আছিল ; বেহা-বেপাৰৰ সম্পর্কই মানুহক কাষ চপাই আনিছিল। নেফাৰ ছাত্রই অসমলৈ আহি শিক্ষা গ্রহণ কৰিছিল। নেফাৰ বিভিন্ন ঠাইৰ জনজাতীয় লোকৰ ভাষা সুকীয়া সুকীয়া ; তেওঁলোকে পৰস্পৰৰ মাজত ভাব বিনিময় কৰাৰ বাবে অসমীয়া

ভাষা ব্যৱহাৰ কৰিছিল। নেফাত অসমীয়া ভাষাই লোৱা এই ভূমিকা বুৰঞ্জীৰ কথটি শিলত খঁহি নিৰূপণ কৰা সত্য। ই অসমীয়া ভাষাৰ সম্প্ৰসাৰণবাদী অভিযানৰ ফল নহয়; ই ব্যৱহাৰিক প্ৰয়োজনৰে পৰিণতি আছিল। একালত তিব্বতৰ লগত অসমৰ এড়ী কাপোৰৰ ব্যৱসায়িক আদান-প্ৰদান হোৱাৰ ফলতে তিব্বতৰ নামনিৰ বিশেষ অঞ্চলতো অসমীয়া ভাষা জনা লোক আছিল।

তেতিয়াৰ চৰকাৰী নীতিয়েও অসমীয়া ভাষাৰ সম্পৰ্কত এই কথা স্বীকাৰ কৰিছিল। নেফাৰ বিদ্যালয়ত অসমীয়া শিকোৱা হৈছিল। তাহানি ইন্দিৰা মিৰিয়ে নেফাৰ শিক্ষা বিভাগৰ উচ্চ পদত থাকি শিক্ষা বিস্তাৰৰ বাবে বিস্ময়কৰ ভূমিকা গ্ৰহণ কৰিছিল। সেই সময়ত নেফালৈ অসমীয়া শিক্ষকো নিয়া হৈছিল। পাহাৰলৈ গৈ শিক্ষকতা কৰিবলৈ অসমীয়া ডেকাই আগ্ৰহ নেদেখুৱা বাবে 'দৈনিক অসমীয়া'ৰ দিনৰপৰাই এনে মনোভাৱ দূৰ কৰিবলৈ কাকতৰ যোগেদি ডেকা সকলক আহ্বান জনোৱা হৈছিল।

## ওলোটা খৰ

কেন্দ্ৰই পৰৱৰ্তী কালত ওলোটা খৰ মাৰিলেও ১৯৫৯ চনতে কিন্তু লোকসভাত প্ৰধানমন্ত্ৰী নেহৰুৱে আশ্বাস দিছিল যে নেফাত অসমীয়া ভাষা শিকোৱা হ'ব, আনকি অসমীয়া ভাষাক শিক্ষাৰ মাধ্যম কৰাৰ বাবে উৎসাহিত কৰাৰ সম্ভাৱনাৰ বিচাৰ লোৱা হ'ব বুলিও কৈছিল। কিন্তু মূৰকত নেফাত অসমীয়া ভাষাক এলাগী কৰাৰ বাবেহে সম্পূৰ্ণ আয়োজন কৰা হ'ল। তাৰ ঠাইত হিন্দীৰ "সম্প্ৰসাৰণবাদ" পূৰ্ণাঙ্গভাৱে প্ৰতিষ্ঠিত হ'ল আৰু অৰুণাচল ৰাজ্য গঠিত হোৱাৰ মূৰত এই অভিযান প্ৰখৰ হৈ পৰিল।

অৱশে অৰুণাচল প্ৰদেশত সংযোগী ভাষাৰূপে শিক্ষা আৰু প্ৰশাসনৰ ক্ষেত্ৰত অসমীয়া ভাষা ব্যৱহাৰ কৰিব লাগে বুলি কাকতত ওকালতি কৰা হোৱা নাছিল। কাকতৰ যোগেদি কোৱা হৈছিল যে ভাষাৰ কথাটো অৰুণাচল ৰাজ্যৰ লোকেহে স্থিৰ কৰিব লাগে। যদি সম্ভৱপৰ হয়, তেন্তে সৰ্বাধিক জনগোষ্ঠীয়ে কোৱা ভাষাকে বাছি লৈ ৰাজ্যখনৰ ভাষা ৰূপে প্ৰয়োগ কৰাৰ পৰামৰ্শ দিয়া হৈছিল আৰু লগতে উনুকিয়াই দিয়া হৈছিল যে অসমৰ তৰফৰপৰা এই ক্ষেত্ৰত অবাঞ্ছনীয় তৎপৰতা দেখুৱালে হিতে বিপৰীত হ'বগৈ পাৰে। সেই সময়ত অসম সাহিত্য সভাৰ একাংশৰ মত অলপ সুকীয়া আছিল কাৰণে কাকতৰ অভিমতে সেইসকল লোকক অসন্তুষ্ট কৰিছিল। পিচে

মূৰকত কাকতে প্ৰকাশ কৰা অভিমতেই সত্যৰূপে প্ৰতিপন্ন হ'লগৈ। অৰুণাচল প্ৰদেশৰপৰা অসমীয়া ভাষা নিৰ্বাসিত হ'ল।

## অসমীয়া ভাষালৈ মনত পৰিল

১৯৬২ চনত চীনে ভাৰতৰ ওপৰত আক্ৰমণ চলাওঁতে অৱশ্যে ভাৰত চৰকাৰৰ অসমীয়া ভাষালৈ মনত পৰিল। আক্ৰমণৰ সময়তে চীনে পিকিঙৰপৰা নেফা অঞ্চলৰ বাবে ৰেডিঅ' যোগে অসমীয়া বাতৰি পৰিৱেশন কৰিবলৈ লোৱাত দিল্লীত হৈ-চৈ লাগিল। সেই সময়ত মই দিল্লীত আকাশবাণীৰ বাতৰি বিভাগত চাকৰি-কৰি থকা হেতুকে ব্যক্তিগত অভিজ্ঞতাৰপৰা কিছু কথা ক'ব পাৰোঁ। দিল্লীত পঢ়ি থকা এচাম ছাত্ৰক গোটাই লৈ কেন্দ্ৰীয় চৰকাৰে নেফাৰ কাৰণে অসমীয়া বাতৰি ততাভুকুতা লগাই প্ৰচাৰ কৰিবলৈ লোৱাৰ পিছত মোক আকাশবাণীৰ গুৱাহাটী কেন্দ্ৰলৈ বদলি কৰি নেফাৰ কাৰণে অসমীয়া বাতৰি যুগুতাবৰ বাবে ভাৰ দিলে। সহজ অসমীয়া ভাষাত লিখি উলিওৱা এই বাতৰি গুৱাহাটী কেন্দ্ৰৰপৰা নিতৌ প্ৰচাৰ হৈছিল। তেতিয়াৰ বিখ্যাত ফুটবল খেলুৱৈ ইন্দ্ৰজিৎ নামচুং আৰু সম্প্ৰতি সম্ভৱতঃ পাছিঘাটৰ আকাশবাণী কেন্দ্ৰত কাম কৰি থকা যতীন মৰাঙে এই বাতৰি আকাশবাণীৰ গুৱাহাটী কেন্দ্ৰৰ যোগেদি পঢ়িছিল।

অঞ্চলটোৰ মানুহখিনিৰ মাজত অসমীয়া ভাষাৰ স্থিতি কেনেকুৱা সেই কথা চীনেও বুজিছিল আৰু চীনৰ কাৰ্য-ব্যৱস্থাই ভাৰত চৰকাৰকো বুজিবলৈ বাধ্য কৰিছিল। সেই দেখি ১৯৮৬ চনত পাছিঘাটৰ আকাশবাণী কেন্দ্ৰৰ বাতৰি বিভাগত চাকৰিৰ মকৰলৰ বাবে দিয়া বিজ্ঞাপনত 'অৰুণাচল-অসমীয়া' জনাটো বাধ্যতামূলক অৰ্হতাৰূপে নিৰূপিত হৈছিল। আজিও অৰুণাচল প্ৰদেশত অসমীয়া বাতৰি প্ৰচাৰ কৰা হৈছে।

## হিন্দী বুজায় অসমীয়াত

অসমীয়া ভাষাৰ এই স্থিতি সম্পৰ্কে ব্যক্তিগত অভিজ্ঞতাৰ পৰা আৰু অলপ কথা ক'ব পাৰি। সাপেখাতীৰ পৰা কাপু বাগিচাৰ মাজেদি গৈ অসমৰ ঢাপৰ দাঁতিতে

থকা অৰুণাচল প্ৰদেশৰ এখন বিদ্যালয়ত এভুমুকি মাৰিছিলোঁ। বিদ্যালয়ৰ কৰ্তৃপক্ষৰ পৰা আদৰ-সাদৰো পাইছিলোঁ। সেই বিদ্যালয়ৰ নিচেই কোমল বয়সীয়া আৰু ১২/১৩ বছৰীয়া চামৰ ছাত্ৰ-ছাত্ৰীক লগ পোৱাৰ সুবিধা পাইছিলোঁ। অসমীয়াতে প্ৰশ্ন কৰিছিলোঁ – ঘৰ কিমান দূৰত ? ঘৰত কোন কোন আছে ? স্কুলত পঢ়ি কেনে লাগিছে? –ইত্যাদি। এই সকলো প্ৰশ্নৰ উত্তৰ তেওঁলোকে সলসলীয়াকৈ দিছিল। অসমীয়া ভাষাৰ শিপা যে উঘালিব পৰা নাই , এয়ে তাৰ সাক্ষী। ইপিনে বিদ্যালয়ৰ মুৰব্বী সকলৰ লগতো আলোচনা কৰিছিলোঁ। ছাত্ৰ-ছাত্ৰীক শিক্ষা দান কৰাত কিবা অসুবিধা পাইছে নেকি বুলি সোধাত বিদ্যালয়ৰ অধ্যক্ষ (উত্তৰ প্ৰদেশৰ লোক) আৰু উপাধ্যক্ষই (বিহাৰৰ লোক) ক'লে - কেন্দ্ৰীয় ব'ৰ্ডে যুগুতোৱা পাঠ্যপুথিবোৰ মহানগৰ সমূহৰ ছাত্ৰ-ছাত্ৰীৰ কাৰণে উপযোগী হ'লেও অৰুণাচলৰ ছাত্ৰ-ছাত্ৰীৰ বাবে উপযোগী হোৱা নাই। তেওঁলোকে বুজিবলৈ টান পায় আৰু তেওঁলোকক বুজাবলৈকো টান। অধ্যক্ষ আৰু উপাধ্যক্ষই ক'লে যে তেওঁলোকে নিৰুপায়ত পৰি ইংৰাজী, হিন্দী আদিৰ পাঠ ছাত্ৰ-ছাত্ৰীক অসমীয়াতে বুজাবলৈ চেষ্টা কৰে।

## বিহাৰৰপৰা লাখুটি জাপ

যি প্ৰক্ৰিয়াৰে অৰুণাচল প্ৰদেশত হিন্দী জাপি দিয়া হ'ল, তাৈলৈ দেশৰ অৱশিষ্ট অংশই কাণেই নিদিলে।

সেইদেখি এতিয়া নিৰ্বিবাদে অৰুণাচল প্ৰদেশত 'মগজু প্ৰক্ষালন'ৰ কাম মুকলিমূৰীয়া ভাৱে চলিব লাগিছে। ১৯৯২ চনৰ মে মাহত ইটানগৰত বহা চৰকাৰী ভাষা প্ৰয়োগ সমিতিৰ সভাত কোৱা হ'ল যে সকলোৱে দৈনন্দিন জীৱনত হিন্দী ভাষা ব্যৱহাৰ কৰিব লাগে। সমিতিৰ সভাত সভাপতিৰ আসনৰ পৰা কোৱা হ'ল যে অৰুণাচল প্ৰদেশৰ প্ৰত্যেকেই হিন্দী বুজে আৰু কয় আৰু দৰাচলতে হিন্দীয়েই অৰুণাচল প্ৰদেশৰ চৰকাৰী ভাষা। লগতে সভাপতি গৰাকীয়ে কয় যে প্ৰাথমিক পৰ্যায়ৰ পৰা বিদ্যালয়ত হিন্দী শিকোৱা হৈছে আৰু 'উমৈহতীয়া ভাষা এটা' নথকা বাবে এই জনজাতীয়া ৰাজ্য খনত হিন্দীয়েই মাতৃভাষাৰ স্থান লৈছে।

বিহাৰৰ সীমাৰ পৰা লাখুটি জাপ মাৰি অ-হিন্দীভাষী তিনিখন ৰাজ্য

পাৰ হৈ আহি অৰুণাচল প্ৰদেশত হিন্দীক মাতৃভাষাৰ আসনত বহুৱাই কেন্দ্ৰীয় চৰকাৰে নিজৰ যাদুকৰী প্ৰতিভাৰ পৰিচয় দিলে। অৱশ্যে হিন্দীয়ে এইটো স্থান পোৱাৰ ফলত অৰুণাচল প্ৰদেশৰ চাকৰিৰ বজাৰ খন কেনেকৈ ঠন ধৰি উঠিছে — সেইটোও মন কৰিব লগীয়া। হিন্দী ভাষাৰ মাধ্যমত চাকৰিৰ বাবে লোৱা পৰীক্ষাত প্ৰতিযোগিতা চলাই অৰুণাচল প্ৰদেশৰ বিভিন্ন পৰ্যায়ৰ কাৰ্যালয়ত কিমান অৰুণাচলী লোকে চাকৰি পাইছে, সেই কথালৈ বোধকৰো কোনেও লক্ষ্য কৰা নাই। কাৰ্যালয় সমূহত অনুক্ৰমে অৰুণাচলী চাকৰিয়ালৰ অনুপাতৰ ওপৰত হেঁচা পেলোৱাৰ উপক্ৰম ঘটিছে।

## বেনামী কাৰবাৰ

প্ৰাক্তন প্ৰধান মন্ত্ৰী নেহৰুৱে 'শোষণ'ৰ পৰা জনজাতীয় ৰাইজক ৰক্ষা কৰিবলৈ অসমীয়া মানুহ 'নেফা'লৈ যোৱাটো নিয়ন্ত্ৰিত কৰিব লাগে বুলি গোপন নিৰ্দেশ দিছিল যদিও এতিয়া কিন্তু আন মহলৰ তৰফৰ পৰাহে অৰুণাচল প্ৰদেশত সৰ্বগ্ৰাসী অভিযান চলিছে। ৰাজ্যখনত দেশৰ বিশেষ বিশেষ অঞ্চলৰ অ-জনজাতীয় লোক ভৰি পৰিছে। জনজাতীয়ৰ নামত বেনামী বেপাৰ-বাণিজ্য, উদ্যোগ আদিৰ পয়োভৰ চলিছে। ৰাজ্যৰ অৰ্থনীতিত একাধিপত্য প্ৰতিষ্ঠা কৰাৰ লগতে ৰাজনৈতিক ক্ষেত্ৰতো অনুক্ৰমে গৰা-খহনীয়া আৰম্ভ হৈছে। অৰুণাচল প্ৰদেশৰ জীৱন ধাৰাত কি বিবৰ্তন ঘটিছে, তাৰ পৰিচয় পাবলৈ বেছি নিলগলৈ নগৈ লক্ষীমপুৰ জিলা পাৰ হৈ অৰুণাচল প্ৰদেশৰ সীমা-মূৰীয়া অঞ্চললৈ গলেই হ'ব—অৰুণাচল প্ৰদেশৰ বাহিৰৰ মানুহ তাত গিজ খাই আছে আৰু তেওঁলোক বেহা-বেপাৰ দোকান-পোহাৰ, কাঠৰ কলকে ধৰি বিভিন্ন কল-কাৰখানা পাতি গজগজীয়া হৈ বহিছে ।

## মূল্য-বোধৰ বিভ্ৰান্তি

অৰুণাচল প্ৰদেশৰ জন-গাঁথনিত হোৱা পৰিবৰ্তন, অৰ্থনৈতিক-সামাজিক ক্ষেত্ৰত দেখা দিয়া নতুন সমস্যা, মূল্যবোধৰ বিভ্ৰান্তি ——

ইত্যাদিৰ সন্মিলিত ক্রিয়া–প্রতিক্রিয়াই এদিন নহয় এদিন নতুন সংঘাতৰ সৃষ্টি কৰিবই। শিক্ষাৰ বিস্তাৰৰ লগে লগে নতুন চামৰ মাজত গঢ় লোৱা নতুন মানসিকতাই উত্থাপন কৰিব লগীয়া দাবীয়ে নতুন খোৰাক বিচাৰিব। তাৰ কাৰণে প্রস্তুতি ক'ত? ভুল নীতিয়ে কিন্তু সমস্যাৰহে পোৱালি মেলিছে। মিয়ানমাৰৰ সীমান্তৰ বিদ্রোহী কাৰেন মুছলমান মানুহৰ অনুপ্রবেশ আৰু বাংলাদেশী নাগৰিকৰ অনুপ্রবেশেও সমস্যা কঢ়িয়াই আনিছে। তদুপৰি অৰুণাচল প্রদেশত সংস্থাপিত হোৱা চাক্‌মা শৰণাৰ্থী সকলৰ প্রশ্নটোৱেও এদিন জটিলতা সৃষ্টি কৰিব। শেহতীয়া পিয়লৰ হিচাপ মতে অৰুণাচল প্রদেশৰ প্রতি হেজাৰ পুৰুষৰ বিপৰীতে নাৰীৰ সংখ্যা মাত্র চাৰে আঠ শ। এই পৰিসংখ্যাই অৰুণাচল প্রদেশলৈ যোৱা বাহিৰৰ লোকৰ সংখ্যা সম্পৰ্কেই এটা ইঙ্গিত দিছে । এইবোৰৰ দোমোজাত আজি অৰুণাচল প্রদেশত নতুন চামৰ মাজত এটা উদ্বেগজনক পৰিবৰ্তন পৰিলক্ষিত হৈছে। জনজাতীয় ধাৰাটোৰ পৰাই তেওঁলোক ক্রমে বিচ্ছিন্ন হৈ যাব খুজিছে। ১৯৯২ চনৰ ২ নবেম্বৰৰ দিনা প্রেছ ট্রাষ্ট অব ইণ্ডিয়াই এটা তাৎপৰ্যপূৰ্ণ বাতৰি পৰিবেশন কৰিছিল। এই বাতৰিটো হ'ল–অৰুণাচল বিকাশ পৰিষদৰ সদস্য নবম তানা হেনা আৰু তাই তাজাকে প্রশাসনৰ বিৰুদ্ধে অভিযোগ তুলি কয় যে জনজাতীয় সংস্কৃতিৰ বিপৰীত সংস্কৃতি আৰু ধৰ্ম প্রচাৰ কৰাৰ বাবে কূট কৌশলেৰে ধৰ্মান্তৰ কৰাৰ ক্ষেত্ৰত সুবিধা দিয়া হৈছে। বিবৃতিত কয় যে ১৯৭৮
১৯৭৮ চনৰ 'অৰুনাচল প্রদেশ থলুৱা ধৰ্ম-বিশ্বাস সম্পৰ্কীয় আইন'খন প্রশাসনে একাষৰীয়া কৰি থৈছে। জনজাতীয় লোকৰ ধৰ্ম-বিশ্বাস আৰু সংস্কৃতি ৰক্ষা কৰাৰ বাবে প্রণয়ন কৰা এই আইন কাৰ্যকৰী কৰিবলৈ বিবৃতিত দাবী জনোৱা হয়।

## থুংগনৰ নিৰ্বাসন

উল্লেখযোগ্য যে প্রেম খান্দু থুংগন অৰুণাচল প্রদেশত মুখ্যমন্ত্রী হৈ থকা কালতে এই আইনখন গ্রহণ কৰা হৈছিল। আইনখনে খোপনি লবলৈ নৌপাওঁতেই প্রেম খান্দু থুংগনে নিজেই মুখ্যমন্ত্রীৰ খোপনি হেৰুৱালে। তেওঁৰ বিৰুদ্ধে চলা অভিযানৰ মূৰত থুংগনৰ একপ্রকাৰ ৰাজনৈতিক নিৰ্বাসন হ'ল।

অৰুণাচল প্ৰদেশৰ ৰাজনীতিৰ পৰাই তেওঁক নিলগত ৰাখি মূৰকত কেন্দ্ৰত উপমন্ত্ৰী পাতি আতঁৰাই নিয়া হ'ল। এখন ৰাজ্যৰ মুখ্যমন্ত্ৰী এজন কেন্দ্ৰত উপমন্ত্ৰী হোৱাৰ নিচিনা বিৰল উদাহৰণ সতকাই পাবলৈ টান। থুংগনৰ নিৰ্বাসন শেষ হোৱা নাই। ১৯৯৩ চনতো তেওঁ এইবাৰ ৰাজ্যমন্ত্ৰী হিচাপে দিল্লীত আছে।

অৰুণাচল প্ৰদেশ হোৱাৰ আগৰে পৰা সেই অঞ্চলত ৰামকৃষ্ণ মিছনে সেৱা আগবঢ়াইছিল। কিন্তু এই মিছন কৰ্তৃপক্ষৰ দ্বাৰা সমাদৃত হোৱা নাছিল। সেই ৰাজ্যৰ ঘাৰমৰা সত্ৰৰ অপূৰ্ব কাৰ্য-ব্যৱস্থাৰ প্ৰতিও অৰুণাচল প্ৰদেশ তথা অসমে উচিত মনোযোগ দিয়া নাছিল। নানান প্ৰতিকূল অৱস্থাৰ মাজতো সেই অঞ্চলৰ জনজাতীয় লোকৰ মাজত ঘাৰমৰা সত্ৰই সৃষ্টি কৰা আলোড়ন মাত্ৰ বুৰঞ্জীৰ সমল হৈয়েই থাকিব। স্বৰ্গীয় হলধৰ ভূঞাৰ নেতৃত্বত শংকৰ মিছনেও অঞ্চলটোত একালত বিশেষ সেৱা আগবঢ়াইছিল। কিন্তু পিছত শংকৰ মিছন ধান খেৰৰ জুইৰ দৰে হ'লগৈ।

জলঙাইদি জুমি চাওঁতে ইমান পৰে নগালেণ্ড, অৰুণাচল প্ৰদেশ, মেঘালয় আৰু মিজোৰামতো চকু পৰিছিল। প্ৰশাসনীয় ভাৱে আমাৰ পৰা এইবোৰ ৰাজ্য যিমানে আঁতৰি নেযাওক, মনৰ ভিতৰত আমি একেটা চুবুৰীৰে। সেইদেখি বিহঙ্গম-দৃষ্টি তাঁলেকো গ'ল। তদুপৰি এইবোৰ ৰাজ্যৰ ঘটনা-ধাৰাৰ পৰা অসমৰ বাইজেও অভিজ্ঞতা বোটলাৰ থল আছে বুলিয়েই বিশ্বাস কৰি এইখিনি কথা ক'লোঁ।

# বৰাইলৰ ইপাৰ-সিপাৰ

বৰাইলৰ ইপাৰ-সিপাৰৰ সংঘাতে মনৰ সেতু বন্ধাত বাধা দিয়াৰ ফলতে সেই অঞ্চলৰ সমস্যাও দৃষ্টিৰ অগোচৰ হৈ ৰ'ল। কাছাৰ অঞ্চলত ১৯০১ চনত জনসংখ্যা আছিল ৬ লাখ ৩০ হেজাৰ। কিন্তু ১৯৫১ চনত সেয়ে বাঢ়ি ১১ লাখ ১৫ হেজাৰ হ'লগৈ। জন বসতিৰ ঘনতা হ'লগৈ প্ৰতি বৰ্গমাইলত ৪১৫। এই পৰিসংখ্যা অসমৰ ভিতৰতে আটাইতকৈ বেছি আছিল। ইপিনে নগৰীয়া অঞ্চলৰ জন-বসতিৰ ঘনতায়ো ১৯৫১ চনতে অসমৰ ভিতৰত দ্বিতীয় স্থান অধিকাৰ কৰিলে। দেশৰ বিভাজনৰ পিচত হোৱা জনস্ৰোতে অনুক্ৰমে এই অঞ্চলৰ ওপৰত পৰা হেঁচা আৰু বঢ়াই নিলে।

ফলত মাটিৰ সমস্যা বঢ়াৰ লগতে অৰ্থনৈতিক ক্ষেত্ৰৰ অন্যান্য দিশতো বিভিন্ন সমস্যাই ছাটি ধৰিলে। ইপিনে জন-গাঁথনিৰ বেলিকাও আমূল পৰিবৰ্তন ঘটিল । বৰাক উপত্যকাৰ খিলঞ্জীয়া হিন্দু-মুছলমান মানুহখিনি নিষ্প্ৰভ হৈ পৰিল ।ডিমাছা-কছাৰী, বিষ্ণুপ্ৰিয়া, মেইটি, চাহ-শ্ৰমিক জনগোষ্ঠীৰ মানুহখিনি আৰু ঠেকত পৰিল । অঞ্চলটোৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক নেতৃত্ব নৱাগত সকলৰ হাতলৈ হস্তান্তৰিত হ'ল । ফলত সংঘাতে নতুন ৰূপ ল'লে। দেশৰ বিভাজনৰ আগতে ছিলেট জিলাই যি ভূমিকা এসময়ত লৈছিল, তাৰেই পুনৰাবৃত্তি ঘটাৰ উপক্ৰম ঘটিল ।

## প্ৰতিদ্বন্দ্বী স্বৰূপ

পূৰ্বৰ অবিভক্ত কাছাৰ জিলাৰ প্ৰতি অৱশিষ্ট অসমে মনোযোগ নিদিয়াৰ ফলতো মনৰ পৃথক চুবুৰী ক্ৰমে ডাঙৰ হৈ পৰিল। প্ৰতিটো ক্ষেত্ৰতে অবিভক্ত কাছাৰ জিলা অৱশিষ্ট অসমৰ প্ৰতিদ্বন্দ্বী স্বৰূপ হ'লগৈ। অবিভক্ত কাছাৰ জিলাৰ শোচনীয় সংযোগ-ব্যৱস্থাই, অৰ্থনৈতিক সমস্যাই, মাটিৰ সমস্যাই, জনসংখ্যাৰ হেঁচাৰ ফলত উদ্ভৱ হোৱা সংকটলৈ কাণ দিয়া নহ'ল। ফলত তিক্ততাও বাঢ়িল। এই ক্ষেত্ৰত নেতৃত্বৰো বিফলতা পৰিলক্ষিত হ'ল। বাতৰি কাকতেও উপযুক্ত ভূমিকা ল'ব নোৱাৰিলে। দৈনিক অসমীয়াৰ দিনৰ পৰা অসমীয়া বাতৰি কাকতে-লগতে মই নিজেও — উপযুক্ত পদক্ষেপ

ল'ব নোৱৰা কথাটো স্বীকাৰ কৰিছোঁ। অবিভক্ত কাছাৰৰ খিলঞ্জীয়া মানুহখিনিৰ স্থিতিৰ বিষয়েও যে কাকতত উপযুক্ত স্থান দিয়া হৈছিল—সেইটোও নহয়। অৱশ্যে দৈনিক অসমীয়াৰ দিনৰ পৰা হুৰমত্ আলি বৰলস্কৰ আদি লোকে কাকতে-পত্ৰই চেগাচোৰোকাকৈ সেই অঞ্চলৰ খিলঞ্জীয়া মানুহৰ বিষয়ে লিখালিখি কৰি আছিল। কিন্তু শক্তিশালী মঞ্চ এখন গঠিত নহ'ল। অথচ খিলঞ্জীয়া মানুহখিনিৰ স্থিতিৰ ভেটিতে ১৯২৭ চনতে ছিলেটত অসম সাহিত্য সভাৰ শাখা গঠন কৰা হৈছিল।

খিলঞ্জীয়া মানুহৰ স্থিতি যিমানে দুৰ্বল হ'ল, সিমানে অবিভক্ত কাছাৰৰ সাম্প্ৰতিক কালৰ নেতৃত্বয়ো সবল ভাবে সমান্তৰাল গতি এটা ল'লে। চুবুৰীয়া ৰাজ্যৰ ভূমিকায়ো জটিলতা বঢ়ালে । ৰাজ্য পুনৰ গঠন আয়োগৰ প্ৰতিবেদনত দিয়া সঁকীয়নি এটালৈ এই প্ৰসঙ্গতে মনত পেলাব পাৰি। আয়োগে কৈছিল যে কোনো এটা ভাষা কোৱা লোক সংখ্যাগৰিষ্ঠ হৈ থকা ৰাজ্যক আন এখন ৰাজ্যত বাস কৰা সেই একে ভাষাভাষী লোক সকলৰ স্বাৰ্থৰ ৰক্ষক বুলি গণ্য কৰা মনোভাৱ সংহতিৰ প্ৰতিকূল। আয়োগে পূৰ্বাভাষ দিয়া তেনে প্ৰতিকূল অৱস্থাৰ লক্ষণ আমি নেদেখাকৈ নেথাকিলোঁ। কাছাৰৰ পৃথককৰণৰ দাবী বৰাইলৰ বুকুতো উঠিল আৰু লুইতৰ পাৰতো উঠিল। কিন্তু সন্তোষৰ কথা যে সীমাৱদ্ধ লোকৰ মাজতে সেই দাবী সীমিত হৈ থাকিল। অবিভক্ত কাছাৰক লৈ কেন্দ্ৰীয় শাসিত অঞ্চল বা সুকীয়া ৰাজ্য গঠন কৰিব লাগে বুলি ৰাজনৈতিক জুৱা খেলিবলৈ বুলি বৰাইলৰ বুকুতে এটা চামে দাবী তুলিলে। কিন্তু তাৰ খিলঞ্জীয়া মানুহ খিনিয়ে তাৰ বিৰুদ্ধে মাত দিলে। আনহাতে ব্ৰহ্মপুত্ৰ উপত্যকাতো কাছাৰৰ জুমুৰিৰ প্ৰতিক্ৰিয়া স্বৰূপে কাছাৰৰ পৃথককৰণৰ দাবী উঠিল । বাতৰি কাকতৰ ওপৰতো তাৰ বাবে হেঁচা পৰিছিল। কিন্তু বিতৰ্কৰ পৰিসীমাৰ ভিতৰতে আৱদ্ধ থাকি মূৰকত সকলো তল পৰিল।

সমস্যাৰ সমাধান অৱশ্যে তাৰ মাজত নাই। এটা নতুন মূল্যাংকনৰ যোগেদি পাৰস্পৰিক বিশ্বাস আৰু পাৰস্পৰিক শ্ৰদ্ধাৰ পৰিবেশ গঢ়ি সহযোগিতাৰ এটা নতুন ক্ষেত্ৰ ৰচনা কৰা উচিত। ব্ৰহ্মপুত্ৰ উপত্যকাত অসহিষ্ণুতা নিয়ন্ত্ৰণ কৰাৰ বাবে যেনেকৈ প্ৰয়োজন হ'ব, ঠিক তেনেকৈ বৰাইলৰ সিপাৰেও উচ্চাত্মিকা মনোভাৱ আৰু কথাই কথাই ফেৰ পতা

মনোভাৱ নিয়ন্ত্ৰণ কৰাটো প্ৰয়োজনীয়। এইটো ঠিক যে তাহানি ছিলেট জিলাই সমগ্ৰ অসমক বন্ধকত ৰখাৰ নি।চনা অৱস্থা এটা হোৱাটো কাৰো কাম্য নহয়। এটা সময়ত ছিলেটৰ 'লবী'য়ে শ্বিলঙৰ প্ৰশাসনিক কৰ্তৃত্ব নিজৰ হাতলৈ নি অসহনীয় অৱস্থা এটা সৃষ্টি কৰিছিল। এই ক্ষেত্ৰত এটা উদাহৰণ দিব পাৰি। দেশৰ স্বাধীনতাৰ আগৰ এটা সময়ৰ কথা। অসমত 'বেৰী হোৱাইট মেডিকেল স্কুল' স্থাপন কৰা হ'ব–সেই কথা ঠিক কৰাৰ বহুত আগতেই অৱশিষ্ট অসমে গম নোপোৱাকৈ–আনকি চৰকাৰৰো এটা ভাগক আঁৰ কৰি–ছিলেটত এই স্কুলৰ বাবে ঘৰ সাজি সম্পূৰ্ণ কৰা হ'ল। কিন্তু মূৰকত ডিব্ৰুগড়তহে 'বেৰী হোৱাইট মেডিকেল স্কুল' স্থাপিত হ'ল। ছিলেটৰ ঘৰ সুদীৰ্ঘ কাল এনেয়ে পৰি থকাৰ মূৰত আন কামত ব্যৱহাৰ কৰাা হ'ল।

## হেঙাৰ পুতিব নেলাগে

আমি সকলোৱে এতিয়া আঁত বিচাৰি উলিয়াই মনৰ সেতু বন্ধাৰ বাবে যত্ন কৰিব লাগে। অসমৰ সমৃদ্ধিৰ থল তাতহে ওলাব। বাংলা ভাষা বা অসমীয়া ভাষাই এই ক্ষেত্ৰত হেঙাৰ পুতিব নেলাগে। অকল অসমৰ ক্ষেত্ৰতে নহয়, পশ্চিম বঙ্গৰ ক্ষেত্ৰতো এই কথা প্ৰযোজ্য। সেয়েহে ১৯৮৯ চনত অসম সাহিত্য সভাৰ উদ্যোগত অসমীয়া ভাষা উন্নতি সাধিনী সভা আৰু জোনাকীৰ শতবাৰ্ষিকী অনুষ্ঠান উপলক্ষে কলিকতাৰ মাটিত সভাপতিৰ আসনৰ পৰা মই তেনে আহ্বান জনাইছিলোঁ। পশ্চিম বঙ্গৰ মুখ্যমন্ত্ৰী জ্যোতি বসু তাত উপস্থিত থকাৰ কথা আছিল যদিও মূৰকত আহিব নোৱাৰিলে ; কিন্তু মুখ্যমন্ত্ৰীৰ প্ৰতিনিধিত্ব কৰি পশ্চিম বঙ্গৰ যোগান মন্ত্ৰী গৰাকী তাত উপস্থিত আছিল। তদুপৰি হেমন্ত মুখাৰ্জীকে ধৰি পশ্চিম বঙ্গৰ একাংশ বিশিষ্ট লোকো সভাত উপস্থিত আছিল।

সেই সভাত কৈছিলোঁ–"কলিকতাৰ মাটিত থিয় দি আমি শ্ৰীযুত বসুক উদ্দেশ্য কৰি দুৱাষাৰ নিবেদন কৰিব খুজিছোঁ। শ্ৰীযুত বসু এনে এজন মুখ্যমন্ত্ৰী ——যাৰ মেৰুদণ্ড পোন। আজিকালি অৱশ্যে মেৰুদণ্ড পোন হৈ থকা প্ৰজাতিৰ মুখ্যমন্ত্ৰী প্ৰায় বিৰল হৈ পৰিছে। আমি এনে এজন মুখ্যমন্ত্ৰীৰ কথা কৈছো–যাৰ ব্যক্তিত্ব বিশাল, যাৰ প্ৰশাসনীয় দক্ষতা অসীম আৰু যি

জ্ঞানী, গুণী ৰূপে প্ৰখ্যাত। তদুপৰি এইজন মুখ্যমন্ত্ৰী নিকা মুখ্যমন্ত্ৰী ৰূপে সুখ্যাত — চৰিত্ৰ হনন আৰু ৰাজনীতিৰ বোকা খেলেও যাৰ জ্যোতি ম্লান কৰিব পৰা নাই। বাস্তৱ সত্য ৰূপে আমি এইখিনি কথা স্বীকাৰ কৰিছোঁ-— যদিও আমি জানো যে এইজন মুখ্যমন্ত্ৰীৰ নেতৃত্বত থকা দলে অসমীয়া ৰাইজৰ ইচ্ছা-আকাংক্ষাৰ প্ৰতিকূলে সদায় থিয় দি আছে আৰু মুখ্যমন্ত্ৰী গৰাকীয়ে \নিজেও অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনক 'পিকনিক'ৰ লগত তুলনা কৰি অসমীয়া ৰাইজক মৰ্মাহত কৰিছিল। তথাপি আমি সত্যক অকাতৰে স্বীকাৰ কৰি মুখ্যমন্ত্ৰী গৰাকীৰ আগত আমাৰ আৰ্জি পেচ কৰিব খুজিছোঁ—যাতে তেখেতৰ মহান ব্যক্তিত্বই এটা নতুন পৰিবেশ ৰচনা কৰাত সহায় কৰিব পাৰে।

"আমি ইয়াকে জনাব খোজোঁ যে অসমীয়া ভাষা-সাহিত্যৰ প্ৰতিষ্ঠাৰ অৰ্থ বাংলা ভাষাক মষিমূৰ কৰাটো নহয়। আমি মূৰ্খৰ সৰগত থকা নাই যে বাংলা ভাষা-সংস্কৃতিক কোনোবাই মষিমূৰ কৰিব পাৰিব বুলি কল্পনা কৰিব পাৰিম। পৃথিবীৰ কোনো শক্তিয়ে তেনে কাম কৰিব নোৱাৰে......................।

"আমি অশ্বমেধ যজ্ঞ পাতি অসমীয়া ভাষা-সংস্কৃতিৰ বিস্তাৰ ঘটোৱাটো বিচৰা নাই—আমাৰ গণ্ডীৰ ভিতৰতে থকাটোকে বিচাৰিছোঁ। কিন্তু সম্প্ৰসাৰণৰ বিৰুদ্ধে যুঁজাৰ সংকল্প আমাৰ আছে। আমি তাৰ বাবে যুঁজি যুঁজি মৰিম, মৰি মৰি যুঁজিম। আমাৰ অক্ষয় সেনানীৰ তেনে যুঁজ অনন্ত কাললৈ চলিব। এনে স্থলত অযথা শক্তি ক্ষয় কৰি আমাৰ সকলোৰে সামৰ্থ্য হানি কৰাৰ প্ৰয়োজন কি? সেয়েহে পশ্চিম বঙ্গৰ মুখ্যমন্ত্ৰী গৰাকীৰ ওচৰত আমি এবাৰ মাত্ৰ ধ্বনি তুলিলোঁ–Live and let live. আপোনালোকে সমৃদ্ধি লাভ কৰক আৰু আমাকো জীয়াই থাকিবলৈ দিয়ক। তাৰ বাবে যি পৰিবেশ লাগিব, সেই পৰিবেশত সম্প্ৰসাৰণবাদ, উচ্চাত্মিকা মনোভাৱ আৰু নীচাত্মিকা মনোভাৱৰ বিকাৰৰ থল নেথাকিব। মহান ব্যক্তিত্বৰে চুবুৰীয়া ৰাজ্যৰ এই গৰাকী মুখ্যমন্ত্ৰীয়ে তেনে পৰিবেশ ৰচনা কৰাত সহায় কৰক—এয়ে আমাৰ মিনতি।

"অবিশ্বাসৰ চামনিখন ভাঙিলেই আমি কিন্তু সহযোগৰ বহল কৰ্মক্ষেত্ৰ এখন বিচাৰি পাম। তদুপৰি আমি মনত ৰখা উচিত যে আমাৰ এই সমুদায় অঞ্চল আপেক্ষিক ভাৱে পিচ পৰি থকাৰ মূল কাৰণ হ'ল- -এই অঞ্চলে দিল্লীত ৰেখাপাত কৰিব নোৱাৰাটো। দিল্লীত শক্তিশালী 'লবী'ৰ ৰাজত্ব চলে। দেধাৰ এম-পি থকা ৰাজ্যবোৰক লৈ গঠিত এনে 'লবী'ৰ আগত ৪০ জনীয়া এম-পি লৈ পশ্চিম বঙ্গই আৰু ১৪ জনীয়া এম-পি লৈ অসমে খোপনি ৰাখিব নোৱাৰে। এই ক্ষেত্ৰত মিলিত শক্তিয়েহে আমাক বল দিলেহেঁতেন"।

নতুন মূল্যাংকনৰ এই আহ্বান যৰাইলৰ সেউজী সমতলৰ বাইজৰ বাবেও। আমি নতুন পটভূমি ৰচি নতুন মানসিকতা গঢ়াৰ সংকল্প ল'লেহে সমস্যাৰ অভিমণ্যুৰ বেহু ভেদ কৰিব পাৰিম ।

# চাহ বাগিচাৰ কথা

বৃটিছ আমোলত ইংৰাজ চাহ খেতিয়কৰ দ্বাৰা পৰিচালিত চাহ বাগিচা সমূহে অসমৰ ৰাজনীতিৰ গতিপথ নিয়ন্ত্ৰণ কৰিবলৈ সুবিধা পাইছিল। বিধান সভাত ইংৰাজ চাহ খেতিয়কৰ বাবে আছুতীয়া আসন আছিল। তাহানি এই সকল ইংৰাজ চাহ খেতিয়কে আগবঢ়োৱা সমৰ্থনৰ ওপৰতো চৰকাৰৰ অস্তিত্ব নিৰ্ভৰ কৰিছিল। অৱশ্যে চাহ বাগিচাক প্ৰতিনিধিত্ব কৰা এই প্ৰতিনিধি সকলে বাগিচাৰ শ্ৰমিক সকলৰ প্ৰতিনিধিত্ব কৰা নাছিল—তেওঁলোক বৃটিছ চৰকাৰৰ স্বাৰ্থৰ ৰক্ষকহে আছিল । স্বাধীনতাৰ পিছত অৱশ্যে অৱস্থাৰ পৰিবৰ্তন ঘটিল। চাহ বাগিচাৰ শ্ৰমিকৰ প্ৰতিনিধিত্ব কৰা সকলহে বিধান সভালৈ নিৰ্ব্বাচিত হ'ল আৰু এনে প্ৰতিনিধিৰ মাজৰ পৰা মন্ত্ৰীও বছা হ'ল।

পিচে চাহ বাগিচাবোৰৰ ইতিমধ্যে কেতবোৰ পৰিবৰ্তন পৰিলক্ষিত হ'ল। ইংৰাজ চাহ খেতিয়ক আঁতৰিল । বৃটিছ চাহ কোম্পানী কিছুমানে বাগিচা বেচি দিলে ভাৰতীয় মানুহক। এভাগ বৃটিছ চাহ কোম্পানী অৱশ্যে থাকিল—পৰিচালক মণ্ডলীৰ মাজত একাংশ ভাৰতীয় লোকক লৈ।

চাহ বাগিচাৰ হস্তান্তৰ প্ৰক্ৰিয়াৰ ক্ষেত্ৰত চৰকাৰৰ পক্ষে কোনো মাত্ মতাৰ থল নেথাকিল। ফলত প্ৰকৃতাৰ্থত চাহ খেতিৰ প্ৰতি আন্তৰিকতা থকাতকৈ আন উদ্দেশ্য পূৰণ কৰাৰ প্ৰতি আসক্ত থকা লোকৰ হাতলৈকো চাহ বাগিচাৰ কৰ্তৃত্ব হস্তান্তৰিত হ'ল। ইপিনে একাংশ নৱাগত চাহ খেতিয়কে ৰাজ্যান্তৰৰ শক্তিশালী চক্ৰৰ সৈতে লগ লাগি আন এটা নতুন জোট গঠন কৰিলে। ৰাজনীতি, অৰ্থনীতি, আদি বিভিন্ন ক্ষেত্ৰত নতুন পেচ লাগিল। চাহ বাগিচাৰ নিযুক্তিৰ ক্ষেত্ৰতো নতুন খেলা চলিল। চাহ বনুৱা সকলক ঘাই সূতিৰ পৰা আঁতৰাই নিয়াৰ বাবেও প্ৰচেষ্টা চলিল। পৰিস্থিতি ইমান গম্ভীৰ হৈ পৰিল যে ১৯৯৩ চনত এটা অভাৱনীয় ঘটনা ঘটিল। অসম বিধান সভাই গঠন কৰি দিয়া নিয়োগ পৰ্যালোচনা কমিটীয়ে বিধান সভাত দাখিল ধৰা প্ৰতিবেদনত অসম ডুমডুমা ইণ্ডিয়া লিমিটেড নামৰ চাহ-কোম্পানীয়ে বনুৱা-বিৰোধী আৰু থলুৱা লোকৰ স্বাৰ্থ-বিৰোধী নীতি অনুসৰণ কৰা বুলি সমালোচনা কৰে। কোম্পানীটোৱে ইচ্ছাকৃত ভাৱে নিয়োগ পৰ্যালোচনা কমিটীক

উপেক্ষা কৰি কমিটী আৰু বিধান সভাক অপদস্থ কৰিলে বুলি অভিহিত কৰি কমিটীয়ে সদনলৈ পৰামৰ্শ আগবঢ়ালে যে কোম্পানীটোৰ পৰিচালন সঞ্চালকক সদনলৈ মাতি আনি ভৰ্ৎসনা কৰিব লাগে। এইটো এটা নোহোৱা নোপজা কথা।

কমিটীৰ প্ৰতিবেদনত কোম্পানীয়ে বনুৱা আৰু থলুৱা লোকৰ প্ৰতি কৰা অবিচাৰৰ নিৰ্দিষ্ট কেতবোৰ উদাহৰণো দাঙি ধৰে। পিচে দেশৰ উচ্চতম পৰ্যায়ৰ লগত ঘনিষ্ঠ সম্পৰ্ক থকা এই কোম্পানীৰ গা অসম বিধান সভা বা অসম চৰকাৰে লৰাব পাৰিব নে নোৱাৰে, সেইটো বিশেষ ভাৱে মন কৰিব লগীয়া কথা হ'ব। কিয়নো ৰাজ্যত অশান্ত অঞ্চল আইন প্ৰৱৰ্তন কৰাৰ আগতে যি প্ৰক্ৰিয়াৰে কোম্পানীটোৱে অসমৰ প্ৰশাসনক সম্পূৰ্ণ একাষৰীয়া কৰি ৰাখি দিল্লীৰ সামৰিক আৰু অসামৰিক কৰ্তৃপক্ষৰ সহযোগত বিমান যোগে কোম্পানীৰ কেইজনমান বিষয়াক অসমৰ পৰা স্থানান্তৰিত কৰি অসমৰ ৰাজনৈতিক পট পৰিবৰ্তন কৰা আৰু পৰিস্থিতি সৃষ্টি কৰাত বৰঙণি যোগালে তাতে চাই এতিয়া ধাৰণা হৈছে যে "যাৰ সখা বৃহন্নলা," তেওঁলোকৰ গাৰ নোম লৰোৱাটো সহজ নহ'ব।

আলোচিত কালছোৱাৰ বহুত পিছত এইবোৰ ঘটনা ঘটা সত্ত্বেও ইয়াত এই প্ৰসঙ্গৰ অৱতাৰণা কৰা হ'ল এই কাৰণেই যে এতিয়া নল মৰি গজালি ওলাল। বৃটিছ আমোলত চাহ বাগিচাৰ বৃটিছ কৰ্তৃপক্ষই যিদৰে অসমৰ ৰাজনীতিত শ্ৰুতলিপি দিছিল, ঠিক সেইদৰে এতিয়া চাহ বাগিচাৰ একাংশ ভাৰতীয় কৰ্তৃপক্ষয়ো দিল্লীৰ আশীৰ্বাদপুষ্ট হৈ অসমৰ ৰাজনীতিত এটা নতুন শক্তি-কেন্দ্ৰ গঢ়িবলৈ লৈছে—যাৰ ফলত অসমৰ ৰাইজ বিশেষ ভাৱে ক্ষতিগ্ৰস্ত হ'ব।

## অকল ভোটৰ চিন্তা

এনেবোৰ নতুন শক্তি-কেন্দ্ৰৰ গঠনে অসমৰ ৰাজনীতিকে ধৰি বিভিন্ন ক্ষেত্ৰত নতুন নতুন সমস্যা সৃষ্টি কৰিছেই। এনেবোৰ শক্তিক আহিলা ৰূপে ব্যৱহাৰ কৰি এতিয়া অসমত যি কোনো পৰিস্থিতি সৃষ্টি কৰাৰ স্থিতি লাভ কৰাৰ সুযোগ ওলাল। সমস্যাৰ বোজা এইদৰে বাঢ়ি গৈছে। ইপিনে

বৃটিছৰ দিন৺ চাহ বনুৱা সকলক নিলগীয়া কৰি ৰখা নীতি পৰৱৰ্তী কালতো কিবা নহয় কিবা ৰূপত থাকি গ'ল। চৰকাৰৰো চিন্তা অকল ভোটৰ চিন্তাতে আৱদ্ধ থাকিল। কংগ্ৰেছৰ(ই) অখণ্ড প্ৰতিপত্তি অটুট ৰখাকে একমাত্ৰ লক্ষ্য ৰূপে ৰখাৰ ফলত চাহ বনুৱাৰ প্ৰকৃত স্বাৰ্থ কিছুমান বাধাগ্ৰস্ত হৈ থাকিল। মদ, কম্বল, টকা-পইচা দি ভোট কিনাৰ কাৰবাৰ মুকলি ভাৱে চলিল। নিৰ্বাচনী বিধি মানি চলা হৈছে নে নাই, তাঁলৈ লক্ষ্য কৰোতা কোনো নোহাল। এনেবোৰ কাৰবাৰৰ দ্বাৰা চাহ বনুৱাৰ মানসিকতা বিকৃত কৰা হ'ল। আনকি নিৰ্বাচনৰ সময়ত প্ৰচাৰ চলাবলৈ আন দলৰ প্ৰাৰ্থী বাগিচাত সোমাব নোৱৰা পৰিবেশো ৰচিত হ'ল। তদুপৰি ৰাজনীতিৰ আঁহ ফলা বিচাৰৰ যোগেদি চাহ বনুৱা আৰু অৱশিষ্ট জনসাধাৰণৰ মাজত নতুন নতুন দেৱাল গঢ়াৰ বাবে আত্ম-নিয়োগ কৰাৰ উদাহৰণো পোৱা হ'ল। অসমৰ আন্দোলনৰ সময়ত চাহ বনুৱাক বিতুষ্ট কৰি মুনাফা আদায় কৰাৰ মনেৰে কেন্দ্ৰীয় চৰকাৰে অসমলৈ ৰেলযোগে লোহা আৰু চিমেণ্ট অনাত অগ্ৰাধিকাৰ দি চাহ-বনুৱাৰ কাৰণে খাদ্য-শস্য অনাটো হ্ৰাস কৰাৰ কৌশল অৱলম্বন কৰাৰ কথা ইতিমধ্যে উল্লেখ কৰা হৈছে। ১৯৮৩ চনত বলেৰে পতা নিৰ্বাচনৰ সময়ত চাহ বনুৱাৰ প্ৰাৰ্থী এজন নিহত হোৱা নিন্দনীয়, শোচনীয় ঘটনা এটাৰ আলম লৈ স্বাৰ্থ-জড়িত মহলে অসমত যি নতুন সংঘাতৰ সৃষ্টি কৰিলে তাৰ মাজতো ভেদ-নীতিৰ স্বৰূপটো স্পষ্ট ভাৱে প্ৰকাশ পালে। ১৯৮৩ চনৰ ১১ মাৰ্চৰ দিনা দৈনিক অসমত প্ৰকাশ পোৱা "চাহ-বনুৱা আৰু চক্ৰান্তকাৰী" শিতানৰ সম্পাদকীয়ত এই সংকটৰ বিষয়ে কৰা আলোচনাৰ বিষয়েও ইতিমধ্যে উল্লেখ কৰা হৈছে।

## স্থিতাৱস্থাত চূণ-তেল

চাহ বাগিচাৰ শ্ৰমিক সকলক ঘাই সূতিৰ পৰা আঁতৰাই নিয়াৰ প্ৰচেষ্টাৰ বিপৰীতে কিন্তু চাহ বনুৱাক প্ৰকৃত স্থিতিলৈ উন্নীত কৰাৰ বাবে কোনো প্ৰচেষ্টা চলোৱা নহ'ল। অৱশ্যে এই প্ৰসঙ্গত বনুৱাৰ মজুৰি বঢ়োৱা, বাসস্থান আদিৰ ক্ষেত্ৰত উন্নত ব্যৱস্থা কৰাৰ লেখ দি ওপৰত উল্লেখ কৰা

উক্তি খণ্ডন কৰাৰ উদ্যম হাতত লোৱা হ'ব । কিন্তু এনে খুচুৰা হিচাপে চাহ বনুৱাৰ সামগ্ৰিক উন্নয়নৰ হিচাপ নিদিয়ে । তেওঁলোকৰ সামাজিক, অৰ্থনৈতিক স্থিতি সলনি কৰা, সকলো ধৰণৰ শোষণৰ পৰা তেওঁলোকক মুক্ত কৰাৰ ভেটি ৰচনা নকৰি স্থিতাৱস্থাৰ ওপৰতে চূণ-তেল দি ৰঙচঙীয়া কৰাৰ চেষ্টা কৰাহে দেখা গ'ল ।

ফলত এতিয়া সমস্যাই মেটমৰা ভাৰ লৈ দেখা দিলেহি। চাহ বনুৱাৰ ক্ষেত্ৰত অৱশিষ্ট লোকৰ সামাজিক সচেতনতাৰ অভাৱ আৰু লগতে ৰক্ষণশীলতাই প্ৰাচীৰ মজবুত কৰিলে। যুগ যুগ ধৰি ঢাপৰ দাঁতিতে থাকিও তেওঁলোক নিলগীয়া হৈ থাকিল। সামাজিক আৰু ৰাজনৈতিক নেতৃত্বৰ চৰম ব্যৰ্থতা এই ক্ষেত্ৰত পৰিলক্ষিত হ'ল। শিক্ষা-ব্যৱস্থায়ো চাহিদা পূৰাব নোৱাৰিলে। চাহ বাগিচাৰ শিক্ষাৰ ক্ষেত্ৰত ৰাজ্য চৰকাৰে সুস্থ ভেটি পতাৰ বাবে আগ্ৰহ নেদেখুৱালে—আধা-কেচেলুৱা দুৱলীয়া ব্যৱস্থা এটাই অস্থৈৰ্য বঢ়োৱাতহে সহায় কৰিলে। আনহাতে শিক্ষাৰ জখলাই দি যি সকলে যথেষ্ট আগুৱাই যোৱাৰ সুবিধা পালে, তেওঁলোকৰ সমুখত থকা সীমিত সুবিধাই তেওঁলোকৰ স্বপ্ন ভঙ্গ কৰিলে।

চাহ বাগিচাৰ শিক্ষা লাভ কৰা সকলৰে এভাগে মনৰ গতি সলনি কৰিলে। ইপিনে এভাগক ধৰ্মান্তৰে নতুনকৈ কিছু কথা ভাবিবলৈ শিকালে। এই সকলৰ মনৰ খোৰাক যোগাবলৈ কোনো পৰিকল্পিত ব্যৱস্থা হাতত লোৱা নহ'ল। ইপিনে প্ৰতিটো ক্ষেত্ৰতে একমাত্ৰ ৰাজনৈতিক উদ্দেশ্য পূৰণ কৰাৰ বাবেই চাহ বনুৱা সকলক অসমৰ অৱশিষ্ট ৰাইজৰ পৰা বিচ্ছিন্ন কৰি প্ৰতিদ্বন্দ্বী গোট হিচাপে গঢ়াৰ বাবে শাসক বৰ্গৰ তৰফৰ পৰাই চেষ্টা চলোৱাত সংঘাতৰ পথ ৰচিত হ'ল। এনে ধামখুমীয়াৰ মাজতে সুকীয়া মূল্যবোধৰ পট্টন ঘটিল। ডিব্ৰুগড় জিলাৰ এখন বাগিচাত লাভ কৰা অভিজ্ঞতা এটাৰ কথা এই প্ৰসঙ্গতে উল্লেখ কৰিব পাৰি। বাগিচাত পতা সভা এখনত চাহ বনুৱা সম্প্ৰদায়ৰ লগতে অন্যান্য সম্প্ৰদায়ৰ ছোৱালীয়ে মিলিত ভাৱে ঝুমুৰ গীত এটা পৰিবেশন কৰাৰ মূৰত চাহ-জনগোষ্ঠীৰে শিক্ষিত ডেকা এচামে তেনে গীত পৰিবেশন কৰি তেওঁলোকক অপদস্থ কৰা হ'ল বুলি মনৰ উষ্মাৰে প্ৰতিবাদ জনালে। মানসিকতাৰ পৰিবৰ্তনৰ এয়ে সাক্ষী। আনহাতে কিন্তু ডুমডুমা

অঞ্চলৰ কুমচাং বাগিচাৰ এটা অনুষ্ঠানত চাহ বনুৱা ডেকা-গাভৰুৱে ঝুমুৰক অস্বীকাৰ কৰাৰ চিন দেখা পোৱালোঁ। তেওঁলোকে ঝুমুৰৰ গাঁথনিৰ মাজতে অসমীয়াতে গীত ৰচি ঝুমুৰৰ নিৰ্ভাজ সুৰত পৰিবেশন কৰি নতুন পৰীক্ষা চলোৱাৰ নিদৰ্শন দাঙি ধৰিলে।

## ন্যস্ত স্বাৰ্থ

চাহ বনুৱাৰ মাজত পথ প্ৰদৰ্শনৰ যথাৰ্থ ভূমিকা ট্ৰেড ইউনিয়নে ল'ব নোৱাৰিলে। চৰকাৰী পৃষ্ঠপোষকতাত প্ৰসাৰ লাভ কৰা ব্যৱস্থাই ট্ৰেড ইউনিয়নৰ প্ৰকৃত ভূমিকা পালন কৰাৰ ক্ষেত্ৰত অৱশ্যে বাধা নিদিয়াকৈ নেথাকে। চাহ উদ্যোগৰ গৰাকীৰ ন্যস্ত স্বাৰ্থয়ো কেনেদৰে বাধা দিয়ে তাৰ অভিজ্ঞতা কাকতত থাকোতেই পাই থৈছোঁ। নতুন অসমীয়াৰ পৰা মই খেদা খোৱাৰ মূলত এইটো কথাও আছিল। চাহ বনুৱাৰ বিষয়ে কাকতত প্ৰাধান্য দি কোনো বাতৰি নুলিওৱাকে ধৰি বিভিন্ন চৰ্ত আৰোপ কৰি মালিক পক্ষৰ পৰা দিয়া চিঠি পাই সেইবোৰ চৰ্ত মানি চলিবলৈ অস্বীকাৰ কৰাত ১৯৫৬ চনত নতুন অসমীয়াৰ সম্পাদকৰ পদৰ পৰা আগতীয়া জাননী নোপোৱাকৈ তৎক্ষণাত আঁতৰিব লগীয়া হৈছিল ।

## সমস্যা নকমে

পিচে চাহ বনুৱাৰ সমস্যাবোৰ ত্ৰিশংকুৰ দৰে ওলমি থাকিবলৈ দিলে সমস্যা নকমে, বাঢ়িবহে। 'জনজাতি' ৰূপে স্বীকৃতি পাবৰ বাবে দীৰ্ঘ কাল ধৰি তোলা দাবীৰ সম্পৰ্কত সুচিন্তিত ভাৱে এটা সিদ্ধান্ত লোৱা উচিত--সমস্যাটো চোঁচোৰাই নি থাকিলে আৰু গধুৰহে হ'বগৈ। আনহাতে প্ৰাক্তন চাহ বনুৱা সকলৰ প্ৰসঙ্গটোলৈ আওকাণ কৰি থাকিলে সেয়ে এদিন বিস্ফোৰণ ঘটাব। প্ৰাক্তন চাহ বনুৱাৰ সংস্থানৰ বাবে বাগিচাত থল নোলাব; বাগিচাৰ বাহিৰত কিমান দিনলৈ ওলায়, তাৰো নিশ্চয়তা নাই। 'প্ৰাক্তন চাহ বনুৱা'ৰ শাৰীলৈ কিমান মানুহ আহি আছে তাৰ নিৰ্ভৰযোগ্য হিচাপ প্ৰকাশ পোৱা নাই। 'ৰাষ্ট্ৰীয় ব্যৱহাৰিক অৰ্থনৈতিক গৱেষণা পৰিষদে' অসম চৰকাৰৰ

আহ্বানক্রমে ১৯৫৯ চনত অসমত চলোৱা সমীক্ষাত চাহ উদ্যোগৰ বিষয়ে আলোচনা কৰোতে উল্লেখ কৰিছিল যে ১৯৫০-৫৪ চনৰ ভিতৰত ৩৫ হেজাৰ চাহ বনুৱাক কামৰ পৰা এৰুওৱা হয়। পৰৱৰ্ত্তী কালত অৱশ্যে তেনে ধৰণৰ হিচাপ প্ৰকাশ পোৱা নাই। এইদৰে প্ৰাক্তন চাহ বনুৱাৰ শাৰী অনুক্ৰমে কিমান দীঘল হৈছে, তাৰ জোখ দিবলৈ টান হ'ব। কিন্তু এটা কথা ঠিক যে আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত চাহৰ ক্ৰমবৰ্দ্ধমান প্ৰতিযোগিতা আৰু চাহ উদ্যোগত যান্ত্ৰিক ব্যৱস্থাৰ প্ৰয়োগৰ ক্ৰম বৰ্দ্ধমান তাগাদাই এদিন চাহ উদ্যোগক শ্ৰম-প্ৰধান নকৰি যন্ত্ৰ-প্ৰধান' কৰি তুলিবলৈ এই উদ্যোগ বাধ্য হ'ব। তেতিয়া প্ৰাক্তন চাহ বনুৱাৰ সংখ্যা আৰু বাঢ়িব। তেওঁলোকৰ সংস্থানৰ স্থলো সিমানে সংকুচিত হ'ব। ১৯৫১ চনত অসম চৰকাৰৰ পৰিসংখ্যা বিভাগে অবিভক্ত শিৱসাগৰ জিলাৰ ৩৫ খন গাৱঁত নমুনামূলক সমীক্ষা চলাইছিল। সেই সমীক্ষাৰ তথ্য মতে মুঠ ৩৫১ টা পৰিয়ালৰ মাজত ২১৭ টা পৰিয়াল প্ৰাক্তন চাহ বনুৱা (শতকৰা হিচাপ মতে ৬১.৮ ভাগ); তেওঁলোকে গাওঁ পাতি বসবাস কৰে। এয়া নিজা উদ্যোগত সংস্থাপিত হোৱাৰ উদাহৰণ। কিন্তু এই সুবিধা কিমান দিনলৈ থাকিব? যি সময়ত এই সমীক্ষা চলোৱা হৈছিল, সেই সময়তে সমীক্ষাৰ বাবে নিৰ্বাচিত ৩৫ খন গাৱঁৰ শতকৰা ১১.২৬ ভাগ পৰিয়ালৰ সমূলি মাটি নাই; ৩০ টা পৰিয়ালৰ আধা বিঘাকৈয়ো মাটি নাই। আনহাতে সমীক্ষা চলোৱা অঞ্চলৰ মুঠ মাটি-কালিৰ মাত্ৰ ১৩.৮৭ শতাংশ মাটি ৪৮.৯২ শতাংশ পৰিয়ালৰ দখলত আছিল। মাটিৰ এনে হেচাঁই ভৱিষ্যতৰ অশুভ সম্ভাৱনাৰে ইঙ্গিত দিছিল। এতিয়াৰ পৰিস্থিতি তাতকৈ বহুত জটিল। মাটিৰ বাহিৰে অন্য স্থলত সংস্থাপিত কৰাৰ কোনো স্পষ্ট আচনিও নাই। সেইদেখি সাংঘাতিক পৰিস্থিতি এটাৰ পিনে অনুক্ৰমে গতি কৰা বুলিয়েই ধাৰণা হৈছে।

চাহ উদ্যোগে অসমৰ অৰ্থনীতিলৈ যোগোৱা বৰঙণিৰ উপৰিও চাহ ৰপ্তানিৰ যোগেদি দেশলৈ সম্পদ কঢ়িয়াই অনা সত্বেও অসমৰ চাহ উদ্যোগৰ বিকাশৰ বাবে পাব লগীয়া সহযোগ পোৱা নাই। চাহ উদ্যোগৰ বিকাশৰ বাবে ধন আদিৰ যোগান ধৰাৰ বাবে যি সৰ্বভাৰতীয় নিকায় আছে, তাৰ পৰা অসমে সুবিচাৰ পোৱা নাই। যদিও অসমতে আটাইতকৈ বেছি পৰিমাণে চাহ উৎপন্ন হয়, তথাপি আপেক্ষিক ভাৱে অন্যান্য অঞ্চলেহে অধিক

মনোযোগ পাইছে। চাহ ব'ৰ্ডৰ কাৰ্যালয় আৰু চাহ কোম্পানীবোৰৰ প্ৰধান কাৰ্যালয় অসমলৈ অনাৰ দাবীও উপেক্ষিত হৈ আছে।

ৰাজ্যৰ বাহিৰৰ অৰ্থনৈতিক শক্তি-কেন্দ্ৰই অসমক পদে পদে বাধা দিয়াৰ অলেখ উদাহৰণ আমি পাই থৈছোঁ। চাহ উদ্যোগৰ ক্ষেত্ৰতো তেনে টনা-আজোৰা চলে — চাহৰ নিলাম বজাৰৰ ক্ষেত্ৰত। অসমত চাহৰ নিলাম বজাৰ পতাৰ বাবে যেতিয়া দাবী উঠিল আৰু বাতৰি কাকততো যেতিয়া এই বিষয়ে সৰৱ দাবী তোলা হ'ল, তেতিয়া এনেবোৰ ন্যস্ত স্বাৰ্থই প্ৰবল বাধা দিলে। মূৰকত অৱশ্যে চাহৰ নিলাম বজাৰ গুৱাহাটীত স্থাপিত হ'ল। এতিয়া এইখন নিলাম বজাৰ নিয়াৰিকৈ চলিছে। প্ৰথম অৱস্থাত কেতবোৰ শক্তিশালী গোটৰ চাহ বাগিচাই সহযোগ নকৰিলেও পিচলৈ সেইবোৰেও কচা মন পৰিহাৰ কৰিলে। কিন্তু সময়ে সময়ে বিভিন্ন ন্যস্ত স্বাৰ্থই গুৱাহাটীৰ চাহৰ নিলাম বজাৰ উঠাই দিবলগীয়া পৰিবেশ সৃষ্টি কৰাৰ বাবে চেষ্টা চলায়েই আছে।

শেহতীয়া পৰিস্থিতিয়ে কিন্তু কেতবোৰ গুৰুতৰ অন্তৰায় সৃষ্টি কৰিছে। চাহ উদ্যোগক সংকটৰ সন্মুখীন কৰোৱা এই গুৰুতৰ পৰিস্থিতি দূৰ কৰাৰ বাবে চৰকাৰ আৰু ৰাইজৰ মিলিত উদ্যমৰ প্ৰয়োজন। ৰাজ্যৰ অৰ্থনীতিলৈ চাহ বাগিচাই আগবঢ়োৱা বৰঙণিৰ কথা স্মৰণ কৰি সাম্প্ৰতিক নেতিবাচক কাৰ্য-কলাপ বন্ধ কৰোৱাটো নিতান্ত প্ৰয়োজনীয়। আলফা আৰু বড়ো ছিকিউৰিটী ফ'ৰ্চে চাহ বাগিচাক হাতিয়াৰ স্বৰূপে ব্যৱহাৰ কৰাটো দুৰ্ভাগ্যৰ কথা। ইতিমধ্যে বাগিচাত অপহৰণ, হত্যাকাণ্ড, পণ-বন্দী ৰাখি বিপুল পৰিমাণৰ টকা দাবী কৰা, বলপূৰ্বক ধন আদায় কৰা–ইত্যাদি ঘটনা অসমৰ স্বাৰ্থৰ সম্পূৰ্ণ প্ৰতিকূলে গৈছে। এই ক্ষতিকৰ ধাৰাক বাট ভেটি সুস্থ পৰিবেশ ৰচনা কৰা আৰু মৌলিক সমস্যাবোৰ দূৰ কৰাৰ হকে আত্মনিয়োগ নকৰিলে অসম ঔদ্যোগিক বিপৰ্যয়ৰ সন্মুখীন হ'ব।

# ভৈয়ামৰ বিভিন্ন জনজাতি

অসমৰ ভৈয়াম অঞ্চলত বসবাস কৰা ভৈয়াম-জনজাতি সমূহৰ ৯ টা ভাগৰ ভিতৰত বড়ো সকলৰ সমস্যাইহে এতিয়ালৈকে বিশেষ মনোযোগ আকৰ্ষণ কৰিছে। ১৯৭১ চনৰ পিয়লৰ মতে সেই সময়ত ভৈয়ামৰ জনজাতীয় লোকৰ সংখ্যা আছিল ১৩.৪৪ লাখ। সেইমতে তেতিয়াৰ অসমৰ মুঠ জনসংখ্যাৰ (১ কোটি ৪৬ লাখ ২৫ হেজাৰ) শতকৰা ৯.২ ভাগ ভৈয়ামৰ বড়ো জনজাতীয় লোক আছিল । ভৈয়ামৰ আন অ-বড়ো জনজাতীয় লোক সকল ৰাজ্যৰ বিভিন্ন ঠাইত বিক্ষিপ্ত হৈ আছে।

মিচিং সকল প্ৰধানকৈ আছে—লক্ষীমপুৰ, ডিব্ৰুগড়, শিৱসাগৰ, যোৰহাট আৰু গোলাঘাট জিলাত বিক্ষিপ্ত হৈ। তদুপৰি অন্যান্য ঠাইতো কমকৈ হলেও সিঁচৰতি হৈ আছে । সেইদৰে ৰাভা সকল প্ৰধানকৈ গোৱালপাৰা, ধুবুৰী, কোকৰাঝাৰ আৰু কামৰূপ জিলাৰ বিভিন্ন অঞ্চলত আছে। টিৱা সকল নগাওঁ জিলাৰ মৰিগাওঁ আৰু হোজাই মহকুমা আৰু কামৰূপ জিলাৰ দক্ষিণ-পূব অঞ্চলত ঘাইকৈ আছে। দেউৰী সকল লক্ষীমপুৰ, ডিব্ৰুগড়, শোণিতপুৰ, যোৰহাট আৰু শিৱসাগৰ জিলাৰ কেতবোৰ ঠাইত সিঁচৰতি হৈ আছে। ইয়াৰ বাহিৰেও কাছাৰ জিলা আৰু নগাওঁ জিলাৰ হোজাই মহকুমাত বৰ্মন, কোকৰাঝাৰ জিলা আৰু শোণিতপুৰ জিলাৰ কেতবোৰ অংশত সিঁচৰতি হৈ মেছ সকল আৰু ঘাইকৈ নগাওঁ জিলাৰ হোজাই মহকুমাৰ দক্ষিণাঞ্চলত হোজাই সকল আছে। আনহাতে ঘাইকৈ কামৰূপ আৰু নগাওঁ জিলাত থকা কাৰবি সকল আছে — জনজাতীয় হিচাপে বিশেষ স্থিতি লাভ নকৰাকৈ থাকিব লগীয়া হোৱাত এই কাৰবি লোক সকলৰ মাজতো ক্ষোভৰ সৃষ্টি হৈছে।

## মৌলিক সমস্যা

এইসকল জনজাতীয় লোকৰ মৌলিক সমস্যালৈ পিঠি দি এতিয়া স্বায়ত্ত শাসিত পৰিষদ গঠন কৰাৰ বাবে বিভিন্ন জনজাতীয় জনগোষ্ঠীৰ প্ৰতি যি প্ৰস্তাৱ আগবঢ়োৱা হৈছে, সেই ব্যৱস্থাই জনজাতীয় সকলৰ প্ৰকৃত সমস্যা

সমাধান কৰাত কিমান সহায় কৰিব, সেই কথা দকৈ গমি চোৱা উচিত। কিয়নো মৌলিক সমস্যাক গাপ দি ৰাখি সংবিধানৰ ৬ষ্ঠ অনুসূচী মতে গঠিত কাৰবি আংলং জিলা পৰিষদৰ অধীনতে কাৰবি ৰাইজে তেওঁলোকৰ পৰা হস্তান্তৰিত হোৱা মাটি ঘূৰাই পোৱাৰ ক্ষেত্ৰত পৰিষদ বা আদালতৰ পৰা একো সঁহাৰি পাব নোৱাৰিলে। এনে স্থলত মাত্ৰ প্ৰশাসনীয় নিৰ্দেশত গঠিত হ'বলগীয়া এনে উকা স্বায়ত্ত শাসিত পৰিষদবোৰে তেনেবোৰ সমস্যা চম্ভালিব কেনেকৈ? এই জনজাতীয় লোক সকলৰ মাটিৰ সমস্যাটোৱেই ঘাই সমস্যা। তেওঁলোকৰ মাটিৰ ওপৰত যিমানে হেঁচা বাঢ়িছে, সিমানে বেছি পৰিমাণে তেওঁলোক মাটিৰ পৰা বঞ্চিত হৈছে। বাংলাদেশৰ পৰা হোৱা সোঁত, অৰ্থবল থকা অজনজাতীয় লোকৰ হেঁচা, ৰাজ্যান্তৰৰ পৰা অহা ভাগ্যান্বেষী লোকৰ হেঁচা —— এই সকলো বোৰৰ সামগ্ৰিক পৰিণাম আজি এই জনজাতীয় অঞ্চলবোৰত স্পষ্ট হৈ পৰিছে। এভাগ অঘৰী হৈছে; এভাগে আধি লৈ খেতি কৰি আধা পেটী অৱস্থাত দিন কটাইছে। তদুপৰি সৰু-ডাঙৰ বেপাৰীৰ পৰা ধন ধাৰলৈ লৈ সৰ্বস্বান্ত হোৱা জনজাতীয় লোকৰ লেখো কম নহয়। খাদী আৰু গ্ৰামোদ্যোগ কমিটীয়ে চলোৱা সমীক্ষাত ১৯৭৪ চনতে কৈছিল যে অসমকে ধৰি উত্তৰ পূব অঞ্চলৰ জনজাতীয় লোকৰ পৰিয়ালৰ বাৰ্ষিক গড় আয় মাত্ৰ ৫৩৭ টকা আৰু শতকৰা ৫৮ ভাগ পৰিয়াল বেপাৰীৰ ওচৰত ধৰুৱা হৈ আছে; ধাৰৰ বাবে তেওঁলোকে শতকৰা ৪০০ ভাগলৈকে সুদ দিব লগীয়া হয়।

তেনে প্ৰক্ৰিয়াৰ ফলত কিমানে মাটি হেৰুৱালে (অৱশ্যে এই প্ৰক্ৰিয়া অকল জনজাতীয় লোকৰ ক্ষেত্ৰতে নহয়, অজনজাতীয় অঞ্চলতো চলে), তাৰ কোনো সমীক্ষা চলোৱা হোৱা নাই। দৰাচলতে জনজাতীয় অঞ্চলত কোন কোন পৰ্যায়ৰ অজনজাতীয় লোকে কিমান মাটি হস্তগত কৰিলে, কিমান জনজাতীয় লোকে মাটি হেৰুৱালে, টকা ধাৰলৈ লোৱাৰ ফলত কিমান বেপাৰীয়ে জনজাতীয়ৰ কিমান মাটি হাত কৰিলে—এইবোৰ কথা খৰচি মাৰি বিচাৰ কৰিলে কেতবোৰ অতি চাঞ্চল্যকৰ তথ্য প্ৰকাশ পাব। পিচে কেঁচু খান্দোতে সাপ ওলোৱাৰ ভয়ত কোনেও সেই কাম নকৰে।

পিচে তথ্য প্ৰকাশ পালেও শক্তিশালী ন্যস্ত স্বাৰ্থৰ গতি ৰোধ

কৰাটো সহজ কথা নহব। সেইবাবেই কেইবাটাও দশকৰ আগতে শদিয়া, বালিপাৰা, উত্তৰ লক্ষীমপুৰ আদিৰ জনজাতীয় অঞ্চলৰ ১০ লাখ ৯৮ হেজাৰ বিঘা মাটি অবৈধ ভাৱে অ-জনজাতীয় লোকৰ হাতলৈ হস্তান্তৰিত হোৱা সত্বেও কাকো একো ৰেখাপাত নকৰিলে। এনেবোৰ ন্যস্ত স্বাৰ্থৰ কাৰণেই ট্ৰাইবেল বেল্ট আৰু ব্লকৰ চিন-মোকাম নোহোৱা হ'ল। জনজাতীয় লোকক মাটি ঘূৰাই দিয়া ব্যৱস্থাও কোনো কালে কাৰ্যকৰী নহ'ল। আনকি জনজাতীয় লোকৰ মাটি হস্তান্তৰ কৰাটো নিষেধ কৰা ব্যৱস্থাও অসাৰ্থক কৰি তোলাৰ বাবে সুৰুঙা উলিওৱাৰো থল ওলাল। অ-গ-প চৰকাৰৰ দিনত কৰা তেনে ব্যৱস্থা পৰৱৰ্তী আমোলত ল'ৰা পঢ়ুৱাবলৈ মাটি বেচাটো জনজাতীয় লোকৰ বাবে নিতান্ত প্ৰয়োজনীয় বুলি টুলুঙা যুক্তিৰে ওফৰাই দিবৰ বেলিকা কাৰো বিবেক-দংশন নহ'ল।

আনহাতে চিলিং আইন মতে চৰকাৰৰ হাতলৈ যোৱা মাটি কিমান জনজাতীয় লোককে ধৰি থলুৱা লোকৰ হাতলৈ গ'ল, ভূমিহীন খেতিয়কক মাটি দিয়া আচনিৰ যোগেদি কিমান জনজাতীয় আৰু অন্যান্য থলুৱা লোক উপকৃত হ'ল, বান-পীড়িত আৰু খহনীয়াৰ দ্বাৰা বিধ্বস্ত হোৱা কিমান জনজাতীয় লোককে ধৰি থলুৱা লোকক মাটি দিয়া হ'ল—তাৰো তথ্য উলিয়ালে বিস্ময়কৰ ছবি এখন দেখিবলৈ পোৱা যাব। দৰাচলতে চিলিং আইন কৰি তেতিয়াৰ চৰকাৰে 'প্ৰগতিশীল' নীতিৰ চং দিলে মাত্ৰ; তাকে কৰি ভোট-বেংক গজগজীয়া কৰিলে; থলুৱা লোকক বঞ্চিত কৰাৰ নতুন কায়দা অৱলম্বন কৰিলে; অসমৰ সত্ৰ আৰু দ'ল-দেৱালয় বোৰক মাটিৰ পৰা বঞ্চিত কৰি লাওলোৱা কৰাৰ লগতে অসমীয়া সংস্কৃতিৰ ভেটিটোকে থানবান কৰিলে। আনহাতে কিন্তু 'প্ৰগতিশীল' চৰকাৰে মূৰকত চিলিং আইন যোগে গ্ৰহণ কৰা মাটিৰ বুজন ভাগ এটা মাটিৰ গৰাকী সকলৰ ভোগৰ বাবে আওপকীয়া ভাৱে এৰি দিলে!

সেইদৰে মাটিৰ পট্টা দিয়া বুলি লগোৱা হৈচৈৰ আঁৰত কি ঘটিছে, তাৰো বিশ্লেষণ কৰিলে দেখা যাব যে খঁকুৱাই পাত কাটোতেই গ'ল, নিখঁকুৱাই মাটিতে খালে। হেজাৰ হেজাৰ জনজাতীয় লোক পট্টা পোৱাৰ পৰা বঞ্চিত হ'ল; অথচ অন্যায় আৰু অবৈধ ভাৱে মাটি হাত কৰা সকলেহে

জাতত উঠিল।

## এটা গুৰুত্বপূৰ্ণ ৰায়

মহাৰাষ্ট্ৰ চৰকাৰে ১৯৭৪ চনতে এখন আইন কৰিছিল–জনজাতীয় লোকক তেওঁলোকে হেৰুওৱা মাটি পুনৰ তেওঁলোকক দিয়াৰ কাৰণে । এই আইনৰ বিৰুদ্ধে বহুতো লোক জঁকি উঠিল। বোম্বাই উচ্চ ন্যায়ালয়ত গোচৰ উঠিল। আনকি উচ্চতম ন্যায়ালয়তো এই আইনৰ বিৰুদ্ধে গোচৰ উত্থাপিত হোৱাত উচ্চতম ন্যায়ালয়ে আইনখন যুক্তি-সন্মত হোৱা বুলি ৰায় দিলে। উচ্চতম ন্যায়ালয়ে ক'লে যে সমাজৰ সকলো লোকৰ মাজত সম্পদৰ উচিত বিভাজনৰ বাবে ন্যায় বিতৰণৰ আহিলা স্বৰূপে এই আইনখন প্ৰয়োগ কৰিব লাগে।

এই ৰায়ৰ সম্পৰ্কত উচ্চতম ন্যায়ালয়ে মন্তব্য কৰিছিল–"মাটি আৰু নতুন অৰ্থনৈতিক সা-সুবিধাৰ সন্ধানত অৰ্থনৈতিক ভাৱে অধিক উন্নত আৰু ৰাজনৈতিক ভাৱে অধিক শক্তিশালী জনগোষ্ঠী সমূহে জনজাতীয় অঞ্চলত প্ৰবেশ কৰি সুদীৰ্ঘ কাল সৰহ ভাগ জনজাতীয় সমাজৰ ওপৰত হেঁচা প্ৰয়োগ কৰি আহিছে। এনে জনস্ৰোতে মাটিৰ বাবে সংগ্ৰাম কৰিব লগীয়া অৱস্থা সৃষ্টি কৰিছে আৰু সাধাৰণতে এই সংগ্ৰামত জনজাতীয় সকল পৰাস্ত হৈছে। পৈতৃক মাটিৰ পৰা বঞ্চিত হৈ তেওঁলোক দৰিদ্ৰ, মাটিহীন কৃষি-বনুৱালৈ ৰূপান্তৰিত হৈছে।........."

উচ্চতম ন্যায়ালয়ৰ এই ৰায়ে দিক-দৰ্শন কৰাব লাগিছিল। কিন্তু কৰিলে জানো? গোঁজ পোতা স্বাৰ্থই আজিও হেঙাৰ পুতি থৈছে। এনে প্ৰৱল শক্তিৰ বিৰুদ্ধে শক্তিহীন স্বায়ত্ত শাসিত পৰিষদ এখনে কি কৰিব? শেহতীয়া পঞ্চায়ত নিৰ্বাচনত দেখা গ'ল যে চিলা পথাৰ আদি জনজাতীয় অঞ্চলত জনজাতীয় প্ৰাৰ্থীক পৰাস্ত কৰি এনে কিছুমান লোক নিৰ্বাচিত হ'ল--যিসকল জনজাতীয়ও নহয়, থলুৱাও নহয়। তেনেবোৰ অঞ্চলত মাটিৰ পট্টাও জনজাতীয় লোকে নেপালে–পালে আনেহে। স্কুলৰ বাবে মঞ্জুৰী দিয়া, স্কুল চৰকাৰী কৰা আদিৰ ক্ষেত্ৰতো একে বিকাৰেই পৰিলক্ষিত হ'ল।

অক্টোপাছৰ এনে খামোচৰ পৰা উদ্ধাৰ পাবলৈ হ'লে পোনতে

অর্থনৈতিক ভেটিৰ আমূল সংস্কাৰ সধাৰ বাবে কঠোৰ ব্যৱস্থা লোৱাৰ বাহিৰে আন উপায় নাই। দৰাচলতে ক'বলৈ গ'লে জনজাতীয়েই হওক বা অজনজাতীয়েই হওক – নিঃস্ব মানুহখিনিক উদ্ধাৰ কৰিবলৈ এই পটভূমিৰ পৰাহে কাম আৰম্ভ কৰিব লাগিব। এইখিনিতে চৰকাৰ দুখ লগাকৈ পৰাস্ত হৈছে। এতিয়া নতুন অর্থনৈতিক নীতিৰ নামত যিবোৰ কাৰবাৰ চলিছে, তাৰ ফলত অর্থনৈতিক, ৰাজনৈতিক ক্ষমতা বিশেষ এটা মহলৰ হাতৰ মুঠিলৈ যোৱাৰ আশংকাহে বাঢ়িছে।

এনে অৱস্থাত বিভিন্ন ধৰণৰ প্ৰশাসনীয় গোটত ভাগ ভাগ হ'লে এই নিঃস্ব মানুহ খিনিৰে বিপদ বাঢ়িব। এতিয়া ৰাজনৈতিক আৰু অর্থনৈতিক মুনাফা আদায় কৰাৰ বাবে এনেদৰে ভাগ ভাগ কৰাৰ প্ৰচেষ্টা নিশ্চয় বাঢ়িব। কিন্তু জনজাতীয় লোকৰ ক্ষেত্ৰত যে বিশেষ ব্যৱস্থাৰ প্ৰয়োজন সেইটো খাটাং। তাৰ বাবে ভেটি ৰচনা কৰিব লাগিব–তৃণমূলৰ পৰা। সেই ভেটি টনকিয়াল কৰিহে পৰৱৰ্তী পদক্ষেপ লোৱাটো প্ৰয়োজনীয় —— নহ'লে সুদে-মূলে হেৰুৱাব লগীয়া হ'ব।

এতিয়া ভাগে ভাগে পৰিষদ গঠন, অনুসূচিত জাতি-জনজাতিৰ তালিকাৰ সম্প্ৰসাৰণ, অনগ্ৰসৰ বুলি বিভিন্ন জন-সমষ্টিৰ চিনাক্তকৰণ– ইত্যাদিৰ যি ধুম উঠিছে, তাৰ পৰা ধাৰণা হৈছে যে ইয়াৰ পৰা কোনো কোনো মহলৰ ৰাজনৈতিক সুবিধা হ'লেও সংশ্লিষ্ট মানুহখিনি কিন্তু একে স্থিতিতে থাকিব —— বৰং বিভিন্ন ধৰণেৰে ভাগ ভাগ হোৱাৰ ফলত তেওঁলোকৰ দুৰ্বলতাহে বাঢ়িব আৰু মূল সমস্যাক আঁৰ-বেৰ দি ঢাকি ৰাখিবলৈকো সুবিধা হ'ব।

এই বিষয়ে সকলো সজাগ হ'ব লাগে। সুদীৰ্ঘ কালৰ শোষণৰ প্ৰায়শ্চিত্ত কৰিবলৈ মুকলি মন লৈ উন্নত স্থিতিত থকা লোক সকল আগুৱাই আহিব লাগিব। বাতৰি কাকতেও দিক দৰ্শনৰ কামত আত্মনিয়োগ কৰিব লাগিব। এই বিষয়ত বাতৰি কাকতে উচিত ভূমিকা লব নোৱাৰিলে–মই নিজকো তাৰ ব্যতিক্ৰম বুলি ধৰা নাই। আমি একোকে কৰিব নোৱাৰিলোঁ।

# নেতৃত্বৰ দৈন্য

সংকটৰ সময়ত সবল নেতৃত্বই পোহৰৰ বাট দেখুওৱাৰ উজ্বল দৃষ্টান্ত এইখন অসমতে ওলাব। আজি বিভিন্ন সংকটে কৰাল মূৰ্তি ধৰি অসমক ঘেৰি ধৰাৰ পৰত নেতৃত্বৰ দৈন্যই আমাৰ মনক খুচি-বিন্ধি আছে।

শক্তিশালী ক্ষমতা-গোষ্ঠীৰ তাড়নাত পৰি যি পথেদি যাবলৈ নেতৃত্ব বাধ্য হৈছে, তাৰ ফলত অসম নিঃশেষ হোৱাৰ পথ বহল হৈ গৈছে।

সেয়েহে আজি মনত পৰিছে স্বৰ্গীয় গোপীনাথ বৰদলৈলৈ। 'গ্ৰুপিং আচনি'ৰ বেলিকা সৰ্বভাৰতীয় নেতৃত্বৰ বিৰুদ্ধে অকলে যুঁজি অসমক উদ্ধাৰ কৰা এইজন বৰেণ্য নেতাৰ নেতৃত্বত চলা চৰকাৰৰ চেহেৰা সুকীয়া আছিল। অৱশ্যে এটা সময়ত দেশত 'ৰাজনৈতিক বাওনা'ৰ শাসন প্ৰৱৰ্তিত হোৱা নাছিল। বৰদলৈ, বিধান চন্দ্ৰ ৰায়, গোবিন্দ বল্লভ পন্ত, মোৰাৰজী দেশাই আদি নেতাৰ নেতৃত্বত চলা ৰাজ্য চৰকাৰবোৰ আঠু ভঙা চৰকাৰ নাছিল। কিন্তু অনুক্ৰমে অৱস্থাৰ পৰিবৰ্তন ঘটিল। কেন্দ্ৰীভূত ক্ষমতাৰ নীতিয়ে সকলো ওলট-পালট ঘটাই দিলে। চৰ্দাৰ বল্লভভাই পেটেলৰ নিচিনা নেতাৰো অৱমূল্যায়ন হ'ল। জৱাহৰলাল নেহৰু ক্ষমতাৰ কেন্দ্ৰ-বিন্দু হৈ পৰিল। মাজতে কামৰাজে নিজৰ ব্যক্তিত্বৰ বলেৰে বাট ভেটা দিছিল যদিও তেৰোঁ একাষৰীয়া হ'ব লগীয়া হ'ল। একে প্ৰক্ৰিয়াৰে তাৰ পৰৱৰ্তী কালতো আৰু কেইবাজনো একাষৰীয়া হ'ব লগীয়া হ'ল। তেতিয়াৰ পৰাই ৰাজনৈতিক বাওনাৰ পত্তন ঘটিল। তেনে হোৱাটোৱেই স্বাভাবিক। ডাঙৰ গছে সাৰ শুহি নিয়াৰ মূৰত সেই গছৰ তলত সুঠাম গছ নগজে। ভাৰতৰ ৰাজনীতিত এই বেমাৰে ধৰাৰ পৰা মুখ্যমন্ত্ৰী সকলৰ স্থিতিৰো অৱনতি ঘটিল। দিল্লীৰ দৰবাৰে মুখ্যমন্ত্ৰী বছাৰ নিয়ম প্ৰৱৰ্তিত হ'ল। সুকীয়া সুকীয়া গোষ্ঠীয়ে দিল্লীৰ দৰবাৰত পেচ কৰিলেই মুখ্যমন্ত্ৰী ভঙা-পতা কৰিব পৰা হ'ল। মুঠতে মুখ্যমন্ত্ৰী সকল আঠুৱা তলৰ মহ হৈ পৰিল। মেৰুদণ্ড পোনাই কথা কোৱাটো বা ৰাজ্যৰ কোনো প্ৰসঙ্গ লৈ দৃঢ়তাৰে কথা কোৱাটো অসম্ভৱ হ'ল।

অৱশ্যে ক্ষমতাৰ কেন্দ্ৰ-বিন্দু ইন্দিৰা গান্ধীৰ মুঠিলৈ অহাৰ আগতে তাৰ বিৰুদ্ধে এটা প্ৰচেষ্টা চলিছিল। এছ-কে-পাটিল, অতুল্য ঘোষ প্ৰমুখ্যে কেইজন মান নেতাক লৈ গঠিত 'ছিণ্ডিকেট' নামেৰে পৰিচিত গোট এটা

সংগ্ৰামত অৱতীৰ্ণ হৈছিল। কিন্তু 'ছিণ্ডিকেট'ৰ সদস্য সকলৰ প্ৰতিচ্ছবি উজ্বল নোহোৱা হেতুকে আৰু ইন্দিৰা গান্ধীৰ প্ৰকৃত স্বৰূপ প্ৰকাশ নোপোৱা কাৰণে সমৰ্থনৰ ভৰ ইন্দিৰা গান্ধীৰ পিনেহে বেছি হ'ল। ইন্দিৰা গান্ধীৰ স্বৰূপ সম্পৰ্কে মূল্যাংকন কৰোতে ভূল হোৱা কাৰণে 'ছিণ্ডিকেট'ৰ লগত হোৱা যুজ খনত আনকি আমিও বাতৰি কাকতৰ যোগেদি ইন্দিৰা গান্ধীকে সমৰ্থন জনাইছিলোঁ। ইপিনে ক্ষমতাৰ এইখন যুঁজৰ সময়তে ৰাজ্যিক মুখ্যমন্ত্ৰী সকলে—সাময়িক ভাৱে হলেও—হঠাৎ নতুন মৰ্যাদা পাইছিল। নিজৰ স্থিতি মজবুত কৰাৰ বাবে ইন্দিৰা গান্ধীয়ে বুজন সংখ্যক মুখ্যমন্ত্ৰীক ভিতৰ-চ'ৰালৈ ক্ষন্তেকীয়া ভাৱে নি নিজক গজগজীয়া কৰি উঠিয়েই কংগ্ৰেছ(ই) গঠন কৰাৰ পিচত এই মুখ্যমন্ত্ৰী সকলক ফটা কাগজ পেলোৱাদি দলিয়াই পেলালে।

পুনৰ ক্ষমতা-কেন্দ্ৰ গজগজীয়া হ'ল। দিল্লীৰ দৰবাৰ গজগজীয়া হোৱাৰ পৰা মুখ্যমন্ত্ৰীৰ পদো ডলাৰ বগৰিৰ দৰে হ'ল। মুখ ফুটাই কথা কোৱা মুখ্যমন্ত্ৰী নোহোৱা হ'ল। ৰাজ্যৰ নিভাঁজ স্বাৰ্থৰ কথা দাঙি ধৰোতা কোনো নেথাকিল।

গোপীনাথ বৰদলৈৰ পিছৰ পৰা অসমত মুখ্যমন্ত্ৰীৰ স্থিতি থৰক বৰক হোৱাৰ ফলত অসমৰ ইচ্ছা-আকাংক্ষা পূৰণ কৰাৰ বাটত বিঘিনি ঘটিবলৈ ধৰিলে । দুৰ্বল নেতৃত্বৰ এনে স্বৰূপ দেখিয়েই 'নতুন অসমীয়া' আৰু 'দৈনিক অসম'ৰ যোগেদি বিভিন্ন প্ৰসঙ্গত 'আঠুভগা নেতৃত্ব,' 'নপুংসক নেতৃত্ব' আৰু 'বদন'ৰ ভূমিকাৰ উল্লেখেৰে কৰা সমালোচনাই কোঁদো বাহত জুই দিছিল। কিন্তু অৱস্থাৰ পৰিবৰ্তন নহল বৰং নেতৃত্ব আৰু বেছিকৈহে পলসত সোমাল। ক্ষমতাৰ সমীকৰণ অংকৰ উত্তৰো সুকীয়া হ'ল—যাৰ ফলত 'ৰিমুট কন্ট্ৰল' ব্যৱস্থাৰেহে ৰাজ্য চৰকাৰ চলাৰ নিয়ম প্ৰৱৰ্তিত হ'ল।

সংসদতো দলীয় বান্ধোনে দলীয় সংসদী সদস্য সকলক বোবা কৰিলে। একালত কুলধৰ চলিহা আদি সদস্যই যি দৃঢ়তাৰে দিল্লীত বক্তব্য দাঙি ধৰিছিল, তাৰ চিন-মোকাম পিচলৈ নোহোৱা হ'ল। অৱশ্যে বিৰোধী পক্ষৰ হেম বৰুৱা, দীনেশ গোস্বামী, অজিত কুমাৰ শৰ্মা আদিয়ে দৃঢ়তাপূৰ্ণ বক্তব্যৰে উজ্বল ব্যতিক্ৰম ৰাখি গ'ল। অ-গ-পৰ সংসদী সদস্য সকলৰ বুজন ভাগ সৰৱ হৈ উঠিছিল যদিও এই সকল সদস্যৰ লগত অসমৰ তেতিয়াৰ অ-গ-প চৰকাৰে ঘনিষ্ঠ যোগাযোগ ৰখা নাছিল; ৰাজ্য চৰকাৰত থকা সকলে

এই সংসদী সদস্য সকলক প্ৰায় প্ৰতিদ্বন্দ্বী ৰূপে গণ্য কৰি ৰাজ্যৰ জ্বলন্ত সমস্যাবোৰৰ ক্ষেত্ৰত তেওঁলোকক তপতে তপতে সংসদ বহি থকা সময়তে তথ্য-পাতি যোগান ধৰি সহযোগিতা আগবঢ়োৱাৰ পৰা নিজক বিৰত ৰাখিছিল। ফলত অসমৰ প্ৰতিটো দাবী আধাখনীয়া হৈ থাকিল।

শেহতীয়া গতি-গোত্ৰ আৰু পাক লগা ধৰণৰ হ'লগৈ। অসমৰ কাৰণে থকা তাকৰীয়া সংখ্যক সংসদী আসনৰ পৰাই চান কাঢ়ি কেন্দ্ৰীয় মন্ত্ৰী এজনক এখন আসন দিলে। এইজন 'অসমৰ প্ৰতিনিধি'য়ে অসমৰ কাৰণে ভবাৰ নমুনা আমি ইতিমধ্যে পাইছোঁ। সম্ভৱতঃ এতিয়াৰ পৰা তেনে প্ৰক্ৰিয়াৰ মাত্ৰা বাঢ়িব।

## সমান্তৰাল প্ৰক্ৰিয়া

এইপিনে দুৱাৰত দাং দিয়াৰ লগতে আৰু এটা ৰাজনৈতিক প্ৰক্ৰিয়া সমান্তৰাল ভাৱে চলিবলৈ ধৰিলে। সেয়ে হ'ল মানুহক ভাগ ভাগ কৰা নীতি। ভেদ নীতিৰ জৰিয়তে ৰাজনৈতিক ভাৱে নিষ্কন্টক হোৱাৰ বাবে শাসক বৰ্গই চলোৱা প্ৰচেষ্টাৰ পৰিণতি আমি এতিয়া ভোগ কৰিছোঁ । সংহতিৰ শ্লোক মতা বগলি-ভকত সকলেই আজি অসমক থানবান কৰিলে। জাত, কুল, ধৰ্মীয় অনুভূতি, ন্যস্ত স্বাৰ্থ, গোষ্ঠীগত কন্দল সৃষ্টি—ইত্যাদি হৰেক উপাদান মিলাই প্ৰয়োগ কৰা অস্ত্ৰই আজি অসম আৰু অসমীয়াৰ হকে একমুঠ হৈ গোট বন্ধাটো অসম্ভৱ কৰি তুলিলে।

বিভিন্ন সময়ত এনে প্ৰক্ৰিয়া প্ৰকট হৈ পৰা আমি দেখিবলৈ পাইছোঁ। জনমতে সাকাৰ ৰূপ ধাৰণ কৰিবলৈ লোৱা দেখিলেই চক খোৱা এই সকল কৰ্ণধাৰে বিভিন্ন সময়ত দানৱীয় মূৰ্তি ধাৰণ কৰে। তেতিয়াই কাকতত তাৰ প্ৰতিবাদ জনোৱা হৈছিল। দৈনিক অসমত প্ৰকাশিত "অসমত গণতন্ত্ৰৰ বলিশাল" শিতানৰ সম্পাদকীয়ত লিখা হৈছিল—"যি কোনো মূল্য দি ব্যক্তি-স্বাৰ্থ বা গোষ্ঠী-স্বাৰ্থ ৰক্ষা কৰা এই সকল আত্ম ঘোষিত নেতাৰ কৃতকৰ্মৰ ফলত অসমৰ নাগৰিকৰ নিম্নতম মৌলিক স্বত্তও আজি অপহৃত হৈছে বুলি ক'লে অত্যুক্তি কৰা নহব। আমি সমগ্ৰ দেশৰ সচেতন নাগৰিকলৈ গোহাৰি জনাওঁ—যাতে অসমীয়া সমাজক এনেদৰে অন্যায় ভাৱে দেশৰ

গণতান্ত্রিক গাঁথনিৰ পৰা আঁতৰাই দিয়াৰ প্ৰচেষ্টাৰ বিপৰীতে জনমত সৃষ্টি কৰে। নহলে অসমবাসী প্ৰতাৰিত আৰু অৱহেলিত হোৱা মনোভাৱেৰে চৰম হতাশাগ্ৰস্ত নোহোৱাৰ কোনো যুক্তি নেথাকিব আৰু তেনে হতাশাজনক পৰিস্থিতিৰ মাজত প্ৰকৃত শান্তিৰ পৰিবেশ কেতিয়াও সম্ভৱপৰ নহয়। পৰাজিত জাতিক দমন কৰি ৰখাৰ নিচিনা মনোবৃত্তিক গণতান্ত্ৰিক দেশ এখনৰ অঙ্গৰাজ্য এখনৰ ক্ষেত্ৰত কোনো চিন্তাশীল ব্যক্তিয়ে প্ৰশ্ৰয় নিদিব বুলিয়েই আমি বিশ্বাস কৰোঁ।"

লগতে চৰকাৰক সঁকীয়াই দিয়া হৈছিল—'শান্তিকামী সকলো লোকে আইন-শৃংখলা ৰক্ষা কৰা, দুষ্কৃতি দমন কৰাটো বিচাৰে। তাৰ বাবে চৰকাৰ তৎপৰ হ'বই লাগিব। কিন্তু চৰকাৰী অকৰ্মণ্যতাৰ পোটক ৰাইজৰ ওপৰত তুলি আইন-শৃংখলা ৰক্ষা কৰাটো অসম্ভৱ কথা। জধেমধে অত্যাচাৰ চলাই শান্তি প্ৰতিষ্ঠা কৰিব নোৱাৰি—বৰং অস্থৈৰ্য, তিক্ততা আদিহে বাঢ়ে আৰু তাৰ ফলত সমস্যাই পোৱালি মেলে। কিন্তু এইবোৰ পন্থাৰ আয়ুস দীঘলীয়া হ'ব বুলি আশা কৰি থকা সকল মূৰকত নিৰাশ হ'বই লাগিব। ইতিমধ্যে প্ৰশাসনত এনে অৰাজকতাৰ পৰিণতিৰ প্ৰতিফলন ঘটিছেই। প্ৰশাসনৰ মাজত যি বান্ধ থকা উচিত, সেই বান্ধ নাই। দুৰ্নীতিয়ে কেওপিনে পোখাইছে। বাহিৰৰ প্ৰভাৱে অবাধে শ্ৰুতলিপি দিব পাৰিছে —— ফলত উচ্চ পদৰ বিষয়াও অথৰ্ব হৈ পৰিছে।" (আইনৰ শাসন, দৈনিক অসম)।

"দেশত কি হৈছে?"—এই শিতানত লিখা দৈনিক অসমৰ সম্পাদকীয়ত দাঙি ধৰা ছবিখনে আজি বাস্তৱত স্বচ্ছ ৰূপ ধাৰণ কৰিছে। ইয়াত লিখা হৈছিল—"যি সকলে দিনে নিশাই সংহতি, ধৰ্ম-নিৰপেক্ষতাৰ বাণী বিলাই ফুৰে, তেওঁলোকেই ইটো সিটো লোক-সমষ্টিৰ মাজত বিভাজন সৃষ্টি কৰিবৰ বাবে সমগ্ৰ প্ৰশাসন-যন্ত্ৰক নিয়োগ কৰিছে। তাৰ পৰিণাম ইতিমধ্যে বিভিন্ন ক্ষেত্ৰত প্ৰতিফলিত হৈছে। ইয়াৰ জৰিয়তে হয়তো সাময়িক ভাৱে শাসক বৰ্গই ৰাজনৈতিক মুনাফা লাভ কৰিছে। কিন্তু তাকে কৰি দেশখনক দুৰ্যোগৰ মাজলৈ ঠেলি দিয়া হৈছে। সেইদৰে ধৰ্মনিৰপেক্ষতাৰ ভণ্ডামিৰ আঁৰত গোকাট সাম্প্ৰদায়িক খেলৰ অৱতাৰণা কৰি গুৰুতৰ সংকট সৃষ্টি কৰা হৈছে। পিচে এইদৰে অবাটে গ'লেই শাসক বৰ্গৰ ওপৰত হেঁচা বঢ়াটো স্বাভাৱিক। তেনে পৰিস্থিতিত উপায়ান্তৰ হৈ শাসক বৰ্গ এতিয়া অসহিষ্ণুতাৰ চৰম বিন্দুত

উপনীত হৈছে। ফলত অগণতান্ত্ৰিক কাৰ্যকলাপৰ মাত্ৰা বাঢ়িছে, জৰুৰী আইনৰ প্ৰয়োগ বাঢ়িছে, পুলিচ, টি-আৰ-পিৰ অপপ্ৰয়োগৰ মাত্ৰা বাঢ়িছে। ৰাষ্ট্ৰীয় নিৰাপত্তা আইনৰ অপপ্ৰয়োগ হৈছে.....।”

## দায়িত্বহীনতা

ৰাষ্ট্ৰীয় নিৰাপত্তা আইন কিমান দায়িত্বহীন ভাৱে প্ৰয়োগ কৰা হৈছে আৰু চৰকাৰী কাৰ্যব্যৱস্থা কিছুমানে মানুহক কিমান দূৰলৈ ঠেলি পঠাইছে, তাৰ দেখাৰ উদাহৰণ পোৱা যাব। চৰুৰ এটা চাউল পিটিকি চালেই ভাত সিজিছে নে নাই, সেইকথা গম পোৱা যায়। এই ক্ষেত্ৰতো এটা ‘চাউল’ পিটিকি চাব খুজিছোঁ। ১৯৮৩ চনৰ ২৮ জানুৱাৰী তাৰিখে গুৱাহাটী উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশ টি-এন সিঙক লৈ গঠিত খণ্ড আদালতে দিয়া ৰায় এটাৰ কথা উল্লেখ কৰিব খুজিছোঁ। আটক কৰি ৰখা কণক কলিতা আৰু ভূৱনেশ্বৰ লহকৰ নামৰ দুজন লোকক মোকলাই দিবলৈ নিৰ্দেশ দি ন্যায়ালয়ে বে-আইনী ভাৱে স্বাধীনতা খৰ্ব কৰা আৰু অন্যায় ভাৱে আটক কৰি হাৰাশাস্তি কৰা বাবে তেওঁলোক দুজনক ক্ষতিপূৰণ দিবলৈ ৰাজ্য চৰকাৰক নিৰ্দেশ দিয়ে। মিছা তথ্য দিয়াৰ বাবে দাযী লোকক বিচাৰি উলিয়াবলৈ তদন্ত কৰাৰ বাবেও ন্যায়ালয়ে নিৰ্দেশ দিছিল । ৰাষ্ট্ৰীয় নিৰাপত্তা আইনখন কিমান দায়িত্বহীন ভাৱে প্ৰয়োগ কৰা হয়, এই গোচৰটোৱে তাকে উদঙাই দিয়াৰ বাবেই ন্যায়ালয়ে কঠোৰ মনোভাব লয় ।

১৯৮৩ চনৰ ৬ জানুৱাৰী তাৰিখে তেতিয়াৰ কামৰূপৰ জিলা দণ্ডাধীশ এছ-কে অগ্নিহোত্ৰীয়ে বৰ্ত্তিয়াৰ কণক কলিতা, ভূৱনেশ্বৰ লহকৰ আৰু কণক শইকীয়াক ৰাষ্ট্ৰীয় নিৰাপত্তা আইন মতে আটক কৰাৰ নিৰ্দেশ দিয়ে। তেওঁলোকৰ বিৰুদ্ধে তোলা অন্যতম অভিযোগ আছিল—অস্ত্ৰ-শস্ত্ৰৰ ব্যৱহাৰ সম্পৰ্কে প্ৰশিক্ষণ দিবলৈ অস্ত্ৰ গোটোৱা বিষয়ে আলোচনা কৰিবলৈ ১৭/১২/৮২ তাৰিখে বিয়লি ৫ বজাৰপৰা ৬-৪৫ বজাৰ ভিতৰত তেওঁলোকে বিদ্যাগড় গাঁও পঞ্চায়তৰ পুৰণি কাৰ্যালয়ত গোপন বৈঠক পাতিছিল । আটককৰণৰ বিৰুদ্ধে আপীল কৰোতে কিন্তু ওলাই পৰিল যে আন এটা গোচৰৰ সম্পৰ্কত

কণক শইকীয়াক ১১/১২/৮২ তাৰিখৰ পৰা ২৬/১২/৮২ তাৰিখলৈ গুৱাহাটীৰ জেলত আটক কৰি ৰখা হৈছিল। এনেস্থলত ১৭/১২/৮২ তাৰিখে তেওঁ গোপন বৈঠকত যোগ দিয়া কথাটো মনে সজা। তদুপৰি বিদ্যাগড় গাঁও পঞ্চায়তৰ পুৰণি কাৰ্যালয়টো ৩ বছৰ ধৰি অসম পুলিচ বাহিনীৰ দখলত আছে.। এনে স্থলত পুলিচৰ উপস্থিতিত তাত গোপন আলোচনা কৰাটো সম্ভৱপৰ নহয়।

পিছত ৰাজ্য চৰকাৰে কণক শইকীয়াক আটক কৰা নিৰ্দেশ প্ৰত্যাহাৰ কৰে আৰু উচ্চ ন্যায়ালয়ৰ খণ্ড আদালতে বাকী দুজনকো এই ৰায় মতে মুক্তি দিয়ে। ৰাষ্ট্ৰীয় নিৰাপত্তা আইন, টাডা আইন আদিৰ জৰিয়তে কৰ্তৃপক্ষই কিমান অনাচাৰ চলাইছে — এয়া তাৰে এটা উদাহৰণ।

যোৱা দুটামান দশকৰ ভিতৰত এনে কিমান ঘটনা ঘটিছে, তাৰ হিচাপ নোলাব। কিন্তু এনেবোৰ অত্যাচাৰেই মানুহক ক্ষুব্ধ কৰি তুলিছে। পিছে ইমানবোৰ পন্থা লৈয়ো মানুহৰ মনৰ মাজত পোত খাই থকা অসন্তোষ, বিতৃষ্টি নিঃশেষ কৰিব পৰা নহ'ল। তাকে চম্ভালিবলৈ ওপৰঞ্চি ব্যৱস্থাৰো প্ৰয়োজন হ'ল। সেইখিনি প্ৰয়োজনীয়তা পূৰণ কৰিলে -নিম্নতম মানৱাধিকাৰ গচকি পেলোৱা জৰুৰী আইন, পুলিচ, অৰ্দ্ধসামৰিক আৰু সামৰিক বাহিনীৰ আতিশয্যই।

## সেনাৰ অপপ্ৰয়োগ

যি ভাৰতীয় সৈন্য বাহিনীক চীনৰ আক্ৰমণৰ আগত থিয় দিবলৈ যাওঁতে অসমৰ পুৰুষ-নাৰী, ল'ৰা-ছোৱালী সকলোৱে অন্তৰভৰা আদৰণি জনাইছিল, সেই ভাৰতীয় সৈন্য বাহিনীৰ অপপ্ৰয়োগ ঘটাই চৰকাৰে জনমানসৰ পৰা আমাৰ প্ৰতিৰক্ষাৰ সেৱকসকলক কাৰ্যতঃ আঁতৰাই নিয়াৰ নিচিনা ভয়ংকৰ কাৰ্য-ব্যৱস্থা হাতত লৈ চুটি বুদ্ধিৰ চিনাকি দিছে। কোনো ৰাজ্যৰ আইন-শৃংখলাৰ নামত জধে-মধে সামৰিক বাহিনীক নিয়োগ কৰা ব্যৱস্থাই দেশৰ যি গুৰুতৰ ক্ষতি সাধিছে সেই কথা আজি সামৰিক বিভাগৰ মূৰব্বী পদাধিকাৰীসকলৰ এভাগৰ লগতে প্ৰতিৰক্ষা মন্ত্ৰীয়েও উপলব্ধি কৰিছে।

আইন-শৃংখলাৰ গাত ভেজা দি ৰাজনৈতিক উদ্দেশ্যেৰে সামৰিক বাহিনীক প্ৰয়োগ কৰাৰ প্ৰৱণতাই আনহাতে সামৰিক পদাধিকাৰীসকলৰ এভাগকো বেনামীকৈ ৰাজনীতি কৰাৰ সুবিধা দিছে । উদাহৰণ স্বৰূপে অসমত আইন-শৃংখলা ৰক্ষা কৰাৰ দায়িত্ব পোৱা একাংশ সামৰিক বিষয়াই দেখাদেখিকৈ ৰাজনৈতিক, পক্ষপাতমূলক মন্তব্য কৰিবলৈকো কুণ্ঠাবোধ কৰা নাই । আনকি ন্যায়পালিকাক বিদ্ৰূপ কৰি মুকলিমূৰীয়াভাৱে মন্তব্য কৰা সামৰিক পদাধিকাৰীও ওলাইছে । ভৱিষ্যতৰ 'সংস্থান'ৰ লক্ষ্য আগত ৰাখি কৰিবলৈ লোৱা এনেবোৰ কাৰ্যই পৰোক্ষভাৱে চৰকাৰৰ পৰাই উদগনি পাইছে। অৱসৰপ্ৰাপ্ত সামৰিক বিষয়াক ৰাষ্ট্ৰদূত, ৰাজ্যপাল আদি পদৰ টোপ গিলিবলৈ দি চৰকাৰেই এনে মানসিকতা গঢ়াত বৰঙণি যোগাইছে ।

আনহাতে সামৰিক বাহিনীৰ লোকৰ মাজত সময়ে সময়ে দেখিবলৈ পোৱা উন্মত্ত আচৰণৰ পৰা ধাৰণা হৈছে যে স্বাধীন ভাৰতৰ সামৰিক বাহিনীক যি মানসিক দীক্ষা দি দেশবাসীৰ আপোনজনৰূপে প্ৰতিবিম্বিত কৰি তোলাৰ প্ৰয়োজন আছিল, সেই প্ৰয়োজনীয়তা পূৰণ কৰা হোৱা নাই । তাৰ ঠাইত বিকৃত মানসিকতা এটাহে বহুত সময়ত দেখিবলৈ পোৱা যায় । যোৱা কেইবাটাও দশকৰ ভিতৰত আমি অসমতে এনে অভিজ্ঞতা লাভ কৰিছোঁ। দৈনিক অসমত এবাৰ 'গুৱাহাটীত গুণ্ডা' শিতানৰ সম্পাদকীয় এটা লিখিব লগীয়া হৈছিল – একাংশ সৈন্যৰ উচ্ছৃংখলিক কেন্দ্ৰ কৰিয়েই । তেতিয়া গুৱাহাটীৰ পৰিস্থিতি উত্তপ্ত অৱস্থাৰ্ত নাছিল । স্বাভাৱিক জীৱন-যাত্ৰা অব্যাহত আছিল । এনে পৰিৱেশৰ মাজতে কৰ্তব্যৰত অৱস্থাত নথকা, অসামৰিক সাজত (কিন্তু তেনে অৱস্থাত কান্ধত বন্দুক ওলোমাই লৈ ফুৰোৱাটো নিয়ম নহয় যদিও) সৈনিক এদলে গুৱাহাটীত উচ্ছৃংখলিৰ চূড়ান্ত নিদৰ্শন দেখুৱালে। উজানবজাৰত থকা প্ৰেছ ট্ৰাষ্ট অৱ ইণ্ডিয়াৰ কাৰ্যালয়ৰপৰা এজন সাংবাদিকক চোঁচোৰাই উলিয়াই নি মাৰপিট কৰি ধৰি লৈ যায় আৰু বাটকৰাকো মাৰপিট কৰে । এই কাৰ্যই যথেষ্ট উত্তেজনা সৃষ্টি কৰে । সেই সন্দৰ্ভতে সেনাৰ উদণ্ড কাৰ্যাৱলীৰ সমালোচনা কৰি 'গুৱাহাটীত গুণ্ডা' শিতানৰ সম্পাদকীয় প্ৰকাশ কৰা হৈছিল । এনে মন্তব্যৰ বাবে ওপৰ মহল ক্ৰুদ্ধ হৈছিল । সম্পাদকীয়ৰ অনুবাদ তপতে তপতে দিল্লীলৈ প্ৰেৰণ কৰাৰ খবৰো পাইছিলোঁ।

তেনে মানসিকতাৰ উদাহৰণ অৱশ্যে আন বহুত ক্ষেত্ৰত পোৱা হৈছিল । আন্দোলনৰ সময়ত নলবাৰী মহকুমাৰ গাঁৱত সামৰিক বাহিনীৰ লোকে গঞ্জা বাইজৰ মাজত যি নাৰকীয় ঘটনাৰ পোহাৰ মেলিলে, তাৰ বিৰুদ্ধে ৰাইজ সৰৱ হৈ উঠিছিল । "অত্যাচাৰ বন্ধ কৰক" – এই শিতানৰ সম্পাদকয়ীৰ জৰিয়তে এই বিষয়ে চৰকাৰৰো দৃষ্টি আকৰ্ষণ কৰা হৈছিল । আটাইতকৈ দুখৰ কথা যে নাৰী ধৰ্ষণৰ কেইবাটাও ঘটনাক কেন্দ্ৰ কৰি তোলপাৰ লাগিছিল । কৰ্তৃপক্ষই অৱশ্যে এইবোৰ ঘটনা মিছা বুলি খণ্ডন কৰিবলৈ যত্নৰ ক্ৰুটী কৰা নাছিল । ভাবিলে আচৰিত লাগে যে অকল ৰাজনৈতিক বিবেচনাৰে অসমৰে একাংশ লোকেও ধৰ্ষণৰ অভিযোগ মাত্ৰ অপপ্ৰচাৰ বুলি অভিহিত কৰিছিল ।

কিন্তু বহুত দিনৰ মূৰত জানিবলৈ পোৱা গ'ল যে এই অভিযোগৰ বিষয়ে বিচাৰ লৈ প্ৰতিবেদন দিবলৈ ভাৰ পোৱা সামৰিক বিষয়াজনৰ প্ৰতিবেদন কৰ্তৃপক্ষৰ মনঃপুত নহ'ল । তেওঁক প্ৰতিবেদন সলাবলৈ জোৰ কৰাত বিষযাগৰাকী সন্মত নহ'ল । তাৰ ফলতে সামৰিক বিষয়াগৰাকী আগতীয়াভাৱে অৱসৰ ল'বলৈ বাধ্য হ'ল বুলি গম পোৱা গৈছিল ।

সামৰিক বাহিনীক সংযতভাৱে প্ৰয়োগ কৰাৰ প্ৰয়োজনীয়তা দেশৰ কৰ্ণধাৰসকলে উপলব্ধি নকৰাৰ উদাহৰণ পৰৱৰ্তী কালতো পোৱা গ'ল । আলফাৰ বিৰুদ্ধে অভিযান চলোৱাৰ নামত সামন্তযুগীয় উৎপীড়নৰ মেলা পাতি চৰকাৰে কাৰ্যত ঃ নিজেই ঘাই সূঁতিৰপৰা মানুহক ঠেলি পঠিওৱাৰ ব্যৱস্থা কৰি বিহ গছৰ কঠীয়া পাৰিলে ।

## বিদেশত প্ৰতিধ্বনি

অসমত শান্তি-শৃংখলা ৰক্ষা কৰাৰ নামত চলোৱা কাৰ্য-কলাপৰ প্ৰতিধ্বনি বিদেশতো উঠিছে । অসমকে ধৰি কেতবোৰ ৰাজ্যত সন্ত্ৰাসবাদ দমন কৰাৰ নামত মানৱাধিকাৰ ভঙ্গ কৰা বুলি মাৰ্কিন চৰকাৰৰ সংশ্লিষ্ট বিভাগীয় প্ৰতিবেদনত অভিযোগ কৰা হৈছে । মাৰ্কিন কংগ্ৰেছতো দাবী

উত্থাপিত হৈছিল যে মানৱাধিকাৰ ভঙ্গ কৰা 'টাডা' প্ৰমুখ্যে ৫ খন বিশেষ আইন উঠাই ন'ললে ভাৰতক দিয়া মাৰ্কিন সাহায্য কৰ্তন কৰিব লাগে। 'এমনেষ্টি ইণ্টাৰ নেচনেল'ৰ তৰফৰপৰাও ধাৰাবাহিকভাৱে বিভিন্ন ঘটনাৰ বিতং বিৱৰণ দি নানান অভিযোগ তোলা হৈছে ।

নিউয়ৰ্কত থকা মানৱাধিকাৰ সংগঠন 'দা এছিয়া ৱাট্‌চ' এ অসমত মানৱাধিকাৰ লংঘন কৰা বাবে ভাৰতৰ নিৰাপত্তা বাহিনী আৰু আলফাক দোষাৰোপ কৰিছে । ইয়াত কোৱা হৈছে যে সন্ত্ৰাস্‌বাদ-বিৰোধী অভিযান চলাওঁতে নিৰাপত্তাৰক্ষী বাহিনীয়ে সন্ত্ৰাসবাদীৰ প্ৰতি সহানুভূতিশীল বুলি সন্দেহ কৰা যুৱকৰ আত্মীয়-স্বজন আৰু ওচৰ চুবুৰীয়া লোকক হাৰাশাস্তি কৰিছে। সামৰিক বাহিনীৰ বিৰুদ্ধে অভিযোগ তুলি কোৱা হৈছে যে তেওঁলোকে ন্যায়িক প্ৰক্ৰিয়াৰ চিৰাই গৈ হত্যাকাণ্ড সংঘটিত কৰিছে, অবৈধভাৱে সান্ধ্য আইন বলৱৎ কৰিছে, সেনাৰ শিবিৰত সুদীৰ্ঘ কাল আটক কৰি ৰাখিছে, নাৰী ধৰ্ষণৰ নিচিনা কাৰ্যত জড়িত হৈছে । (এই প্ৰতিৱেদনত অৱশ্যে ন্যায়পালিকাক উলংঘা কৰি ন্যায়ালয়ৰ নিৰ্দেশ অৱমাননা কৰাৰ কথা অন্তৰ্ভূক্ত হোৱা নাই।)

প্ৰতিৱেদনত 'টাডা' আইনকে ধৰি নিবাৰক নিৰোধ আইনসমূহ প্ৰত্যাহাৰ কৰিবলৈ ভাৰত চৰকাৰৰ প্ৰতি আহ্বান জনায় । 'টাডা' আইনৰ কথা উল্লেখ কৰি ইয়াত কৈছে যে এই আইনৰ পৰিসৰৰ ব্যাপকতাৰ সুযোগ লৈ ৰাজনৈতিক প্ৰতিপক্ষৰ বিৰুদ্ধেও এইখন আইন প্ৰয়োগ কৰা হৈছে ।

প্ৰতিৱেদনত আলফাৰ বিভিন্ন কাৰ্যাৱলীৰ উদাহৰণ দি মানৱাধিকাৰ লংঘন কৰাৰ বিৱৰণো দিয়া হৈছে । ইয়াৰ ভিতৰত বোমা বিস্ফোৰণ, অপহৰণ, হত্যাকাণ্ড আদি ঘটনাৰ কথা উল্লেখ কৰিছে ।

আজি সমগ্ৰ দেশতে হিংসাই মূৰ দাঙি উঠাটো অতিশয় উদ্বেগৰ কথা । এই নতুন ধাৰাই মানুহৰ মূল্যবোধকে নিঃশেষ কৰি দিছে । নতুন প্ৰজন্মৰ কাৰণে সেয়ে বিপৰ্যয় স্বৰূপ হৈছে । ইয়াৰ বিৰুদ্ধে সুচিন্তিতভাৱে থিয় দিয়াটো প্ৰয়োজন । অকল বিশেষ ক্ষমতা দান কৰা আইন, পুলিচ, অৰ্দ্ধ-সামৰিক বাহিনী আৰু সামৰিক বাহিনী প্ৰয়োগ কৰি এই সমস্যা সমাধান কৰিব নোৱাৰি । চৰকাৰী সন্ত্ৰাসবাদে সমস্যা বঢ়াবহে আৰু যাই সুঁতিৰ পৰা

আঁতৰি যোৱা মানুহৰ সংখ্যা অনুক্ৰমে বঢ়াই নি গুৰুতৰ পৰিস্থিতি এটাহে সৃষ্টি কৰিব ।

## চৰকাৰী সন্ত্ৰাসবাদ

সন্ত্ৰাসবাদ (চৰকাৰীয়েই হওক বা বেচৰকাৰীয়েই হওক) ইতিবাচক পথ হ'ব নোৱাৰে । ইয়াৰ ভেটিত.কেতিয়াও নিগাজী গাঁথনিত হ'ব নোৱাৰে। 'চৰকাৰী' সন্ত্ৰাসবাদো নেতিবাচক; ইয়াৰ ফলত সমস্যায়ো :পোৱালি মেলিব। আজি চৰকাৰী সন্ত্ৰাসবাদৰ বিৰুদ্ধে আন্তঃৰাষ্ট্ৰীয় পৰ্যায়তো প্ৰতিবাদ উত্থাপিত হৈছে । ইয়াৰ গুৰি ধৰিছে - 'এমনেষ্টি ইণ্টাৰনেচনেল'এ । ভাৰতৰ সেনা বাহিনী, অৰ্দ্ধসামৰিক বাহিনী আৰু পুলিচৰ কাৰ্য-কলাপ সম্পৰ্কে এই সংগঠনে উত্থাপন কৰা গুৰুতৰ অভিযোগবোৰ উৰাই দিবলৈ চৰকাৰে যিমানেই চেষ্টা নকৰক, ইয়াৰ হেঁচা কিন্তু চৰকাৰৰ ওপৰত পৰিছে । সেই দেখি মানৱাধিকাৰ ৰক্ষা কৰাৰ বিশেষ ব্যৱস্থা লোৱাৰ দিহা কৰিবলৈ আমাৰ দেশতো ৰাষ্ট্ৰীয় মানৱাধিকাৰ আয়োগ গঠন কৰিবলৈ চৰকাৰ বাধ্যত পৰিল ।

## ভুল পদক্ষেপ

চৰকাৰে ইতিমধ্যে বহুত ভুল কৰিলে আৰু তাৰ পৰিণাম আমি ভোগ কৰি আছোঁ । আমাৰ দুৰ্ভোগৰ বোজা যেন নবাঢ়ে । শ্ৰীলঙ্কাত এল টি টি-ইৰ সন্ত্ৰাসবাদৰ বেলিকা ভাৰত চৰকাৰে লোৱা ভুল পদক্ষেপে আমাকহে হেয় কৰিলে । পঞ্জাবৰ স্বৰ্ণমন্দিৰত সামৰিক বাহিনীৰ জৰিয়তে 'ব্লুষ্টাৰ' অভিযান চলাই আমি বাটৰ কচু গাত ঘঁহি ল'লোঁ । 'পূব পাকিস্তান'ৰ 'মুক্তি'ৰ বাবে ভাৰতে লোৱা ভূমিকাই পৰৱৰ্তীকালত আমাকহে আগ্নেয়গিৰিৰ মাজলৈ ঠেলি দিলে । পৰৱৰ্তী কালত বাংলাদেশৰ লগত হোৱা সম্পৰ্ক কাঁইটীয়া হোৱাৰ উপৰিও 'পূব পাকিস্তান'ৰ বিৰুদ্ধে লোৱা ব্যৱস্থাই বুমেৰাং হৈ আমাক এতিয়া পঞ্জাব, কাশ্মীৰত আঘাত কৰিছে । সাপে কঁকালৰ বিষ নেপাহৰাৰ দৰে পাকিস্তানে এতিয়া পঞ্জাব আৰু কাশ্মীৰত জুই জ্বলোৱাৰ বাবে

পোনপটীয়াভাৱে ইন্ধন যোগাইছে ।

ভুল পদক্ষেপৰ এনে উদাহৰণ বহুতো ওলাব । এনে অৱস্থাত এতিয়া দেশৰ মাটিতে চৰকাৰে 'চৰকাৰী' সন্ত্ৰাসবাদৰ জৰিয়তে দেশৰ মানুহখিনিকে বিচ্ছিন্ন কৰি উদং বাকৰিত ৰাজপাট খাব খুজিছেনে ? গণতন্ত্ৰ যদি অকল মুখৰোচক শব্দলৈ অধঃপতিত হোৱা নাই , তেন্তে চৰকাৰৰ আচল শক্তি দেশবাসীৰ মাজতে আছে । এই শক্তিক মজবুত কৰিবলৈ হ'লে মানুহৰ মনৰ মাজত সোমাবগৈ লাগিব । বন্দুকৰ নলে আমাক সেই বাট দেখুৱাই নিদিয়ে । বাতৰি কাকতত এইবোৰ বিষয়ে বখলাবখলে লিখাৰ মূৰতো কাম নিদিয়া অৱস্থা এটাৰ মাজতে – একবিংশ শতিকাত ভৰি দিয়াৰ আগে আগে – ভাৰতীয় সৈন্য বাহিনীত তেতিয়া নতুনকৈ নিযুক্ত হোৱা সৰ্বাধিনায়ক জেনেৰেল বি চি যোশীয়ে সেনা বাহিনীক উদ্দেশ্য কৰি কয় যে উগ্ৰপন্থীৰ বিৰুদ্ধে ব্যৱস্থা লওঁতে সেনা বাহিনীয়ে মানৱাধিকাৰৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰিব লাগিব । সাংবিধানিকভাৱে নিৰ্বাচিত চৰকাৰক কাৰ্যনিৰ্বাহ কৰাত বাধা দিয়া উগ্ৰপন্থীৰ বিৰুদ্ধে ব্যৱস্থা লোৱাটো নিৰাপত্তাৰক্ষী বাহিনীৰ কৰ্তব্য; কিন্তু সেনা বাহিনীৰ বিষয়া আৰু সৈনিকসকলে মানৱাধিকাৰৰ কথাও সম্পূৰ্ণভাৱে উপলব্ধি কৰিব লাগিব। সৰ্বাধিনায়কগৰাকীয়ে সোঁৱৰাই দিয়ে যে "বিভিন্ন কাৰণত অবাটে যোৱা এভাগ দেশবাসীক ঘূৰাই অনা কৰ্তব্য পালন কৰাৰ বাবে তেওঁলোক নিযুক্ত হৈছে ।" লগতে কয় যে আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত মানৱাধিকাৰ সম্পৰ্কে সচেতনতা ক্ৰমে বৃদ্ধি পাইছে আৰু ভাৰত এই বিষয়ত পাচ পৰি থাকিব নোৱাৰে ।

# ভণ্ডামিৰ ৰাজত্ব

এতিয়া ৰাজনৈতিক, অৰ্থনৈতিক আদি সকলো দিশৰ সূক্ষ্ম বিচাৰ কৰি বিসঙ্গতিবোৰ আঁতৰোৱাৰ বাবে দৃঢ় পদক্ষেপ লোৱাটো প্ৰয়োজনীয়। ৰাজনীতিৰ ক্ষেত্ৰত ভণ্ডামিৰ ৰাজত্ব চলিছে। এই ভণ্ডামি দূৰ কৰিহে ৰাইজৰ বিশ্বাসযোগ্যতা আদায় কৰাৰ বাট উলিয়াব পৰা হ'ব। আমূল পৰিবৰ্তন ঘটাবলৈ ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক সংস্কাৰৰ হকে সবল পদক্ষেপ ল'লেহে ভাৱৰ আঁতৰাব পৰা হ'ব। স্বাধীনতাৰ পিছৰপৰা শ্ৰুতিমধুৰ বহুত কথা শুনিবলৈ পোৱা গ'ল। কিন্তু আশা কৰা মতে একো নহ'ল। ৰাজনৈতিক ক্ষেত্ৰত চৰম ব্যভিচাৰ ঘটিল। ৰাজনীতি আৰু নিৰ্বাচনত দুৰ্নীতি, অৰ্থ-বল, বাহু-বল আৰু ভেদ-নীতিয়ে সকলোকে চেদেলি ভেদেলি কৰিলে। নিৰ্বাচনী পদ্ধতিৰ কলুষতাই দেশৰ কি সৰ্বনাশ সাধিছে, তাক উপলব্ধি কৰোতা কোনো নোলাল। প্ৰকৃততে নিৰ্বাচন এতিয়া ভেদ-নীতিৰ বাহক হৈ পৰিছে। লগতে দুৰ্নীতিৰো বিশ্বস্ত প্ৰৱক্তা হৈ পৰিছে - নিৰ্বাচনেই। ফলত নিৰ্বাচনী পথাৰত অসৎ লোকৰ প্ৰাদুৰ্ভাৱ বাঢ়িছে। সৎলোক এই ক্ষেত্ৰৰ পৰা অনুক্ৰমে আঁতৰি যাবলৈ ধৰিছে। ইপিনে নিৰ্বাচনী ব্যৱস্থাই সাম্প্ৰদায়িকতাৰ বীজাণু বিয়পাই দি গুৰুতৰ সমস্যা সৃষ্টি কৰিছে। ১৯৮৩ চনত নতুন দিল্লীত 'কৃষ্ণমেনন ছ'চাইটি' আৰু 'সাম্প্ৰদায়িকতা-বিৰোধী সমিতি'যে যুঁটীয়াভাৱে আয়োজন কৰা আলোচনাচক্ৰ এখনত বিভিন্ন দলৰ বিশিষ্ট নেতাই যোগ দি সাম্প্ৰদায়িকতা বঢ়াৰ বিষয়ে বিশ্লেষণ কৰোতে তেতিয়াৰ পঞ্জাবৰ মুখ্যমন্ত্ৰী দৰাবীয়ে পোনপটীয়াভাৱে নিৰ্বাচনী ব্যৱস্থাকে সাম্প্ৰদায়িকতা বঢ়াৰ উৎস ৰূপে চিনাক্ত কৰিছিল। কিন্তু এতিয়াও এই বিকাৰ দূৰ নহ'ল আৰু শক্তিশালী ন্যস্ত স্বাৰ্থই ইয়াক দূৰ কৰিবলৈকো নিদিয়ে।

# স্থিতাৱস্থাৰ লগত আপোচ

অৰ্থনৈতিক ক্ষেত্ৰত বিভিন্ন উন্নয়নমূলক কাম হাতত লোৱাটো স্বীকাৰ কৰিবই লাগিব। কিন্তু তাৰ মাজতো স্থিতাৱস্থাৰ লগত আপোচ কৰাৰ

ব্যৱস্থাই খোপনি পুতি ল'লে । ধনী-দুখীয়াৰ ব্যৱধান বাঢ়িল; শোষণ কমক ছাৰি বাঢ়িলহে । আনহাতে আঞ্চলিক বৈষম্যও বাঢ়িল । এটা বিশেষ মহলৰ মনোৰঞ্জনৰ কাৰণে উদ্যোগ, ব্যৱসায়, বিভিন্ন প্ৰতিষ্ঠান স্থাপন আদিৰ ক্ষেত্ৰত কেন্দ্ৰীভূত ব্যৱস্থা এটাইহে উৎসাহ লাভ কৰিলে । ফলত আঞ্চলিক বৈষম্যৰ মাত্ৰাও বাঢ়িল আৰু কেতবোৰ অঞ্চল অনগ্ৰসৰ হৈয়েই থাকিল ।

১৯৬৬ চনতে নতুন দিল্লীত হোৱা আলোচনাচক্ৰ এখনত তেতিয়াৰ কেন্দ্ৰীয় উপমন্ত্ৰী গোবিন্দ মেননে কৰা স্বীকাৰোক্তিৰ কথা দৈনিক অসমত উল্লেখ কৰা হৈছিল । উপমন্ত্ৰীগৰাকীয়ে কৈছিল - যে ধনী আৰু দুখীয়া ৰাজ্য থকাৰ বাবে অৰ্থনৈতিক পৰিকল্পনাই দায়ী । পৰিকল্পনাই বৈষম্য দূৰ কৰা নাই বুলিও মন্ত্ৰীগৰাকীয়ে মানি লৈছিল । ১৯৬৭ চনত ৰাষ্ট্ৰীয় ব্যৱহাৰিক অৰ্থনৈতিক গৱেষণা পৰিষদৰ সমীক্ষাত কৈছিল যে পৰিকল্পনাৰ প্ৰথম দশকত জনমূৰি উপাৰ্জনৰ ক্ষেত্ৰত আন্তঃৰাজ্যিক বৈষম্য হ্ৰাস কৰাৰ বেলিকা কোনো উল্লেখযোগ্য অগ্ৰগতি লাভ কৰিব পৰা নহ'ল । এই সমীক্ষা মতে অসমত পৰিকল্পনাৰ দহটা বছৰৰ মূৰত জনমূৰি আয় কমিলহে ।

১৯৫০-৫১ চনৰপৰা ১৯৭০-৭১ চনৰ ভিতৰত অসমত জনমূৰি আয়ৰ হাৰ আছিল মাত্ৰ ১.৮%; তাৰ বিপৰীতে সৰ্বভাৰতীয় হাৰ আছিল ২.৩% । ১৯৭২ চনত অসম চৰকাৰে অৰ্থনৈতিক ক্ষেত্ৰত ৰাজ্যৰ গেঠেলা মাৰি থকা অৱস্থাৰ কথা ব্যক্ত কৰি তেতিয়াৰ পৰিকল্পনা দপ্তৰৰ ৰাজ্যমন্ত্ৰী মোহন ধাৰিয়াৰ হাতত দিয়া স্মাৰক-পত্ৰত কৈছিল যে পূৰ্বৰ দশকটোত ৰাজ্যৰ জনমূৰি আয় প্ৰায় স্থবিৰ হৈ থাকিল । আনহাতে ১৯৫১-৬৭ চনৰ ভিতৰত কেন্দ্ৰীয় খণ্ডৰ প্ৰতিষ্ঠানৰ বাবে সমগ্ৰ দেশৰ বাবে নিয়োজিত হোৱা ২,৪৫০ কোটি টকাৰ মাত্ৰ ১.৬% হে অসমত নিয়োজিত হয় ।

সপ্তম পঞ্চ বাৰ্ষিক পৰিকল্পনাৰ কালছোৱাত অসমত উদ্যোগৰ বাবে কোনো ধৰণৰ কেন্দ্ৰীয় বিনিয়োজন নহ'ল । ফলত ৰাজ্যৰ নিবনুৱা সমস্যা আৰু অৰ্থনীতিত প্ৰতিকূল প্ৰতিফলন ঘটিল । এয়া অৱশ্যে প্ৰায় চিৰাচৰিত কথা।

এইক্ষেত্ৰত কিছুমান তুলনামূলক লেখ ল'ব পাৰি । ১৯৭০ চন পৰ্যন্ত সমগ্ৰ দেশত হোৱা বিনিয়োজনৰ বিপৰীতে কেন্দ্ৰীয় চৰকাৰে অসমত কৰা বিনিয়োজনৰ পৰিমাণ আছিল মাত্ৰ ১.৯% । অইল ইণ্ডিয়া আৰু তেল-

গেছ আয়োগৰ জৰিয়তে খাৰুৱা তেলৰ অনুেষণৰ বাবে খটুওৱা ধন সামৰি লৈ বিচাৰ কৰিলে ১৯৮৯ চনলৈকে অসমত কেন্দ্ৰীয় বিনিয়োজনৰ পৰিমাণ ৫.৩% লৈ বৃদ্ধি পোৱাটো সূচাব ।

কেন্দ্ৰীয় চৰকাৰৰ অধীনস্থ ৰাজহুৱা খণ্ডৰ প্ৰতিষ্ঠান, বিত্তীয় সংস্থা আৰু বেংক সমূহেও অসমত সততে ধন বিনিয়োগ কৰাত কাৰ্পণ্য কৰে। দেশত ১৯৬৫ চনৰ পৰা ১৯৮৯ চনলৈকে ভাৰতীয় উদ্যোগ বিকাশ বেংকে (আই-ডি-বি-আই) যিমান ধন বিনিয়োগ কৰিছে, তাৰমাত্ৰ ০.৯২%হে অসমত বিনিয়োগ কৰা হৈছে । আনহাতে ভাৰতীয় উদ্যোগ বিত্ত নিগমে (আই-এফ-চি-আই) সমগ্ৰ দেশতে বিনিয়োগ কৰা ধনৰ মাত্ৰ ০.৮%হে অসমত বিনিয়োগ কৰা হয় ।

## বৈষম্য বাঢ়ি গৈছে

১৯৭০-৭১ চনৰপৰা ১৯৮৫-৮৬ চনৰ ভিতৰৰ সময়ছোৱাৰ উপাৰ্জন সম্পৰ্কীয় চৰকাৰী সমীক্ষা এটা ১৯৮৭ চনত নতুন দিল্লীত প্ৰকাশ কৰা হৈছিল । সেই সমীক্ষাত কোৱা মতে সমতাপূৰ্ণভাৱে আঞ্চলিক বিকাশ ঘটোৱাৰ ওপৰত গুৰুত্ব দিয়া সত্বেও ১৫টা বছৰৰ ভিতৰত ৰাজ্য সমূহৰ মাজৰ বৈষম্য বাঢ়িহে গৈছে। ১৯৮৫-৮৬ চনত দিল্লীত জনমূৰি আয় আছিল ৫,৩১৫ টকা; এইটোৱেই দেশৰ ভিতৰত সৰ্বোচ্চ পৰিমাণ আৰু সৰ্বভাৰতীয় জনমূৰি আয়ৰ দুগুণৰ অধিক। তাৰ বিপৰীতে ১৯৮৫-৮৬ চনত আন কিছুমান ৰাজ্যৰ জনমূৰি আয় আছিল এনে ধৰণৰ—বিহাৰ ১,৫৪৮ টকা, মণিপুৰ ২৩৫০ টকা, অসম ২,০১৭ টকা। তাৰ বিপৰীতে সৰ্ব ভাৰতীয় জনমূৰি আয় আছিল ২,৫৯৬ টকা। পঞ্জাব, হাৰিয়ানা আৰু মহাৰাষ্ট্ৰত আছিল--যথাক্ৰমে ৪,৪১৬ টকা, ৩,৬৬৯ টকা আৰু ৩,৪৩০ টকা ।

১৯৯১ চনৰ ডিচেম্বৰ মাহত নতুন দিল্লীত বহা ৰাষ্ট্ৰীয় উন্নয়ন পৰিষদৰ সভাত মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াই নিজেই স্বীকাৰ কৰিছিল যে সৰ্বভাৰতীয় হাৰৰ তুলনাত অসমত জনমূৰি আয় কমি যোৱাত ব্যৱধান বঢ়াইহে নিছে। আনহাতে ৰাষ্ট্ৰীয় নমুনা সমীক্ষাৰ হিচাপ দাঙি ধৰি পৰিষদৰ

সভাত মুখ্যমন্ত্ৰীয়ে এই কথাও জনাইছিল যে এই হিচাপ মতে অসমত দৰিদ্ৰতাৰ সীমা-ৰেখাৰ তলত ৫২.৬৫% লোক আছে—তাৰ বিপৰীতে সৰ্বভাৰতীয় হাৰ হ'ল—২৩.৫০%।

এয়ে হ'ল—আঞ্চলিক বৈষম্য দূৰ হোৱাৰ পৰিসংখ্যা। এনে অৰ্থনৈতিক পটভূমিতে চক্ৰবৃদ্ধি সুদৰ হেঁচাৰ দৰে অসমৰ ওপৰত পৰা বিভিন্ন হেঁচাই ৰাইজক কোঙা কৰি পেলাইছে। দেশৰ বিভাজনৰ ফলত ৰেল-পথ, জল-পথৰ সংযোগ বিচ্ছিন্ন হোৱা হেতুকে অৰ্থনীতি থানবান হ'ল। অৱশ্যে অবিশ্বাস্য তৎপৰতাৰে ৰেল-পথেৰে অসমক নতুনকৈ সংযোজিত কৰা হ'ল যদিও ঘা সহজে নুশুকাল। জল-পথৰ সংযোগ পুনৰ প্ৰতিষ্ঠা কৰাৰ বাবে উদ্যম হাতত লোৱা হ'ল যদিও ন্যস্ত স্বাৰ্থই আভ্যন্তৰীণ জল-পথৰ পৰিকল্পনাক কোঙা কৰি থ'লে। শৰণাৰ্থীৰ বোজা, বাংলাদেশী অনুপ্ৰবেশকাৰীৰ হেঁচা, দেশৰ অন্যান্য অঞ্চলৰ পৰা হোৱা ব্যাপক প্ৰব্ৰজনে ৰাজ্যখনৰ অৰ্থনীতিত আউল লগালে।

# আলফা-প্ৰসঙ্গ

উদ্যোগকৰণ, কৃষি, বানপানী নিয়ন্ত্ৰণ আদি বিষয়তো ফলপ্ৰদ পৰিকল্পনাৰ মুখ দেখিবলৈ নোপোৱাত ৰাজ্যৰ অৰ্থনৈতিক সমস্যাও বাঢ়িল। তাতোকৈ দুৰ্ভাগ্যৰ কথা—থলুৱা মানুহৰ কৰ্ম-সংস্কৃতিত ফাঁপৰে ধৰাৰ ফলত থলুৱা মানুহৰ মাজত মূলধন গঠনৰ প্ৰক্ৰিয়া আৰম্ভই নহ'ল। ফলত বহিৰাগত মূলধনে অসমক গিলিপ মাৰি ধৰিলে আৰু থলুৱা মানুহখিনিৰ স্থিতি অৱনত হ'ল। আনহাতে বৈধ, অবৈধ সকলো প্ৰকাৰে মাটি হস্তগত কৰা প্ৰক্ৰিয়াত চৰকাৰী কৰ্তৃপক্ষয়ো ৰাজনৈতিক মুনাফাৰ লোভত হাত মিলাই দিয়াত গুৰুতৰ পৰিস্থিতিয়ে দেখা দিলে। শক্তিশালী গোষ্ঠীয়ে হাঁতোৰা মেলি চাকৰি ৰাকৰিৰ বজাৰতো প্ৰভুত্ব চলোৱাৰ ফলত ৰাজ্যৰ চৰকাৰী, বেচৰকাৰী চাকৰি, কেন্দ্ৰীয় কাৰ্যালয় আৰু কেন্দ্ৰীয় খণ্ডৰ প্ৰতিষ্ঠানৰ চাকৰি ইত্যাদি সকলোৰে পৰা অনুক্ৰমে থলুৱা লোক বঞ্চিত হ'বলৈ ধৰিলে। তাহানিয়েই ৰাষ্ট্ৰীয় সংহতি পৰিষদে ৰাষ্ট্ৰীয় সংহতিৰ স্বাৰ্থত থলুৱা লোকৰ চাকৰিৰ ক্ষেত্ৰত দিয়া পৰামৰ্শ ফটা কাগজ পেলোৱা টুকুৰিৰ মাজত সোমাই থাকিল।

হতাশাগ্ৰস্ত মানুহৰ মানসিক ক্ষেত্ৰতো স্থিতাৱস্থাৰ মিয়াদ বঢ়োৱাৰ প্ৰৱণতাহে দেখা গ'ল। যি চেতনাই সমাজক নতুন গঢ় দি দেশ গঢ়াৰ সোপান ৰচিব পাৰিলেহেঁতেন, তেনে চেতনাৰ ঠাইত বিকৃত চেতনাইহে প্ৰসাৰ লাভ কৰিলে।

এই পটভূমিৰ পৰা আমি অসমত আলফাক কেন্দ্ৰ কৰি সৃষ্টি হোৱা গুৰুতৰ সংকটৰ কথা বিচাৰ কৰিব লাগিব। এই সংকটে অনগ্ৰসৰ অসমক অধিক অনগ্ৰসৰ কৰিছে। সকলো ধৰণৰ বিকাশ স্তব্ধ হৈ পৰে। সংকট আঁতৰোৱাৰ ঠাইত কাৰ আমোলত আলফাই প্ৰসাৰ লাভ কৰিলে, তাৰে আঁহফলা বিচাৰ কৰি আত্মপ্ৰসাদ লাভ কৰিব খোজা সকলে কণা মানুহে হাতী চুই হাতীৰ স্বৰূপ নিৰ্ণয় কৰা সাধুটোৰ দৰে প্ৰহসনহে সৃষ্টি কৰিছে। আচলতে স্বাধীনতাৰ সময়ৰ পৰা এতিয়ালৈকে পুঞ্জীভূত হৈ থকা বেদনাৰ প্ৰতিফলন স্বৰূপে আলফাৰ সমস্যাই বহুত দিনৰ আগৰ পৰা উমি উমি জ্বলি আত্মপ্ৰকাশ কৰিলে। বহুত বছৰৰ আগৰ পৰা ঘৰ-বাৰী এৰি বহুতো ডেকা ক'ৰবালৈ গুচি যোৱাৰ বাতৰি ঘুনুক-ঘানাকৈকে ওলাই আছিল।

অন্তধাৰণ কৰাৰ মানসিকতাৰ আহ্বানত প্ৰশিক্ষণ ল'বলৈ যোৱা বুলি অনুমান কৰা এই সকল ডেকাৰ সম্পৰ্কত সচেতন হোৱাৰ প্ৰয়োজনীয়তা তেতিয়া কোনেও অনুভৱ নকৰিলে।

স্বাধীনতাৰ সময়ৰ পৰাই সশস্ত্ৰ কাৰ্য-ব্যৱস্থাৰ প্ৰৱণতাই খোপনি লোৱা উত্তৰ পূব অঞ্চলৰ এই মানসিকতাৰ বিষয়ে সময় মতে সতৰ্ক হোৱা হ'লে আজিৰ অৱস্থা নহল হেঁতেন। নগাপাহাৰ আৰু মিজোৰামত চলা সশস্ত্ৰ কাৰ্য-কলাপৰ পৰা মূৰকত এনে এটা ধাৰণাই ৰাহ ল'বলৈ ধৰিলে যে চৰকাৰে বন্দুকৰ নলীলৈহে চকু দিয়ে, ৰাইজৰ সমূহীয়া দাবীলৈ গ্ৰাহ্য নকৰে। এই বিষাল ধাৰণাৰ নিৰাকৰণৰ বাবে গজদন্তৰ শিখৰত বহি থকা সকলে চিন্তা কৰাৰ কাৰণে অৱকাশ নেপালে।

## ভুল পথ

এসময়ত অসমৰ ছবছৰীয়া আন্দোলনক আবেগ-পৰিচালিত আন্দোলন বুলি পেংলাই কৰা এভাগে এতিয়া পোনপটীয়া বা আওপকীয়া ভাৱে আলফাৰ পদক্ষেপৰ প্ৰতি সমৰ্থন জনালেও এটা কথা স্পষ্ট ভাৱে ক'ব লাগিব যে আলফাৰ পথ ভুল। সন্ত্ৰাসবাদ উদ্দেশ্য পূৰণৰ আহিলা হ'ব নোৱাৰে। স্বাধীন অসমৰ দাবীও অবাস্তৱ আৰু আবেগ-বিলাসী ধাৰণাহে।

সন্ত্ৰাসবাদৰ বিৰুদ্ধে দৃঢ় মত প্ৰকাশ কৰাৰ লগতে তাহানিয়েই দৈনিক অসমত সঁকীয়াই দিয়া হৈছিল—"এতিয়া চৰকাৰ তথা পুলিচ বিভাগে অসমত কাৰ্যকলাপ সম্প্ৰসাৰিত কৰিবলৈ লোৱা সন্ত্ৰাসবাদী দলৰ বিৰুদ্ধে অধিক কাৰ্যকৰী ব্যৱস্থা হাতত ল'ব লাগিব। সেই ব্যৱস্থাৰ অৰ্থ নিৰপৰাধী লোকৰ ওপৰত উৎপীড়ন নহৈ দক্ষতাপূৰ্ণ আৰু উদ্দেশ্য মুখী হ'ব লাগিব।"

অসমৰ ৰাইজৰ ক্ষোভৰ খবৰ ৰাখি সুদীৰ্ঘ কালৰ শাসক দলে যথাযোগ্য ব্যৱস্থা হাতত নল'লে। শাসনত থকা কংগ্ৰেছ দলে লোৱা সকলো ব্যৱস্থা কাৰ্যতঃ শক্তিশালী চক্ৰবোৰৰ সপক্ষেহে গ'ল। দলৰ ৰাজ্যিক গোট নীচাত্মিকা ভাবৰ ভৰত অথৰ্ব হৈ পৰিল। মুখ ফুটাই কথা এষাৰো ক'ব নোৱৰা হ'ল। বিৰোধী পক্ষত থকা সৰ্বভাৰতীয় দলবোৰো নিৰ্বাচনী অংক

কৰাতে ব্যস্ত থাকিল আৰু জোল যেনি বয়, তেনি ভেটা দিয়া নীতিহে অনুসৰণ কৰিলে। আনহাতে আঞ্চলিক দলো এই ক্ষেত্ৰত ব্যৰ্থ হ'ল। ক্ষন্তেকৰ বাবে এটা জিলিকনি দেখা গ'ল যদিও সেয়ে মৰীচিকা বুলিহে পিছত প্ৰতিপন্ন হ'ল।

আলফাৰ কাৰ্য-ব্যৱস্থা ফলত হোৱা ক্ষয়-ক্ষতিৰ খতিয়ান দীঘলীয়া হ'ব। অৰ্থনৈতিক ক্ষতিৰ কথাকে পোনতে ক'ব লাগিব। ভাবুকি দি ধন আদায় কৰা বা জীৱন নাশ কৰাৰ ফলত বহুতো ব্যৱসায়-বাণিজ্য পঙ্গু হৈ পৰিল। বহুতে ব্যৱসায়, উদ্যোগৰ প্ৰধান কাৰ্যক্ষেত্ৰ অসমৰ বাহিৰলৈ লৈ গ'ল। নতুনকৈ অসমত ধন নিয়োগ কৰাতো বাধাগ্ৰস্ত হ'ল। ধনৰ দাবী পূৰণ কৰোতে সৰু-সুৰা কাৰবাৰ বা উদ্যোগ পতা বহুতো লোক অৰ্থব হৈ পৰিল। আনকি অসমীয়া চাহ খেতিয়কে কোম্পানী পাতি সফলতাৰে চলাই থকা চাহ বাগিচাও বেচি দিবলৈ বাধ্য হোৱাৰ উদাহৰণ আছে। সামগ্ৰিক ভাৱে চাহ উদ্যোগৰ কি ক্ষতি হ'ল আৰু পৰিণতি অথবা ইয়াৰ প্ৰতিক্ৰিয়া স্বৰূপে কি অৱস্থাৰ সন্মুখীন হ'ব লাগিব, তাকে চাবলৈ আমি এতিয়া বাট চাব লাগিব। অৱশ্যে চাহ কোম্পানীৰ প্ৰধান কাৰ্যালয় অসমলৈ অনাৰ বাট এতিয়া কন্টকিত হোৱাটো নিশ্চিত।

ভয় আৰু অবিশ্বাসৰ পৰিবেশৰ মাজত সৃষ্টি হোৱা নতুন নতুন পৰিস্থিতিৰ সমাহাৰত আজি আমি ককবকাই থাকিব লগীয়া হৈছে। ৰাজনৈতিক ক্ষেত্ৰতো খেলিমেলিহে দেখা গ'ল। নিৰ্বাচনৰ আগমুহূৰ্তত আলফাৰ সৈতে দিল্লীৰ শাসক দলৰ কি 'বন্দৱস্ত' হৈছিল, সেই কথা ৰহস্যজনক হৈয়েই থাকিল । অৱশ্যে নিৰ্বাচন সুকলমে হৈ গ'ল । কিন্তু আলফাৰ সমস্যা সমস্যা হৈয়েই থাকিল । মাজতে আলোচনাৰ নামত এক প্ৰকাৰৰ ভেকোভাওনাহে চলিল। কিন্তু তাৰ যোগেদি বিভাজনৰ সূত্ৰপাত ঘটোৱাটো অৱশ্যে স্বীকাৰ কৰিব লাগিব । কিয়নো আলোচনাৰ পক্ষ লোৱা ভাগটোৱে আত্ম সমপৰ্ণ কৰিলে আৰু ইটো ভাগ আগৰ স্থিতিতে থাকিল। এতিয়া আলোচনাৰ পক্ষে থকা সকলৰ সৈতে কি আলোচনা কৰিব, সইটোৱেই ৰহস্যজনক। আলোচনাৰ বাবে আঁত উলিওৱাৰ একো থলেই এতিয়া নোহোৱা হ'ল। ইপিনে এটা সময়ত মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াই ঘোষণা

কৰিলে যে সাৰকাৰিয়া আয়োগৰ প্ৰতিবেদনৰ ভেটিতে আলোচনা কৰা হ'ব। এই আয়োগৰ প্ৰতিবেদনৰ আধাডুখৰীয়া স্বৰূপটো দেশৰ প্ৰায় সকলো দলৰে সমালোচনাৰ লক্ষ্য হৈ পৰা অৱস্থাতে আৰু কেন্দ্ৰীয় চৰকাৰেও এতিয়ালৈকে আয়োগৰ পৰামৰ্শ সমূহৰ ক্ষেত্ৰত নিজৰ মন স্থিৰ কৰিব নোৱৰা অৱস্থাত এই প্ৰতিবেদন আলফাৰ সৈতে আলোচনা কৰাৰ ভেটি বুলি কোৱাটো গোটেই বিষয়টোকে পনীয়া কৰি দিয়াৰহে নিদৰ্শন।

## চৰকাৰৰ হাতিয়াৰ

ইতিমধ্যে আত্ম সমৰ্পণকাৰী সকল সংস্থাপিত হ'ল। আনহাতে আত্মসমৰ্পণকাৰী সকলৰ এভাগক চৰকাৰে হাতিয়াৰ স্বৰূপে ব্যৱহাৰ কৰিবলৈ লৈ যি বাটেদি আগবাঢ়িব খুজিছে, তাৰ ফলত আমি অতিশয় কঠিন পৰিস্থিতি এটাৰ মুখামুখি হ'ব লাগিব বুলি সন্দেহ জন্মিছে। গৃহ কন্দলৰ নতুন ধাৰা এটাই এতিয়া সৰ্বনাশ মাতি আনিব বুলি ধাৰণা হৈছে। এতিয়া সামৰিক শক্তিৰ অধিকতৰ প্ৰয়োগৰ দ্বাৰা হয়তো গুলীয়াই ডেকা ল'ৰাক নিঃশেষ কৰাৰ অভিযান পূৰ্ণ গতিত চলিব। কিন্তু সেই পিনেই সোণ-সেৰীয়া পথ আছে বুলি বিকৃত ধাৰণা লোৱা সকলে মনত ৰখা উচিত যে এনে পন্থাই দেশৰ কোনো অঞ্চলতে সমস্যাৰ সমাধান উলিয়াই দিয়া নাই।

## উদ্বেগজনক পৰিস্থিতি

আলফাৰ বিৰুদ্ধে ব্যৱস্থা লোৱাৰ নামত জধে-মধে চলোৱা— বিশেষকৈ গাওঁ অঞ্চলত চলোৱা — অত্যাচাৰ, ব্যভিচাৰৰ ফলত উদ্বেগজনক পৰিস্থিতি এটাই গঢ় ল'ব খুজিছে। গাৱঁৰ এইবোৰ কথালৈ কাণ দিয়াৰ আৱশ্যকতা কোনেও উপলব্ধি কৰা নাই। স্বাধীনতাৰ পিছৰ পৰাই অসমৰ গাৱঁত মাত্ৰ গোঁজা মৰা কাৰ্য-ব্যৱস্থাহে হাতত লোৱা হ'ল। এইখিনি মানুহৰ মৌলিক সমস্যা সমস্যা হৈয়েই থাকিল।

গাৱঁৰ সমস্যালৈ নিৰ্বাচনী বিত-চকু পিন্ধি চোৱাটো চিৰাচৰিত নীতিত পৰিণত হোৱাৰ ফলত গাওঁ সমূহত স্থবিৰতাৰ ৰাজত্ব চলিছে। গাৱঁৰ ছবিখন দাঙি ধৰি দৈনিক অসমত "গাৱঁৰ সমস্যা" শিতানৰ সম্পাদকীয়ত লিখা হৈছিল 'গঞা ৰাইজৰ ক্রয়-ক্ষমতা বঢ়োৱা বিষয়টোৰ লগত অৰ্থনীতিৰ বিবিধ দিশৰ সম্বন্ধ আছে। খুচুৰা ভিত্তিত ইয়াৰ সমাধান উলিয়াব নোৱাৰি। তাৰ বাবে চৰকাৰৰ অৰ্থনৈতিক নীতিৰ আমূল পৰিবৰ্তনৰ প্ৰয়োজন। সীমিত ভাৱে উপকৃত হ'লেও সংখ্যাগৰিষ্ঠ ভাগটো এতিয়াও আগৰ স্তৰতে আছে — তাহানিৰ বহু ঘোষিত 'সেউজী বিপ্লৱে' স্পৰ্শ নকৰাৰ দৰেই। তেওঁলোকৰ ক্রয় ক্ষমতা নাই; উপাৰ্জনৰ থলো সীমাবদ্ধ। খেতিৰ বাবে জোখৰ মাটি নাই, জলসিঞ্চনৰ সুবিধা সকলো ঠাইতে নাই; আনকি উন্নত কৃষি-পদ্ধতি অৱলম্বন কৰাৰ ক্ষেত্ৰতো আৰ্থিক বাধাই অন্তৰায়ৰ সৃষ্টি কৰে। ফলত নগৰমুখী গতি আৰম্ভ হৈছে। হিল-দ'ল ভাঙি নগৰলৈ সংস্থান বিচাৰি অহাৰ ফলত নগৰ, মহানগৰত গুৰুতৰ সমস্যা সৃষ্টি হৈছে আৰু আনহাতে গাৱঁৰ কৰ্মঠ লোকৰ বুজন অংশ নগৰলৈ অহাৰ ফলত গাৱঁতো সমস্যা সৃষ্টি হৈছে।

"গাৱঁৰ পণ্য সামগ্ৰীৰ বজাৰখন এতিয়াও শোষণৰ বজাৰ হৈয়ে আছে। উৎপাদন সামগ্ৰীৰ বজাৰ-খনত মধ্যৱৰ্তী লোকৰ শাসনেই চলি আছে। এইখন বজাৰক শোষণ-মুক্ত কৰিব নোৱৰালৈকে গাৱঁৰ ৰাইজে পোহৰৰ মুখ নেদেখে.......।"

পিচে অকল অৰ্থনৈতিক ক্ষেত্ৰতে নহয়, ৰাজনৈতিক ক্ষেত্ৰতো গাৱঁৰ থলুৱা ৰাইজৰ স্থিতিৰ অৱক্ষয় ঘটিল। তেওঁলোক অনুক্ৰমে একাষৰীয়া হৈ পৰিল। শেহতীয়া পঞ্চায়ত নিৰ্বাচনৰ স্বৰূপ দেখি স্পষ্ট ভাৱে বুজা গ'ল যে তৃণ-মূলতে সৰ্বগ্ৰাসী শক্তিয়ে একাধিপত্য লাভ কৰিলে। এইবোৰৰে অনুসিদ্ধান্ত স্বৰূপে আজি সামাজিক ক্ষেত্ৰতো গাৱঁলৈ বিপৰ্যয় নামি আহিছে।

আলফাক নিঃশেষ কৰাৰ নামত এইখিনি মানুহৰ মাজত নিৰ্বিচাৰে চলোৱা অত্যাচাৰৰ পৰিণাম মূৰকত কি হ'বগৈ পাৰে, সেই কথা উপলব্ধি কৰিব নোৱৰাটো অক্ষমনীয় কথা। ঘাই সুঁতিৰ পৰা ভাগি যাবলৈ মানুহক বাধ্য কৰি সমস্যাৰ সমাধান উলিয়াব নোৱাৰি—সমস্যাৰ ভাৰ মেটমৰা কৰিহে

তোলা হ'ব। এই কথা যিমান সোনকালে উপলব্ধি কৰা হয়, সিমানে দেশৰ কাৰণে মঙ্গলজনক।

বিশেষ আইনৰ বলত দানৱীয় কর্তৃত্বৰ অধিকাৰী হোৱা সামৰিক বাহিনীয়ে আৰু লগতে অৰ্দ্ধ-সামৰিক বাহিনী আৰু পুলিচে গাৱঁত চলোৱা অতিচাৰৰ বিষয়ে হয়তো দেশৰ অৱশিষ্ট অংশৰ মানুহে জনা নাই বা জানিবলৈ আগ্ৰহ দেখুওৱা নাই। পিচে ফটা কেঁথা তিতে মানে গালৈহে গধুৰ। অসমৰ গাৱঁৰ মানুহ খিনিক যিদৰে সুদীৰ্ঘকাল আভুৱা ভৰা হ'ল, তাৰ তুলনা নাই। তেওঁলোকৰ মাজত নতুন প্ৰত্যাশা প্ৰতিষ্ঠা কৰাৰ বাবে কোনো চেষ্টাই কৰা নহল। সেই সকল লোকৰ মনত বিশ্বাসযোগ্যতাৰ ভাব হিম-বিন্দুলৈ নামি গ'ল।

তাৰ মাজত চলোৱা সাম্প্ৰতিক অতিচাৰৰ পৰিণতি কি হবগৈ পাৰে —— তাকে উপলব্ধি কৰিব পাৰা শক্তি কৰ্ণধাৰ সকলে আয়ত্তাধীন কৰিব নোৱৰাটো অতিশয় দুৰ্ভাগ্যৰ কথা। এতিয়া গঞা ৰাইজৰ বৃজন অংশ আলফাৰ অনুগামী বুলি বিকৃত ধাৰণা লোৱাটো চৰকাৰৰ নীচাত্মিকা মনোভাৱৰহে পৰিচায়ক।

এইটো ঠিক যে চৰকাৰী অভিযান সফল কৰাৰ বাবে জন-সহযোগৰ নিতান্ত প্ৰয়োজন । সেই সহযোগ আদায় কৰিবলৈ চৰকাৰৰ তৰফৰ পৰা ঔপনিবেশিক শক্তিৰ দৰে আচৰণ কৰিলে নহ'ব। কিন্তু এইখিনিতে চৰকাৰৰ বিচ্যুতি ঘটিছে। এই বিচ্যুতি অকল অসমতে ঘটা নাই—পঞ্জাব, কাশ্মীৰতো ঘটিছে। আসুৰিক শক্তি প্ৰয়োগ কৰি বা বন্দুক ফুটাই ৰাইজক কাষ চপাই আনিব নোৱাৰি। তাহানি ১৯৪২ চনৰ মুক্তি সংগ্ৰামৰ বেলিকাও আত্ম গোপন কৰা অৰুণা আছফ আলী প্ৰমুখ্যে নেতৃবৰ্গক আটক কৰাৰ বাবে হুলিয়া জাৰি কৰিও বৃটিছ সিংহই আটক কৰিব নোৱাৰিলে । অথচ সেই সকল নেতা জনসাধাৰণৰ মাজতে নিৰ্বিবাদে থাকিব পাৰিছিল।

আলফাৰ সদস্যক ধৰিব নোৱাৰি সামৰিক বাহিনী প্ৰমুখ্যে নিৰাপত্তাৰক্ষী বাহিনীয়ে ৰাইজৰ মাজত নিৰ্বিচাৰে অত্যাচাৰ চলাইছে। ৰাইজে আলফা সদস্যক আঙুলিয়াই নিদিয়া বাবে এইদৰেই পোটক তোলা হৈছে। কিন্তু যিমানে অত্যাচাৰ চলোৱা হৈছে ৰাইজ সিমানে আঁতৰি গৈছে আৰু

নিৰাপত্তাৰক্ষী বাহিনী অধিক নিঃসঙ্গ হৈ পৰিছে। দেশৰ নিৰাপত্তাৰক্ষী বাহিনী এইদৰে নিঃসঙ্গ হৈ পৰাটো দেশৰ স্বাৰ্থৰ বাবে কিমান বিপজ্জনক, সেই কথাকে উপলব্ধি কৰিব নোৱৰা সকল দেশৰ কৰ্ণধাৰ হৈ থকাটো দেশৰ কাৰণেই অভিশাপ স্বৰূপ ।

## খুঁচৰি চালে....

খুঁচৰি চালে দেখা যাব যে চৰকাৰৰ সুদীৰ্ঘ কালৰ কাৰ্যব্যৱস্থাই ৰাইজক নিৰ্লিপ্ত কৰি তুলিছে। আনহাতে এইটোও ঠিক যে একাংশ লোক প্ৰাণৰ ভয়তে নিমাতে আছে। অৱশ্যে এটা অংশ হয়তো আলফাৰ প্ৰতি সহানুভূতিশীল হ'ব পাৰে। তাৰ কাৰণো আছে। চৰকাৰে সুদীৰ্ঘকাল প্ৰতাৰণা কৰাৰ মূৰত গঞা ৰাইজে আলফাৰ সদস্য সকলে গাঁৱৰ মৌলিক সমস্যা কিছুমান সমাধান কৰিবলৈ স্পষ্ট পদক্ষেপ লোৱা দেখিবলৈ পালে। খেতিৰ বাবে সহায়ক হ'ব পৰা বিভিন্ন ব্যৱস্থা লোৱা, দুৰ্নীতি দমন, মাদক দ্ৰব্য নিবাৰণ, নাৰী সংক্ৰান্ত বেপাৰ বন্ধ কৰা—ইত্যাদি ক্ষেত্ৰত আলফাৰ সদস্যই লোৱা কেতবোৰ ব্যৱস্থাই একাংশ গঞা ৰাইজৰ মাজত ৰেখাপাত নকৰাকৈ নেথাকিল । ন্যস্ত স্বাৰ্থৰ হেঁচাত পৰি যিবোৰ কাম চৰকাৰে কৰা নাছিল, সেইবোৰ আলফাৰ সদস্যই হেলাৰঙে কৰিব পৰাত তেওঁলোকৰ প্ৰতি অনুকূল প্ৰতিক্ৰিয়া হোৱাটো স্বাভাৱিক ।

অসমৰ অস্তিত্ব ৰক্ষা কৰাৰ বাবে চলা ছবছৰীয়া আন্দোলনৰ কালত গঞা ৰাইজৰ মাজত সৃষ্টি হোৱা সচেতনতাৰ ছন্দ-পতন ঘটাটোও উল্লেখযোগ্য। আন্দোলনৰ সময়ত শিলে সাৰ পাইছিল —— জঠৰতা ভাঙি গঞা ৰাইজে নতুন উৎসাহ বুটলি লৈছিল। যি সময়ত নগৰৰ বুজন সংখ্যক যুৱ-শক্তি ৰেডিঅ' আৰু দূৰদৰ্শনত দিয়া খেলৰ চলন্ত বিৱৰণী লৈ ব্যস্ত আছিল, সেই সময়তে গাঁৱৰ অসংখ্য ডেকাই পথ-বন্ধৰ আন্দোলনত ভাগ লৈ বন্দুকৰ গুলী বুকু পাতি লৈছিল। কিন্তু ফল একো নহ'ল, তেওঁলোক পুনৰ্মূষিক হ'ল।

এনেবোৰ হতাশাই একাংশ লোকৰ মন আন পিনে ঢাল খুওৱাটো

স্বাভাৱিক। কিন্তু জনসাধাৰণৰ এইটো ভাগৰ মন জয় কৰিবলৈ চৰকাৰে কি কৰিলে ? বন্দুকে মন জয় নকৰে — ব্যৱধানৰ পৰিসীমাহে বঢ়ায়। চৰকাৰে সেইটো ভুলকে আজিও উপলব্ধি কৰা নাই। সকলোৱে ৰাইজৰ নাম লৈয়েই সকলো কাম কৰে। কিন্তু কাৰ্যক্ষেত্ৰত ৰাইজকে বাদ দিয়ে।

আলফাই যিটো পথ ল'লে, সেই পথত জন-সমৰ্থনৰ ভেটি বন্ধাৰ কথাই গৌণ স্থানহে পালেগৈ; তাৰ ঠাইত সন্ত্ৰাসৰ পৰিবেশহে ৰচিত হ'ল। ইপিনে এই দুৰ্বলতাৰ সুযোগ লৈ নকল আলফাই ডকা-হকা দিয়া, মানুহ মৰাকে ধৰি বিভিন্ন উৎপীড়ন আৰম্ভ কৰি দিলে। আলফাৰ খোপনিৰ দুৰ্বলতাৰ এয়ে স্পষ্ট নিদৰ্শন। তলি ফুটা নীতিৰ বাবেই আলফাৰ নাম লৈ এভাগ লোকে অৰাজকতাৰ ৰাজত্ব চলাবলৈ সুযোগ পালে। সমাজ-জীৱনলৈ তাৰ ফলতে দুৰ্যোগ নামি আহিল। এই পৰিবেশৰ মাজতে সৰ্বসাধাৰণ-ৰাইজে এতিয়া নিকাৰ ভুগিব লগীয়া হৈছে।

এতিয়া দেশ জুৰি বিচ্ছিন্নতাবাদ, সন্ত্ৰাসবাদে খোপনি বিচাৰি পাইছে। তাৰ বিৰুদ্ধে শক্তি প্ৰয়োগ কৰাটোকে চৰকাৰে একমাত্ৰ পথ বুলি ধৰিছে। পিচে মূৰৰ কামোৰণি উঠিলে মূৰ কাটি চিকিৎসা কৰিব নোৱাৰি। সাম্প্ৰতিক পৰিস্থিতি বেমাৰ নহয় — বেমাৰৰ লক্ষণহে। সেইদেখি বেমাৰটোৰহে চিকিৎসা কৰিব লাগিব। ৰাইজৰ প্ৰত্যাশা পূৰণ কৰাৰ দ্বাৰা ৰোগৰ নিৰাকৰণৰ উপায় উলিয়াব লাগিব। স্থিতাৱস্থাৰ পৰিবৰ্তনেই এনে উপায় দিব পাৰিব।

# জেওৰা ভঙাৰ চেষ্টা

বৰ্তমানৰ সংঘ চৰকাৰত সকলো কথা কেন্দ্ৰীভূত হৈ আছে। এনে কেন্দ্ৰীভূত ব্যৱস্থাই এহাতে কেন্দ্ৰত শক্তিশালী ন্যস্ত স্বাৰ্থ এটা গঢ়ি তুলিছে আৰু আনহাতে ৰাজ্য সমূহত কেন্দ্ৰ-বিমুখ মনোভাৱ এটা সৃষ্টি কৰিছে। সংবিধানত ব্যৱস্থা ৰখা কেন্দ্ৰীয় তালিকা, উমৈহতীয়া তালিকা আৰু ৰাজ্যিক তালিকা মাত্ৰ বাগাড়ম্বৰত পৰিণত হৈছে। কেন্দ্ৰীয় তালিকাৰ বিষয় সমূহ দানৱীয় ভাৱে কেন্দ্ৰীভূত হৈছে আৰু সেয়ে শক্তিশালী ৰাজ্যবোৰৰ চৰণীয়া পথাৰ হৈ পৰিছে। উমৈহতীয়া তালিকাৰ বিষয়বোৰৰ ক্ষেত্ৰত ৰাজ্যিক হক সমূহ চেপি খুন্দি চেপেটা লগাই থোৱাৰ প্ৰয়াস কৰা হৈছে। আনহাতে ৰাজ্যিক তালিকাৰ বিষয়বোৰৰ ক্ষেত্ৰতো সীমাৰ জেওৰা ভঙাৰ চেষ্টা অবিৰত ভাৱে চলি আছে। শাসকীয় দলৰ ৰাজনীতি, প্ৰশাসনৰ ওপৰ মহল আদিক হাকুটি ৰূপে ব্যৱহাৰ কৰি ৰাজ্যিক তালিকাৰ বিষয়কো হাকুটিয়াই থকা হৈছে। মাজতে পঞ্চায়তৰ উন্নতি সাধনৰ নামত ৰাজীৱ গান্ধীৰ আমোলত উপায়ুক্ত সকলৰ লগত কেন্দ্ৰৰ পোনপটীয়া সম্পৰ্ক স্থাপন কৰাকে ধৰি বিভিন্ন ধৰণৰ চিটিকা পতাৰ কৌশলো উলিয়াবলৈ লোৱা হৈছিল।

পিছে দানৱীয় ধৰণৰ কেন্দ্ৰীকৰণে কেন্দ্ৰৰ শক্তি নবঢ়ায়—টুটাবহে। ৰাজ্য শক্তিশালী নহ'লে কেন্দ্ৰও শক্তিশালী নহয়। কেন্দ্ৰৰ শক্তিৰ আধাৰ মজবুত কৰি ৰাখিবই লাগিব—এইটো ৰাষ্ট্ৰীয় স্বাৰ্থৰ বাবেই অতি প্ৰয়োজনীয়। কিন্তু তাৰ অৰ্থ এইটো নহয় যে ৰাজ্যবোৰ শুকাই মৰিব লাগিব। ৰাজ্যও শক্তিশালী স্থিতিত থাকিব লাগিব। ৰাইজৰ ইচ্ছা আকাংশা পূৰণ কৰিবলৈ নিজা উদ্যোগত ব্যৱস্থা লব পৰাকৈ ৰাজ্যৰ সামৰ্থ্য থাকিব লাগিব। মাত্ৰ কেন্দ্ৰৰ ফেৰিৱলা হৈ ৰাজ্যই এনে দায়িত্ব পালন কৰিব নোৱাৰে। তাকে কৰিব পৰা নাই কাৰণেই ৰাজ্যবোৰত বিচ্ছিন্নতাবাদৰ ধ্বনি উঠিছে। সেইদেখি দেশৰ সংহতি সুদৃঢ় কৰিবলৈ অকল বক্তৃতা আৰু সামৰিক শক্তিয়েই যথেষ্ট নহয়। বিভিন্ন অঞ্চলৰ অনুভূতিৰ ভেটিটোলৈ আওকাণ নকৰি ইয়াক সুদৃঢ় কৰিহে সংহতিৰ ভেটিও সুদৃঢ় কৰিব পৰা হ'ব ।

## কেন্দ্ৰ-ৰাজ্যৰ সম্পৰ্ক

সেইদেখি কেন্দ্ৰ-ৰাজ্যৰ সম্পৰ্কৰ ক্ষেত্ৰত নতুনকৈ বিচাৰ কৰি

কেতবোৰ ব্যৱস্থা শীঘ্ৰে ল'ব লাগিব।

এই প্ৰসঙ্গত 'কেন্দ্ৰ-ৰাজ্যৰ সম্বন্ধৰ সন্দৰ্ভত' শিতানত দৈনিক অসমত লিখা সম্পাদকীয় এটাত কোৱা হৈছিল 'সচৰাচৰ কেন্দ্ৰীয় চৰকাৰে ৰাজ্য চৰকাৰবোৰক দিয়া বিত্তীয় সাহায্য আদিত দলীয় বিবেচনাৰে প্ৰভাৱান্বিত হোৱা দৃষ্টান্ত বিৰল নহয়। বিত্ত আয়োগৰ দ্বাৰা বন্টন কৰা ধনৰ পৰিমাণ আপেক্ষিক ভাৱে কম। আনহাতে অধিকাংশ ধন-বিতৰ যোগানৰ বেলিকা ৰাজনৈতিক বিচাৰ বিবেচনাক প্ৰাধান্য দিয়াটো যেন নিয়মত পৰিণত হৈছে। এই ব্যৱস্থাই কেন্দ্ৰত অধিষ্ঠিত ৰাজনৈতিক দলৰ প্ৰভাৱ বঢ়ায়। সেয়েহে দুই এখন অনগ্ৰসৰ ৰাজ্যত কৌশল হিচাপেই কেন্দ্ৰত যিটো দল ক্ষমতাত থাকে, সেই দলতে ভিৰ কৰি দল সলনা-সলনিৰে চৰকাৰ গঠন কৰাৰ প্ৰৱণতাও দেখা যায়। পৰোক্ষভাৱে এনে ধৰণৰ অৰ্থনৈতিক হেঁচাই গণতান্ত্ৰিক শাসন-ব্যৱস্থাৰ মৰ্যাদাকে হানি কৰে বুলি সেয়েহে ক'ব পাৰি।'

পৰিকল্পনা আয়োগৰ বন্টন-নীতিয়ে ঘাইকৈ উপকৃত কৰে বৃহৎ আৰু আগবঢ়া ৰাজ্য সমূহক। বন্টনৰ নীতিও সেইলক্ষ্য আগত ৰাখি নিৰ্ণয় কৰা হয়। ইয়াৰ বাহিৰেও কেন্দ্ৰীয় চৰকাৰৰ নিজা বিবেচনাৰে বৃজন পৰিমাণৰ ধন ৰাজ্যক দিয়াৰ ব্যৱস্থা আছে। তাতো খঁকুৱাই পাত কাটোতেই যায়, নিখঁকুৱাই মাটিতে খায়।

দেশৰ মুঠ সম্পদৰ ৫০ শতাংশ কেন্দ্ৰই ভোগ কৰে; বাকী ৫০ শতাংশ ৰাজ্য সমূহৰ মাজত ভগাই দিয়ে। ৰাজহুৱা ঋণ আৰু 'বণ্ডৰ' শিতানত পোৱা ধনৰ ৭০ শতাংশ ভাগ আগতে ৰাজ্য সমূহৰ মাজত ভগোৱা হৈছিল—কিন্তু এতিয়া মাত্ৰ ৭ শতাংশ ভাগহে ভগাই দিয়া হয়। জীৱন বীমা নিগম, ইউনিট ট্ৰাষ্ট, ৰাষ্ট্ৰীয়কৃত বেংক আদিৰ ধনৰ যোগেদি পোৱা বিত্তীয় উপকাৰ কেন্দ্ৰইহে ভোগ কৰে।

ইপিনে পথ-কৰ, প্ৰৱেশ কৰ, বিক্ৰী-কৰ আদিৰ ক্ষেত্ৰত ৰাজ্যৰ হাত-ভৰি বান্ধি থোৱা হৈছে। আন্তঃৰাজ্যিক ভিত্তিত চলাচল কৰা বাছ, ট্ৰাক আদিৰ ওপৰত লগোৱা কৰৰ ক্ষেত্ৰতো ৰাজ্যৰ ক্ষমতা সীমাৱদ্ধ।

১৯৮৯ চনত অসম গণ পৰিষদৰ মুখপত্ৰ 'গণ-বাতৰি'ৰ উদ্যোগত গুৱাহাটীত পতা আলোচনা-চক্ৰ এখনত 'ৰাজ্য সমূহৰ বিত্তীয় অৱস্থা আৰু

কেন্দ্র-ৰাজ্যৰ বিত্তীয় সম্পৰ্ক'ৰ বিষয়ে আলোচনা কৰা হৈছিল। এই আলোচনাত ভাগ লৈ বিশিষ্ট অৰ্থনীতিবিদ আৰু পশ্চিম বঙ্গৰ প্ৰাক্তন বিত্তমন্ত্ৰী ডঃ অশোক মিত্ৰই এই মৰ্মে অভিযোগ তুলিছিল যে দেশখনৰ মুঠ সম্পদৰাজিৰ ৫০ শতাংশ সম্পদ ২৫ খন ৰাজ্যৰ মাজত ভগাই দিয়া হয়। ড. মিত্ৰই কয় যে ৰাজ্য সমূহে অকল নিজা ৰাজহৰ ধনেৰে সকলো ব্যয় বহন কৰিব নোৱাৰি ৰিজাৰ্ভ বেংকৰ পৰা অ'ভাৰড্ৰাফ্‌ট লোৱা ব্যৱস্থা অতি জটিল আৰু অকাৰ্যকৰী। আনহাতে কেন্দ্ৰই নিজৰ অৰ্থ-সংকট হ'লে টকা ছপা কৰিয়েই জোৰা মাৰিব পাৰে। যোৱা দশকটোত কেন্দ্ৰই ১৫ শতাংশলৈকে নতুনকৈ টকা ছপা কৰে। আনহাতে ৰাষ্ট্ৰীয়কৃত বেংক বোৰৰ কথা উল্লেখ কৰি ডঃ মিত্ৰই কয় যে এই বেংকবোৰে ৰাজ্যবোৰৰ পৰা অকল ধনহে সংগ্ৰহ কৰে; এই বেংক বোৰৰ সম্পৰ্কত মাত মতাৰ কোনো অধিকাৰ ৰাজ্যবোৰৰ নাই। সেইদৰে ৰাজহুৱা বিত্তীয় প্ৰতিষ্ঠান সমূহে (জীৱন বীমা নিগম, ইউনিট ট্ৰাষ্ট আদি) ৰাজ্যবোৰৰ পৰা নিয়া কোটি কোটি টকাৰেই যে টাটা-বিৰলা-সিংহানিয়া আদি বৃহৎ বেচৰকাৰী উদ্যোগ প্ৰতিষ্ঠানবোৰ লালিত পালিত হৈ আছে, সেইবোৰ বিষয়েও ৰাজ্য সমূহৰ মাত মতাৰ একো অধিকাৰ নাই।

পৰিকল্পনা আয়োগ আৰু বিত্ত আয়োগক কেন্দ্ৰত চৰকাৰ চলোৱা দলটোৰ এক প্ৰকাৰ হাতৰ পুতলা বুলি অভিযোগ কৰি ডঃ মিত্ৰই কয় 'মানুহবোৰ ইয়াত (ৰাজ্য সমূহত) আছে, কিন্তু টকা-পইচাবোৰ আছে সুদূৰৰ দিল্লীত।' আঞ্চলিক বৈষম্যৰ বিষয়ে উল্লেখ কৰি তেওঁ কয় যে প্ৰধান মন্ত্ৰীয়ে ধনী আৰু দুখীয়াৰ বিচাৰ কৰি বানপানীৰ সাহায্যৰ পৰিমাণ নিৰ্দ্ধাৰণ কৰে। ১৯৮৮ চনত অসমৰ প্ৰলয়ংকৰী বানৰ ক্ষেত্ৰত ২০ কোটি টকা মঞ্জুৰ কৰাৰ বিপৰীতে পঞ্জাবত আপেক্ষিক ভাৱে কম বানপানী হোৱা সত্ত্বেও ১০০ কোটি টকাৰ মঞ্জুৰী দিয়া হয়।

আলোচনা চক্ৰত ভাগ লৈ স্বৰ্গীয় দীনেশ গোস্বামীয়ে (তেতিয়া সংসদী সদস্য) কয় যে সম্পদ আহৰণৰ সকলো ক্ষমতা কেন্দ্ৰই নিজৰ হাতত ৰাখিছে। দেশত বিত্তীয় সাম্ৰাজ্যবাদ চলিছে বুলি অভিযোগ কৰি তেওঁ কৈছিল যে নামত 'ফেডাৰেল' সংবিধান হ'লেও কামত 'ইউনিটেৰী' হৈ পৰিছে। বিত্তীয় আয়োগ আৰু পৰিকল্পনা আয়োগৰ অনুদানৰ তুলনাত কেন্দ্ৰৰ ইচ্ছাধীন

ক্ষমতাৰ অধীনত থকা ধনৰ পৰিমাণ ১৯৫১-৫৭ চনৰ ৭ শতাংশৰ পৰা চতুৰ্থ পৰিকল্পনাৰ কালত ৪০% হলগৈ ।

মূঠতে ৰাজ্যৰ বিত্তীয় সমল সীমাবদ্ধ হোৱাটোৱেই আটাইতকৈ, ডাঙৰ অন্তৰায়। এই সমস্যাই প্ৰাদেশিক স্বায়ত্ত শাসনকেই অৰ্থহীন কৰি তুলিছে। বেংকৰ অ'ভাৰড্ৰাফ্‌টৰ ক্ষেত্ৰত কেন্দ্ৰই প্ৰয়োগ কৰা শেহতীয়া বাধ্য বাধকতাই ৰাজ্যক কাৰ্যতঃ ভিক্ষাৰীলৈ ৰূপান্তৰিত কৰিছে। কেন্দ্ৰ-ৰাজ্যৰ সম্পৰ্কৰ নতুন মূল্যায়নৰ বাবে সেয়েহে দেশ জুৰি দাবী উঠিছে। বিশেষকৈ আৰ্থিক বিষয়ত ৰাজ্যক অধিক. অধিকাৰ দিয়াৰ দাবী তোলা হৈছে। কেইবাটাও দশকৰ আগৰে তামিলনাডুৰ ডি-এম-কে চৰকাৰৰ আমোলত এই বিষয়ে যুগুত কৰা প্ৰতিবেদনত বিভিন্ন পৰামৰ্শ আগবঢ়োৱা হৈছিল যদিও একোকেই গ্ৰাহ্য কৰা নহ'ল। মুৰকত কেন্দ্ৰীয় চৰকাৰে সৌ সিদিনা সাৰ-কাৰিয়া আয়োগ গঠন কৰি কেন্দ্ৰ-ৰাজ্যৰ সম্পৰ্কৰ বিচাৰ ল'বলৈ দিলে যদিও এইখন আয়োগে চালে-বেৰে কোবোৱাৰ বাহিৰে ৰাজ্যৰ আৰ্থিক বিষয়ৰ স্বাধিকাৰৰ বিষয়ে একোকে নক'লে।

পিচে সোপা দি বেলি ঢাকি ৰাখিব নোৱাৰি। কেন্দ্ৰও অনন্ত কাললৈ ফালৰি কাটি থাকিব নোৱাৰিব। বিত্তীয় বিষয়ত ৰাজ্য সমূহক অধিক স্বাধীনতা দিবই লাগিব; বিত্তীয় বিতৰণৰ ক্ষেত্ৰতো সম বিচাৰৰ নতুন সূত্ৰ থাকিব লাগিব; সেইদৰে নিৰ্বাচিত চৰকাৰক কৌশলেৰে ভঙাৰ বাবে সংবিধানৰ সংশ্লিষ্ট উপবন্ধৰ অপপ্ৰয়োগ বন্ধ কৰা, ৰাজ্য সভা সকলো ৰাজ্যৰ পৰা সমান সংখ্যক সদস্য লৈ গঠন কৰাকে ধৰি বিশেষ কেতবোৰ ক্ষেত্ৰত আমূল পৰিবৰ্তনৰ প্ৰয়োজন হৈছে। মৰুভূমিৰ উট চৰাইৰ দৰে বালিত মূৰ গুজি নেথাকি কেন্দ্ৰীয় চৰকাৰে মুকলি পৃথিৱীখনলৈ চাওক।

# ধোঁৱা চাঙত উঠিল

কিন্তু নিজে মৰুভূমিৰ উট চৰাইৰ দৰে থাকিলে অসমৰ ৰাইজৰ কাৰণেও নিস্তাৰ নাই। 'পি-পু-সি-শো'ৰ জাকত নাম লিখাই লোৱা অসমীয়া মানুহখিনিৰ মাজত এতিয়া কৰ্ম-সংস্কৃতিৰ কণ-কঠীয়া মৰিল, শ্ৰমৰ মৰ্যাদা নোহোৱা হ'ল। আনৰ ওপৰত সকলো কথাতে নিৰ্ভৰশীল হৈছে। নিযুক্তি, পদোন্নতি বা আন কোনো সুবিধা আদায় কৰাৰ বেলিকাহে অসমীয়া বুলি চিনাকি দিয়াৰ প্ৰৱণতা এটাই ছাটি ধৰিছে । বাকী সকলো ক্ষেত্ৰতে অসমীয়াৰ পৰিচয় ধোঁৱা চাঙত উঠি থাকে। বৰং স্বাৰ্থ সিদ্ধিৰ বাবে অসমীয়াৰ স্বাৰ্থ বিৰোধী কামতে মজি থকাহে দেখা যায়। শিক্ষা, কৰ্ম-ক্ষমতা, বিভিন্ন অৰ্হতা আহৰণ আদি কোনো ক্ষেত্ৰতে সচেতনতাই গঢ় লোৱা নাই। সেইদেখি প্ৰতিযোগিতাত থাউনি নোপোৱা অৱস্থা হৈছে।

ইপিনে মনৰ চুবুৰী বাঢ়িছে; ফলত মানুহ ভাগ ভাগ হৈছে। সমূহীয়া চিন্তা-চৰ্চা নোহোৱা হ'ল। বস্তুবাদী ধ্যান-ধাৰণাই কৰাল মাৰি ধৰাৰ ফলত দুৰ্নীতিয়ে সৰ্বগ্ৰাসী ৰূপ ধাৰণ কৰিছে। এতিয়া দুনীতিয়ে সমাজ-জীৱনৰ আঁহে আঁহে ক্ষয় ৰোগৰ সৃষ্টি কৰিলে। তাতে আকৌ দুৰ্নীতি আৰু ভেদ-নীতিৰ পেণ্ডত উঠি ৰাজনীতিয়ে কিৰিলি পাৰিবলৈ লোৱাৰ ফলত আমাৰ অৱক্ষয় সম্পূৰ্ণ হৈ পৰিল। যি সকলে সংহতিৰ কথা বৰকৈ কৈ থাকে, সেই সকলেই মানুহক সকলো প্ৰকাৰে ভাগ ভাগ কৰি ৰাজনৈতিক লাভৰ বাবে ফালেঙী সলাবলৈ লোৱাৰ ফলত মানুহৰ মাজত বিভ্ৰান্তি বাঢ়ি গ'ল।

# ৰক্ষণশীলতাৰ পিতনি

তদুপৰি ৰক্ষণশীলতাৰ পিতনিখনে ছাটি ধৰাত আমি মানুহক সামৰি ল'বও নোৱৰা হ'লোঁ। যুগ যুগ ধৰি আমাৰ মাজতে থকা — আনকি আদিমবাসী বুলি দাবী কৰিব পৰা — মানুহ খিনিৰ পৰাও আমি আলেঙে আলেঙে থাকিবলৈ ল'লোঁ। পাৰস্পৰিক সহনশীলতা বা বুজাবুজি নোহোৱাৰ ফলত প্ৰভেদৰ ভাব এটাই প্ৰাধান্য লাভ কৰিবলৈ ধৰিলে।

এনে পৰিবেশৰ মাজত সুস্থ নেতৃত্বই কেতিয়াও গঢ় ল'ব নোৱাৰে। সেইদেখি এতিয়া সচেতন নেতৃত্ব আৰু লগতে সচেতন জনমত আমাৰ কাৰণে আটকীয়া বস্তু হৈ পৰিছে।

নেতৃত্বৰ বিচ্যুতি আৰু আমাৰ সচেতনতাৰ অভাৱৰ কাৰণেই আমি সকলোৱে ঘাটি খাইছোঁ। তাহানি গোপীনাথ বৰদলৈৰ নেতৃত্বই গ্ৰুপিং আচনিৰ বিৰুদ্ধে অসমক যিদৰে সংগঠিত কৰিছিল, তাৰ দ্বিতীয় উদাহৰণ পাবলৈ নাই। নেতৃত্বৰ দৈন্যৰ উদাহৰণ অৱশ্যে বুহুতো ওলাব। কিন্তু সেইবোৰৰ বকলা বহলাই নেমেলি আমি এটা উদাহণকে দিব পাৰোঁ। বাংলাদেশীৰ অনুপ্ৰবেশৰ সমস্যাটো অসমৰ কাৰণে অতিশয় উদ্বেগজনক সমস্যা। দৰাচলতে ক'বলৈ গ'লে এয়া বাংলাদেশৰ অঘোষিত যুদ্ধ। এই সমস্যাৰ বিৰুদ্ধে দীঘলীয়া সময়ৰ বাবে যুজি ৰাইজ এতিয়া স্তিমিত হৈ পৰিল। শাসনত থকা নেতৃত্বই সমান্তৰাল ভাৱে ওলোটা গতি এটাহে ললে। এই গতি আৰু আমাৰ সমস্যাও পলসৰ মাজত অধিক দলৈ সোমাই গৈ আছে। নেতৃত্বৰ দৈন্যৰ ফলত আৰু ধানখেৰৰ জুইৰ দৰে ৰাইজৰ সচেতনতা নুমাই যোৱাৰ ফলত অনুপ্ৰৱেশৰ সমস্যাই এতিয়া অতিশয় জটিল ৰূপ ধাৰণ কৰিছে। শেহতীয়া ভাৱে ভোটাৰ তালিকাৰ পৰা অনুপ্ৰবেশকাৰীৰ নাম বাদ দিয়া কথা লৈ সৃষ্টি হোৱা খেলিমেলিয়ে সন্দেহাতীত ভাৱে প্ৰমাণ কৰি দিলে যে এতিয়া গোঁজেই গছ হ'লগৈ আৰু বাংলাদেশী লবীয়ে দিছপুৰ আৰু দিল্লীত বেদখল সম্পূৰ্ণ কৰি তুলিলে।

তাৰ বাবে আনৰ ওপৰত আমি এতিয়া দোষ জাপি দিয়াৰ ঠাইত নেতৃত্বৰ ওপৰত আৰু আমাৰ নিজৰ ওপৰতে দোষ জাপি দিব লাগিব।

আমাৰ খতিয়ানৰ এছোৱা এই প্ৰসঙ্গতে দাঙি দৰিব খুজিছো।

সীমান্তৰ বেৰ দিয়াকে ধৰি অনুপ্ৰবেশ ৰোধ কৰাৰ ব্যৱস্থা কৰা বিষয়ত অসম-খণ্ডত কেৰেলুৱাৰ গতিৰে আগবঢ়াটো পৰিলক্ষিত হৈছে। তদুপৰি বেৰ দিয়া প্ৰসঙ্গটো লৈ সৃষ্টি হোৱা সমস্যাবোৰৰ বিষয়ে আন্তৰিকতাৰে কোনো আলোচনাও হোৱা নাই। এই বিষয়ত অসম চৰকাৰ, ভাৰত চৰকাৰ আৰু লগতে নিৰ্বাচিত প্ৰতিনিধিসকল নিৰ্বিকাৰ হৈ আছে। কিন্তু পশ্চিম বঙ্গৰ সীমান্তত বেৰ দিয়া প্ৰসঙ্গ লৈ সেই ৰাজ্যত তেনে নিৰ্বিকাৰ মনোভাৱ

পৰিলক্ষিত হোৱা নাই।

কেন্দ্ৰীয় গৃহমন্ত্ৰী দপ্তৰৰ সংসদী পৰামৰ্শদাতা কমিটীৰ বৈঠকতে তাৰ চিন পোৱা গ'ল। এই বৈঠকতে কেন্দ্ৰীয় গৃহমন্ত্ৰী দপ্তৰৰ তৰফৰ পৰা পোন প্ৰথম বাৰলৈ স্বীকাৰ কৰিলে যে অনুপ্ৰবেশ ৰোধ কৰাৰ বাবে বাংলাদেশৰ উচ্চতম মহলৰ সৈতে আলোচনা কৰি সিদ্ধান্ত লোৱাটো নিতান্ত প্ৰয়োজনীয়। অসমৰ চৰকাৰী-বেচৰকাৰী কোনো এটা মহলে কোনো এটা মঞ্চতে চৰকাৰৰ পৰা এনে এটা বক্তব্য আদায় কৰি ল'ব নোৱাৰিলে। আনহাতে এই কমিটীৰ বৈঠকত কমিটীৰ সদস্যাই (পশ্চিম বঙ্গৰ) চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰিলে যে সীমান্তত কাঁইটীয়া তাঁৰৰ বেৰ দিলে পশ্চিম বঙ্গৰ ৩ লাখ হেক্টাৰ মাটি কাৰ্যতঃ বাংলাদেশৰ হাতলৈ গুচি যাব। (উল্লেখযোগ্য যে ভাৰত আৰু বাংলাদেশৰ মাজত হোৱা বন্দৱস্ত মতে ঠিক সীমান্তত কোনো নিৰ্মাণ কাৰ্য হ'ব নোৱাৰিব। সীমান্তৰ পৰা এটা নিৰ্দিষ্ট দূৰত্ব ৰাখিহে যি কোনো নিৰ্মাণ কাৰ্য হাতত ল'ব পাৰিব।) কিন্তু অসমৰ সীমান্তৰ কাঁইটীয়া তাঁৰৰ চিন্তা-চৰ্চা কোনেও কৰা নাই।

সময় মতে ব্যৱস্থা নলৈ কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰে অসমৰ পৰিস্থিতি ইমান ভয়াবহ কৰি তুলিলে। অসমৰ ছবছৰীয়া আন্দোলনৰ সময়ত কেন্দ্ৰৰ চৰকাৰী বক্তব্য যি সুৰত শুনিবলৈ পোৱা গৈছিল, এতিয়া তাৰ ওলোটা সুৰ শুনিবলৈ পোৱা গৈছে। (অৱশ্যে একমাত্ৰ অসমৰ মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়া তাৰ ব্যতিক্ৰম)। পৰিচয়-পত্ৰ দিয়াৰ বাবে দঢ়াই দঢ়াই কোৱা সত্ত্বেও তেতিয়া কেন্দ্ৰীয় চৰকাৰে হেমাহি দেখুৱাই থকাৰ মূৰত এতিয়া পৰিচয়-পত্ৰ দিয়াৰ উদ্যোগ হাতত লৈছে। নাগৰিকত্ব, স্থায়ী নিবাসীৰ প্ৰমাণ-পত্ৰ আদি দিয়াৰ ক্ষেত্ৰত চলা দুৰ্নীতিৰ অভিযোগেও কাকো লৰাব নোৱাৰিলে। এতিয়া ন্যায়ালয়েই ৰায় দিব লগীয়া হ'ল যে মন্ত্ৰী, বিধায়ক আৰু সাংসদৰ নাগৰিকত্ব আৰু স্থায়ী নিবাসীৰ প্ৰমাণ-পত্ৰ দিয়াৰ কোনো অধিকাৰ নাই। কিন্তু আদালতৰ এই ৰায়ৰ মূৰতো পৰৱৰ্তী ব্যৱস্থা হিচাপে চৰকাৰে কোনো কাৰ্য-ব্যৱস্থাৰ কথা ঘোষণা কৰা নাই। দৰাচলতে নাগৰিকত্বৰ গোটেই প্ৰসঙ্গটো ইংলণ্ডৰ দৰে প্ৰশাসনীয় বিভাগৰ দায়িত্বত থাকিব লাগিছিল। সেয়ে নোহোৱাৰ বাবেই অনাচাৰ চলোৱাৰ সুযোগ ওলাইছে।

বাংলাদেশীৰ অনুপ্ৰবেশ সম্পৰ্কে আন্দোলনৰ আগে-পিচে, আন্দোলনৰ ভৰপকৰ সময়ত আৰু এই মুহূৰ্ততো কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰে আৰু লগতে বুজন সংখ্যক নেতাই ধাৰাবাহিক ভাৱে পোষণ কৰি অহা মতৰ বিপৰীতে এতিয়া কেন্দ্ৰীয় গৃহমন্ত্ৰী দপ্তৰে ১৯৯২-৯৩ চনৰ বাৰ্ষিক প্ৰতিবেদনত স্পষ্টভাৱে স্বীকাৰ কৰিলে যে বাংলাদেশৰ পৰা হোৱা অভাৱনীয় অনুপ্ৰৱেশৰ ফলত উত্তৰ-পূব অঞ্চলৰ ৰাজ্যবোৰৰ থলুৱা বাসিন্দাসকলৰ মাজত আশংকাৰ সৃষ্টি হৈছে যে তেওঁলোক সংখ্যালঘু হৈ পৰাৰ উপক্ৰম ঘটিছে ।

## আৰু ভুল নকৰিব

এনে বিলম্বিত উপলব্ধিয়ে পুনৰ দেখুৱাই দিলে -- কেনেকৈ চৰকাৰৰ ভুলে দেশখনক বিপৰ্যয়ৰ গৰাহলৈ ঠেলি দিলে । "আৰু এটা মাৰাত্মক ভুল নকৰিব" বুলি ১৯৮০ চনৰ ১১ অক্টোবৰ তাৰিখে লিখা দৈনিক অসমৰ সম্পাদকীয়ত সেয়েহে কোৱা হৈছিল "আত্মঘাতী দেশ-বিভাজনৰ ভেটিত ভাৰতে স্বাধীনতা লাভৰ প্ৰথম পদক্ষেপতে এটা মাৰাত্মক ভুল কৰিছিল ।জাতিৰ পিতা মহাত্মা গান্ধীৰ বিৰোধিতা অগ্ৰাহ্য কৰিও তেতিয়াৰ নেতৃত্বই ক্ষমতাৰ লোভ, দলীয় স্বাৰ্থৰ প্ৰাধান্য আৰু বিশেষ বাণিজ্য-চক্ৰৰ ন্যস্ত স্বাৰ্থৰ হেঁচাত ভাৰতৰ বিভাজন কৰিবলৈ কুণ্ঠাবোধ নকৰিলে । অথচ আৰু কিছুদিন ধৈৰ্যেৰে ধৰ্ম-নিৰপেক্ষতাৰ আদৰ্শত স্থিৰ থকা হ'লে দেশৰ কাৰণে সুদূৰ প্ৰসাৰী অকল্যাণৰ হেতু স্বৰূপ দেশ বিভাজনৰ প্ৰক্ৰিয়া হয়তো সংশ্লিষ্ট পক্ষই ত্যাগ কৰাৰ পৰিবেশ এটাই গঢ় ল'লেহেঁতেন । ততাতৈয়াকৈ শাসনৰ বাঘজৰী হাতৰ মুঠিলৈ অনাৰ হেঁপাহৰ পৰিণতি স্বৰূপে আজি ৩৩ বছৰৰ পিছতো ভাৰতে স্বাধীনতা লাভৰ সময়ৰ হিংসা-প্ৰতিহিংসাৰ জুইকুৰা নুমাব পৰা নাই ।একেদৰে পাকিস্তানেও এখন শান্তিপূৰ্ণ ৰাষ্ট্ৰৰ পৰিৱেশ আজিলৈকে গঢ়ি তুলিব পৰা নাই । ধৰ্মৰ নামত দেশখন দুফাল কৰি যদি শান্তি আৰু সহ অৱস্থানৰ পৰিৱেশ এটা পোৱা গ'লহেঁতেন, তেতিয়া হ'লেও ক'বলৈ একো নাছিল ! কিন্তু এতিয়াও দেখোন ভাৰতৰ ভিতৰতে পুনৰ সাম্প্ৰদায়িক সংঘৰ্ষ চলি আছে আৰু এতিয়াও দেখোন সীমান্তৰ সিপাৰৰ

পৰা কাশ্মীৰ, অসম আদি ৰাজ্যলৈ জনপ্ৰব্ৰজন চলি আছে ।

"আচৰিত কথা যে ভাৰতৰ নেতৃত্বই এইবোৰ পৰিণতিৰ মূল কাৰণৰ কথা জানিও তাৰ পিছতো একে ধৰণৰ ভুল পথকে লৈ অহা দেখা গৈছে । ভেদ-নীতিৰে অঞ্চলবোৰক ক্ৰমে ক্ষুদ্ৰতৰ কৰা আৰু ধৰ্ম, ভাষা, জাতি, উপজাতি আদিৰ ক্ষেত্ৰত পৰোক্ষ উচটনিৰে সংঘাতময় পৰিবেশ এটা চলাই ৰখাৰ কথা ভয়াবহ। অথচ দলীয় স্বাৰ্থ ৰক্ষাৰ চিন্তাৰে যিকোনো উপায়েৰে জনগণক ভেদ-ভাবত ব্যস্ত ৰাখি শাসনৰ বাঘজৰি নিয়ন্ত্ৰণ কৰাটোহে ৰাজনৈতিক দল কিছুমানে চৰম লক্ষ্য ৰূপে লোৱা যেন দেখা গৈছে । ইয়াৰ ফলত ভাৰতৰ বিভিন্ন অঞ্চলত ক্ৰমে অসন্তুষ্টিয়ে দেখা দিছে আৰু সামগ্ৰিক ভাৱে দেশৰ সামাজিক, অৰ্থনৈতিক উন্নয়ন বাধাগ্ৰস্ত হৈছে ।....."

# যোগ্যতা আৰ্জন

এইদৰেই আমি চৰকাৰৰ ভুলৰ মাচুল ভৰি থাকিবলগীয়া হৈছে। এই বেহুৰপৰা উদ্ধাৰ পোৱাৰ লগতে সৰ্বাঙ্গীনভাৱে অসমক আগুৱাই নিবলৈ আমি শক্তি গোটাব লাগিব। কিন্তু সেই শক্তি 'ইনকিলাব' ধ্বনিয়ে নিদিয়ে। সকলো ক্ষেত্ৰতে আমাৰ যোগ্যতা আৰ্জনেহে আমাক তেনে শক্তি দিব পাৰিব। তেনে মানসিকতা এটাই গঢ় লোৱাটোৱেই এতিয়া নিতান্ত প্ৰয়োজনীয় কথা। ভাৰতৰ আকাশত ক'লা ডাৱৰে ছাটি ধৰাৰ পৰত ১৯৭৭ চনত জয়প্ৰকাশ নাৰায়নে প্ৰত্যয়ৰ বাণী শুনাইছিল। –"যিমান দিনেই নেলাগক ভাৰত আকৌ মৰিশালিৰপৰা উঠি আহিবই।"

আমিও তেনে প্ৰত্যয় লৈ সন্মুখৰ পথেদি আগবঢ়াৰ যোগ্যতা তথা অৰ্হতা আৰ্জি ল'ব লাগিব। বাইজৰ মাজলৈ তেনে প্ৰত্যয় কঢ়িয়াই অনাৰ বেলিকা বাতৰি কাকতৰ ভূমিকালৈ কোনেও আওকাণ কৰিব নোৱাৰে। দুখৰ কথা যে সেই ভূমিকাই শক্তিশালী ভেটি স্থাপন কৰিব পৰা নাই। এই অভাৱ পূৰোৱাৰ বাবে বাতৰি কাকতে নতুন সংকল্প ল'ব লাগিব। অৱশ্যে বাতৰি কাকতক এতিয়া কিছুমানে মাত্ৰ ব্যৱসায় ৰূপে গণ্য কৰাৰ ফলত কেতবোৰ সমস্যাৰ সৃষ্টি হৈছে। তদুপৰি আধুনিক যুগৰ সমস্যা কিছুমানেও লগ ধৰিছেহি। বেন বাগডিকিয়ানে " Mass media in a free society," নামৰ কিতাপত লিখিছে – Bureaucracies in our lives in Government, business and academic life have become massive and complicated and consequently they are slower and less sensitive to the individual."

এই মন্তব্য কৰাৰ লগতে কিতাপখনত তাৰ ফলত হোৱা অসন্তুষ্টিৰ কথা উল্লেখ কৰি কৈছে - "It is no accident that everywhere the target of the rebellion is the system."

সময়ৰ এই সঁকীয়নিৰপৰা আনৰ লগতে বাতৰি কাকতেও শিক্ষা লাভ কৰা উচিত।

বেছি লহিওৱাৰ পৰত আজি অৱশ্যে কাকুতি যোৱা গাৰলৈ নোৱা

নাই । নিৰাশাৰ খেৰালি জাল মাৰি নিজক আঁৰ কৰাৰ সময় বিচৰাও নাই। আশা মই এৰা নাই – বাছি থকা দিন কেইটালৈকে নেৰোঁ । সাংবাদিক জীৱনত নিঃসঙ্গ যাত্ৰাত অভ্যস্ত হোৱা মনটো আজিও অকলশৰীয়াভাৱে আগবঢ়াৰ বাবে প্ৰস্তুত । ঘৰুৱা জীৱনত আৰু ৰাজহুৱা জীৱনত (সাংবাদিকতাৰ জীৱনত) মনে খন্দা পুখুৰীত পানী খাবলৈ নেপালোঁ । উভয় ক্ষেত্ৰতে এটা সমান্তৰাল, ওলোটা গতিয়ে মোৰ নিসঙ্গতা আৰু বঢ়ালে । তথাপি আশাৰ বালিচৰ নিৰাশাই বুৰাই পেলোৱা নাই ।

দৈনিক অসমৰ প্ৰথম সংখ্যাৰ সম্পাদকীয়ত উল্লেখ কৰা হৈছিল "এয়া পোহৰৰ প্ৰথম পুৱা । পোহৰে প্ৰাণ দিয়ে, প্ৰেৰণা দিয়ে আৰু দিয়ে গতি-পথৰ সংকেত । সেই সচেতনতা লৈয়েই দৈনিক অসমৰ এয়া প্ৰথম পদক্ষেপ —— "

ৰাজ্যৰ বিভিন্ন সমস্যাৰ আলোচনা কৰাৰ মূৰত এই প্ৰথম সম্পাদকীয়টোত লিখা হৈছিল –"কিন্তু এই কৰুণ পৰিণতি দূৰ কৰিবলৈ কৰুণা বিচাৰিলে নহ'ব – তাৰ সন্মুখত থিয় দিব লাগিব, যোগ্যতাৰ দাবী লৈ ।"

আজিৰ বিকাৰৰ বাবেও নিদান সেয়ে । সৰ্বাত্মক যোগ্যতাৰ স্থিতিত উপনীত হ'বলৈ আমাৰ প্ৰত্যেকেই উমাৰ তপস্যা চলাব লাগিব । সমস্বৰে গাব লাগিব — উঠা, জাগি উঠা, প্ৰাপ্য আদায়ৰ বাবে নিজক যোগ্য কৰি তোলা।



সমাপ্ত